# বাল্মীকি-ৰামায়ণ

পঞ্চম খণ্ড

## যুদ্ধ-কাণ্ড

অনুবাদক

শ্ৰীকৰিচন্দ্ৰ মহন্ত

সম্পাদন-প্ৰকাশন

গুৱাহাটী বিশ্ববিদ্যালয়



1971

GAUHATI UNIVERSITY

রামায়ণ অনুবাদ-প্ৰকাশন উপদেষ্টা সমিতি ( ১৯৬৩-৬৪ )

ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱা ( সভাপতি )
ডক্টৰ মহেশ্বৰ নেওগ
অধ্যাপক মুকুন্দমাধৱ শৰ্মা
শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী
শ্ৰীকবিচন্দ্ৰ মহন্ত
ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্মা ( আহ্বায়ক )

সম্পাদনা সমিতি :

অধ্যাপক মুকুন্দমাধৱ শৰ্মা
শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী

আঁচনি সঞ্চালক :

ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্মা

## প্ৰকাশন সম্পৰ্কে দু-আষাৰ

গুৱাহাটী বিশ্ববিদ্যালয়ে প্ৰকাশ কৰিবলৈ লোৱা শ্ৰীকৰিচন্দ্ৰ মহন্ত অনূদিত বাল্মীকি-ৰামায়ণৰ পঞ্চম খণ্ড প্ৰকাশ কৰা হ'ল। এই খণ্ডত যুদ্ধ-কাণ্ড (লঙ্কা-কাণ্ড) সন্নিবিষ্ট হৈছে। এই খণ্ড প্ৰকাশনৰ সমস্ত ব্যয় বিশ্ববিদ্যালয়ৰ স্বকীয় পুঁজিৰপৰা বহন কৰা হৈছে আৰু বিশ্ববিদ্যালয়ৰ নিজা ছপাশালত মুদ্ৰিত হৈছে। এই উদ্দেশ্যে অসম চৰকাৰৰ শিক্ষা বিভাগে দিয়া প্ৰাথমিক অনুদান (২৮,০০০ টকা) অনুবাদ কাৰ্য্য আৰু প্ৰথম তিনিটা খণ্ড প্ৰকাশতে ব্যয়িত হয়। এই খণ্ড প্ৰকাশনৰ সমস্ত ব্যয় বহন কৰা কাৰণে বিশ্ববিদ্যালয়ৰ কৰ্তৃপক্ষক শলাগ জনোৱা হ'ল। বিশ্ববিদ্যালয়ৰ ছপাশালৰ সহকাৰী পৰিচালক শ্ৰীনৰেন্দ্ৰ নাথ দত্ত আৰু মুদ্ৰক শ্ৰীযতীন্দ্ৰ নাথ শৰ্ম্মাৰ কৰ্ত্তব্য-প্ৰচেষ্টাৰো শলাগ লোৱা হ'ল। বিশ্ববিদ্যালয়ৰ প্ৰকাশন বিষয়া শ্ৰীকেশৱ মহন্তক আহি কাকত চাই দি প্ৰকাশনত সহায় কৰি দিয়া কাৰণে ধন্যবাদ জ্ঞাপন কৰিলোঁ। ৰামায়ণৰ আৰু এটা মাত্ৰ কাণ্ড প্ৰকাশ কৰিবলৈ বাকী আছে, সোনকালেই সেই খণ্ড প্ৰকাশনৰ দিহা কৰা হ'ব।

শ্ৰীসত্যেন্দ্ৰ নাথ শৰ্ম্মা

৮।১২।৭১ সঞ্চালক, ৰামায়ণ প্ৰকাশন আঁচনি

# সূচী-পত্ৰ

| সৰ্গ | বিষয় | | পৃষ্ঠা |
|---|---|---|---|
| ষড়্‌বিংশ | দূত সাৰণৰদ্বাৰা যূথ পতি বান্দৰসকলৰ বিৱৰণ আপন | ... | ৭৩ |
| সপ্তবিংশ | সাৰণৰদ্বাৰা বান্দৰ সৈন্যৰ বিৱৰণ | ... | ৭৬ |
| অষ্টাবিংশ | শুকৰদ্বাৰা বান্দৰ সৈন্যৰ পৰিচয় প্ৰদান | ... | ৭৭ |
| একোনত্ৰিংশ | শুক-সাৰণৰ প্ৰতি ৰাৱণৰ তিৰস্কাৰ আৰু আন দূত প্ৰেৰণ | ... | ৮২ |
| ত্ৰিংশ | দূত সাৰ্দূলৰদ্বাৰা বান্দৰবোৰৰ বিৱৰণ | .. | ৮৪ |
| একত্ৰিংশ | ৰাৱণৰদ্বাৰা সীতাৰ আগত মায়া-ৰাম-বধ বৃত্তান্ত কথন | . | ৮৭ |
| দ্বাত্ৰিংশ | মায়া ৰামৰ মূৰটো দেখি সীতাৰ শোক | ... | ৯০ |
| ত্ৰয়স্ত্ৰিংশ | সীতাৰ প্ৰতি ৰামৰ আশ্বাস-বাণী | ... | ৯৩ |
| চতুস্ত্ৰিংশ | সৰমাৰ আশ্বাস-বাণীত সীতাৰ সান্ত্বনা লাভ | ... | ৯৫ |
| পঞ্চত্ৰিংশ | ৰাৱণৰ প্ৰতি মাল্যবানৰ হিত উপদেশ | .. | ৯৮ |
| ষট্‌ত্ৰিংশ | মাল্যবানৰ উপদেশত ৰাৱণৰ ক্ৰোধ | | ১০১ |
| সপ্তত্ৰিংশ | বান্দৰ সৈন্যৰ ব্যূহ ৰচনা | . | ১০২ |
| অষ্টত্ৰিংশ | ৰাম-লক্ষ্মণৰ সুবেল পৰ্ব্বতাৰোহণ | . | ১০৫ |
| একোনচত্বাৰিংশ | বান্দৰবোৰৰ দৃষ্টি-ভঙ্গীৰপৰা লঙ্কাৰ বৰ্ণনা | ... | ১০৬ |
| চত্বাৰিংশ | সুগ্ৰীৱ আৰু ৰাৱণৰ আকস্মিক সঙ্ঘৰ্ষ | .. | ১০৮ |
| এক চত্বাৰিংশ | দূত ৰূপে ৰাৱণৰ গুৰিলৈ অঙ্গদক প্ৰেৰণ | ... | ১১০ |
| দ্বি চত্বাৰিংশ | ৰাক্ষস আৰু বান্দৰ সৈন্যবাহিনীৰ সংঘৰ্ষ | ... | ১১৬ |
| ত্ৰি চত্বাৰিংশ | ৰাক্ষস আৰু বান্দৰবোৰৰ ভিতৰত দ্বন্দ্বযুদ্ধ | . | ১১৯ |
| চতুশ্চত্বাৰিংশ | ইন্দ্ৰজিতৰ হাতত ৰাম লক্ষ্মণৰ নাগপাশ বন্ধনৰ উদ্যোগ | ... | ১২২ |
| পঞ্চচত্বাৰিংশ | ৰাম-লক্ষ্মণ নাগপাশত বদ্ধ হোৱা দেখি বান্দৰসকলৰ শোক | | ১২৫ |
| ষট্‌ চত্বাৰিংশ | বান্দৰবোৰৰ বিষাদ আৰু ৰাৱণৰ হৰ্ষ | ... | ১২৮ |
| সপ্ত চত্বাৰিংশ | ৰাৱণৰ আদেশত পুষ্পক ৰথ যোগে সীতাৰ ৰণ-ভূমি দৰ্শন | . | ১৩০ |
| অষ্ট চত্বাৰিংশ | সীতাৰ খেদ আৰু ত্ৰিজটাৰ আশ্বাস-বাণী | . | ১৩১ |
| একোন পঞ্চাশ | সংজ্ঞা লাভ কৰাৰ পিছত লক্ষ্মণৰ কাৰণে ৰামৰ খেদ | ... | ১৩৪ |
| পঞ্চাশ | গৰুড়ৰ সহায়ত ৰাম-লক্ষ্মণৰ নাগপাশৰপৰা মুক্তি | ... | ১৩৬ |
| এক পঞ্চাশ | ধূম্ৰাক্ষৰ যুদ্ধ যাত্ৰা | ... | ১৪০ |
| দ্বিপঞ্চাশ | হনুমানৰ হাতত ধূম্ৰাক্ষ নিধন | | ১৪৩ |
| ত্ৰিপঞ্চাশ | অঙ্গদ আৰু বজ্ৰদংষ্ট্ৰৰ যুদ্ধ | ... | ১৪৫ |
| চতুঃ পঞ্চাশ | অঙ্গদৰ হাতত বজ্ৰদংষ্ট্ৰৰ নিধন | ... | ১৪৭ |
| পঞ্চ পঞ্চাশ | ৰাক্ষস অকম্পনৰ যুদ্ধ-যাত্ৰা | ... | ১৪৯ |
| ষট্‌ পঞ্চাশ | হনুমানৰ হাতত অকম্পন নিধন | ... | ১৫১ |
| সপ্ত পঞ্চাশ | প্ৰহস্তৰ যুদ্ধ-যাত্ৰা | ... | ১৫৪ |
| অষ্ট পঞ্চাশ | প্ৰহস্ত বধ | ... | ১৫৭ |

# যুদ্ধ-কাণ্ড

## প্ৰথম সৰ্গ

**হনুমানৰ কামত ৰামৰ আনন্দ প্ৰকাশ।**

১। হনুমানৰ মুখৰ পৰা সীতাৰ কথাখিনি যথাযথ ভাবে শুনি ৰামে পৰম প্ৰীত হৈ কবলৈ ধৰিলে।

২। "হনুমানে যিটো কাম কৰিলে সি পৃথিবীৰ ভিতৰতে এটা মহৎ আৰু আনৰ পক্ষে অসম্ভৱ কৰ্ম্ম; এনে কাম ভূমণ্ডলত আনৰ পক্ষে কল্পনাৰো অতীত।

৩। গৰুড়, বায়ু আৰু হনুমানৰ বাহিৰে মহাসমুদ্ৰ অতিক্ৰম কৰিব পাৰে এনে এজন আন পুৰুষ মই দেখা নাপাওঁ।

৪—৬। লঙ্কা ৰাৱণৰ দ্বাৰা সুৰক্ষিতা, দেৱতা, দানৱ, যক্ষ, গন্ধৰ্ব্ব, উৰগ বা ৰাক্ষসেও তাত প্ৰৱেশ কৰিব নোৱাৰে; কোনোৱে সাহস কৰি তাত প্ৰৱেশ কৰিলেও সি জীৱনসৈতে তাৰ পৰা ওলাই আহিব নোৱাৰে। এতেকে হনুমানৰ সমান বল বা বীৰ্য্যসম্পন্ন নহলে ৰাক্ষসগণৰ দ্বাৰা সুৰক্ষিত এই দুৰ্গম নগৰীত কোনে প্ৰৱেশ কৰিব পাৰে? হনুমানে তেওঁৰ পৰাক্ৰমৰ অনুৰূপ বল লৈ সমুদ্ৰলঙ্ঘন আৰু লঙ্কাত প্ৰৱেশ কৰি সঁচাকৈয়ে সুগ্ৰীৱৰ অনুচৰৰ উপযোগী এটা মহৎ কাম সাধিছে।

৭। স্বামীৰ দ্বাৰা কোনো দুষ্কৰ কামত নিযুক্ত হৈ যি ভৃত্যই সেইটো আৰু তাৰ আনুষঙ্গিক আন আন কাম শ্ৰদ্ধাৰে সৈতে সম্পন্ন কৰে তেৱেঁই উত্তম ভৃত্য। যি জনে কামত নিযুক্ত হৈ, শক্তি থকা সত্বেও কৰিব দিয়া কামটোৰ বাহিৰে ৰজাৰ বা প্ৰভুৰ অৰ্থে হিতকৰ আৰু প্ৰিয় আন কোনো কাম নকৰে, (যিখিনি কৰিব দিছে মাত্ৰ সেই খিনিহে সমাধা কৰি উভতি আহে) সি মধ্যম ভৃত্য। যিজনে শক্তি সমৰ্থবান হৈও কৰিব দিয়া কামটো মনপুতি নকৰে সি পুৰুষাধম আৰু অধম ভৃত্য।

১০। সীতাক অন্বেষণ কৰিবলৈ গৈ, হনুমানে সীতাক বিচাৰি উলিওৱাতকৈও

আৰু অধিক কাম সম্পন্ন কৰি থৈ আহিছে; তাৰ দ্বাৰা তেওঁ নিজে লঘু হোৱা নাই অথচ সুগ্ৰীৱো সন্তুষ্ট হৈছে।

১১। ধৰ্ম্মানুসাৰে মই ৰক্ষা পৰিলোঁ আৰু তাৰ উপৰিও সীতাৰ বাতৰি লাভ কৰি আজি মহাবলশালী লক্ষ্মণ আৰু ৰঘুবংশও ৰক্ষা পৰিল।

১২। হনুমানে এটা অতি প্ৰিয় বাতৰি মোক আনি দিলে সঁচা, কিন্তু মোৰ দুৰাবস্থাৰ ভিতৰত হনুমানৰ পক্ষে তদনুৰূপ প্ৰিয় কাম কৰিব নোৱাৰাৰ কাৰণে মোৰ মনত দুখৰ-ভাব অধিক পৰিমাণে জ্বলি উঠিছে।

১৩। যি হওক আলিঙ্গন দানেই মোৰ যথাসৰ্ব্বস্ব, এতেকে তাৰ উপযুক্ত সময় বুজি দূতৰূপী মহাত্মা হনুমানক মই তাকেই দান কৰিলোঁ।*

১৪। এই বুলি কৈ ৰামচন্দ্ৰই আনন্দতে পুলকিত হৈ কথাখিনি কৈ উঠি ওচৰতে থিয় হৈ থকা শুদ্ধ চিত্তৰ হনুমানক আলিঙ্গন কৰিলে।

১৫। তাৰ পিচত অলপ সময় চিন্তা কৰি ৰঘুশ্ৰেষ্ঠ ৰামে বান্দৰসকলৰ অধিপতি সুগ্ৰীৱৰ কাণত পৰাকৈ কবলৈ ধৰিলে।

১৬। "সীতাৰ অন্বেষণ সম্বন্ধে যিটো কৰিব লগা আছিল তাক ভালদৰে কৰা হ'ল। এতিয়া এই সমুদ্ৰক সন্মুখত দেখি মোৰ মন আকৌ বিষন্ন হৈছে।

১৭। অগাধজলৰাশিপূৰ্ণ এই সমুদ্ৰ পাৰ হোৱাটো অতি দুঃসাধ্য। এতিয়া বান্দৰবোৰে একে লগে গোট খাই সমুদ্ৰৰ দক্ষিণ পাৰলৈ যাব পাৰিব কি প্ৰকাৰে?

১৮। বৎস হনুমান, সীতয়ো এই কথাকে কৈছে, এতিয়া বান্দৰসকলে কি উপায়ে সাগৰৰ সিপাৰলৈ যাব পাৰিব কোৱাঁ।"

১৯। শত্ৰুনিসূদন মহাবাহু ৰামচন্দ্ৰই হনুমানক এইদৰে কৈ শোকাভিভূত হৈ পুনঃ চিন্তা কৰিবলৈ ধৰিলে।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত
প্ৰথম সৰ্গ সমাপ্ত।

---

* "আনন্দ এব হি ভগবতঃ সৰ্ব্বস্বম্। আনন্দ এব হি মায়য়া ৰামাদিদেহত্বেন ভাসতে" ইতি গীতাভাষ্য তথা বিষ্ণুসহস্ৰনামভাষ্য।

আনন্দই ভগবানৰ যথাসৰ্ব্বস্ব; ভক্তই তেওঁৰ ভক্তিৰ দ্বাৰা ভগবানক আৰাধনা কৰি এই আনন্দকে লাভ কৰে। ব্ৰহ্মাণ্ডপুৰাণত এই আলিঙ্গনৰ দ্বাৰা হনুমানৰ এই 'ব্ৰহ্মানন্দ' লাভৰ কথাকে উল্লেখ কৰিছে।

# দ্বিতীয় সৰ্গ

## সুগ্ৰীৱৰ উৎসাহপূৰ্ণ বাণী।

১। শ্ৰীমান সুগ্ৰীৱে দশৰথাত্মজ ৰামক এইদৰে শোক সন্তপ্ত হোৱা দেখি শোকনাশক উৎসাহপূৰ্ণ বাক্যে কবলৈ ধৰিলে।

২। "হে বীৰ, ইতৰ জনৰ নিচিনা আপুনি এইদৰে শোকাতুৰ হৈছে কিয়? আপুনি তেনেদৰে শোক নকৰিব, কৃতঘ্নজনে সুহৃদ জনক যিদৰে পৰিত্যাগ কৰে আপুনিও আপোনাৰ এই শোক তেনেদৰে পৰিত্যাগ কৰক।

৩। সীতাৰ সম্বাদ পোৱাৰ পিচত আমি আমাৰ জীৱন লাভ কৰা যেন পাইছোঁ, আনপক্ষে শত্ৰুৰ বাসস্থানৰো সন্ধেদ পাইছোঁ, এতেকে হে ৰাঘৱ, বৰ্ত্তমানে শোকৰ কোনো কাৰণ মই দেখা নাপাওঁ।

৪। হে ৰাঘৱ, আপুনি শক্তিমান, শাস্ত্ৰজ্ঞ, বিচাৰবুদ্ধিসম্পন্ন আৰু পণ্ডিত, এতেকে আত্মতত্ত্বজ্ঞ যোগীজনে তেওঁলোকৰ সিদ্ধিলাভৰ বিঘিনিকাৰক কামাদি বিষয়ক বুদ্ধি যিদৰে পৰিত্যাগ কৰে আপুনিও ইতৰজনৰ সুলভ বুদ্ধি বৈক্লব্য সেইদৰে পৰিত্যাগ কৰক।

৫। শক্ৰ আদি মহা মহা জলচৰ জন্তুৰে পৰিপূৰ্ণ সাগৰ পাৰ হৈ আমি লঙ্কাত প্ৰবেশ কৰিম আৰু আপোনাৰ শত্ৰু বিনাশ কৰিম।

৬। হে ৰাম, উৎসাহবিহীন, দুৰ্ব্বল মতি আৰু শোকাকুলজনৰ সকলো কামেই নষ্ট হয়; তেনেজনে ইটোৰ পিচত সিটো দুখকে পাই থাকে।

৭। আপোনাৰ চাৰিওফালে থিয়োৰ বান্দৰ দলপতি দেখিছে, তেওঁলোক সকলোটি বীৰ আৰু সকলো কামৰ বাবে সমৰ্থ। আপোনাৰ হিতসাধনৰ অৰ্থে উৎসাহপূৰ্ণ হৈ তেওঁলোকে অগ্নিত প্ৰবেশ কৰিবলৈকো সাজু আছে। এওঁলোকৰ আনন্দৰ উৎকৰ্ষ দেখিয়েই মই সেই কথা জানিছো আৰু সমুদ্ৰলঙ্ঘন ৰাৱণবধ আদি কাৰ্য্যও সুনিশ্চিত বুলি মোৰ দৃঢ় ধাৰণা হৈছে।

৮। এতেকে বৰ্ত্তমানে তেনেবিধৰ কাম আপুনি হাতত লওক যাতে পৰাক্ৰম দেখুৱাই পাপকৰ্ম্মা শত্ৰু ৰাৱণক বধ কৰি সীতাক উদ্ধাৰ কৰি আনিব পাৰোঁ।

৯। হে ৰাঘৱ, আপুনি এনেভাবে কাম কৰক যাতে সাগৰত সেতু বান্ধি, ৰাক্ষসৰাজৰ পুৰীত প্ৰবেশ লাভ কৰিব পাৰোঁ।

১০। আপুনি ঠিৰাংকৈ জানিব যে ত্ৰিকূট পৰ্ব্বতৰ শিখৰস্থিত লঙ্কাত প্ৰবেশ কৰাৰ লগে লগে যুদ্ধত ৰাৱণ নিহত হ'ব।

১১। এই ঘোৰ বৰুণালয় সমুদ্ৰত সেতু নবন্ধাকৈ ইন্দ্ৰকে আদি কৰি সুৰাসুৰগণেও লঙ্কা ধ্বংস কৰিব নোৱাৰে।

১২। হে ৰাঘব, কামৰূপী মোৰ এই বান্দৰ সৈন্যবোৰ এনে বীৰ যে, লঙ্কাৰ ওচৰলৈ সেতু নিৰ্ম্মাণ কাম শেষ হোৱাৰ লগে লগে সমুদ্ৰ পাৰ হৈ তেওঁলোকে লঙ্কা জয় কৰিব বুলি জানিব।

১৩। এতেকে সৰ্ব্বাৰ্থনাশিনী নিৰুৎসাহ বুদ্ধি আপুনি ত্যাগ কৰক। এই পৃথিবীত শোকেই মানুহৰ শৌৰ্য্য আৰু আৰু বীৰ্য্য নাশ কৰে।

১৪। হে পুৰুষ প্ৰবৰ, এনেক্ষেত্ৰত বীৰপুৰুষে যেনে ধৰণৰ কাম কৰা উচিত আপুনি তদনুৰূপ বীৰত্ব অৱলম্বন কৰক, কিয়নো শীঘ্ৰে অৱলম্বন কৰিলে এই বীৰত্ব আপোনাৰ পক্ষে অলঙ্কাৰ স্বৰূপ হব।

১৫। হে মহাপ্ৰাজ্ঞ, এই সময়ত আপুনি বীৰত্বৰ লগতে সত্বগুণকো অবলম্বন কৰক কিয়নো কোনো লোকৰ অদৰ্শনৰ সময়তে হওক বা মৃত্যুৰ সময়তে হওক আপোনাৰ নিচিনা বীৰ মহাপুৰুষৰ পক্ষে শোকৰ পৰা সদায় কাৰ্য্যৰ বিনাশ হে হয়।

১৬। আপুনি বুদ্ধিমানসকলৰ ভিতৰত শ্ৰেষ্ঠ আৰু সৰ্ব্বশাস্ত্ৰতে পাৰ্গত, এতেকে মোৰ নিচিনা মন্ত্ৰীৰ সহায় লৈ শত্ৰুক জয় কৰাটোহে উচিত।

১৭। হে ৰাঘব, তিনিও জগতত এনে এজনক মই দেখা নাপাওঁ, যিজনে আপুনি ধনু হাতত লৈ যুদ্ধক্ষেত্ৰত থিয় দিলে আপোনাৰ সম্মুখত থিয় দিব পাৰে।

১৮। বান্দৰবোৰৰ হাতত কাৰ্য্যভাৰ এৰি দিলে, আপোনৰ কামত কোনো ব্যাঘাত নহব আৰু অতি শীঘ্ৰে সমুদ্ৰ লঙ্ঘন কৰি সীতাৰ সাক্ষাৎ লাভ কৰিব পাৰিব।

১৯। এতেকে, হে ৰাজন, আপুনি শোকৰ অভিভূত হৈ থকাৰ কোনো প্ৰয়োজন নাই, তাৰ সলনি ক্ৰোধক আশ্ৰয় কৰক, ক্ৰোধহীন ক্ষত্ৰিয় উদ্যমবিহীন, আৰু যি ক্ষত্ৰিয়ই উপযুক্ত সময়ত ক্ৰুদ্ধ হৈ উগ্ৰমূৰ্ত্তি ধাৰণ কৰিব পাৰে তেনেজনক সকলোৱে ভয় কৰে।

২০। এতিয়া এই ঠাইত উপস্থিত হৈ কি উপায়ে নদীসকলৰ অধিপতি ঘোৰ এই সমুদ্ৰ পাৰ হব পৰা হব আমাক হাতত লৈ তাৰ বাবেহে সূক্ষ্ম বুদ্ধি খটাওক।

২১। সাগৰ পাৰ হলেই আমাৰ এই সৈন্যসমূহৰ দ্বাৰা ৰাৱণৰ সৈন্য পৰাজিত হৈছে বুলি আপুনি নিশ্চয়কৈ জানিব।

২২। মোৰ এই বান্দৰ সৈন্যবোৰ বীৰ আৰু যুদ্ধত ইচ্ছামতে সকলো ৰূপ ধাৰণ কৰিব পাৰে; শিল আৰু গছ নিক্ষেপ কৰিয়ে ইহঁতে শত্ৰুক বিনাশ কৰিব।

২৩। হে শত্ৰুনিসূদন, কোনো উপায়ে এই সমুদ্ৰ পাৰ হব পাৰিলেই ৰাৱণ নিহত হোৱা বুলি জানিব।

২৪। অধিক কৈ লাভ নাই, আপুনি সৰ্ব্বতোভাবে জয়লাভ কৰি আছে— তেনেবিধৰ লক্ষণো দেখিছোঁ; মোৰ মনৰ আনন্দৰ পৰাও মই তেনেদৰে বুজিব পাৰিছোঁ।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত দ্বিতীয় সৰ্গ
সমাপ্ত।

## তৃতীয় সৰ্গ

### হনুমানৰ দ্বাৰা লঙ্কাৰ সবিশেষ বিৱৰণ।

১। সুগ্ৰীৱৰ কথা শুনি কাকুৎস্থৰামে তাৰ যুক্তি আৰু অৰ্থ সম্যকৰূপে উপলব্ধি কৰি হনুমানক উদ্দেশ্য কৰি কবলৈ ধৰিলে।

২। "হনুমান, মোৰ তপস্যাৰ বলত, সেতুনিৰ্ম্মাণ কৰি অথবা সমুদ্ৰক শোষণ কৰি এই সাগৰ পাৰ হব পৰা শক্তি মোৰ সম্পূৰ্ণৰূপে আছে।

৩—৫। তথাপি হে কপিপ্ৰৱৰ, লঙ্কাৰ দুৰ্গ সংখ্যা, তাৰ সৈন্যৰ পৰিমাণ, দুৰ্গদ্বাৰ যি প্ৰকাৰে প্ৰবেশৰ অসাধ্য কৰি ৰখা হৈছে, লঙ্কাৰ অৰৰক্ষণ, ৰাক্ষসবোৰৰ গৃহ সংস্থাপন—এই সকলোকথা তুমি ভালদৰে দেখি শুনি আহিছা; ইয়াৰ সবিশেষ বিৱৰণ মোৰ জানিবলৈ ইচ্ছা হৈছে; তোমাৰ কুশল হওক, তুমি সকলোবিৱৰণ মোক যথাযথ ভাবে জনোৱা।"

৬। বাক্যবিশাৰদ মাৰুতনন্দন হনুমানে ৰামৰ কথা শুনি পুনঃ কবলৈ ধৰিলে।

৭—৯। 'হে বীৰবৰ, লঙ্কাৰ দুৰ্গৰ বিৱৰণ, তাৰ ৰক্ষাপ্ৰণালী, আৰু সৈন্যবোৰে তাক যিদৰে অৱৰক্ষণ কৰি আছে সকলো বিৱৰণ মই জনাওঁ, শুনক। ৰাৱণৰ তেজৰ বলতে সুসৰ্জ্জিত ৰাক্ষসবোৰে যিদৰে তাত বিচৰণ কৰি ফুৰে, তাৰ ঐশ্বৰ্য্যৰ

শ্রীবৃদ্ধি, সাগৰৰ ভীষণমূৰ্ত্তি, সৈন্যসমূহৰ বিভাগ, যানবাহনৰ পৰিচালনা এই সকলো কথা আপোনাৰ ওচৰত নিবেদন কৰিম।" এই বুলি কৈ কথাৰ তত্বজ্ঞ কপিপ্রবৰে এটা এটাকৈ বর্ণাবলৈ ধৰিলে।

১০। "হে ৰাজন, সমগ্র লঙ্কা আমোদ-প্রমোদতে উৎফুল্ল, মহা মহা মত্তমাতঙ্গ আৰু ৰথবোৰ তাত বিৰাজমান। ই অসংখ্য ৰাক্ষসৰ আবাসস্থল।

১১। তাৰ কপাটবোৰ বৃহৎ অৰ্গলৰ দ্বাৰা ৰুদ্ধ। সমগ্রনগৰখনত চাৰিটা মাত্র অতিবৃহৎ প্রৱেশদ্বাৰ আছে। এই দ্বাৰবোৰত শৰ, অস্ত্র আৰু প্রস্তৰ খণ্ড নিক্ষেপৰ বাবে বৃহৎ- বৃহৎযন্ত্র সংস্থাপিত আছে যাৰ সহায়ত উপস্থিত শক্রসৈন্যক প্রতিৰোধ কৰিব পাৰি। অতি উৎকৃষ্ট লোকৰদ্বাৰা নিৰ্ম্মিত অতিতীক্ষ্ণ ভয়ঙ্কৰ শতঘ্নী অস্ত্র শই শই ৰাক্ষসবোৰে তাত সংস্থাপিত কৰি ৰাখিছে। ইয়াৰ প্রাচীৰসমূহ সুবর্ণময় দ্রব্যেৰে নিৰ্ম্মিত অতি বৃহৎ আৰু আনৰ পক্ষে প্রবেশৰ অসাধ্য; ভিতৰখন মণি, বিদ্রুম, বৈদূৰ্য্য আৰু মুক্তা আদিৰে সুশোভিত। নগৰৰ চাৰিওফালে সুবৃহৎ অগাধ এটা খাল, তাৰ পানী বোৰ সুশীতল আৰু মহা মহা গ্ৰাহ আৰু মৎস্যাদিৰে পৰিপূর্ণ। চাৰিটা সুবিস্তৃত মঞ্চাকৃতি সেতুৱে চাৰিওটা দ্বাৰক সংলগ্ন কৰিছে; বহুত বৃহৎ যন্ত্রপাতি পৰিপূর্ণ গৃহৰাজি তাত বিদ্যমান।

১৭। শক্রপক্ষৰ সৈন্য উপস্থিত হলে এই যন্ত্রৰ সহায়ত শত্রুসৈন্যক খালত পেলাই দিয়া হয়। এই সেতুবোৰৰ ভিতৰত এটা সেতু অতি স্থিৰ, সুদৃঢ়, বহুত সোণৰ স্তম্ভ আৰু বেদিকাৰ দ্বাৰা সুশোভিত।

১৯। হে ৰাম, ৰজা ৰাৱণ যুদ্ধৰকাৰণে বৰ আগ্রহান্বিত হলেও প্রকৃততে তেওঁ ধীৰ স্বভাবৰ; তেওঁ অতি উৎসাহ আৰু যত্নৰে সৈতে নিজ সৈন্যবল পৰীক্ষা কৰি থাকে।

২০। তেওঁৰ নগৰী লঙ্কা পৰ্ব্বতৰ ওপৰত প্ৰাতষ্ঠিত, তালৈ উঠিবলৈ কোনো আলম নাই, ই দেবতাসকলৰ দুৰ্গসদৃশ ভয়াবহ, চাৰিও ফালে নদী দুর্গ, পৰ্ব্বতদুর্গ কৃত্রিমদুর্গ আৰু প্রাচীৰদুর্গ —এই চাৰি প্রকাৰ দুৰ্গই তাক বেৰি আছে।

২১। হে ৰাঘৱ, অপাৰসমুদ্রৰ সিপাৰে এই লঙ্কানগৰী অবস্থিত; এই সমুদ্রত কোনো নৌ পথো নাই আৰু কোনো ফালৰ পৰা এই নগৰীৰ একো পাৰকূল নাপায়।

২২। দেবপুৰী সদৃশ লঙ্কা পৰ্ব্বতৰ ওপৰত নিৰ্ম্মিত হোৱাৰ কাৰণে আনৰ পক্ষে আত দুৰ্গম স্থান আৰু হাতী, ঘোঁৰা আদিৰে পৰিপূর্ণ থকাত ই সকলোপ্রকাৰে আনৰ দুৰ্জ্জেয় হৈ আছে।

২৩। দুৰাত্মা এই ৰাবণৰ লঙ্কা নগৰীৰ চাৰিওফালে খাল আৰু নানা প্রকাৰৰ

শতঘ্নী যন্ত্ৰৰ দ্বাৰা সুশোভিত।

২৪—২৮। ইয়াৰ পূবদুৱাৰ অযুতসংখ্যক দুৰ্জ্জয় সৈন্যই শূল আৰু খড়্গ হাতত লৈ ৰক্ষা কৰি আছে, অতি উৎকৃষ্ট নিযুত সংখ্যক চতুৰঙ্গ যোদ্ধাই ইয়াৰ দক্ষিণ দিক ৰক্ষা কৰিছে, বৰ্ম্ম আৰু খড়্গধাৰী আৰু সকলো অস্ত্ৰতে পাৰ্গত দহলক্ষ সেনা ইয়াৰ পশ্চিম দিকত সংস্থাপিত। ইয়াৰ উত্তৰ দিশ অৰ্ব্বুদ সংখ্যক, সুখ্যাতিপূৰ্ণ উচ্চবংশ-জাত ৰথী আৰু অশ্বৰোহী সৈন্যই ৰক্ষা কৰি আছে। একেকোটি পচিশ লক্ষ দুৰ্জ্জয় ৰাক্ষস সৈন্যই শই শই হাজাৰে হাজাৰে বিভক্ত হৈ এই নগৰৰ মধ্য ভাগ ৰক্ষা কৰিছে।

২৯। হে ৰাজন, দুৰ্গসংলগ সেতুবোৰ মই ভাঙ্গি দিছো, চাৰিওকালৰ খাল বোৰ পূৰণ কৰিছোঁ, লঙ্কা দগ্ধ কৰিছো আৰু প্ৰাচীৰ সমূহ উৎপাটিত কৰিছোঁ।

৩০। যি কোনো উপায়ে সমুদ্ৰ পাৰ হব পাৰিলেই বান্দৰবোৰৰ হাতত লঙ্কা ধ্বংস হৈছে বুলি ধৰি লওক।

৩১। অঙ্গদ, দ্বিবিদ' মৈন্দ, জাম্ববান, পণস, নল আৰু সেনাপতি নীলেই লঙ্কা ধ্বংস কৰিব পাৰিব, আন আন সৈন্যৰ কোনো আৱশ্যকেই নাই।

৩২। এওঁলোকে লাফ দি সমুদ্ৰ পাৰহৈ ৰাবণৰ সেই মহাপুৰিত প্ৰবেশ কৰি, তাৰ পৰ্ব্বত, বন, খাল, প্ৰাচীৰ, প্ৰাকাৰ আৰু বৃহৎ বৃহৎ ঘৰবোৰ ভাঙি-ছিঙি সীতাক লৈ আহিব গৈ।

৩৩। যদি আপুনি ইচ্ছাকৰে তেন্তে অতিশীঘ্ৰে এই মুখ্য বান্দৰসকলক সেই মৰ্ম্মে আদেশ দিয়ক, অথবা যদিহে সদলবলে গৈ লঙ্কা আক্ৰমণ কৰিব খোজে তেন্তে এতিয়াই শুভমুহূৰ্ত্তত যুদ্ধ যাত্ৰা কৰিবলৈ ইচ্ছা কৰক।

ইতি যুদ্ধকাণ্ডৰ তৃতীয় সৰ্গ সমাপ্ত

# চতুৰ্থ সৰ্গ

## সদলবলে ৰামচন্দ্ৰৰ সমুদ্ৰতীৰলৈ যাত্ৰা

১। হনুমানে আগৰ পৰা গুৰিলৈ যথাযথ ভাবে বৰ্ণনা কৰা কথাখিনি শুনি সত্যপৰাক্ৰম, মহা তেজস্বী ৰামে ক'লে।

২। "হনুমান, ভীমাকৃতি সেই ৰাক্ষসৰ লঙ্কা নগৰীৰ যি বৰ্ণনা দিলা তাৰপৰা মই বুজিলোঁ যে অতি শীঘ্ৰে এই নগৰী মই ধ্বংস কৰিব পাৰিম।"

৩। তাৰ পিচত সুগ্ৰীৱৰ পিনে চাই তেওঁ কলে, "এতেকে হে সুগ্ৰীৱ, সূৰ্য্যদেৱ দিনৰ মাজভাগ পোৱা কালত অভিজিৎ নক্ষত্ৰৰ সংযোগত যুদ্ধযাত্ৰা কৰাটোৱেই মোৰ অভিমত।

৪। সীতাক হৰণ কৰি নিছে নিয়ক কিন্তু এই অভিযানৰ পিচত সেই ৰাক্ষসে আৰু জীৱন লৈ পলাই সাৰিব নোৱাৰিব। আনপক্ষে আঁতুৰজনে মুমূৰ্ষ অৱস্থাত অমৃত স্পৰ্শকৰি অথবা পান কৰি জীৱন পালো বুলি যিদৰে আশা কৰে সীতায়ো আমাৰ এই অভিযানৰ বাতৰি পাই তেওঁৰ জীৱন ৰক্ষা পৰিল বুলি আশান্বিত হব পাৰিব।

৫। আজি উত্তৰফাল্গুনী* নক্ষত্ৰ, কাইলৈ চন্দ্ৰ হস্তা নক্ষত্ৰৰ লগত সংযুক্ত হব; এতেকে হে সুগ্ৰীৱ, সমগ্ৰ সৈন্যদলৰ দ্বাৰা পৰিবৃত হৈ আজিয়েই আমি যুদ্ধ-যাত্ৰা কৰিম।

৬। ইয়াৰ উপৰিও হে বান্দৰৰাজ চাৰিও কালে যিবোৰ লক্ষণ মই দেখা পাব ধৰিছোঁ তাৰ পৰাও মই জানিব পাৰিছোঁ ৰাৱণক বধ কৰি সীতাক উদ্ধাৰ কৰি মই আনিব পাৰিম।

৭। মোৰ চকুৰ ওপৰৰ ভাগ নাচিব ধৰিছে, তাৰ পৰা এইটো বুজাইছে যে যুদ্ধত মই যি জয় লাভৰ কাৰণে ইচ্ছা কৰি আছোঁ সেইটো সফল হৈছে।

৮। ৰামৰ কথা শুনি বান্দৰৰাজ সুগ্ৰীৱ আৰু লক্ষ্মণে সসন্মানে তেওঁৰ আদেশ গ্ৰহণ কৰাত, অৰ্থতত্ত্বজ্ঞ ধৰ্ম্মাত্মা ৰামে পুনঃ কবলৈ ধৰিলে।

---

*উত্তৰফাল্গুনী সীতাৰ জন্মতাৰা। এতেকে এই নক্ষত্ৰত যাত্ৰা কৰিলে সীতাৰ মুক্তি সুনিশ্চিত। ৰামৰ জন্ম পুনৰ্ব্বসু নক্ষত্ৰত, এতেকে হস্তা তেওঁৰ বধ তাৰা। হস্তা নক্ষত্ৰত যাত্ৰা ৰামৰ পক্ষে ভাল নহব, এই কাৰণে উত্তৰাফাল্গুনীতে যাত্ৰাই প্ৰশস্ত।

৯। সৈন্যদলৰ আগে আগে উগ্ৰতেজস্বী এশ হাজাৰ সৈন্যেৰে পৰিবৃত হৈ সেনাপতি নীলে পথ নিৰীক্ষণ কৰি কৰি গৈ থাকক।

১০। তাৰ পিচত নীলক সম্বোধন কৰি ৰামে কবলৈ ধৰিলে, "সেনাপতি নীল, তুমি ফলেমূলে পৰিপূৰ্ণ শীতল ছাঁ, পানী আৰু মধু থকা বনপথেদি সৈন্যবাহিনীক লৈ যোৱাঁ।"

১১। দুৰাত্মা ৰাক্ষসবোৰে বাটত ফল, মূল আৰু পানী দূষিত কৰি থব পাৰে, তুমি সততে সতৰ্ক হৈ সৈন্যদলক তাৰপৰা ৰক্ষা কৰিবা।

১২। বন-বিহাৰী বান্দৰসমূহে জপিয়াই জপিয়াই বনৰ নিম্নভাগ অথবা বনদুৰ্গ সমূহত শত্ৰুপক্ষৰ গুপ্ত বলৰ অনুসন্ধান লৈ গৈ থাকক।

১৩। আমাৰ ভিতৰত যিবোৰ বালক বা বৃদ্ধ অথবা শক্তিহীন আছে তেনেবোৰ এই কিষ্কিন্ধাতে থাকক, কিয়নো আমালোকৰ এই দুৰ্ঘোৰ কামত বিশেষ শক্তি-সাহায্যৰ প্ৰয়োজন হব।

১৪। শই শই, হাজাৰে হাজাৰে মহাবলশালী কপিশ্ৰেষ্ঠ বীৰগণে সাগৰ-প্ৰবাহৰ নিচিনা অগ্ৰগামিনী ভয়ঙ্কৰ সৈন্যবাহিনীৰ লগে লগে গমন কৰক।

১৫। পৰ্ব্বত-সদৃশ গজ, মহাবল গবয় আৰু বৃষভসদৃশ বলদৃপ্ত গবাক্ষও আগে আগে গমন কৰক।

১৬—১৭। কপিশ্ৰেষ্ঠ ঋষভে সৈন্যবাহিনীৰ দক্ষিণকালে ৰক্ষা কৰি গৈ থাকক আৰু গন্ধহস্তী* সদৃশ দুৰ্দ্ধৰ্ষ আৰু তেজস্বী বীৰ গন্ধমাদনে বাঁওফাল ৰক্ষা কৰি যাওক।

১৮—১৯। ইন্দ্ৰই ঐৰাৱতত আৰোহণ কৰাৰ নিচিনাকৈ মই হনুমানৰ কান্ধত উঠি সৈন্যবাহিনীৰ মাজত তেওঁলোকৰ মনত আনন্দ যোগাই গৈ থাকিম আৰু কালান্তক যম-সদৃশ লক্ষ্মণে, ঐশ্বৰ্য্যাধিপতি কুবেৰে সাৰ্ব্বভৌম হাতীত আৰোহণ কৰি যোৱাৰ নিচিনাকৈ অঙ্গদৰ কান্ধত উঠি যাব।

২০। ঋক্ষৰাজ জাম্ববান, মহাবাহু সুষেণ আৰু বেগদৰ্শী এই তিনিজনে সৈন্যৰ পশ্চাদ্ভাগ ৰক্ষা কৰি আগ বাঢ়ক।

২১। সৈন্যবাহিনীৰ অধিপতি মহাবীৰ্য্যশালী বান্দৰপ্ৰবৰ সুগ্ৰীৱে ৰাঘৱৰ আদেশ শুনি বান্দৰবোৰক সেইদৰেই আদেশ দিলে।

২২। তেতিয়া মহাশক্তিশালী বান্দৰবোৰে অতিশীঘ্ৰে পৰ্ব্বতৰ গুহা আৰু শিখৰ-সমূহৰপৰা জাঁপ দি দি ওলাই আহি লফিয়াই লফিয়াই আগ বাঢ়িবলৈ ধৰিলে।

২৩। এইদৰে বান্দৰৰাজ সুগ্ৰীৱ আৰু লক্ষ্মণৰ দ্বাৰা পূজিত হৈ ধৰ্ম্মাত্মা ৰামে

*গন্ধহস্তী—যি হাতীৰ গোন্ধ পালে আন হাতী দূৰতে পলায়।

সসৈন্যে দক্ষিণ দিশলৈ যাত্ৰা কৰিলে।

২৪। শই শই, হাজাৰে হাজাৰে, কোটিয়ে কোটিয়ে, অযুতে অযুতে মাতঙ্গসদৃশ বান্দৰবৰ্গৰ দ্বাৰা পৰিবেষ্টিত হৈ যাত্ৰা আৰম্ভ হ'ল।

২৫। ৰাম গৈ আছে আৰু সুগ্ৰীৱৰ তত্ত্বাৱধানত সৈন্যবাহিনীয়ে হৃষ্টমনে আৰু প্ৰফুল্লচিত্তে তেওঁৰ পিচে পিচে আগ বাঢ়িবলৈ ধৰিলে।

২৬। সকলোৱে জঁপিয়াই জঁপিয়াই সিংহনাদ-গৰ্জ্জনে চীৎকাৰ আৰু নানা ৰূপ ধাৰণ কৰি দক্ষিণ দিশলৈ যাত্ৰা কৰিলে।

২৭—২৯। অভিযানৰ সময়ত সকলোৱে বাটত সুগন্ধি মধু আৰু সুস্বাদু ফল-বোৰ খাই খাই আগ বাঢ়িবলৈ ধৰিলে; কোনোৱে ফুলৰ কোছাৰে সুশোভিত গছ-বোৰ উভালি লৈ যাবলৈ ধৰিলে; কোনোৱে হঠাতে এজনক থাপ্ মাৰি ধৰি ওপৰলৈ তুলি তাৰ পিচতে মাটিত পেলাই দিলে, কোনোৱে পৰি যোৱাজনক মাটিৰপৰা তুলি ললে আৰু কোনোৱে বা আনক বগৰাই দিলে—এইদৰে আনন্দতে অধীৰ হৈ তেওঁলোক যাবলৈ ধৰিলে। ৰামৰ ওচৰত তেওঁৰ কাণত পৰাকৈ বান্দৰবোৰে গৰজি গৰজি কবলৈ ধৰিলে, "ৰাৱণকতো বধ কৰা হবই, তাৰ লগে লগে যিমানবোৰ ৰাক্ষস আছে সিহঁতকো বধ কৰা হব।"

৩০—৩১। সৈন্যদলৰ আগত ঋষভ, নীল, বীৰ কুমুদে বহুত বান্দৰৰ সহায়ত পথ পৰিষ্কাৰ কৰি যাবলৈ ধৰিলে, মাজত ৰজা সুগ্ৰীৱ, শত্ৰুসংহাৰক ৰাম আৰু লক্ষ্মণে ভীমাকৃতি মহাবলবান বান্দৰৰ দ্বাৰা সুৰক্ষিত হৈ গৈ থাকিল।

৩২। বীৰ বান্দৰ শতবলিয়ে দহ কোটি বান্দৰ সৈন্য লৈ সমগ্ৰ সৈন্যবাহিনীৰ চাৰিওফালে ঘূৰি ঘূৰি সিহঁতক ৰক্ষা কৰি কৰি যাবলৈ ধৰিলে।

৩৩। এশ কোটি বান্দৰ সৈন্য লৈ কেশৰী, পণস, গজ আৰু অৰ্কই দুয়োটা ফাল ৰক্ষা কৰি গৈ থাকিল।

৩৪। সুষেণ আৰু জাম্বৱানে বহুত ঋক্ষসেনা লগত লৈ সুগ্ৰীৱক সন্মুখত ৰাখি সৈন্য বাহিনীৰ পিচফাল ৰক্ষা কৰি থাকিল।

৩৫। সৈন্যবাহিনীৰ সেনাপতি বান্দৰপুঙ্গব নীলে সংযতচিত্তে বান্দৰবোৰে ওচৰৰ গাঁও নগৰবোৰত কোনো ৰকমৰ উপদ্ৰব যেন নকৰে তাৰ বাবে চকু ৰাখিলে।

৩৬। বলীমুখ, প্ৰজঙ্ঘ, জম্ভ আৰু ৰভস এই বীৰবোৰে সৈন্যসকলৰ মাজত যতে ততে বিচৰণ কৰি অভিযানত তেওঁলোকক উদগনি দিবলৈ ধৰিলে।

৩৭—৪২। বলদৰ্পিত বীৰ বান্দৰসকলে এই দৰে গৈ গৈ পৰ্ব্বতশ্ৰেষ্ঠ সহ্য নামৰ পৰ্ব্বত দেখা পালে আৰু লগতে প্ৰস্ফুটিত পদ্মফুলেৰে শোভিত বহুত সৰোবৰ

আৰু জলাশয়সমূহো তেওঁলোকৰ চকুত পৰিল। ৰামৰ ক্ৰোধৰ প্ৰকোপ অতি তীব্ৰ বুলি জানি সমুদ্ৰপ্ৰবাহসদৃশ ভয়ঙ্কৰ বান্দৰ সৈন্যবাহিনীয়ে ভয়তে নগৰ আৰু জনপদসমূহ এৰি সহ্য পৰ্ব্বতৰপৰা আঁতৰি গৈ ভীষণ গৰ্জ্জনশীল মহাঘোৰ সমুদ্ৰৰ দৰে শব্দ কৰি ক্ৰমাৎ আগ বাঢ়িবলৈ ধৰিলে। সুশিক্ষিত আৰু সুলক্ষণ ঘোৰা-বিলাক চালিত হলে যিদৰে নিজ গন্তব্য পথেদি গৈ থাকে, মহা মহা কপিবীৰ সকলেও সেইদৰে দাশৰথি ৰামৰ কাষে কাষে যাবলৈ ধৰিলে। সেই সময়ত কপি প্ৰবৰ দুজনৰ ওপৰত উঠি ৰাম আৰু লক্ষ্মণ উভয়ে বান্দৰ সৈন্যৰ মাজত মহাগ্ৰহ ৰাহু আৰু কেতুৰ দ্বাৰা অৰ্দ্ধগ্ৰস্তচন্দ্ৰসূৰ্য্য-সদৃশ শোভা ধাৰণ কৰিলে। এইদৰে বান্দৰৰাজ সুগ্ৰীৱ আৰু লক্ষ্মণৰ দ্বাৰা পূজিত হৈ ধৰ্ম্মাত্মা ৰামে সসৈন্যে দক্ষিণ দিশলৈ যাবলৈ ধৰিলে।

৪৩। এনে অৱস্থাত আগন্তুক কাৰ্য্য সিদ্ধিৰ বিষয়ে হোৱা শুভ লক্ষণবিলাক বুজি পোৱা লক্ষ্মণে অঙ্গদৰ কান্ধৰ পৰা শুভ আৰু মধুৰ বাক্যেৰে পূৰ্ণমনোৰথ হ'ব খোজা ৰামক কলে, "হে ৰাঘৱ, অতিশীঘ্ৰে ৰাৱণক বধ কৰি অপহৃতা বৈদেহীক উদ্ধাৰ কৰিব আৰু সকলো পিনে জয়যুক্ত হৈ আপুনি সমৃদ্ধিশালী অযোধ্যা নগৰীলৈ যাব পাৰিব। আপোনাৰ উদ্দেশ্যসিদ্ধিৰ অৰ্থে অন্তৰীক্ষত আৰু এই পৃথিবীত ভালেমান শুভ লক্ষণ মই দেখা পাইচোঁ। মঙ্গলময়, মৃদু, শীতল আৰু সুগন্ধযুক্ত বায়ু সেনাদলৰ অনু-কূলে প্ৰবাহিত হৈছে, চৰাই আৰু পহুবোৰে সুমধুৰ স্বৰে শব্দ কৰিছে, চাৰিওফালে দিক্‌মণ্ডলে মনোহৰ ৰূপ ধাৰণ কৰিছে, সূৰ্য্যদেৱ বিমল ৰূপ লৈ প্ৰকাশ পাইছে; ভাৰ্গৱ শুক্ৰগ্ৰহে বিমল ৰশ্মিযুক্ত হৈ আপোনাৰ অনুগমন কৰিছে; শুদ্ধ সপ্তৰ্ষিমণ্ডলে নিজ নিজ ৰশ্মি প্ৰকাশ কৰি বিশুদ্ধ ধ্ৰুব নক্ষত্ৰক প্ৰদক্ষিণ কৰিছে। চাওক ইক্ষাকু কুল-জাত মহাত্মাসকলৰ ভিতৰত আমাৰ পিতামহ ৰাজৰ্ষি ত্ৰিশঙ্কুৱে তেওঁৰ পুৰো-হিতে সৈতে বিমল ৰূপ লৈ আমাৰ সম্মুখত প্ৰকাশ পাইছে। মহাত্মা ইক্ষাকুসকলৰ কুল নক্ষত্ৰ বিশাখা নক্ষত্ৰ দুটিয়েও উপদ্ৰৱ বিহীন হৈ বিমল শোভাৰে প্ৰকাশ পাইছে।

৫১—৫২। আনপক্ষে ৰাক্ষসবোৰৰ নৈঋত কোণস্থ নক্ষত্ৰ অতিশয় পীড়িত হৈছে আৰু উচ্চদণ্ডৰূপে উত্থিত ধূমকেতুৱে মূলা নক্ষত্ৰকো সন্তাপ দিছে। এনে লক্ষণবিলাক ৰাক্ষসবোৰৰ বিনাশৰ কাৰণেহে উপস্থিত হৈছে। দেখা গৈছে কালৰ গ্ৰাসত নিপতিত হোৱাসকলৰ নক্ষত্ৰবিলাকো কুগ্ৰহৰ দ্বাৰা পীড়িত হয়।

৫৩। হে ৰাঘৱ, আপুনি চাওক, আমাৰ চতুৰ্দ্দিকে নিৰ্ম্মল সুস্বাদযুক্ত পানী; বনৰাজি ফলৰ দ্বাৰা পৰিপূৰ্ণ, ঋতুৰ উপযোগী ফুল গছবোৰত শোভা পাইছে, আৰু যি বতাহ প্ৰবাহিত হৈছে সি ধীৰ আৰু সুগন্ধযুক্ত।

৫৪। "হে প্ৰভু, তাৰকাসুৰৰ বিনাশৰ সময়ত দেৱসৈন্যৰ যি দৰে সমাবেশ হৈছিল, আমাৰ এই কপিসৈন্যসকলো সেইদৰে অধিকগুণে শোভান্বিত হৈছে। হে আৰ্য্য, এই সকলো দেখি শুনি আপুনি প্ৰসন্ন হওক।" ককায়েকক আশ্বাস দি লক্ষ্মণে সকলো শুভলক্ষণবোৰ ৰামৰ ওচৰত এইদৰে নিবেদন কৰিলে।

৫৫—৬১। ইতিমধ্যে সমগ্ৰ পৃথিৱী ঢাকি বান্দৰবাহিনী সন্মুখৰ পিনে গতি কৰিবলৈ ধৰিলে। নখ আৰু দাঁতেই এই বীৰসকলৰ প্ৰধান অস্ত্ৰ। খোৱাৰ সময়ত তেওঁলোকৰ হাত ভৰিৰ চালনাত যি ধুলিৰাজি উত্থিত হল তাৰেই আকাশ ঢাকি সূৰ্য্যৰ প্ৰভা দেখা নোপোৱা কৰিলে আৰু দক্ষিণফালে পৰ্ব্বত, বন আৰু আকাশ একাকাৰ কৰিলে; মেঘমালাই আকাশ আবৃত কৰাৰ নিচিনাকৈ সৈন্য বাহিনীয়ে পৃথিৱী আচ্ছন্ন কৰিহে যেন যাবলৈ ধৰিলে। বহু যোজন জুৰি সৈন্যগণ এইদৰে গৈ থাকোঁতে অনুমান হল যেন তাৰ নদীসমূহৰ সোতে বিপৰীত ফালেহে গতি কৰিছে। এইদৰে গৈ থাকোঁতে তেওঁলোকে বিমলোদক সৰোবৰ, গছগছনিৰে পূৰ্ণ পৰ্ব্বত, সমতল ভূমিভাগ, আৰু ফলমূলে ভৰপূৰ বন-প্ৰদেশবোৰ পাই যাবলৈ ধৰিলে। তেওঁলোকে কোনো ঠাইত সেইবোৰৰ মাজেদি কোনো ঠাইত পোনে পোনে, ক'তো বা বক্ৰভাবে আৰু কেতিয়াবা তলভাগেৰে যাবলৈ ধৰিলে। এইদৰে সেই সমগ্ৰ স্থলভাগ ঢাকি সৈন্যবাহিনী আগ বাঢ়িল। সকলোৱে প্ৰফুল্ল বদনে পবনসম গতিৰে যাবলৈ ধৰিলে।

৬২—৬৯। ৰাঘৱৰ কাৰ্য্য সাধিবলৈ বান্দৰবোৰৰ সকলোৱে আগ্ৰহান্বিত হৈ, পৰস্পৰৰ ভিতৰত প্ৰত্যেকে নিজ নিজ পৰাক্ৰম আৰু শক্তিৰ উৎকৰ্ষ আৰু মনৰ আনন্দ প্ৰকাশ কৰিবলৈ ধৰিলে। সৈন্যবোৰৰ প্ৰত্যেকেই যুবা, এতেকে বাটত তেওঁলোকে তেওঁলোকৰ যৌৱনসুলভ দৰ্প আৰু শক্তিৰ পৰিচয় দিবলৈ ধৰিলে। কোনোৱে বা দ্ৰুতপদে গতি কৰিলে, কোনোৱে লাফ দি ওপৰলৈ উঠিল, কোনাৱে বা কিৰিলি পাৰিবলৈ ধৰিলে, কোনোৱে নেজৰ আস্ফালন কৰিলে, কোনোৱে ভৰিৰে গোৰ মাৰি পৃথিৱী ফালি দিলে, কোনোৱে হাত মেলি শিল বা গছ উভালি আনিলে, কোনোৱে পৰ্ব্বতৰ শিখৰতে উঠিল, কোনোৱে ভীষণভাবে চীৎকাৰ কৰিলে আৰু কোনোৱে মুখেৰে আন আন প্ৰকাৰৰ ধ্বনিকে কৰিলে; কোনোৱে তেওঁৰ প্ৰবল গতিৰ দ্বাৰা লতা-আৰু বনৰ জাল ছিঙি পেলালে। কোনোৱে নিজৰ শক্তি দেখুৱাই শিল আৰু গছ লৈ ধেমালিকে কৰিলে—এইদৰে শই শই হাজাৰে হাজাৰে, কোটিয়ে কোটিয়ে ভয়ঙ্কৰ শক্তিসম্পন্ন বান্দৰবোৰে সমগ্ৰ পৃথিৱী জুৰি দিন ৰাতি নোহোৱাকৈ গতি কৰিবলৈ ধৰিলে। সুগ্ৰীৱৰ দ্বাৰা প্ৰতিপালিত আৰু অনুপ্ৰেৰিত এই বান্দৰ সৈন্যই যুদ্ধৰ নামত হৰ্ষান্বিত হৈ, সীতাক উদ্ধাৰ কৰাৰ আগ্ৰহতে প্ৰফুল্লচিত্তে আগ

বাঢ়িবলৈ ধৰিলে আৰু মুহূৰ্ত্তকালো ক'তো বৈ নাথাকিল।

৭০—৯১। তাৰ পিচত নানা পাদপ আৰু বনৰাজিৰে পৰিপূৰ্ণ সহ্য পৰ্ব্বতৰ গুৰিলৈ আহি বান্দৰবোৰে সেই পৰ্ব্বতত আৰোহণ কৰিলে। লগতে ৰামচন্দ্ৰই সহ্য আৰু মলয় পৰ্ব্বতৰ বিচিত্ৰ কানন আৰু নদী নিজবাবোৰ চাই চাই যাবলৈ ধৰিলে। আৰু বান্দৰবোৰে তাত থকা চম্পক, তিলক, আম্ৰবৃক্ষ, প্ৰসেক, সিন্ধুবাৰ, তিমিশ, কৰবীৰ, অশোক, কৰঞ্জ, বট, আহঁত, জামুগছ, আমলখি আদি বৃক্ষসমূহত আৰোহণ কৰি আনন্দ উপভোগ কৰিবলৈ ধৰিলে। কিছুমানে ৰমণীয় শিলাখণ্ডৰ ওপৰতে বহাত নানা ধৰণৰ গছবোৰে বায়ুৰ দ্বাৰা চালিত হৈ তেওঁলোকৰ ওপৰত পুষ্পবৃষ্টি কৰিবলৈ ধৰিলে। সেই সময়ত চন্দনগন্ধী সুখশীতল বতাহ ববলৈ ধৰিলে আৰু মধুগন্ধী বনসমূহত ভোমোৰাবোৰে গুণ্ গুণ্ স্বৰে শব্দ কৰিবলৈ ধৰিলে। শৈলৰাজ সহ্য পৰ্ব্বত গৈৰিকাদি নানা ধাতুৰে বিভূষিত, বৰ্ত্তমানে বতাহৰ কোবত ধাতুৰ কণিকাবোৰ বান্দৰ সৈন্যবাহিনীৰ ওপৰলৈ উঠি তেওঁলোকক আবৃত কৰি পেলালে। এই গিৰিপ্ৰস্থৰ চাৰিওফালে কেতেকী, সিন্ধুবাৰ, মনোৰম, বাসন্তী, মাধব্য, গন্ধপূৰ্ণ কুন্দ, চিৰবিল্ব, মধূক, অশোক, বকুল, ৰঞ্জক, তিলক, নাগবৃক্ষ, আম্ৰ, পাটলিক, কোবিদাৰ, মুচুলিন্দ, অৰ্জ্জুন, শিংশপা, কুটজ, হিন্তাল, তিনিশ, চূৰ্ণক, নীপক, নীলাশোক, সৰল, অঙ্কোল, পদ্মক আদি গছবোৰে ফুলৰ ভৰতে জকমকাই আছে, তাকে দেখি বান্দৰবোৰে আনন্দতে সমগ্ৰ বনৰাজিক ব্যাকুল কৰি তুলিলে। এই পৰ্ব্বতত যিবোৰ ৰমণীয় জলাশয় আছে তাৰ সকলোতে চক্ৰবাক, কাৰণ্ডব, প্লব আৰু ক্ৰৌঞ্চাদি পক্ষী জাকে জাকে বিচৰণ কৰি থাকে। গাহৰি, পহু, ঋক্ষ, তৰক্ষু, সিংহ, ব্যাঘ্ৰ আদি ভয়ঙ্কৰ জন্তুবোৰ য'তে ত'তে ঘূৰি ফুৰিছে আৰু ভীমাকৃতি সৰ্পকুলো তাত য'তে ত'তে বিচৰণ কৰিছে। তাৰ জলাশয়বোৰ ফুলি থকা সুগন্ধি পদুম, ভেঁট, উৎপল আৰু আন আন পানীত ওপজা ৰমণীয় ফুলেৰে পৰিপূৰ্ণ। পৰ্ব্বতৰ শিখৰত নানাবিধ চৰায়ে নানা স্বৰে কূজন কৰিছে। জলাশয়বোৰ দেখি বান্দৰবোৰে তাত গা ধুলে, পানী খালে আৰু ইটোৱে সিটোক পানীত বুৰ নিয়াই নানা প্ৰকাৰৰ জলক্ৰীড়া কৰিবলৈ ধৰিলে। তাৰ পিচত পৰ্ব্বতত আৰোহণ কৰি আনন্দতে উৎফুল্ল হৈ তেওঁলোকে তাৰ গছবোৰ ভাঙি চূৰমাৰ কৰিলে আৰু অমৃতগন্ধ ফল মূল আৰু ফুলবোৰ সিঁচৰতি কৰিলে। তাৰ পিচত সুস্থ হৈ গছবোৰত ওলমি থকা দ্ৰোণ পৰিমাণ মধুৰস পান কৰি কৰি তেওঁলোক আগ বাঢ়িবলৈ ধৰিলে। বাটত যাওঁতে গছবোৰ ভাঙি তাৰ লতাবিলাক টানি আজুৰি পৰ্ব্বতক আকুল কৰি তুলিলে। এইদৰে গৈ থাকোঁতে কোনো কোনো বান্দৰে মধুৰসৰ ৰাগিতে উন্মত্ত হৈ ইডাল

গছৰপৰা সিডাললৈ লফিয়াবলৈ ধৰিলে আৰু কোনোৱে বা পুনঃ মধুৰসকে পান কৰিবলৈ ধৰিলে। এইদৰে সমগ্ৰ সেই ভূমিখণ্ড শ্ৰেষ্ঠ বান্দৰবোৰৰ দ্বাৰা পৰিপূৰ্ণ হোৱাত অনুমান হল যেন সুপক্ক ধানগছেৰে পৰিপূৰ্ণ পথাৰ এখনহে তাত বিৰাজ কৰিছে।

৯২—৯৯। তাৰ পিচত ৰাজীবলোচন মহাবাহু ৰামে মহেন্দ্ৰ পৰ্ব্বতৰ ওচৰ পাই, পাদপশোভিত সেই পৰ্ব্বতৰ শিখৰদেশত আৰোহণ কৰিলে। শিখৰত উঠি দশৰথ-নন্দন ৰামচন্দ্ৰই কূৰ্ম্মমৎস্যাদিপূৰ্ণ সমুদ্ৰক দেখা পালে। তেতিয়া সকলো বান্দৰ সৈন্যই ক্ৰমে সহ্য আৰু মলয় পৰ্ব্বত এৰি গৈ ভীষণ গৰ্জ্জনশীল সমুদ্ৰৰ ওচৰত নিজ নিজ বিভাগমতে নিজ নিজ ঠাইত বহি ললে। তাৰ পিচত লোকৰঞ্জকসকলৰ ভিতৰত শ্ৰেষ্ঠ ৰামচন্দ্ৰই সুগ্ৰীৱ আৰু লক্ষ্মণক লগত লৈ মহেন্দ্ৰ পৰ্ব্বতৰ শৃঙ্গৰপৰা নামি সমুদ্ৰৰ বেলাভূমিলৈ গমন কৰিলে। সমুদ্ৰৰ ঢৌৱে প্লাবিত বিশাল বেলাভূমিত উপনীত হৈ ৰামে কবলৈ ধৰিলে, "সুগ্ৰীৱ, আমি সাগৰৰ তীৰত উপস্থিত হৈছোহি। পূৰ্ব্বতে যি চিন্তা আমাৰ মনত উপস্থিত হৈছিল এতিয়া তাৰ সম্মুখীন হৈছোঁ। নদীসকলৰ অধিপতি অপাৰ সমুদ্ৰ আমাৰ সম্মুখত, কোনো উপায় উদ্ভাৱন কৰিব নোৱাৰিলে আমি পাৰ হব নোৱাৰিম। এতেকে আমি ইয়াতে থাকি এই বান্দৰ সৈন্যই কি উপায়ে সিপাৰলৈ যাব পাৰিব তাৰ ঠিৰাং মন্ত্ৰণা কৰাটো উচিত হব।"

১০০—১২১। সীতাহৰণশোকত সন্তপ্ত মহাবাহু ৰামচন্দ্ৰই সমুদ্ৰৰ তীৰত উপস্থিত হৈ সৈন্যবোৰক শিবিৰ স্থাপনৰ আদেশ দি সুগ্ৰীৱক কলে, "কপিপ্ৰবৰ, এতিয়া সকলো সৈন্যকে যথাস্থানত সংস্থাপিত কৰা, বৰ্ত্তমানে সাগৰ লঙ্ঘনৰ বাবে মন্ত্ৰণা কৰাৰ সময় উপস্থিত। সকলোৱে নিজ নিজ সৈন্যক সংস্থাপিত কৰি লক্ষ্য ৰাখিব যেন কোনো সৈন্য কলৈকো নাযায়। আমাৰ গুপ্ত-ভয়ৰ কাৰণ আছে, এতেকে বীৰ বান্দৰসকলে চাৰিওফালে ঘূৰি ফুৰি সৈন্যবোৰক ৰক্ষা কৰি থাকক।" ৰাঘৱৰ কথা শুনি লক্ষ্মণে সৈতে সুগ্ৰীৱে সাগৰৰ তীৰত পাদপবহুল ঠাইত সেনা সংস্থাপিত কৰাত মধুবৰ্ণাভ পিঙ্গলবৰণৰ সৈন্যবাহিনী তীৰস্থ দ্বিতীয় সমুদ্ৰৰ নিচিনা প্ৰতিভাত হল। এনে অৱস্থাত বান্দৰৰ বীৰসকলে সাগৰৰ বেলাভূমিত সমুদ্ৰৰ আন পাৰ পোৱাৰ বাবে উদ্‌গ্ৰীৱ হৈ সেই সময়ত সাগৰৰ তীৰত ৰৈ থাকিল। সাগৰৰ পাৰত এইদৰে বিশ্ৰাম লৈ থকা কালৰ ভিতৰত তেওঁলোকৰ ভিতৰৰপৰা যি মহান শব্দ উত্থিত হল, তাতেই সমুদ্ৰৰ মহানাদো মাৰ যোৱা যেন হল। সুগ্ৰীৱৰ সৈন্য বাহিনী তিনিভাগত বিভক্ত—ঋক্ষ, বান্দৰ আৰু গোলাঙ্গুল; এই তিনিওবিধৰ মহৎ সেনাদলৰ সকলোৱে ৰামৰ উদ্দেশ্য সিদ্ধিৰ বাবে আগ্ৰহান্বিত আৰু সকলো

সৈন্যদল সুগ্ৰীবৰ দ্বাৰা পালিত। বিৰাট এই সৈন্যবাহিনীয়ে সাগৰৰ ওচৰত উপস্থিত হৈ বতাহৰ কোবতে প্ৰচণ্ডৰূপ লৈ নাচি থকা সমুদ্ৰৰ ৰূপ দৰ্শন কৰিবলৈ ধৰিলে। তেওঁলোকে দেখিলে যে বৰুণৰ আবাসস্থল এই সমুদ্ৰত কোনো পাৰ নাই, মাজত কোনো পৰ্ব্বতাদি বাধা নাই, ই ৰাক্ষসাকৃতি জলচৰ জন্তুৰ আবাসভূমি; প্ৰকাণ্ড নক্ৰ, গ্ৰাহাদিৰে পৰিপূৰ্ণ; দিনৰ শেহত সন্ধ্যাকালত ঢৌবোৰে মুখত ফেন লৈ বাগৰি ফুৰা দেখিলে অনুমান হয় যেন সমুদ্ৰই হাঁহি হাঁহি নাচিহে আছে; চন্দ্ৰৰ উদয়কালত সাগৰৰ পানী উপচি উঠে, তাতে চন্দ্ৰৰ বিম্ব প্ৰতিফলিত হোৱাত বোধ হয় যেন চন্দ্ৰই সমগ্ৰ সাগৰকে ব্যাপি আছে; প্ৰবল ধুমুহাসদৃশ বেগবান তিমি, তিমিঙ্গিল আদি মহাগ্ৰাহে সাগৰ ভৰপূৰ হৈ আছে; এই সমুদ্ৰ পাতালসদৃশ গভীৰ আৰু প্ৰৱেশপথ ৰহিত হোৱাত ই এটা দুৰ্গৰ সদৃশ প্ৰকাশ পাইছে; ই মকৰ আৰু সৰ্পাদিৰে পৰিপূৰ্ণ; বতাহৰ কোবত ইয়াৰ ঢৌবোৰ এবাৰ ওপৰলৈ উঠি আকৌ নামি আহি বুজাইছে যেন সমুদ্ৰ আনন্দতে উৎফুল্ল হৈ আছে। এই সাগৰত জলচৰ সৰ্পসমূহ সিহঁতৰ ফণাৰ মণিৰে সুশোভিত হোৱাত অনুমান হয় যেন অগ্নিস্ফুলিঙ্গ সমূহহে তাত বিৰাজ কৰিছে; সমুদ্ৰ অসুৰবোৰৰ আবাসভূমি আৰু গভীৰতাতো পাতাল সদৃশ; দেখোঁতে অনুমান হয় যেন আকাশখন সাগৰৰ দৰে আৰু সাগৰো আকাশৰ নিচিনা, সাগৰ আৰু আকাশৰ ভিতৰত কোনো বৈশিষ্ট্য নাই। আকাশত তাৰকাৰাজি বিৰাজিত আৰু সেইদৰে সাগৰতো মুক্তামণি ৰত্নাদি জিলিকি থকাত আকাশ আৰু সাগৰৰ ভিতৰত কোনো প্ৰভেদ নোহোৱা হৈছে আৰু সেইদৰে আকাশত মেঘমালা আৰু সাগৰত উৰ্ম্মিমালা বিৰাজ কৰি থকাৰ কাৰণে আকাশ আৰু সাগৰৰ মাজত কোনো তাৰতম্য নাই। সাগৰৰ বুকুত তৰঙ্গমালাৰ ঘাত প্ৰতিঘাতত যি ভীষণ শব্দ সমুত্থিত হল সেই শব্দ শুনিলে অনুমান হয় যে আকাশৰ মহাভেৰীৰ শব্দহে সাগৰত হব ধৰিছে। বতাহৰ সংস্পৰ্শত তৰঙ্গসমূহে ৰত্নৰাজি বিক্ষিপ্ত কৰি ভীষণ শব্দে যিদৰে ওপৰলৈ উঠিবলৈ ধৰিছে তাৰপৰা অনুমান হয় যে জলজন্তুপূৰ্ণ সমুদ্ৰ ক্ৰুদ্ধ হৈহে তেনেদৰে আস্ফালন কৰিবলৈ ধৰিছে। মহাত্মা বান্দৰগণে দেখিলে যে বতাহৰ দ্বাৰা চালিত হৈ সাগৰে ঢৌসমূহৰ যোগেদি আকাশত কথাহে পাতিবলৈ ধৰিছে। এইদৰে ঘূৰ্ণায়মান তৰঙ্গমালাৰ ধ্বনিযুক্ত সমুদ্ৰৰ চঞ্চলগতি দেখি তেওঁলোক বিস্ময়ান্বিত হল।

**ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত চতুৰ্থ সৰ্গ সমাপ্ত**

# পঞ্চম সৰ্গ

## সীতাৰ কাৰণে ৰামৰ শোক প্ৰকাশ

১। সেনাপতি নীলে ঐকান্তিকভাৱে সকলো কালৰপৰা সৈন্যবাহিনীক ৰক্ষা কৰি থাকি সাগৰৰ উত্তৰ তীৰত তেওঁলোকক ভালদৰে সংস্থাপিত কৰিলে।

২। তাৰ পিচত মৈন্দ আৰু দ্বিবিদ এই দুজন বান্দৰপুঙ্গৱে তেওঁলোকক অৱৰক্ষণৰ অৰ্থে সেনাবোৰৰ চাৰিওফালে ঘূৰি ফুৰিবলৈ ধৰিলে।

৩। সাগৰৰ পাৰত সৈন্যবোৰ এইদৰে সন্নিবেশিত হোৱা দেখি ৰামে তেওঁৰ ওচৰতে থকা লক্ষ্মণক সম্বোধন কৰি কবলৈ ধৰিলে।

৪। "লক্ষ্মণ, সময় অতীত হোৱাৰ লগে লগে মানুহৰ শোক পাতলে, কিন্তু মোৰ বেলিকা প্ৰিয়াক দেখা নোপোৱাৰ কাৰণে এই শোক দিনক দিনে বাঢ়িহে গৈছে।

৫। প্ৰিয়া দূৰত আছে, তাৰ বাবে মোৰ দুখ হোৱা নাই, তেওঁক ৰাৱণে হৰণ কৰি নিছে, তাতো মোৰ দুখ নাই, কিন্তু তেওঁৰ যে বয়স পাৰ হৈ যাবলৈ ধৰিছে, তাৰ কাৰণেই মই শোকাতুৰ হৈছো। *

৬। হে বতাহ, তুমি প্ৰবাহিত হোৱাঁ, যি ঠাইত মোৰ প্ৰিয়া আছে তুমি তালৈ গৈ তেওঁক স্পৰ্শ কৰি উভতি আহি মোক স্পৰ্শ কৰাঁ। তোমাৰ এই স্পৰ্শত জহকালি চন্দ্ৰৰ পিনে চাই মানুহে যিদৰে শান্তি পায় ময়ো তেনে শান্তি লাভ কৰিম।

৭। বিষ পান কৰিলে যিদৰে মানুহৰ সৰ্ব্বশৰীৰত জলা-পোৰা কৰে সীতাক হৰণ কৰি নিয়া সময়ত 'হা নাথ' বুলি তেওঁ যি চীৎকাৰ কৰিছিল সেই ভাবনাটেৱে মনত সোমাই মোৰ সৰ্ব্বশৰীৰো তেনেদৰে জৰ্জ্জৰিত কৰিবলৈ ধৰিছে।

৮। লক্ষ্মণ, সীতাৰ বিয়োগৰূপ ইন্ধন আৰু তেওঁৰ বিষয়ে চিন্তাৰূপ কামাগ্নিৰ প্ৰবল শিখাই দিন-ৰাতি মোৰ এই শৰীৰ দগ্ধ কৰিবলৈ ধৰিছে।

৯। সৌমিত্ৰি, মোৰ ইচ্ছা হৈছে যে তোমাক এৰি মই অকলে এই পানীৰ

---

* এই শ্লোকটোৰ দুটা অৰ্থ টীকাকাৰে ইঙ্গিত কৰিছে, (১) সীতাৰ দুমাহমাত্ৰ জীৱনকাল আছে, তাৰো কেইদিনমান অতীত হলেই, এতেকে এই বাকী থকা কালৰ ভিতৰতে সীতাক উদ্ধাৰ কৰিব পৰা হবনে নহয় এয়ে চিন্তা।

(২) সীতা স্ত্ৰী, মানুহৰ যৌৱন কাল ক্ষণস্থায়ী, প্ৰত্যেক দিন যোৱাৰ লগে লগে সীতাৰ যৌৱনকালো ক্ষয় হৈ যাবলৈ ধৰিছে, তেনেহলে জীৱনত সুখ সীতাদেৱীয়ে ভোগ কৰিব নোৱাৰিব। ৰাম ভগবান, তেওঁৰ এনেবোৰ কথা সাধাৰণ মানুহৰ অৱস্থাৰপৰা কোৱা বুলি ধৰিব লাগিব।

মাজত শুই থাকোঁ, কিয়নো তেতিয়াহলে পানীৰ ভিতৰত মোৰ অন্তৰৰ প্ৰদীপ্ত কামাগ্নিয়ে মোক দগ্ধ কৰিব নোৱাৰিব পাৰে।

১০। সীতাক পাবলৈ ঐকান্তিকভাবে কামনা কৰি থাকিলেও বৰ্ত্তমানে বামোৰু সীতা আৰু মই যে একে পৃথিবীকে আশ্ৰয় কৰি আছোঁ, এয়ে মোৰ পক্ষে বহুত।

১১। পানীৰে ভৰপূৰ পথাৰৰ সংলগ্নত তাৰ ৰসতে জীপ লৈ পানী নোহোৱা পথাৰতো যিদৰে শস্য জীয়াই থাকে, সীতা জীৱিত আছে বুলি শুনি সেই বলতে ময়ো জীবন ধাৰণ কৰি আছোঁ।

১২—২১। হায়! ৰজাই শত্ৰু জয় কৰি সমৃদ্ধিশালিনী ৰাজ্যলক্ষ্মীৰ মুখ দেখাৰ নিচিনাকৈ, ময়ো শত্ৰুক পৰাজিত কৰি চাৰুনিতম্বিনী পদ্মপলাশলোচনা সীতাক কেতিয়া দেখা পাম! আতুৰজনে ৰসায়ন পান কৰাৰ নিচিনাকৈ সুশোভন দন্তোষ্ঠ বিশিষ্ট সীতাৰ পদ্মানন ঈষৎ ওপৰলৈ তুলি আনি মই কেতিয়া চুম্বন কৰিব পাৰিম! হায়! সীতাই তালফলসম তেওঁৰ সুবৰ্দ্ধিত স্তনযুগল লগাই হাঁহিমুখে কেতিয়া মোক আলিঙ্গন কৰিব। আহা! কি পৰিতাপৰ বিষয় যে মোৰ নিচিনা নাথ বৰ্ত্তমান থকাতো চাৰুনেত্ৰা সীতাই অনাথাৰ নিচিনা হৈ ৰাক্ষসবোৰৰ মাজত থাকি তেওঁৰ পৰিত্ৰাতাজনক লগ পাব পৰা নাই। জনক ৰজাৰ দুহিতা, মোৰ প্ৰিয় ভাৰ্য্যা আৰু ৰজা দশৰথৰ বোৱাৰী হৈও সীতাই ৰাক্ষসীবোৰৰ মাজত থাকি শুব পাৰিছে কেনেকৈ? বাৰু, শৰৎকালত চন্দ্ৰই নীলমেঘমালা বিদীৰ্ণ কৰি যিদৰে প্ৰকাশিত হয়, মোৰ ভুজবলৰ দ্বাৰা সীতায়ো দুৰ্দ্ধৰ্ষ এই ৰাক্ষসবোৰক ধ্বংস কৰি তাৰপৰা কেতিয়া ওলাই আহিব? সীতা স্বভাৱতে কৃশাঙ্গী, তাতে দেশকালৰ বিপৰ্য্যয় ঘটাত শোক আৰু অনশনৰ কাৰণে তেওঁ নিশ্চয় আৰু অধিকতৰ ক্ষীণা হৈছে। আহা! সিদিন কেতিয়া হব, যিদিনা মই ৰাক্ষসৰাজৰ বুকুত শৰ বহুৱাই সীতাক উদ্ধাৰ কৰি আনি মোৰ মনৰ শোক পাতলাব পাৰিম? আহা! দেবকন্যোপমা সাধ্বী সীতাই আগ্ৰহান্বিতা হৈ মোৰ ডিঙিত সাবটি ধৰি কেতিয়া আনন্দাশ্ৰু বোৱাব? মানুহে মলিন বস্ত্ৰ পৰিত্যাগ কৰাৰ নিচিনাকৈ মৈথিলীৰ বিচ্ছেদ হেতু দুৰ্ঘোৰ এই শোক মই কেতিয়া পৰিত্যাগ কৰিব পাৰিম?”

২২—২৩। ধীমান ৰামচন্দ্ৰই এইদৰে শোক কৰি থাকোঁতে দিন ক্ষয় হোৱাৰ লগে লগে সূৰ্য্যদেৱ তেওঁৰ ক্ষীণ শৰীৰ লৈ মাৰ গল। তেতিয়া লক্ষ্মণে আশ্বস্ত কৰাত ৰামচন্দ্ৰই কমলপত্ৰাক্ষী সীতাৰ কথা ভাবি ভাবি শোকাভিভূত হৈ সন্ধ্যাবন্দনাদি সমাপন কৰিলে।

**ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত পঞ্চম সৰ্গ সমাপ্ত**

# ষষ্ঠ সৰ্গ

## মন্ত্ৰীসকলৰ লগত ৰাৱণৰ মন্ত্ৰণা

১। মহাত্মা ইন্দ্ৰৰ নিচিনাকৈ হনুমানে লঙ্কাত এই ভয়াৱহ দুৰ্ঘোৰ কাম কৰি থৈ যোৱা দেখি ৰাক্ষসেন্দ্ৰ ৰাৱণে লাজতে অলপ তলমূৰ কৰি ৰাক্ষসবোৰক কবলৈ ধৰিলে।

২। এই লঙ্কা আনৰ পক্ষে অসহ্য আৰু দুৰ্গম হলেও এটা মাত্ৰ বান্দৰে আহি ইয়াত প্ৰবেশ কৰি পুৰিখন ধ্বংস কৰিলে আৰু লগতে জানকী-সীতাকো দেখা কৰিলে।

৩। প্ৰাসাদসমূঁহ ভাঙি চূৰমাৰ কৰিলে, চৈত্য প্ৰাসাদ ভাঙিলে, শ্ৰেষ্ঠ ৰাক্ষসসমূহক বধ কৰিলে, আৰু গোটেইখন নগৰীকে এক হনুমানে তল-ওপৰ কৰিলে।

৪। তোমালোকৰ কুশল হওক; এনে ক্ষেত্ৰত মই কি কৰিম, অথবা কৰাটো যুগুত হব আৰু যিটো কৰিলে আমাৰ শক্তিৰ অনুকূল অথবা আমাৰ পক্ষে প্ৰশংসনীয় হব পাৰে তাকে কোৱাঁ।

৫। জ্ঞানীসকলে কয়, মন্ত্ৰণাই জয়লাভৰ মূল; এতেকে হে মহাবলশালী ৰাক্ষসসকল, ৰামৰ সম্বন্ধে কেনে ৰকমৰ মন্ত্ৰণা উচিত হব বুলি তোমালোকে ভাবাঁ তাক কোৱাঁ।

৬। এই পৃথিবীত উত্তম, মধ্যম আৰু অধম এই তিনি বিধ পুৰুষ আছে, তেওঁলোকৰ সমূহ দোষ-গুণৰ কথা কওঁ শুনা।

৭—৮। তিনিওবিধ প্ৰাণীৰ লগতে মন্ত্ৰণা কৰাটো যুগুত; যিসকল মন্ত্ৰণাবিষয়ত পাৰ্গত, যিসকলৰ উদ্দেশ্য একেটা তেনে বিধৰ মিত্ৰৰ লগত, অথবা বহুসংখ্যক বন্ধুবান্ধৱৰ লগত মন্ত্ৰণা কৰি যিজনে কামত প্ৰবৃত্ত হৈ দৈৱক নিজৰ কৰণীয়া কৰি আনিবলৈ চেষ্টা কৰে তেৱেঁই উত্তম।

৯। যি জনে অকলে মন্ত্ৰণা কৰে আৰু দৈৱৰ সহায় সম্বন্ধেও অকলেই যত্ন কৰে, আৰু আনৰ সহায় নলৈ অকলেই কাম হাতত লয় তেওঁ মধ্যম পুৰুষ।

১০। আৰু যি জনে দোষ গুণ বিচাৰি নাচাই দৈৱৰ সহায়লৈ অপেক্ষা নকৰি 'কামটো কৰিমেই' বুলি সিদ্ধান্ত কৰি কামত আগ বাঢ়ে তেওঁ পুৰুষাধম।

১১। পুৰুষৰ ভিতৰত যিদৰে উত্তম, মধ্যম আৰু অধম আছে, মন্ত্ৰণাৰ ভিতৰতো সেইদৰে উত্তম, মধ্যম আৰু অধম এই তিনি শ্ৰেণীৰ মন্ত্ৰণা আছে।

১২। নীতিশাস্ত্ৰৰ ফালৰপৰা বিচাৰি চাই, য'ত মন্ত্ৰীসকলে একমত হৈ কামত আগ বাঢ়ে সেয়ে উত্তম মন্ত্ৰণা।

১৩। য'ত কোনো বিষয়ে বহু মতাৱলম্বী হৈও শেহত ৰজাৰ ভয়ত বা আন কোনো কাৰণত একমত হৈ কামত প্ৰবৃত্ত হয় সেইটো মধ্যম মন্ত্ৰণা।

১৪। যি ঠাইত মন্ত্ৰীসকলে নিজ নিজ মত বাহাল ৰাখিবলৈ যুক্তি প্ৰদান কৰে আৰু কোনোপধ্যে এটা মতত উপনীত হলেও তাক শ্ৰেয়ঃ বুলি মানি লব নোৱাৰে তেনেবিধৰ মন্ত্ৰণাক অধম মন্ত্ৰণা বুলি কয়।

১৫। হে মন্ত্ৰীগণ, তোমালোক উত্তম বুদ্ধিসম্পন্ন, এতেকে এনে ক্ষেত্ৰত ভালদৰে ভাবিচিন্তি যিটোকে ভাল বুলি স্থিৰ কৰা তেনে বিধৰ কাম কৰাটোৱেই যুক্তিযুক্ত হব বুলি মোৰ অভিমত।

১৬। হাজাৰ হাজাৰ ঘোৰমূৰ্ত্তি বান্দৰ সৈন্যৰ দ্বাৰা পৰিবেষ্টিত হৈ ৰামে আহি এই লঙ্কা অৱৰোধ কৰিব।

১৭। ৰামে নিজ উপযুক্ত পৰিমিত শক্তিৰ দ্বাৰা অনুজ লক্ষ্মণ আৰু সৈন্যসকলেৰে সৈতে পৰম সুখে সাগৰ অতিক্ৰম কৰিব পাৰিব।

১৮। তেওঁ নিজ বীৰ্য্যবলে হয় সমুদ্ৰকে শোষণ কৰিব অথবা আন এনে এটা কিবা কৰিব। এতেকে বান্দৰবোৰৰ লগত বিৰোধিতাৰ ফলত এনে এটা সঙ্কট আমাৰ সম্মুখত, উপস্থিত এনেস্থলত আমাৰ এই পুৰী আৰু সৈন্যসমূহৰ পক্ষে যিটো হিতকৰ হব পাৰে তেনে বিধৰ মন্ত্ৰণা তোমালোকে কৰা।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্গত ষষ্ঠ সৰ্গ সমাপ্ত

## সপ্তম সৰ্গ

### ৰাক্ষসবোৰৰ আশ্বাস-বাণী

১৬। ৰাক্ষসেন্দ্ৰ ৰাৱণে মহবলশালী ৰাক্ষসবোৰক এইদৰে কোৱাত তেওঁলোকৰ ভিতৰত বুদ্ধিহীন কিছুমানে শত্ৰুপক্ষৰ বিষয়ে কোনো কথা নজনাকৈ নীতিশাস্ত্ৰৰ

উপদেশলৈ আওকাণ কৰি কৃতাঞ্জলিপুটে ৰজাক কবলৈ ধৰিলে, "ৰাজন, আমাৰ এই বৃহৎ সৈন্যদল পৰিঘ, শক্তি, খড়গ, শূল, পট্টিশ আদি অস্ত্ৰেৰে সুসজ্জিত, এতেকে আপুনি বিষণ্ণ হোৱাৰ কোনো কাৰণ নাই। আপুনি পাতালপুৰীৰ ভোগৱতী নগৰীলৈ গৈ যুদ্ধত তাৰ পন্নগকুলক জয় লাভ কৰিছে? এই কুবেৰ মহেশ্বৰৰ সখা বুলি গৰ্ব্বিত হৈ আছিল, তথাপি হে প্ৰভু, আপুনি ক্ৰুদ্ধ হৈ মহাবলশালী সেই লোকপালকৰ ওপৰত জয় লাভ কৰিলে আৰু তেওঁৰ যক্ষসেনাক বিনাশ কৰি কৈলাস পৰ্ব্বতৰপৰা তেওঁৰ পুষ্পক বিমান কাঢ়ি আনিলে।

৭। হে ৰাক্ষসপুঙ্গৱ দানবেন্দ্ৰ ময় দানবে ভয়তে আপোনাৰ লগত সাখিত্ব ইচ্ছা কৰি তেওঁৰ কন্যাক (মন্দোদৰীক) আপোনাৰ ভাৰ্য্যা স্বৰূপে দান কৰিছে।

৮। হে মহাবাহু, দুৰ্দ্ধৰ্ষ সেই দানবৰাজ (মধুদানব) যি তাৰ শক্তিৰ উৎকৰ্ষৰ হেতু মদগৰ্ব্বে গৰ্ব্বিত হৈছিল, তাৰ লগত যুদ্ধ কৰি আপুনি তাক আপোনাৰ অধীনলৈ আনিলে আৰু লগতে (আপোনাৰ ভাগিনী) কুম্ভনসীক তেওঁৰ ভাৰ্য্যাস্বৰূপে দি তেওঁৰ সুখ সাধন কৰিলে।

৯। আপুনি ৰসাতললৈ গৈ নাগকুল জয় কৰিছে আৰু বাসুকি, তক্ষক, শঙ্খ আৰু জটী নাগক আপোনাৰ বশলৈ আনিছে।

১০—১১। হে বিভু, কালকেয় দানববোৰ অক্ষয়, বলবান, বীৰ, আৰু বৰ লাভ কৰি বিশেষভাবে গৰ্ব্বিত হৈছিল, আপুনি সম্পুৰ্ণ এবছৰ কাল সিহঁতৰ লগত যুদ্ধ কৰি নিজ বলৰ দ্বাৰা সিহঁতক বশীভূত কৰিছে আৰু সিহঁতৰ নানা প্ৰকাৰৰ মায়াবলো অধিকাৰ কৰিছে।

১২। বৰুণৰ পুত্ৰসকল বলশালী আৰু বীৰ, আপুনি সিহঁতৰো চতুৰঙ্গ সৈন্য বাহিনী পৰাজিত কৰিছে।

১৩—১৫। হে মহাৰাজ, যমৰাজৰ সৈন্য বল এটা মহাসমুদ্ৰ সদৃশ; মৃত্যুদণ্ড তাৰ মহাগ্ৰাহ স্বৰূপ, দুৰ্ঘোৰ যম-যন্ত্ৰণা তাৰ শাল্মলীবৃক্ষ *সদৃশ, কালপাশ তাৰভীষণ-ঢৌ, যমৰ কিঙ্কৰসকল তাৰ সৰ্পসদৃশ, মহাজ্বৰ (ব্যাধি) তাৰ ভয়ঙ্কৰ ৰূপ; হে ৰাজন, এনেহেন মহাসমুদ্ৰত জাপ দি তাতো বিপুল জয় লাভ কৰি আহিছে আৰু মৃত্যুকো প্ৰতিৰোধ কৰিছে। আপোনাৰ সুন্দৰ যুদ্ধপ্ৰণালীৰ দ্বাৰা তিনিও লোক সন্তুষ্ট।

১৬—১৭। এই পৃথিবী বৃহৎ বৃহৎ পাদপৰাজিৰ নিচিনা ইন্দ্ৰতুল্য পৰাক্ৰমশীল

---

*শাল্মলীবৃক্ষ যমৰ যন্ত্ৰণাসমূহৰ নিচিনা। তাত পাপীবোৰক এই গছৰ কাঁইটেৰে বিন্ধা হয়, এই কাৰণে মূলৰ শাল্মলীক্ৰম-মণ্ডিত শব্দৰ অৰ্থ টীকাকাৰে নৰকযন্ত্ৰণাপূৰ্ণ স্থান বুলি উল্লেখ কৰিছে।

বহুত ক্ষত্রিয় বীৰৰদ্বাৰা পৰিপূৰ্ণ আছিল। ৰাঘৱ ৰাম শৌৰ্য্য আৰু বীৰ্য্যৰ সেই বীৰ সকলৰ সমকক্ষ নহয়। তথাপিতো সমৰদুৰ্জ্জয় সেই বীৰসকলকো যুদ্ধত পৰাজয় কৰি আপুনি সিহঁতক বধ কৰিছে।

১৮। হে মহাৰাজ, আপুনি ক্ষান্ত থাকক, এই বান্দৰবোৰৰ বিপক্ষে যুদ্ধ কৰি পৰিশ্ৰম কৰাৰ আপোনাৰ কোনো প্ৰয়োজন নাই। অকল এই ইন্দ্ৰজিতেই সিহঁতৰ বিনাশ সাধন কৰিব।

১৯—২৩। হে মহাৰাজ, এই ইন্দ্ৰজিতে যজ্ঞ কৰি মহেশ্বৰক তুষ্ট কৰিছে আৰু আনৰ দুৰ্লভ অতি উৎকৃষ্ট বৰ লাভ কৰিছে। হে মহাৰাজ, দেৱসৈন্য এটা মহাসমুদ্ৰস্বৰূপ শক্তি, তোমাৰ আদি অস্ত্ৰই তাত মৎস্যৰ নিচিনা, সুবিস্তৃত অস্ত্ৰজাল তাৰ শৈবাল স্বৰূপ, গজকচ্ছপ আৰু অশ্ব তাত ভেকুলীস্বৰূপ, ৰুদ্ৰ আৰু আদিত্যই তাৰ মহাগ্ৰাহ, মৰুৎগণ মহাসৰ্পবিশেষ, ৰথ, অশ্ব আৰু হাতীয়েই তাৰ উৰ্ম্মিমালা সদৃশ আৰু পদাতি সৈন্যই তাৰ পুলিন প্ৰদেশ, এই মহা সমুদ্ৰৰ সম্মুখীন হৈ ইন্দ্ৰজিতে দেৱপতি ইন্দ্ৰক বান্ধি আনি এই লঙ্কাত প্ৰবেশ কৰাইছিল। তাৰ পিচত পিতামহ ব্ৰহ্মাৰ অনুৰোধত হে সৰ্ব্বদেৱপূজ্য শঙ্কৰ আৰু বৃত্ৰাসুৰ হন্তা ইন্দ্ৰই মুক্তিলাভ কৰি পুনঃ স্বৰ্গলৈ যাব পাৰিছিল।

২৪। এতেকে হে মহাৰাজ, আপুনি আপোনাৰ সেই পুত্ৰ ইন্দ্ৰজিতক ৰণলৈ পঠাওক আৰু তেৱেঁই ৰামে সৈতে সেই বান্দৰ সৈন্যক নিৰ্ম্মূল কৰিব।

২৫। হে ৰাজন, যি বিপদ আপোনাৰ সমুখত উপস্থিত হৈছে, ই সাধাৰণ প্ৰাণী সমূহৰপৰা হোৱা বিপদ, এতেকে ই উল্লেখযোগ্য কোনো বিপদ নহয়। আপুনি কোনোপধ্যে ইয়াক মনত ঠাঁই নিদিব, আপুনি ৰাঘৱক বধ কৰিব পাৰিবই।

ইতি যুদ্ধকান্দৰ অন্তৰ্ভুক্ত সপ্তম সৰ্গ সমাপ্ত

## অষ্টম সৰ্গ

### প্ৰহস্ত আদি মন্ত্ৰীবৰ্গৰ উপদেশ

১। তাৰ পিচত নীলমেঘোপম বীৰ সেনাপতি প্ৰহস্ত নামৰ ৰাক্ষসে হাত যোৰ কৰি কবলৈ ধৰিলে।

২। ৰাজন, ৰণক্ষেত্ৰত মই অকলে দেব, দানব, গন্ধৰ্ব্ব, পিশাচ; পতগ, উৰগ —এই সকলোকে পৰাভূত কৰিব পাৰোঁ, দুজন মানুহৰ বিষয়ে কবলৈ আৰু কি আছে ?

৩। আমি সকলো আমোদ প্ৰমোদত মত্ত হৈ নিৰ্ভাব হৈ আছিলোঁ। কাৰণে হনুমানে আমাক এইদৰে ঠগাই যাব পাৰিলে, নহলে মই সজ্ঞানে জীয়াই থকা কালত হনুমান জীবন লৈ সাৰি যাব নোৱাৰিলেহেঁতেন।

৪। হে প্ৰভু, আপুনি আদেশ কৰক মই আসমুদ্ৰ পাহাৰ পৰ্ব্বত বন কাননকে লৈ সমগ্ৰ ভূমণ্ডল বান্দৰশূন্য কৰিম।

৫। হে ৰাক্ষসাধিপতি, এই বান্দৰবোৰৰপৰা ময়ে ৰক্ষা কৰি থাকিম। সীতাক হৰণ কৰি অনা অপৰাধৰ কাৰণে কোনো দুখে আপোনাক স্পৰ্শ কৰিব নোৱাৰিব।

৬—৮। তাৰ পিচত দুৰ্ম্মুখ নামৰ ৰাক্ষসে খঙতে জ্বলি উঠি কবলৈ ধৰিলে, "যি অপমান আমি পালোঁ তাক কেতিয়াও সহি থাকিব নোৱাৰিম। বাৰে বাৰে এই নগৰীৰ অন্তঃপুৰত প্ৰবেশ কৰি লঙ্কা দগ্ধ কৰি যি লাঞ্ছনা আমাক দিলে সি এটা অসহনীয় কথা এনে মহাবান্দৰ এটাৰ উৎপীড়নাৰপৰা শ্ৰীমান ৰাক্ষসৰাজৰ যি অবমাননা হৈছে, তাৰ প্ৰতিশোধ স্বৰূপে এই মুহূৰ্ত্ততে মই গৈ, বান্দৰবোৰ সাগৰতে থাকক অথবা আকাশ বা পাতালতে থাকক, সিহঁতক আক্ৰমণ কৰি অপমানৰ পোতক মই তুলিম।

৯—১০। দুৰ্ম্মুখৰ কথা শেষ হোৱাত মহবলশালী বজ্ৰদংষ্ট্ৰনামে ৰাক্ষসে ৰক্তমাংসলিপ্ত ঘোৰমূৰ্ত্তি পৰিঘ এডাল লৈ কবলৈ ধৰিলে, "সুগ্ৰীব আৰু লক্ষ্মণে সৈতে দুৰ্দ্ধৰ্ষ ৰামেই যদি জীয়াই থাকিল, তেন্তে হতভাগা ক্ষুদ্ৰ বান্দৰ হনুমানক বধ কৰি কি লাভ ?

১১। বাৰু, আজিয়েই মই বান্দৰ সৈন্যবাহিনীক অতিষ্ঠ কৰি লক্ষ্মণ আৰু সুগ্ৰীবক এই পৰিঘৰ দ্বাৰা বধ কৰি থৈ আহিম।

১২। কিন্তু হে মহাৰাজ, মই আৰু একাষাৰ কথা কব খোজো, যদি ইচ্ছা কৰে আপুনি শুনক। শত্ৰুক জয় কৰিবলৈ হলে উপায় বুদ্ধি ভালদৰে সাজি লৈ পূৰ্ণ উদ্যমে কামত লাগি শত্ৰুক জয় কৰাটোহে উচিত।"

১৩—১৪। হে ৰাক্ষসাধিপ, আমাৰ ৰাক্ষসসমূহে ইচ্ছামতে ৰূপ ধাৰণ কৰিব পাৰে, তেওঁলোক বীৰ আৰু ঘোৰ ৰুদ্ৰমূৰ্ত্তি, তেওঁলোকে হাজাৰে হাজাৰে মানুহৰ ৰূপ লৈ কাকুৎস্থ ৰামৰ ওচৰ চাপি মনত কোনো শঙ্কা নৰখাকৈ তেওঁক কওককৈ।

১৫। 'হে ৰাম, আপোনাৰ কনিষ্ঠ ভ্ৰাতা ভৰতে আপোনাৰ সহায়ৰ কাৰণে

আমাক আপোনাৰ ওচৰলৈ পঠিয়াইছে;' এই কথা শুনা মাত্ৰকে তেওঁ সকলো সেনাকে একলগ কৰি বেগেতে ইয়ালৈ যাত্ৰা কৰিব।

১৬। "তেতিয়া আমি শূল, শক্তি, গদা, ধনু, বাণ খড়্গ হাতত লৈ সৰালৰিকৈ ইয়াৰ পৰা যাম।

১৭। আমি দলে দলে আকাশতে থাকি, শিল আৰু শৰবৃষ্টিৰ দ্বাৰা সেই বান্দৰবাহিনীক যমৰ দুৱাৰলৈ পঠাম।

১৮। যদিহে ৰাম লক্ষ্মণক এইদৰে মায়া কৰি আনিব পৰা হয় তেন্তে সিহঁতৰ প্ৰাণবিনাশ তেনেই সুনিশ্চিত।"

১৯—২৪। এই কথাৰ মূৰত কুম্ভকৰ্ণৰ পুত্ৰ বীৰ্য্যবান বীৰ নিকুম্ভই অত্যন্ত ক্ৰুদ্ধ হৈ ৰাবণক কবলৈ ধৰিলে "তোমালোক সকলোৱে মহাৰাজৰ লগত মিলিত হৈ থাকা, মই অকলে লক্ষ্মণে সৈতে ৰামক, আৰু হনুমান আৰু আন আন বান্দৰগণে সৈতে সুগ্ৰীবক বধ কৰিম।' তাৰ পিচত পৰ্ব্বত প্ৰমাণ বজ্ৰহনু নামৰ ৰাক্ষসে ক্ৰুদ্ধ হৈ জিভাৰে ওঠৰ প্ৰান্তভাগ চেলেকি চেলেকি কবলৈ ধৰিলে, "তোমালোকে দুখশোক এৰি ইচ্ছামতে নিজ কাম কৰি থাকা, মই অকলে সেই সমগ্ৰ বান্দৰসেনাক ভক্ষণ কৰিম। তোমালোক সুস্থ হৈ কোনো ভাবনা চিন্তা নোহোৱাকৈ ক্ৰীড়া আমোদত মত্ত থাকা আৰু মদ পান কৰা; মই অকলে লক্ষ্মণে সৈতে সুগ্ৰীবক আৰু অঙ্গদ আৰু হনুমানে সৈতে সকলোবোৰ বান্দৰকে বধ কৰিম।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত অষ্টম সৰ্গ সমাপ্ত

# নৱম সৰ্গ

## বিভীষণৰ সজ উপদেশ

১—৬। তাৰ পিচত নিকুম্ভ, ৰভস, মহাবলশালী সূৰ্য্যশত্ৰু, সুপ্তঘ্ন, যজ্ঞকোপ, মহাপাৰ্শ্ব, মহোদৰ, অগ্নিকেতু, দুৰ্দ্ধৰ্ষ ৰশ্মিকেতু বলবান ৰাবণাত্মজ ইন্দ্ৰশত্ৰু, প্ৰহস্ত, বিৰূপাক্ষ, মহাবলী বজ্ৰদংষ্ট্ৰ, ধূম্ৰাক্ষ, নিকুম্ভ (আন এজন), দুৰ্ম্মুখ আদি ৰাক্ষসে পৰিঘ, পট্টিশ, শূল, প্ৰাস, শক্তি পৰশ্বধ, ধনু, বছা বছা বাণ নিৰ্ম্মল পানীৰ নিচিনা

কান্তি-বিশিষ্ট খড়্গ আদি অস্ত্ৰ লৈ খঙতে জ্বলি উঠি ঘপকৰে থিয় দিলে আৰু নিজ তেজোবলে জ্বলি উঠি ৰাবণক কবলৈ ধৰিলে, “আজিয়েই আমি ৰাম, লক্ষ্মণ, সুগ্ৰীব আৰু লঙ্কা বিমৰ্দ্দনকাৰী ক্ষুদ্ৰ সেই হনুমানক বধ কৰিম।”

৭। অস্ত্ৰ-শস্ত্ৰ লৈ তেওঁলোক এই দৰে সাজু হৈ ওলোৱা দেখি, বিভীষণে তেওঁলোকক বাধা দি পুনঃ নিজ নিজ ঠাইত বহুৱাই লৈ হাত যোৰ কৰি ৰাবণক কবলৈ ধৰিলে।

৮। হে পূজ্যবৰ, নীতিশাস্ত্ৰজ্ঞ পণ্ডিতসকলে কয় যে যেতিয়া সাম, দান, ভেদ এই তিনিটা উপায় প্ৰয়োগ কৰাতো কামটো সিদ্ধ নহয়, তেতিয়াহে পৰাক্ৰম দেখুৱাৰ উপযুক্ত সময়।

৯। শত্ৰুৰ অসাবধানতা অথবা নিজৰ ভিতৰতে গোলমাল লাগি থকা অবস্থা অথবা দৈব বিপক্ষে থকা অবস্থা বুজি চাই আক্ৰমণ কৰিলে কাৰ্য্য সিদ্ধ হয়।

১০। এতেকে যিজনক (ৰামক) আপোনালোকে সকলো বিষয়ে সতৰ্ক, বিজিগীষু, সৈন্যবল সমন্বিত, জিতক্ৰোধ আৰু দুৰ্দ্ধৰ্ষ বুলি জানে তেওঁৰ লগত সংঘৰ্ষ কৰিবলৈ ইচ্ছা কৰিছে কিয় ?

১১। ধৰক, নদ-নদীসকলৰ অধিপতি ঘোৰ সমুদ্ৰ লঙ্ঘন কৰি হনুমান ইয়ালৈ আহিব বুলি কোনে জানিছিল অথবা অনুমান কৰিছিল ?

১২। হে নিশাচৰ সকল, হনুমানৰ কাৰ্য্যৰ পৰা বুজা যায় যে শত্ৰুপক্ষৰ বল অপৰিমেয় আৰু সিহঁতৰ শক্তিও অতুলনীয়, এতেকে আপোনালোকে শত্ৰুপক্ষৰ বলক হঠাতে উপেক্ষা নকৰিব।

১৩। আনপক্ষে চাওক, পূৰ্ব্বতে ৰামে ৰাক্ষসৰাজৰ এনে কি অপকাৰ কৰিছে, যাৰ কাৰণে যশস্বী ৰামৰ ভাৰ্য্যাক জনস্থানৰপৰা তেওঁ হৰণ কৰি আনিব লগা হল ?

১৪। যদি ৰাক্ষস খৰে তেওঁৰ সীমা *অতিক্ৰম কৰি ৰামৰ লগত সংঘৰ্ষ কৰিব বিচাৰিলে আৰু তাৰ ফলত ৰামে তেওঁক বধ কৰিলে, তেনেহলে তাত ৰামৰ কি দোষ হব পাৰে ; কিয়নো প্ৰাণীমাত্ৰে যথাশক্তি নিজৰ প্ৰাণ ৰক্ষা কৰিবলৈ বিচাৰে।

১৫। ৰজা ৰাৱণে যদি এই কাৰণতেই বৈদেহীক হৰণ কৰি আনিছে তেনেহলে ই আমাৰ পক্ষে নিশ্চয় মহৎ ভয়ৰ কাৰণে হৈছে। এতেকে সীতাক এৰি দিয়াটোৱেই শ্ৰেয়। এইটোকে আমাৰ বিবাদৰ কাৰণ কৰি লোৱাৰপৰা কোনো ফল নহব।

*ৰাম যি ঠাইত আছিল সি খৰৰ ৰাজ্যৰ সীমাৰ ভিতৰত নহয়। তালৈ গৈ ৰামৰ ওপৰত উপদ্ৰৱ কৰিলে ৰামে তাৰ প্ৰতিশোধ লবই।

১৬। ৰাম শক্তিশালী আৰু ধৰ্ম্মচাৰী, তেওঁৰ লগত বিবাদ কৰাটো যুক্তিযুক্ত নহব, আনপক্ষে তেওঁৰ লগত শত্ৰুতা কৰিলে তাৰপৰা কোনো সুফলো নফলিব, মৈথিলীক ওভতাই দিয়ক।

১৭। হে ৰাজন, ৰামে তেওঁৰ বাণসমূহৰ দ্বাৰা হাতী, ঘোঁৰা আৰু নানাবিধ ৰত্নে পৰিপূৰ্ণ এই নগৰী ছাৰখাৰ কৰাৰ আগতে আপুনি মৈথিলীক ওভতাই দিয়ক।

১৮। ৰামৰ দুৰ্দ্ধোৰ সুবৃহৎ সেই বান্দৰ সৈন্যবাহিনীয়ে এই লঙ্কানগৰীৰ ওপৰত জঁপিয়াই পৰাৰ আগতে আপুনি সীতাক তেওঁৰ হাতত সমৰ্পণ কৰক।

১৯। আপুনি গৈ নিজে ৰামৰ হাতত সীতাক প্ৰত্যাৰ্পণ নকৰিলে তেওঁৰ হাতত সকলো ৰাক্ষসবীৰ নিহত হব আৰু লঙ্কাও উচ্ছন্ন যাব।

২০। হে ৰাজন, মই আপোনাৰ বন্ধু হিছাপে এই কথাখিনি কৈছোঁ; আপুনি প্ৰসন্ন হৈ মই যি কৈছো তাকে কৰক। মই যি কৈছো সি আপোনাৰ পক্ষে হিতকৰ আৰু তত্ত্বকথা, আপুনি মৈথিলীক প্ৰত্যাৰ্পণ কৰক।

২১। হে ৰাজন, ৰামে আপোনাৰ বধৰ অৰ্থে শৰৎ কালৰ প্ৰখৰ সূৰ্য্যৰশ্মিসদৃশ তীক্ষ্ণ আৰু অতি উজ্জ্বল মুখ-বিশিষ্ট অমোঘ শৰসমূহ নিক্ষেপ কৰাৰ আগতে আপুনি সীতাক ওভতাই দিয়ক।

২২। হে লঙ্কেশ্বৰ, আপোনাৰ এই ক্ৰোধ সুখ আৰু ধৰ্ম্মবিনাশক, আপুনি তাক পৰিত্যাগ কৰক আৰু যাক আশ্ৰয় কৰিলে আপোনাৰ সুখ আৰু কীৰ্ত্তি বাঢ়িব পাৰে সেই ধৰ্ম্মক আশ্ৰয় কৰক। আপুনি প্ৰসন্ন হওক আৰু আমিও আমাৰ পুত্ৰ বন্ধু-বান্ধৱগণে সৈতে জীয়াই থাকোঁ, অনুগ্ৰহ কৰি ৰামৰ হাতত সীতাক প্ৰত্যাৰ্পণ কৰক।

২৩। বিভীষণৰ কথা শুনি ৰাক্ষসৰাজ ৰাৱণে সকলোকে বিদায় দি নিজ ভৱনত প্ৰৱেশ কৰিলে।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত নৱম সৰ্গ সমাপ্ত

# দশম সৰ্গ

## বিভীষণৰ সজ উপদেশ

১—৯। তাৰ পিচত ৰাতিপুৱা ধৰ্ম্ম আৰু অৰ্থ বিষয়ে স্থিৰমতি ভীমকৰ্ম্মা বিভীষণে ৰাক্ষসাধিপতিৰ ভৱনত প্ৰবেশ কৰিলে। এই ভৱন পৰ্ব্বতশৃঙ্গসম ওখ আৰু বহুত শৃঙ্গবিশিষ্ট পৰ্ব্বত-সদৃশ, তাৰ কোঠালিবোৰ সুন্দৰৰূপে বিভক্ত আৰু পাত্ৰ-মন্ত্ৰী আৰু মহামতিসম্পন্ন প্ৰধান মন্ত্ৰীসকলৰ বহাৰ ঠাই; তাৰ চাৰিওফালে কাৰ্য্যক্ষম অনুৰক্ত প্ৰহৰীসকলৰ দ্বাৰা সুৰক্ষিত। তাত প্ৰবাহিত বায়ু মত্ত মাতঙ্গসমূহৰ শ্বাস-প্ৰশ্বাসৰ দ্বাৰা আলোড়িত; এই ভৱন শঙ্খ তূৰ্য্য আদি বাদ্য-যন্ত্ৰৰ ধ্বনিৰে মুখৰিত। দিব্যাঙ্গনা-সকলৰ দ্বাৰা পৰিপূৰ্ণ; ইয়াৰ মহা মহা পথসমূহত ডাঙৰ ডাঙৰ বিষয়াসকলে জল্পনা-কল্পনা কৰি থাকে। দ্বাৰদেশ সমুজ্বল সোণেৰে লিখিত আৰু উত্তম অলঙ্কাৰৰ দ্বাৰা বিভূষিত; এই ভৱন গন্ধৰ্ব্ব অথবা মৰুৎগণৰ বাসভূমি-সদৃশ; ৰত্নপুঞ্জে সুশোভিত হোৱাত দেখোঁতে সৰ্পকুলৰ আবাসস্থল-স্বৰূপ; আদিত্যৰ সুবিস্তৃত ৰশ্মিজাল-সদৃশ মহাদ্যুতি-সম্পন্ন বীৰ বিভীষণে অগ্ৰজ ৰাৱণৰ মেঘখণ্ডৰ সদৃশ এই ভৱনত প্ৰবেশ কৰিলে। প্ৰৱেশ কৰিয়েই ককায়েক ৰাৱণৰ বিজয়ঘোষণা মিশ্ৰিত, বেদবিদ্ পণ্ডিত-সকলৰ পুণ্যদিনৰ আগমনি পবিত্ৰ গীত তেওঁৰ কাণত পৰিল। তাৰ পিচত দধিপাত্ৰ, ঘিঁউ, পুষ্প, আৰৈ চাউলে সৈতে বহি থকা পূজিত মন্ত্ৰ আৰু বেদবিদ্ বিপ্ৰসকলক তেওঁ দেখা পালে।

১০—২৫। তাৰ পিচত নিজ তেজোবলে দীপ্তিমান, ৰাক্ষসসকলৰ দ্বাৰা পূজিত কুবেৰানুজ মহাভূজ ৰাৱণক আসনত বহি থকা দেখি বিভীষণে তেওঁৰ চৰণত সেৱা জনালে। "হে মহাৰাজ, আপোনাৰ জয় হওক" ইত্যাদি ৰাজজনোচিত আচাৰ ৰক্ষা কৰি সবিনয়ে ৰজাৰ নিৰ্দ্দেশ অনুসৰি তেওঁৰ সমুখত থকা সুবৰ্ণনিৰ্ম্মিত আসন গ্ৰহণ কৰিলে। আসন গ্ৰহণ কৰি মন্ত্ৰীসকলৰ ওচৰত সভাস্থলত অতিৰিক্ত আন কোনো প্ৰাণী নথকা অৱস্থাত হিত আৰু যুক্তিপূৰ্ণ কথাৰে তেওঁ মহাত্মা ৰাৱণক কবলৈ ধৰিলে। পূৰ্ব্বতে ৰাজজনোচিত সকলো আচাৰ ৰক্ষা কৰি সান্ত্বনাপূৰ্ণ বাক্যে অগ্ৰজভ্ৰাতাক প্ৰসন্ন কৰি পিচত হিত অহিত দুয়োটা ফাল ভালদৰে বুজি লৈ দেশকালৰ উপযোগী বাক্যেৰে কথাৰ অৱতাৰণা কৰি কবলৈ ধৰিলে, "হে পৰন্তপ, যিদিনাৰপৰা বৈদেহী এই লঙ্কাত প্ৰবেশ কৰিছে সিদিনাৰপৰা বহুত অশুভ লক্ষণে ইয়াত দেখা দিছে। অগ্নি প্ৰজ্বলিত হোৱাৰ সময়ত তাৰ শিখা ধূমময়, আৰু স্ফিলিঙতিযুক্ত হয়, মন্ত্ৰপূত কৰি আহুতি প্ৰদান কৰিলেও তাৰ শিখা নাবাঢ়ে, অধিকন্তু ধোঁৱাময় হৈহে থাকে।

ৰন্ধনশালা, অগ্নিহোত্ৰ গৃহ আৰু বেদাধ্যয়ন শালাত সৰ্পকুল বিদ্যমান আৰু ঘিউত পৰুৱা বিচৰণ কৰি থকা দেখা গৈছে। গাই গৰুৰ ওহাৰত গাখীৰ শুকাই গৈছে। মত্তমাতঙ্গৰ কুমেদি মদস্ৰাব নিৰ্গত হবলৈ ধৰিছে। ঘোঁৰাবোৰে নতুন ঘাঁহ পালে আনন্দিত হয়, কিন্তু বৰ্ত্তমানে তেনে ঘাঁহ আনি দিলেও সিহঁতে দীনবদনে হ্ৰেষাধ্বনিহে কৰে। হে ৰাজন, গাধ, উট আৰু অশ্বতৰ জন্তুবোৰে নোমবোৰ থিয় কৰি চকুৰ লো টুকি থাকে, যথাবিহিত চিকিৎসা কৰাতো সিহঁতৰ প্ৰকৃত অৱস্থা ঘূৰি অহা নাই। কাউৰীবোৰে দলবদ্ধ হৈ ৰুদ্ৰ মূৰ্ত্তি ধাৰণ কৰি চাৰিওফালে চিঞঁৰি ফুৰিছে, আৰু অট্টালিকাসমূহৰ ওপৰত জাকে জাকে পৰি থাকে। শগুণবোৰে বিকৃতভাব লৈ নগৰৰ ওপৰত উৰি ফুৰিছে; শিয়ালবোৰে নগৰৰ ওচৰলৈ আহি ৰাত্তিপুৱা আৰু গধূলি বিকট অশুভ স্বৰে চিঞঁৰি থাকে, মৃগ আৰু হিংস্ৰজন্তুবোৰে দলে দলে নগৰৰ দুৱাৰ মুখলৈ অহি বজ্ৰনিনাদে শব্দ কৰাও আমাৰ কাণত পৰিছে। এতেকে হে মহাৰাজ, এনে ক্ষেত্ৰত বৈদেহীক ৰামৰ হাতত সমৰ্পণ কৰি অমঙ্গলৰ শান্তি কৰাটোৱেই শ্ৰেয়ঃ বুলি মোৰ মনত ধৰে। হে লঙ্কেশ্বৰ, যদি জীৱনৰ প্ৰতি মায়া অথবা কৰ্ত্তব্য বিষয়ে অজ্ঞানতা হেতু এনে কথা কোৱা বুলি ভাবে, তথাপি আপুনি তাত মোৰ কোনো দোষ নধৰিব। এই নগৰৰ আৰু আপোনাৰ অন্তঃপুৰৰ সকলো ৰাক্ষস আৰু ৰাক্ষসীয়ে সীতাক হৰণ কৰি অনাৰ কাৰণে যি যি দোষ ঘটিছে তাক অনুভব কৰিছে। মই জানো যে যি উপদেশ মই আপোনাক দিলোঁ, আন কোনো মন্ত্ৰীয়ে তেনে উপদেশ দিয়া নাই। তথাপি যিহেতু মই আপোনাৰ ভ্ৰাতা, এতেকে মই যি দেখিছোঁ বা শুনিছোঁ তাক কবই লাগিব। সকলো কথা বুজি লৈ আপুনি যিটো ন্যায়সঙ্গত বুলি ভাবে তাকে কৰক।"

২৬—২৮। ভায়েক বিভীষণে তেওঁৰ ককায়েক ৰাক্ষস-শ্ৰেষ্ঠ ৰাৱণক মন্ত্ৰীবৰ্গৰ সাক্ষাততে হিতকৰ বাক্যে এইদৰে কলে। ৰাৱণ সীতাৰ নামত কামাতুৰ, এতেকে বিভীষণৰ ভূত, ভবিষ্যৎ আৰু বৰ্ত্তমান তিনিও কালৰ পক্ষে উপযোগী, হিতকৰ, মহামূল্য আৰু ন্যায়সঙ্গত কথাখিনি শুনি মনে মনে অত্যন্ত ক্ৰুদ্ধ হৈ কবলৈ ধৰিলে, "বিভীষণ, এই ক্ষেত্ৰত কোনো ফালৰপৰা ভয়ৰ কোনো কাৰণ মই দেখা নাই, ৰাঘৱ ৰামে কোনোপধ্যে সীতাক পাব নোৱাৰিব। স্বয়ং ইন্দ্ৰপ্ৰমুখ দেৱতাসকলে সৈতে আহিলেও লক্ষ্মণাগ্ৰজ ৰাম সমৰক্ষেত্ৰত মোৰ সম্মুখত তিষ্ঠি থাকিব নোৱাৰিব।"

২৯। যুদ্ধত প্ৰচণ্ড বিক্ৰম, দেৱসৈন্যবিনাশক মহাবলশালী দশাননে বিভীষণৰ সাধুসম্মত কথা শুনিও তালৈ কাণ নিদি সভাস্থলৰপৰা তেওঁক বিদায় দিলে।

**ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত দশম সৰ্গ সমাপ্ত**

# একাদশ সৰ্গ

## ৰাজসভাগৃহত পাত্ৰ-মন্ত্ৰীসকলৰ সমাৱেশ

১—২। ৰজা ৰাৱণ এনেয়ে মৈথিলীৰ প্ৰতি কামভাবত মুগ্ধ, তাতে বিভীষণৰ নিচিনা সুহৃদ্বৰ্গৰ পৰা পোৱা অপমান আৰু পৰস্ত্ৰীহৰণৰূপ পাপৰ ফলত, তেওঁ ক্ৰমে শুকাই ক্ষীণাই যাবলৈ ধৰিলে। তথাপিতো কামাসক্তহৈ জানকীৰ বিষয়ে চিন্তা কৰি, বিভীষণে দিয়া উপদেশমতে কাম কৰাৰ সময় উকলি যোৱা বুলি জানি, আন আন মন্ত্ৰীবৰ্গ আৰু সুহৃদ্‌জনৰ লগত আলোচনা কৰি যুদ্ধ কৰাটোকে উত্তম বুলি সাব্যস্ত কৰিলে।

৩—১৩। মনৰ ভিতৰত এইদৰে সিদ্ধান্ত কৰি তেওঁ সোণৰ জালেৰে মেৰোৱা, মণিবিদ্ৰুমেৰে বিভূষিত সুশিক্ষিত অশ্বসংযুক্ত ৰথৰ ওচৰলৈ গৈ তাত আৰোহণ কৰিলে। এই ৰথ সৰ্ব্বোত্তম আৰু বৃহৎ মেঘমালাখণ্ড সদৃশ গৰ্জ্জনশীল। ৰাক্ষসৰাজ দশগ্ৰীৱে তাত আৰোহণ কৰি তেওঁৰ সভাগৃহলৈ যাত্ৰা কৰিলে। ঢাল তৰোৱাল আৰু আন আন সকলো অস্ত্ৰেৰে সজ্জিত হৈ ৰাক্ষস সেনাবোৰে ৰজাৰ আগে আগে খোজ ললে আৰু সেইদৰে তেওঁৰ পিচে পিচে আৰু দুয়োকাষেও বহুত সেনা যাবলৈ ধৰিলে। এই সৈন্যবোৰৰ পৰিচ্ছদ বিশেষ বিশেষ ধৰণৰ আছিল আৰু তেওঁলোক অলঙ্কাৰে বিভূষিত আছিল। যিবোৰ অতিৰথ তেওঁলোকে ৰথত উঠি আৰু সেইদৰে আন আন সৈন্যই ভাগে ভাগে মত্ত মাতঙ্গ আৰু অশ্বত আৰোহণ কৰি হাতত গদা, পৰিঘ, শক্তি আৰু তোৰণ লৈ নানা প্ৰকাৰে খেলা কৰি কৰি যাবলৈ ধৰিলে। ৰাৱণ গৈ থকা সময়ত হাজাৰ হাজাৰ তূৰ্য্যনিনাদ আৰু শঙ্খধ্বনি হবলৈ ধৰিলে। তেওঁৰ ৰথৰ চকাৰ ধ্বনিতে চাৰিওফাল নিনাদিত হল; মহাৰথ ৰাৱণৰ শোভাত ৰাজপথ অতিশয় শোভান্বিত হল। শুভ্ৰ পূৰ্ণচন্দ্ৰোপম বিমল ৰাজছত্ৰই তেওঁৰ মূৰত শোভা বিস্তাৰ কৰিলে; তেওঁৰ সোঁ আৰু বাঁওফালে সোণৰ অঙ্কুৰবিশিষ্ট বিমল স্ফটিকসদৃশ দুটা চামৰ সুন্দৰভাবে জিলিকি আছিল। ৰাৱণ গৈ থকা কালত ৰাক্ষসবোৰে মাটিত থিয় দি কৃতাঞ্জলিপুটে মূৰ দোঁৱাই তেওঁক সেৱা জনালে আৰু জয় আশীৰ্ব্বাদৰে তেওঁক স্তুতি কৰিবলৈ ধৰিলে।

১৪—১৮। এইদৰে গৈ মহাতেজস্বী ৰাৱণ তেওঁৰ সভাগৃহ পালেগৈ। এই ঘৰৰ কোঠালিবোৰত সোণ আৰু ৰূপ খটোৱা আৰু তাৰ মাজে মাজে বিমল স্ফটিক স্তম্ভ

সমূহ। ৰাক্ষসৰাজ ৰাৱণে শৰীৰৰ নিজ প্ৰভাৱৰ বলত প্ৰভাৱান্বিত হৈ সোণ লগোৱা পাটৰ কাপোৰেৰে আচ্ছাদিত, ছশ পিশাচৰ দ্বাৰা সুৰক্ষিত, মণিৰ কান্তিৰে সমুজ্জল স্বয়ং বিশ্বকৰ্ম্মাৰ দ্বাৰা নিৰ্ম্মিত এই সভাগৃহত প্ৰৱেশ কৰিলে। আৰু তাত পাতি থোৱা বৈদূৰ্য্যমণিৰে সুশোভিত প্ৰিয়ক মৃগৰ কোমল ছালেৰে আবৃত সোপানশ্ৰেণীবিশিষ্ট সৰ্ব্বশ্ৰেষ্ঠ আসন গ্ৰহণ কৰিলে। আসনত উপবেশন কৰি ৰজাই ঈশ্বৰে আদেশ দিয়াৰ নিচনাকৈ দ্ৰুতগামী পৰাক্ৰমশালী দূতবোৰক আদেশ দিলে, "সোনকালে তোমালোকে ৰাক্ষসবোৰক ইয়ালৈ মাতি আনা, শত্ৰুৰ বিপক্ষে কৰিব লগীয়া অতি গুৰুতৰ কাম এটা উপস্থিত হৈছে বুলি মই জানিব পাৰিছোঁ।"

১৯–২৬। ৰজাৰ আদেশ শুনা মাত্ৰকে ৰাক্ষসবোৰে ঘৰে ঘৰে আৰু বিহাৰ ভূমি আৰু উদ্যানসমূহলৈ গৈ নিৰ্ভীকচিত্তে সমগ্ৰ লঙ্কাত ঘূৰি ফুৰিবলৈ ধৰিলে আৰু ৰাক্ষসবোৰক, ৰজাৰ ওচৰলৈ আহিবলৈ আদেশ জনালে। দূতৰ আহ্বান শুনি কোনোৱে ৰথত উঠি, কোনোৱে হাতীত উঠি কোনোৱে ঘোঁৰাত উঠি আৰু কোনোৱে বা খোজ কাঢ়িয়ে ৰজাৰ ওচৰলৈ আহিল। তেওঁলোক এইদৰে অহাত চৰাই যিদৰে আকাশত বিয়পি পৰে তেওঁলোকৰ ৰথ, ঘোঁৰা আৰু হাতী লঙ্কানগৰী ব্যাপি পৰিল। তাৰ পিচত সকলোৱে নিজ নিজ বাহনৰপৰা নামি, সিংহই গিৰি-গুহাত প্ৰৱেশ কৰাৰ নিচনা পদব্ৰজে সভাগৃহত প্ৰৱেশ কৰিলে। ৰজাৰ পাদ-বন্দনা কৰাৰ পিচত ৰজাৰ প্ৰতি যথাবিহিত সেৱা-পূজা জনাই কোনোৱে উচ্চ আসনত, কোনোৱে কুশাসনত আৰু কোনোৱে বা মাটিতে বহি পৰিল। এইদৰে ৰাজ-আদেশমতে আহুত হৈ ৰজাৰ সম্মুখত প্ৰত্যেকে নিজৰ নিজৰ যোগ্য আসনত বহিল আৰু লগে লগে কৰ্ত্তব্য-বিষয়ত সুস্থিৰমতি-সম্পন্ন প্ৰধান প্ৰধান মন্ত্ৰীবৰ্গ, সৰ্ব্বগুণাধাৰ বিপুল বুদ্ধিবিশাৰদ সৰ্ব্বজ্ঞ অমাত্যগণ আৰু শই শই মহাবীৰ ৰাক্ষস-সকল স্বৰ্ণভ সভাস্থলত উপস্থিত হলহি; সকলোৰে উদ্দেশ্য ৰাক্ষসবোৰৰ কাৰ্য্য সিদ্ধি কৰি তেওঁলোকৰ কাৰণে সুখ সম্পাদন কৰা।

২৭—৩০। ঠিক এনে সময়তে মহাত্মা যশস্বী বিভীষণে সুন্দৰ অশ্বসংযুক্ত সোণৰ বিচিত্ৰ কাম কৰা পৰম পৱিত্ৰ বৃহৎ এখন ৰথত আৰোহণ কৰি ককায়েক ৰাৱণৰ সভাগৃহত উপস্থিত হল। তাত প্ৰৱেশ কৰি প্ৰথমতে নিজৰ নাম উচ্চাৰণ কৰি ককায়েকৰ চৰণ বন্দনা কৰাৰ পিচত ৰজাই সভাস্থলত উপস্থিত শুক, প্ৰহস্ত আদি মন্ত্ৰীমণ্ডলী আৰু আন আন ৰাক্ষসবোৰোৰক নিজ নিজ পদবী অনুসৰি বেলেগে বেলেগে যথাযোগ্য আসন নিৰ্দ্দেশ কৰিলে। তাৰ পিচত সুবৰ্ণ মণিৰত্ন আৰু উত্তম বস্ত্ৰে সুশোভিত ৰাক্ষবোৰৰ শৰীৰত পৰিধান কৰা উৎকৃষ্ট মাল্য, সৰ্ব্বশ্ৰেষ্ঠ মহামূল্য অগুৰু

আৰু চন্দনৰ অনুলেপৰপৰা মনোহৰ সুগন্ধ বতাহৰ লগত মিশ্রিত হৈ চাৰিওফালৰ পৰা ববলৈ ধৰিলে। সভাস্থলত কোনেও উচ্চস্বৰে শব্দ কৰিব নোৱাৰিছিল, কোনেও কথা নকৈছিল আৰু কোনেও ডাঙৰকৈ শব্দ কৰি আলোচনা কৰিব নোৱাৰিছিল। উগ্রবীর্য্যশালী ৰাক্ষসবোৰৰ সকলোৰে নিজ নিজ মনোৰথ পূর্ণ হৈ থকাৰ কাৰণে সকলোৱে সন্তুষ্টচিত্তে ৰজাৰ মুখৰ পিনে চাই আছিল।

১৩। এইদৰে মহাবলশালী অস্ত্রশস্ত্রধাৰী মনস্বী ৰাক্ষসবোৰৰ সমিতিৰ মাজত বজ্রপাণি মহামতি ৰাৱণে, বসুগণৰ মাজত বজ্রপাণি ইন্দ্র প্রকাশ পোৱাৰ নিচিনাকৈ নিজ প্রভাবলেৰে সভাস্থলৰ শোভাবর্দ্ধন কৰিলে।

ইতি যুদ্ধকাণ্ডৰ অন্তর্ভুক্ত একাদশ সর্গ সমাপ্ত

## দ্বাদশ সর্গ

### কুম্ভকর্ণৰ উপদেশ আৰু সান্ত্বনাপূর্ণ বাক্য

১৫। বিজয়ী ৰাৱণে সমগ্র পৰিষদবর্গৰ পিনে চাই সেনাপতি প্রহস্তক আদেশ দিলে, "সেনাপতি, চাৰিওবিধৰ (ৰথী, গজাৰোহী, অশ্বাৰোহী, পদাতি) সৈন্যসমূহৰ ভিতৰত যিবোৰ যুদ্ধবিষয়ত পার্গত তেনেবোৰ সৈন্যক নগৰ ৰক্ষাৰ কাৰণে সতর্ক থাকিবলৈ আদেশ দিয়াঁ।" ৰাজ-আদেশ পালনৰ বাবে উৎসুক প্রহস্তই আদেশ পোৱা মাত্রকে সমগ্র সৈন্যবাহিনী নগৰৰ ভিতৰ আৰু বাহিৰ ৰক্ষা কৰিবলৈ যথা-স্থানত সংস্থাপিত কৰি ৰজাৰ সম্মুখত নিজ আসনত বহি কবলৈ ধৰিলে, 'ৰাজন, নগৰৰ ভিতৰত আৰু বাহিৰত য'ত যেনেকৈ ৰাখিব লাগে সেইদৰে বলবান আপোনাৰ সৈন্য বাহিনী ৰখা হৈছে, এতিয়া আপুনি মনৰ পৰা দুখৰ ভাব এৰি ইচ্ছা অনুসৰি কাম কৰক।'

৬—২৬। ৰাজহিতৈষী প্রহস্তৰ কথা শুনি, সুখাভিলাষী ৰজাই তেওঁৰ সুহৃদবর্গৰ মাজত কবলৈ ধৰিলে, "হে সুহৃদবর্গ, ৰাজ্যত ধর্ম্ম, অর্থ আৰু কামাদি বিষয়ত সঙ্কট-কাল উপস্থিত হলে, প্রিয়, অপ্রিয়, সুখ, দুখ, লাভ, ক্ষতি, হিত, অহিত আদি সকলোবিষয়কে তোমালোকে ভালদৰে জনা উচিত। মই সদায় তোমালোকক লৈ যিবোৰ কাম আৰম্ভ কৰিছোঁ, তেনেবোৰত কোনোদিনে বিফল মনোৰথ হোৱা নাই।

ইন্দ্ৰই চন্দ্ৰাদি গ্ৰহ নক্ষত্ৰ আৰু মৰুৎগণৰ দ্বাৰা পৰিবেষ্টিত হৈ কামত প্ৰবৃত্ত হোৱাৰ নিচিনাকৈ, ময়ো তোমালোকক লগত লৈ যি কামতে হাত দিছোঁ তাতে জয় লাভ কৰিছোঁ। সকলো ক্ষেত্ৰতে মই তোমালোকৰ সমৰ্থন পাবলৈ চেষ্টা কৰি আছোঁ। অকল কুম্ভকৰ্ণ শুই থকাৰ কাৰণে কথাবোৰ তেওঁক জনাব পৰা নাই। অস্ত্ৰধাৰী-সকলৰ ভিতৰত শ্ৰেষ্ঠ মহাবলশালী কুম্ভকৰ্ণ আজি ছমাহ টোপনিতে থাকি এতিয়া সাৰ পাই উঠিছে। এতিয়া মই মোৰ কথাটো কওঁ শুনা— ৰামৰ প্ৰিয়া মহিষী জনকা-ত্মজা সীতাক ৰাক্ষসবোৰে বিচৰণ কৰি ফুৰা দণ্ডকাৰণ্যৰ পৰা মই হৰণ কৰি আনিছোঁ। মন্থৰগামিনী সেই সীতাই এতিয়াও মোৰ শয্যাৰ অৰ্দ্ধভাগ দখল কৰিবলৈ বিচৰা নাই। এই তিনিও জগতত সীতাৰ সদৃশ ৰূপৱতী স্ত্ৰী মই ক'তো দেখা নাই। তেওঁৰ শৰীৰৰ মাজভাগ (কঁকাল) কৃশ, নিতম্ব স্থূল, মুখমণ্ডল শৰৎকালৰ চন্দ্ৰৰ নিচিনা; তেওঁ সুবৰ্ণনিৰ্ম্মিত প্ৰতিমাসদৃশ সৌম্যমূৰ্ত্তিমতী, আৰু ময়দেৱতা নিৰ্ম্মিতা সাক্ষাৎ মায়াস্বৰূপা। তেওঁৰ ভৰিৰ তলুৱা ৰক্তাভ, মিহি আৰু সুন্দৰভাবে বিন্যস্ত; তেওঁৰ নখ তাম্ৰাভ; আহুতিপ্ৰদত্ত অগ্নিশিখা আৰু সূৰ্য্যকিৰণ-সদৃশ তেওঁৰ ৰূপে মোৰ শৰীৰত কামভাবৰ উদয় কৰিছে। তেওঁৰ উন্নত নাসিকা বিমল আৰু মনোহৰ, মুখশ্ৰী, সুশোভন নয়নযুগল দেখামাত্ৰকে অধীৰ হৈ তেওঁৰ প্ৰতি কামভাবত আসক্ত হওঁ। বৰ্ত্তমানে এই কামভাবে মোৰ অন্তৰৰ ক্ৰোধ আৰু হৰ্ষ দুয়োটাকে পৰাভূত কৰি মোৰ শৰীৰৰ বৰণ মলিন কৰিছে আৰু মনত সদায় শোক আৰু সন্তাপৰ ভাব ওপজাই অন্তৰ বিদগ্ধ কৰিছে। আয়তলোচনা ভামিনী সীতাদেবীয়ে ৰামক অপেক্ষা কৰি মোৰ ওচৰত এবছৰ কাল সময় ভিক্ষা কৰাত মই তেওঁৰ কথা ৰাখিবলৈ এই কালটো অপেক্ষা কৰি থাকিম বুলি স্বীকাৰ কৰিছোঁ।* পথশ্ৰান্ত ঘোঁৰাৰ নিচিনা ময়ো অপেক্ষা কৰি কৰি বৰ্ত্তমানে ভাগৰি গৈছোঁ। মই ভাবি নাপাওঁ যে বনচাৰী বান্দৰবোৰে এই দুৰতিক্ৰমণীয় সাগৰ পাৰ হব পাৰিব কেনেকৈ; আৰু দশৰথনন্দন ৰামলক্ষ্মণেই বা ঝষাদি মহা মহা জলচৰেৰে পৰিপূৰ্ণ এই সাগৰ পাৰ হব কেনেকৈ। আনপিনে একেটা মাত্ৰ বান্দৰে আহি আমাৰ ভীষণ অনিষ্ট কৰি থৈ গল। এতেকে দেখিছো কালৰ গতি বুজা বৰ কঠিন। এনেস্থলত তোমালোকে মনত যিটো ভাল বুলি বিবেচনা কৰা, কোৱাঁ। অৱশ্যে মানুহৰপৰা ভয় কৰিবলৈ আমাৰ একো নাই, কিয়নো পূৰ্ব্বতে দেৱাসুৰ সংগ্ৰামত তোমালোকৰ যিসকলক লৈ মই ৰণত জয় লাভ কৰিছিলোঁ সেই সকলো বীৰ এতিয়াও বিদ্যমান, কিন্তু তথাপিতো

* প্ৰকৃততে সীতাই সেইদৰে ভিক্ষা কৰা নাই। সীতাৰ শাপৰ ভয়ত ৰাৱণেহে সীতাক এই সময় নিৰ্দ্দেশ কৰি দিছিল।

কথাটো অলপ ভাবি চাব লগীয়া হৈছে। মই শুনিবলৈ পাইছো যে ৰাজপুত্ৰ দুজনে দূতৰ মুখৰপৰা সীতাৰ সম্ভেদ পাই, সুগ্ৰীৱাদি শ্ৰেষ্ঠ শ্ৰেষ্ঠ বান্দৰসমূহক আগত লৈ সাগৰৰ আন পাৰত উপস্থিত হৈছেহি। সীতাক মই কোনোপধ্যে দিব নোৱাৰোঁ; দশৰথনন্দন দুজনক বধ কৰিবই লাগিব। এতেকে তোমালোকৰ লগত এই বিষয়ে মোৰ ভালদৰে মন্ত্ৰণা কৰিব লগা হৈছে আৰু তাৰ উত্তৰত যিটো সুপৰামৰ্শ বুলি বিবেচনা কৰাঁ তাকে কোৱাঁ। পৃথিবীৰ ভিতৰত এনে এজনক মই দেখা নাপাওঁ যি বান্দৰবোৰে সৈতে সাগৰ পাৰ হবলৈ সমৰ্থবান হব পাৰে। এতেকে এই বিষয়ে মোৰ জয় সুনিশ্চিত।" ২৭—৪০। ৰাৱণে কামমুগ্ধ হৈ সভাৰ মাজতে এইদৰে প্ৰলাপবাক্যে কথাবোৰ কোৱা শুনি কুম্ভকৰ্ণই ক্ৰোধান্বিত *হৈ কবলৈ ধৰিলে— "ৰাজন, আপুনি সীতাক এবাৰ মাত্ৰ চকুৰে দেখিয়েই যেতিয়া বলপূৰ্ব্বক লক্ষ্মণে সৈতে থকা ৰামৰ হাতৰপৰা হৰণ কৰি আনিলে, সেই মুহূৰ্ত্ততে আপোনাৰ চিত্তযমুনা পৃথিৱীলৈ নামি অহা কালতে যমুনা হ্ৰদত প্ৰৱেশ কৰাৰ নিচিনা হল। তাৰ পিচত এতিয়া মন্ত্ৰণা কৰাৰ আৰু কোনো সাৰ্থকতা নাই। কিন্তু মহাৰাজ এই সকলো কাম আপোনাৰ অনুৰূপ হোৱা নাই; এই কাম কৰাৰ আগতে আপুনি আমাৰ লগত পৰামৰ্শ কৰাটো উচিত আছিল। পূৰ্ব্বতে মন্ত্ৰীসকলৰ লগত পৰামৰ্শ কৰি কৰ্ত্তব্য-পন্থা স্থিৰ কৰি লৈ যি ৰজাই ন্যায়সঙ্গতমনে ৰাজ-কাৰ্য্য সমাধা কৰে, তেওঁ পিচত অনুতাপ কৰিব লগীয়া নহয়। কিন্তু যি ৰজাই মন্ত্ৰীবৰ্গৰ লগত সামদানাদি উপায়বোৰৰ কথা আলোচনা নকৰাকৈ নিজ ইচ্ছামতে অন্যায়স্বৰূপ বিপৰীত কামত প্ৰবৃত্ত হয়, অপবিত্ৰ যজ্ঞত দিয়া ঘৃতাহুতিৰ দৰে ৰজাৰ তেনে কামো দোষযুক্ত হৈ তেওঁৰ অনিষ্ট সাধন কৰে। যি ৰজাই প্ৰথমতে কৰিব লগীয়া কামটো পিচত আৰু পিচত কৰিব লগীয়া কামটো প্ৰথমতে কৰে, বুজিব লাগিব সেই ৰজাৰ নীতি-অনীতিৰ জ্ঞান নাই। ক্ৰৌঞ্চ পৰ্ব্বত অলঙ্ঘনীয় হলেও ৰাজহাঁহবোৰে যিদৰে দেৱসেনাপতি কাৰ্ত্তিকেয়ৰ শক্তিঅস্ত্ৰৰ দ্বাৰা কৃত ছিদ্ৰ পথেদি এই পৰ্ব্বত অতিক্ৰম কৰে চঞ্চলমতি ৰজাৰ সৈন্যবল অধিক হলেও শত্ৰুপক্ষই তেওঁৰ কামত ছিদ্ৰ অন্বেষণ কৰিবলৈ সুযোগ পায়। আপুনি নভবা নিচিন্তাকৈ এই ভীষণ কামটো হাতত লৈছে; আপোনাৰ সৌভাগ্য যে বিষমিশ্ৰিত অন্নৰ নিচিনা ৰামে এতিয়াও আপোনাক বধ কৰা নাই। যি হওক শত্ৰুপক্ষৰ বল অনুসৰি আপুনি আৰম্ভ কৰা কাম আপোনাৰ অসদৃশ হলেও, হে অনঘ, আপোনাৰ শত্ৰুপক্ষক সংহাৰ কৰি মই আপোনাৰ উদ্দেশ্য সাধন কৰিম। হে নিশাচৰ, মই অকলে আপোনাৰ শত্ৰু বিনাশ কৰিম, যদি ইন্দ্ৰ আৰু যম, অগ্নি, মাৰুত অথবা কুবেৰ আৰু বৰুণ যুদ্ধৰ সম্মুখীন হয়, মই তেওঁলোককো পৰাভূত

* কুম্ভকৰ্ণৰ ক্ৰোধৰ কাৰণ—ৰজা হৈ ৰাৱণে সভাস্থলত এইদৰে শোক-সন্তাপৰ কথা কব কিয়?

কৰিম। পৰ্ব্বত-প্ৰমাণ এই শৰীৰ লৈ মহাপৰিঘ অস্ত্ৰেৰে সজ্জিত হৈ যুদ্ধত অৱতীৰ্ণ হলে মোৰ ভীষণ এই দাঁত দেখি স্বয়ং পুৰন্দৰেও ভয় খাব। হে ৰাজন, ৰামে মোৰ ওপৰত দ্বিতীয় বাৰ শৰ নিক্ষেপ কৰাৰ আগতে মই তাৰ ৰক্ত পান কৰিম, আপুনি মনৰ সুখে আশ্বস্ত হওক। মই দশৰথৰ পুত্ৰ ৰামক বধ কৰি আপোনাৰ কাৰণে সুখকৰ জয় উপাৰ্জ্জন কৰিবলৈ যত্নপৰ হম। আৰু যুদ্ধত ৰাম আৰু লক্ষ্মণক বধ কৰাৰ পিচত বান্দৰৰ মুখ্য বীৰসকলক ভক্ষণ কৰিম। হে দশানন, ইচ্ছা অনুযায়ী সুখ উপভোগ কৰক, অতি উৎকৃষ্ট মদ্যপানত প্ৰবৃত্ত হওক আৰু মনৰপৰা সকলো শোক আঁতৰাই লৈ হিতকৰ কামত নিযুক্ত হওক। ৰামক যমপুৰীলৈ পঠোৱাৰ পিচতে সীতা চিৰকাললৈ আপোনাৰ বশবৰ্ত্তিনী হব।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত দ্বাদশ সৰ্গ সমাপ্ত

## ত্ৰয়োদশ সৰ্গ

### মহাপাৰ্শ্বৰ উদগনিত ৰাৱণৰ দৰ্প

১। কুম্ভকৰ্ণৰ উক্তিত ৰাৱণ ক্ৰুদ্ধ হোৱা বুলি জানি মহাবলশালী মহাপাৰ্শ্বই অলপ সময় গমি চাই হাতযোৰ কৰি কবলৈ ধৰিলে।

২। "হে ৰাজন, যি জনে হিংস্ৰজন্তুৰে পৰিপূৰ্ণ বনত প্ৰৱেশ কৰি তাত মধুভাণ্ড পায়ো সেই মধু পান নকৰে, সি প্ৰকৃততে মহামূৰ্খ।

৩। "হে শত্ৰুবিমৰ্দ্দক, আপুনি ঈশ্বৰৰো ঈশ্বৰ;* এতেকে শত্ৰুৰ মূৰত ভৰি দি আপুনি বৈদেহীৰ লগত বিহাৰ কৰক।

৪। "হে মহাবলশালী ৰাৱণ, আপুনি কুক্কুটৰ বৃত্তি অৱলম্বন কৰি বলপূৰ্ব্বক সীতাক আক্ৰমণ কৰক আৰু তেওঁক উপভোগ কৰক। **

---

* যম আদি দেৱতাসকলে প্ৰাণীৰ অপকাৰ অনুসৰি শাস্তি বিধান কৰে। পৰদাৰহৰণ অধৰ্ম্ম হলেও, যমাদি দেৱগণে আপোনাত শাস্তি বিধান কৰিব নোৱাৰিব, কিয়নো আপুনি তেওঁলোকৰো বশলৈ আনি তেওঁলোকৰ ওপৰতো অধিকাৰ লাভ কৰিছে।

** বাৎস্যায়ন শাস্ত্ৰত আছে—"কুক্কুটীনাং কামিকুক্কুটসংযোগে ক্ৰোধঃ জাতিধৰ্ম্মঃ" "ক্ৰুদ্ধামাক্ৰম্য ভোগস্তু কৌক্কুটঃ সোঽপি সৌখ্যদঃ।" অৰ্থাৎ কোনো এটা কুক্কুটে কামভাৱত আসক্ত হৈ যেতিয়া কুক্কুটীৰ ওচৰ চাপে তেতিয়া কুক্কুটীজনী সাধাৰণতে ক্ৰুদ্ধা হয়। কিন্তু তথাপিতো কুক্কুটে তাইৰ লগত বিহাৰ কৰি সুখ ভোগ কৰে। এইটোৱেই কুক্কুট-ধৰ্ম্ম।

৫। "আপোনাৰ কামনা সিদ্ধ হৈ গলে তাৰ আগত বা পিচত আৰু ভয়ৰ কি কাৰণ হব পাৰে, আৰু যদিহে অনাগত ভয়ৰ কোনো কাৰণ উপস্থিত হয় তেন্তে তাৰ প্ৰতিবিধানো কৰা হব।

৬। "আমাক লগত লৈ কুম্ভকৰ্ণ আৰু মহাবল ইন্দ্ৰজিতে আনকি হাতত বজ্ৰ লৈ থকা বজ্ৰধাৰী ইন্দ্ৰকো প্ৰতিৰোধ কৰিব পাৰিব।

৭। "নীতিশাস্ত্ৰত পাৰ্গত পণ্ডিতসকলে সাম, দান, ভেদ এই তিনিটাৰ কথা উল্লেখ কৰিছে, কিন্তু এই তিনিটাতকৈ দণ্ডনীতিয়েই কাৰ্য্যসিদ্ধিৰ অৰ্থে উত্তম পন্থা বুলি মই বিবেচনা কৰোঁ।

৮। "হে মহাবলশালী ৰাজন, আপোনাৰ শত্ৰুকুল এইখিনি পোৱাৰ লগে লগে আমি অস্ত্ৰৰ বলত সিহঁতক পৰাভূত কৰিম, তাত সংশয় নকৰিব।"

৯–১২। মহাপাৰ্শ্বই এইদৰে কোৱাৰ পিচত ৰাৱণে তেওঁৰ কথাখিনি সাদৰি লৈ কবলৈ ধৰিলে,—"মহাপাৰ্শ্ব, বহুদিন আগতে হোৱা এটা ঘটনাক লৈ মই যেনে অৱস্থা প্ৰাপ্ত হৈ আছোঁ, কওঁ শুনা। এদিনাখন অগ্নিশিখা-সদৃশ ৰূপৱতী পুঞ্জিকাস্থলা নামে এজনী অপ্সৰাই মোৰ ভয়তে মই দেখা-নেদেখা অৱস্থাৰ ভিতৰত আকাশত লীন হৈহে যেন পিতামহ ব্ৰহ্মাৰ ভৱনলৈ যাবলৈ ধৰিছিল। মই বলপূৰ্ব্বক আক্ৰমণ কৰি বিবস্ত্ৰা কৰিলো আৰু তেওঁৰ লগত বিহাৰ কৰিলোঁ। তেতিয়া গজৰাজৰ দ্বাৰা দলিতা নলিনীৰ দৰে ব্যাকুলভাৱে তেওঁ পিতামহৰ ভৱনত উপস্থিত হয়।

১৩। "মোৰ অনুমান পিতামহ ব্ৰহ্মাই তেওঁৰ সেই বৃত্তান্তটো জানিব পাৰিলে।

১৪। "তেতিয়া ব্ৰহ্মাই ক্ৰুদ্ধ হৈ মোক এই অভিসম্পাত দিলে,* 'ৰাৱণ আজিৰ পৰা যেতিয়াই তই অন্য কোনো নাৰীৰ ওপৰত বলাৎকাৰ কৰিবি সেই মুহূৰ্ত্ততে তোৰ মূৰ শ খণ্ডত শীৰ্ণ-বিশীৰ্ণ হব।"

১৫। "এই কাৰণতে সেই শাপৰ ভয়ত সীতাক বলপূৰ্ব্বক মোৰ শয্যাৰ অৰ্দ্ধভাগিনী কৰিব পৰা নাই।

১৬। "দাশৰথি ৰামে নাজানে যে মোৰ বেগ সাগৰসদৃশ আৰু মোৰ গতিও বায়ুসদৃশ, সেয়েহে সি মোৰ ওচৰ চাপিছেহি।

১৭। "গিৰি গহ্বৰস্থ মৃত্যুসম ভয়ঙ্কৰ নিদ্ৰিত সিংহৰ ওচৰ চাপি কোনে তাক জাগৃত কৰিব বিচাৰে?

* ৰম্ভাৰ ওপৰত বলাৎকাৰ কৰাৰ কাৰণে কুবেৰৰ পুত্ৰ নলকুবেৰে এইদৰে শাপ দিয়া আখ্যান এটা আছে। নলকুবেৰৰ শাপৰপৰা হয়তো তপোবলৰ দ্বাৰা ৰাৱণে মুক্তি পালেহেঁতেন, কিন্তু ব্ৰহ্মাৰ শাপৰপৰা মুক্তি কোনোমতে নাপায়।

১৮। "ৰামে নিশ্চয়কৈ মোৰ নিক্ষিপ্ত দ্বিজিহ্ব সৰ্পসদৃশ বাণসমূহ চকুৰে দেখা নাই। সেয়েহে সি মোৰ ওচৰ চাপি আহিছে।

১৯। "উল্কাপাতৰ দ্বাৰা হাতীক যিদৰে বিনাশ কৰা যায়,ময়ো অতিশীঘ্ৰে মোৰ ধনুচ্যুত বজ্ৰসম বাণসমূহৰ দ্বাৰা ৰামক ধ্বংস কৰিম।

২০। "ৰাতিপুৱা উদিত সূৰ্য্যই নক্ষত্ৰৰাশিৰ প্ৰভা যিদৰে নষ্ট কৰে, মোৰ সৈন্য-দলৰ দ্বাৰা পৰিবেষ্টিত হৈ ময়ো ৰামৰ সৈন্যক সেইদৰে নষ্ট কৰিম।

২১। "সহস্ৰলোকে ইন্দ্ৰ অথবা বৰুণেও যুদ্ধত মোক পৰাভূত কৰিব নোৱাৰিব। কুবেৰপালিত এই লঙ্কা নগৰীও মই মোৰ বাহুবলৰ দ্বাৰাহে উপাৰ্জ্জন কৰিছোঁ।"

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত ত্ৰয়োদশ সৰ্গ সমাপ্ত

## চতুৰ্দ্দশ সৰ্গ

### পুনঃ বিভীষণৰ সজ উপদেশ

১—৬। ৰাক্ষসৰাজ ৰাৱণৰ উক্তি আৰু কুম্ভকৰ্ণৰ গৰ্জ্জন শুনি বিভীষণে হিতকৰ আৰু অৰ্থযুক্ত বাক্যে কবলৈ ধৰিলে, "ৰাজন, এই সীতা এটা মহাবিষধৰ সৰ্পসদৃশ, তেওঁৰ দুই বাহুৰ ভিতৰত থকা শৰীৰৰ ভাগ (অৰ্থাৎ হৃদয়) সাপৰ ফণাসদৃশ, তেওঁৰ চিন্তাধাৰা বীষৰ তুল্য, সুশোভন হাঁহি সাপৰ দাঁত-বিশেষ আৰু তেওঁৰ হাতৰ পাঁচোটা আঙুলি সাপৰ পাঁচোটা মুৰৰ সদৃশ। হে মহাৰাজ, সীতা-ৰূপ এই মহাকায় সৰ্প কোনে আপোনাৰ ডিঙিত আঁৰি দিলে? এতিয়াও পৰ্ব্বত প্ৰমাণ শৰীৰ-বিশিষ্ট নখদন্তাস্ত্ৰধাৰী বান্দৰবোৰে এই লঙ্কা বিধ্বস্ত কৰাৰ আগতে আপুনি সীতাক ৰামৰ হাতত সমৰ্পণ কৰক। ৰামৰ বজ্ৰতুল্য বায়ুসম বেগবান বাণ-সমূহে ৰাক্ষসবীৰসমূহৰ শিৰশ্ছেদ নৌ কৰোঁতেই আপুনি সীতাক প্ৰত্যৰ্পণ কৰক। হে ৰাজন, আপুনি জানিব কুম্ভকৰ্ণ অথবা ইন্দ্ৰজিত, মহাপাৰ্শ্ব, মহোদৰ, নিকুম্ভ, কুম্ভ অথবা অতিকায় ইহঁতৰ কোনোৱেই যুদ্ধত ৰামৰ আগত তিষ্ঠিব নোৱাৰিব। হে মহাৰাজ, স্বয়ং সূৰ্য্যদেৱ অথবা মৰুৎগণেও যদি আপোনাক ৰক্ষা কৰি থাকে অথবা ইন্দ্ৰৰ কোলাতে বহি থাকে অথবা স্বয়ং মৃত্যু অৰ্থাৎ যমৰাজেও যদি ৰক্ষা কৰি

থাকে অথবা অন্তৰীক্ষত অথবা পাতালত সোমাই থাকে, জীবিত অৱস্থাত ৰামৰ হাতৰপৰা আপোনাৰ ৰক্ষা নাই।

৭—৮। বিভীষণৰ কথা শুনি প্ৰহস্তই কলে "বিভীষণ, দেৱতা অথবা দানবৰ পৰা আমাৰ কোনো ভয়ৰ কাৰণ হব পাৰে বুলি আমি নাজানো আৰু সেইদৰে যক্ষ, গন্ধৰ্ব্ব, মহোৰগ, পতগ অথবা উৰগৰপৰাও যুদ্ধত আমাৰ কোনো ভয় নাই। এতেকে এজন ৰাজপুত্ৰ ৰামৰপৰা আমাৰ ভয়ৰ কাৰণ কি হব পাৰে?"

৯। প্ৰহস্তৰ অহিতকৰ কথা শুনি ধৰ্ম্ম, অৰ্থ আৰু কাম বিষয়ত স্থিৰবুদ্ধি ৰাজহিতকাঙ্ক্ষী বিভীষণে মহামূল্যবান কথাৰে কবলৈ ধৰিলে।

১০। প্ৰহস্ত, ৰজা, মহোদৰ, তুমি আৰু কুম্ভকৰ্ণই ৰামৰ বিষয়ে যি কলা সেইটো তোমালোকৰ শক্তিৰ বাহিৰ। অধৰ্ম্মপৰায়ণ প্ৰাণীৰ পক্ষে স্বৰ্গলৈ যোৱা যিদৰে অসম্ভৱ তোমালোকৰ কথাও তদ্বৎ।

১১। ভেলত উঠি সাগৰ পাৰ হোৱা যিদৰে অসম্ভৱ, সেইদৰে তুমি, মই অথবা সকলো ৰাক্ষসে মিলিত হৈও অস্ত্ৰবিশাৰদ ৰামক বধ কৰিব নোৱাৰিম।

১২। ৰাম ধৰ্ম্মপ্ৰধান, মহাৰথ, ইক্ষাকু বংশসম্ভূত ৰজা, সংগ্ৰাম-ক্ষেত্ৰত সকলোকে সংহাৰ কৰাৰ শক্তি তেওঁৰ আছে, তেনে এজনৰ সম্মুখত যুদ্ধত স্বয়ং দেৱতাসকলো বিমূঢ় হয়।

১৩। হে প্ৰহস্ত, যিহেতু এতিয়ালৈকে ৰামৰ সুতীক্ষ্ণ কঙ্কপত্ৰ শৰসমূহে তোমাৰ শৰীৰ ভেদ কৰা নাই সেয়েহে তুমি ৰামক এইদৰে তুচ্ছতাচ্ছিল্য কৰিব পাৰিছা।

১৪। ৰামৰ নিক্ষিপ্ত এই শৰসমূহ প্ৰাণান্তকাৰী বজ্ৰসম বেগবান আৰু সুতীক্ষ্ণ, সিহঁত তোমাৰ শৰীৰত প্ৰৱেশ কৰা নাই বুলিহে তুমি এইদৰে আত্মশ্লাঘা কৰিব পাৰিছা।

১৫। ৰাৱণ অতিবলশালী ত্ৰিশীৰ্ষ, কুম্ভকৰ্ণৰ পুত্ৰ নিকুম্ভ, ইন্দ্ৰজিত অথবা তুমি ইন্দ্ৰসমশক্তিশালী দশৰথনন্দন ৰামৰ বাণ সহ্য কৰিব নোৱাৰিবা।

১৬। দেৱান্তক, নৰান্তক, অতিকায়, মহাত্মা অতিৰথ, অথবা সমান যোদ্ধা অকম্পন এওঁলোকৰ কোনোজনেই যুদ্ধত ৰাঘৱৰ সমুখত তিষ্ঠিব নোৱাৰিব।

১৭। প্ৰহস্ত, আমাৰ এই ৰজাজন উগ্ৰস্বভাৱসম্পন্ন আৰু হিতাহিত বিচাৰত অক্ষম। বৰ্ত্তমানে কামমুগ্ধ হোৱাৰ কাৰণে তেওঁক দুৰ্ব্বুদ্ধিয়ে পাইছে, তাতে তোমালোকৰ নিচিনা শত্ৰুতুল্য মিত্ৰসকলৰ হাতত পৰি ৰাক্ষসকুল ধ্বংস কৰিবলৈ ওলাইছে।

১৮। তেওঁ এতিয়া অনন্তফণাযুক্ত সহস্ৰশীৰ্ষ ভীমাকৃতি মহাবলশালী নাগৰ দ্বাৰা পৰিবেষ্টিত, তোমালোকে তেওঁক এই মেৰপাকৰপৰা মুক্ত কৰি ৰক্ষা কৰা।

১৯। ভূতে ধৰা মানুহক যিদৰে সুহৃদ্বৰ্গই চুলিত ধৰি টানি আনিও ৰক্ষা কৰে, তোমালোকেও ৰজাক সেইদৰে ৰক্ষা কৰাঁ, কিয়নো এই ৰজাৰ অধীনস্ত থাকি তোমালোক সকলোৱে পৰম সুখে বাস কৰি আছা।

২০। আমাৰ এই ৰজা বৰ্ত্তমানে ৰাঘৱৰূপ মহাসমুদ্ৰত নিমগ্ন হৈ পাতালমুখে তলৰ ফাললৈ গতি কৰিবলৈ ধৰিছে, তোমালোকে এক মত হৈ তোমালোকৰ শক্তি প্ৰয়োগ কৰি তেওঁক উদ্ধাৰ কৰা উচিত ।

২১। মই এই নগৰৰ ৰাক্ষসগণৰ, ৰজাৰ আৰু তেওঁৰ সুহৃদ্বৰ্গৰ হিতৰ অৰ্থে ভাবি-চিন্তি নিজ মত প্ৰকাশ কৰিছোঁ, ৰাজপুত্ৰ ৰামৰ হাতত মৈথিলীক সমৰ্পণ কৰাঁ।

২২। যিজনে নিজ আৰু পৰ উভয় পক্ষৰে বলাবল, স্থান আৰু ক্ষয় বৃদ্ধিৰ বিষয়ে ভালদৰে বিবেচনা কৰি স্বামীক হিত উপদেশ দিয়ে তেৱেঁই প্ৰকৃত মন্ত্ৰী।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত চতুৰ্দ্দশ সৰ্গ সমাপ্ত

## পঞ্চদশ সৰ্গ

### ইন্দ্ৰজিতৰ কথাৰ উত্তৰত বিভীষণৰ তিৰস্কাৰ

১—২। ৰক্ষোগণৰ প্ৰৱৰ ইন্দ্ৰজিতে বৃহস্পতিতুল্য বিভীষণৰ কথাখিনি অতি কষ্টে শুনি লৈ উত্তৰ দিলে, "হে কনিষ্ঠ পিতৃদেৱ, আপুনি অত্যন্ত ভীত হোৱা যেন হৈ অনৰ্থক এইবোৰ কি কবলৈ ধৰিছে? যিজনে আমাৰ এই পৌলস্ত্য কুলত জন্মগ্ৰহণ কৰা নাই তেনে জনেও এইদৰে নকয় বা নাভাবে।

৩। এইবংশত বল, বীৰ্য্য, পৰাক্ৰম, ধৈৰ্য্য, শৌৰ্য্য আৰু তেজত একেবাৰে হীন হৈ যদি কোনোৱে জন্ম গ্ৰহণ কৰিছে তেওঁ কেবল এই বিভীষণেই।

৪। আমাৰ ভিতৰত এজন সাধাৰণ ৰাক্ষসেই মনুষ্য ৰাজপুত্ৰ সেই ৰাম-লক্ষ্মণক বধ কৰিব পাৰে, তেনেস্থলত, হে ভীৰু, সিহঁতৰ নাম লৈ আমাক ভয় দেখুৱাৰ সাৰ্থকতা কি?

৫। যিজন ত্ৰিলোকনাথ সৰ্ব্বশক্তিমান দেৱৰাজ ইন্দ্ৰ, তেওঁকেই মই বলপূৰ্ব্বক পৃথিবীলৈ টানি আনিছিলোঁ। তাকে দেখি সেই সময়ত সকলো দেৱতাই ভয়তে চাৰিওফালে লৰি পলাইছিল ।

৬। ভীষণ গৰ্জ্জনশীল সেই ঐৰাৱতকো ময়ে পৃথিবীৰ ওপৰত পেলাই লৈ মোৰ বলৰ দ্বাৰা তাৰ দাঁত দুটা উভালি পেলাওঁ, এইবোৰ দেখি শুনি দেৱগণ সন্ত্ৰস্ত হৈছিল।

৭। এইদৰে অকলে ময়েই মোৰ নিজ বীৰ্য্যবলৰ দ্বাৰা দেৱতাসকলৰ দৰ্প নাশ কৰোঁ, আৰু প্ৰধান প্ৰধান দৈত্যগণক শোক-সন্তপ্ত কৰোঁ, এতেকে বলবীৰ্য-শালী মই সাধাৰণ দুজন মনুষ্য ৰাজপুত্ৰক পৰাভূত কৰিব নোৱৰাৰ কাৰণ কি?

৮। ইন্দ্ৰকল্প দুৰ্দ্ধৰ্ষ মহাতেজস্বী ইন্দ্ৰজিতৰ কথা শুনি অস্ত্ৰধাৰীসকলৰ ভিতৰত শ্ৰেষ্ঠ বিভীষণে গুৰুত্বপূৰ্ণ বাক্যে কবলৈ ধৰিলে:

৯। "বৎস ইন্দ্ৰজিত, তুমি এতিয়াও বালক, তোমাৰ বুদ্ধি পৰিপক্ক হোৱা নাই, এতেকে মন্ত্ৰণা বিষয়তো তুমি স্থিৰ বুদ্ধি লাভ কৰিব পৰা নাই; এই কাৰণতে তোমাৰ আত্মাবিনাশৰ অৰ্থে অৰ্থহীন এই কথাবোৰ কৈ প্ৰলাপ বকিবলৈ ধৰিছা।

১০। "ইন্দ্ৰজিৎ, তুমি ৰাৱণৰ পুত্ৰ নাম লৈ মিত্ৰৰূপে শত্ৰুৰ কাম কৰিছা, যিহেতু ৰাঘৱৰ হাতত ৰাৱণৰ বিনাশ হব বুলি জানিও, মোহান্ধ হৈ তুমি তেওঁৰ কামক অনুমোদন কৰিছা।

১১। "তুমি অতি দুৰ্ম্মতি-সম্পন্ন, বালক আৰু দুঃসাহসী, এতেকে তোমাৰ নিচিনা জনক যিজনে এই মন্ত্ৰণাগৃহলৈ আনিছে, তেওঁ আৰু তুমি উভয়ে বধ্য।

১২। "ইন্দ্ৰজিৎ, তুমি এজন মূৰ্খ, অবিমৃষ্যকাৰী, অবিনীত, উগ্ৰস্বভাৱসম্পন্ন, অল্পমতি, আৰু দুৰাত্মা, তোমাৰ অতিশয় দুষ্টমতি আৰু মূৰ্খামিৰ বাবে লৰামতীয়া বুলি তুমি এনেদৰে কব পাৰিছা।

১৩। যুদ্ধক্ষেত্ৰত ৰামৰ দ্বাৰা নিক্ষিপ্ত ব্ৰহ্মদণ্ডসম জ্যোতিৰ্ম্ময়, কালাগ্নিসম ভয়ঙ্কৰ যমদণ্ডতুল্য বাণসমূহ কোনে সহ্য কৰিব পাৰিব?

১৪। "হে ৰাজন, আপুনি ধন, ৰত্ন, অলঙ্কাৰ, বস্ত্ৰ আৰু দিব্য বিচিত্ৰ মণিসমূহে সৈতে দেৱী সীতাক ৰামৰ ওচৰত শোধাই দিয়ক আৰু আমিও আমাৰ শোকৰ কাৰণ এৰি সুখেৰে ইয়াত বাস কৰি থাকোঁ।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত পঞ্চদশ সৰ্গ সমাপ্ত

# ষোড়শ সর্গ

## বিভীষণৰ কথাত ৰাৱণৰ ক্রোধ আৰু বিভীষণৰ লঙ্কাত্যাগ

১। বিভীষণে যুক্তিতর্কপূর্ণ হিতকৰ বাক্যে এইদৰে কোৱাৰ পিচত ৰাৱণে কালৰ গতিৰ দ্বাৰা অনুপ্রেৰিত হৈ কর্কশবাক্যে কবলৈ ধৰিলে :

২। "প্রতিদ্বন্দ্বী শত্রু অথবা বিষধৰ সর্পৰ লগত বাস কৰাও বৰং শ্ৰেয়ঃ তথাপি শত্ৰুপক্ষাৱলম্বী মিত্ৰমুখ্যজনৰ লগত বাসকৰাটো উচিত নহয়।

৩। "ৰাক্ষস বিভীষণ, সকলো লোকতে জ্ঞাতিবর্গৰ যিটো চৰিত্ৰ তাক মোৰ জনা আছে—জ্ঞাতিয়ে জ্ঞাতিৰ বিপদত সদায় আনন্দ উপভোগ কৰাটোৱেই সিহঁতৰ স্বভাব।

৪। "জ্ঞাতিৰ ভিতৰত যিজনে জ্যেষ্ঠ বুলি প্রধান হৈ উঠে, যিজন বিদ্বান আৰু ধৰ্ম্মপৰায়ণ তেনেজন বীৰ-পুৰুষকো জ্ঞাতিয়ে অৱমাননা কৰি পৰাভৱ কৰিবলৈ বিচাৰে।

৫। "চোৱাঁ, এই জ্ঞাতিবোৰ *আততায়ী শত্রু স্বৰূপ, সিহঁতৰ মুখত আনন্দৰ ভাব, কিন্তু অন্তৰ কপটতাৰে পূর্ণ, এই কাৰণে সিহঁত অতি ভয়াৱহ।

৬। "বহুদিনৰ আগতে কিছুমান মানুহে বন্ধনৰ জৰী (পাশ) হাতত লৈ পদ্মবনলৈ অহাত সিহঁতক দেখি তাত থকা হাতীবোৰে যিদৰে কোৱা-মেলা কৰিছিল কওঁ শুনা।

৭—৮। "সিহঁতে কৈছিল যে স্বাৰ্থান্ধ আমাৰ নিজ জ্ঞাতিবর্গক আমি যেনে ভয় কৰোঁ, জুই, আন অস্ত্র অথবা পাশবন্ধনৰ জৰীও আমাৰ পক্ষে তেনে ভয়াৱহ নহয় ; কিয়নো আগতে ধৰি নি বশীভূত কৰা এই জ্ঞাতিয়েহে আমাকো ধৰি নিয়াৰ উপায় কৰি দিয়ে ; এই কাৰণেই কৈছোঁ যে সকলো ভয়তকৈ জ্ঞাতিভয় বিশেষ কষ্টদায়ক।

৯। "হব্য-কব্যাদি কাৰ্য্য সাধনৰ উপায়স্বৰূপ দুগ্ধ গাইগৰুত বিদ্যমান, সেইদৰে জ্ঞাতিত ভয়, তিৰোতাত চঞ্চলতা আৰু ব্ৰাহ্মণত তপস্যা—এইবোৰ স্বতঃসিদ্ধ কথা।

১০। এই কাৰণত মই কৈছোঁ, "হে সুমতি-সম্পন্ন বিভীষণ, তিনিও জগততে সকলোৱে মোক পূজা কৰে, মই সকলো ঐশ্বৰ্য্যৰ অধিকাৰী, সকলো শত্ৰুৰ মূৰত ভৰি দি সৰ্ব্বোচ্চ স্থান অধিকাৰ কৰি আছোঁ, এইবোৰ তোমাৰ ভাল লগা নাই।

১১—১২। "পদুমৰ পাতত থকা পানী যিদৰে অস্থিৰ, অনাৰ্য্য ( অৰ্থাৎ ক্ৰূৰমতি ) পুৰুষৰ লগত মিত্ৰতাও সেইদৰে স্থিৰতাবিহীন, শৰৎ কালত মেঘে গৰ্জ্জনো কৰে আৰু

* অগ্নিদঃ গৰদশ্চৈব শস্ত্ৰপানিধনাপহঃ। ক্ষেত্ৰদাৰা হৰশ্চৈব ষড়েতে আততায়িনঃ। যিজনে ঘৰত জুই দিয়ে, অথবা খাদ্যত বিষ দিয়ে, অথবা হাতত অস্ত্ৰ লৈ মাৰিবলৈ আহে, অথবা ধন অপহৰণ কৰে, অথবা ভূমি বা স্ত্ৰীক হৰণ কৰি নিয়ে সিয়ে আততায়ী।

কণিকা বৃষ্টিপাতো কৰে ; কিন্তু তাৰ দ্বাৰা মাটিৰ কোনো ফল নহয়, অনাৰ্য্যজনৰ লগত বন্ধুত্বও সেইদৰে নিষ্ফল হয় ।

১৩—১৪। "ভ্ৰমৰে পিয়াহত ফুলৰ ওপৰত বহি মধু পান কৰে, কিন্তু মধুপান কৰা হলেই সি যিদৰে তাৰপৰা পলায়ন কৰে, আৰু অকণিও মধু তাত নৰয়, অনাৰ্য্যজনৰ লগত বন্ধুত্বও তদনুৰূপ ।

১৫। "হাতীয়ে স্নান কৰি উঠিয়েই পুনঃ গোটেই গাতে ধূলি সানি লয়, গতিকে তাৰ স্নানৰ যিদৰে কোনো অৰ্থ নাই, অনাৰ্য্যজনৰ লগত মিত্ৰতা কৰিও তেনেদৰে একো লাভ নাই ।

১৬। "নিশাচৰ বিভীষণ, তুমি নহৈ আন কোনোৱে আজি এনে কথা কোৱাহলে মই তৎমুহূৰ্ত্ততে তাৰ অস্তিত্ব নোহোৱা কৰিলোহেঁতেন ; কুলপাষণ্ড তোক ধিক।"

১৭। ৰাৱণে নিষ্ঠুৰ বাক্য এইদৰে কোৱাৰ লগে লগে, ন্যায়বাদী বিভীষণে গদা হাতত লৈ চাৰিজন আন ৰাক্ষসে সৈতে তৎক্ষণাৎ ওপৰলৈ লাফ দি উঠিল।

১৮। অন্তৰীক্ষতে থাকি শ্ৰীমান বিভীষণে ক্ৰুদ্ধ হৈ ৰাক্ষসাধিপতি ৰাৱণক কবলৈ ধৰিলে।

১৯। "হে ৰাজন, তুমি এতিয়া ভ্ৰান্ত, তোমাৰ যি ইচ্ছা হয় তাকে কোৱাঁ ; তুমি মোৰ জ্যেষ্ঠ, এতেকে তুমি মোৰ পিতৃসম মাননীয় ; কিন্তু যিহেতু তুমি ধৰ্ম্ম-পথত থকা নাই, এতেকে তুমি অগ্ৰজ হলেও মই তোমাৰ এই নিষ্ঠুৰ বাণী সহ্য নকৰোঁ।

২০। "দশানন, তোমাৰ হিতকামনা কৰিয়ে সুনীতিপূৰ্ণ এই কথাখিনি কৈছিলোঁ, কিন্তু অকৃতাত্মা প্ৰাণীয়ে কালৰ দশা প্ৰাপ্ত হলে সুনীতিপূৰ্ণ কথাও গ্ৰহণ নকৰে।

২১। "হে ৰাজন, প্ৰিয়বাদী মানুহ জগতত সুলভ, কিন্তু অপ্ৰিয় অথচ হিতকৰ বাক্যৰ বক্তা আৰু শ্ৰোতা পোৱাটো সুকঠিন ।

২২—২৩। "তুমি সকলো প্ৰাণীৰ বিনাশক কালৰ পাশত বদ্ধ, কিন্তু তথাপি মানুহে যি ঘৰক আশ্ৰয় কৰি থাকে জুয়ে পুৰিবলৈ ধৰিলেও যেনেকৈ সেই ঘৰক উপেক্ষা কৰি নাথাকে, তেনেদৰে তুমি বিনাশ-প্ৰাপ্ত হব ধৰা বুলি জানি মই তোমাক উপেক্ষা নকৰি এই হিত উপদেশ দিছিলোঁ। তুমি ৰামৰ স্বৰ্ণবিভূষিত অগ্নিসম তীক্ষ্ণ শৰসমূহৰ দ্বাৰা নিপাতিত হোৱা অৱস্থাটো চাবলৈ মই ইচ্ছা কৰা নছিলোঁ।

২৪। "বালিৰ ভেটা যিদৰে বৈ নথাকে, পুৰুষ, বীৰেই হওক, বলবানেই হওক, অথবা অস্ত্ৰে-শস্ত্ৰে সুসজ্জিতেই হওক, কালৰ দশা প্ৰাপ্ত হলে সি বিনাশপ্ৰাপ্ত হবই ।

২৫। "এতেকে হে ৰাজন, তুমি গুৰুজন বুলি তোমাৰ হিত কামনা কৰি মই যি কলোঁ তাৰ বাবে মোক ক্ষমা কৰিবা। মই ইচ্ছা কৰোঁ, তুমি নিজক ৰক্ষা কৰি

থাকাঁ আৰু বান্দৰগণে সৈতে এই পুৰি ৰক্ষা কৰা। তোমাৰ মঙ্গল হওক, এতিয়া মই যাওঁ, মোৰ অনুপস্থিতিত তুমি সুখী হৈ থাকাঁ।"

২৬। হে নিশাচৰ, তোমাৰ হিত কামনা কৰিয়ে মই বাৰে বাৰে তোমাক নিষেধ কৰাতো মোৰ কথা তোমাৰ ভাল নালাগিল। মই দেখিছো মানুহৰ আয়ুস শেষ হলে শেষ কালত তাৰ সুহৃদজনে তাক কোনো হিত কথা কলেও সি তাক গ্ৰহণ নকৰে।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্গত ষোড়শ সৰ্গ সমাপ্ত

## সপ্তদশ সৰ্গ

### বিভীষণৰ আগমনত ৰাম আৰু বান্দৰসকলৰ ভিতৰত আলোচনা

১। ভায়েক বিভীষণে তিৰস্কাৰপূৰ্ণ বাক্যে ককায়েক ৰাৱণক এইদৰে কৈ সেই মুহূৰ্ত্ততে যি ঠাইত ৰাম, লক্ষ্মণে সৈতে বাস কৰি আছিল তাত উপস্থিত হলগৈ।

২—৩। মাটিৰ ওপৰতে থাকি বান্দৰৰাজসকলে মেৰুশৃঙ্গসদৃশ আকৃতিবিশিষ্ট বিদ্যুৎসম উজ্জল বিভীষণ আৰু উত্তম অলঙ্কাৰ, কবচ আৰু অস্ত্ৰেৰে সুসজ্জিত চাৰিজন ভীমপৰাক্ৰমশালী ৰাক্ষসক আকাশতে ৰৈ থকা দেখিলে।

৪—৫। তেতিয়া মেঘাভ পৰ্ব্বতসদৃশ মহাকায়, বজ্ৰসম প্ৰভাবিশিষ্ট দিব্যাভৰণ-শোভিত দুৰ্দ্ধৰ্ব বীৰ বুদ্ধিমান বান্দৰৰাজ সুগ্ৰীৱে উত্তম অস্ত্ৰে সজ্জিত হৈ পাঁচজন ৰাক্ষসক দেখা পাই আন আন বান্দৰবোৰৰ লগত মিলিত হৈ চিন্তা কৰিবলৈ ধৰিলে।

৬—৭। নিজৰ ভিতৰতে অলপ সময় চিন্তা কৰি হনুমান প্ৰভৃতি বান্দৰসকলক কলে, "চোৱা, এই ৰাক্ষসটো সকলোপ্ৰকাৰৰ অস্ত্ৰেৰে সুসজ্জিত হৈ চাৰিজন আন ৰাক্ষসে সৈতে আহি উপস্থিত হৈছে। আমাক বধ কৰাৰ উদ্দেশ্যতেই যে আহিছে তাত কোনো সংশয় নাই।"

৮—৯। সুগ্ৰীৱৰ কথা শুনি প্ৰধান প্ৰধান বান্দৰগণে শালগছ আৰু পৰ্ব্বত উত্তালি আনি কলে, "ৰাজন, আপুনি আদেশ কৰক, এই মুহূৰ্ত্ততে তৎক্ষণাৎ ইহঁতক আমি বধ কৰোঁ। ইহঁত অল্পপ্ৰাণ, নিহত হৈ এতিয়াই মাটিত বাগৰি পৰিব।"

১০—১১। বান্দৰবোৰে পৰস্পৰৰ ভিতৰত কোৱা মেলা কৰি থাকোঁতে মহাপ্ৰাজ্ঞ

বিভীষণে সাগৰৰ উত্তৰ পাৰত উপনীত হৈ, সুস্থভাৱে সুগ্ৰীৱ আৰু আন আন বান্দৰবৰ্গক দেখি উচ্চস্বৰে কবলৈ ধৰিলে :

১২। "হে বান্দৰগণ, ৰাৱণ নামে যিজন দুৰ্ব্বৃত্ত ৰাক্ষসৰাজ আছে, মই তেওঁৰে কনিষ্ঠভ্ৰাতা, মোৰ নাম বিভীষণ।

১৩। "এই দুৰ্ব্বৃত্তই জটায়ুক বধ কৰি জনস্থানৰপৰা সীতাক হৰণ কৰি আনি ৰাক্ষসীবোৰৰ দ্বাৰা সুৰক্ষিতা কৰি দীনভাৱে অবৰোধ কৰি ৰাখিছে।

১৪। "মই নানাবিধ যুক্তিপূৰ্ণ বাক্যে বাৰে বাৰে তেওঁক কৈছো যে সীতাক ৰামৰ ওচৰত সমৰ্পণ কৰা।

১৫। "কালৰ বশ হৈ বিৰুদ্ধভাব লৈ ঔষধবৎ প্ৰদত্ত মোৰ এই হিতোপদেশ তেওঁ গ্ৰহণ নকৰিলে।

১৬। "তেতিয়া তেওঁ তিৰস্কাৰ কৰি মোক দাসৰ দৰে ব্যৱহাৰ কৰি অপমানিত কৰিলে। সেই অপমানতে মই স্ত্ৰী-পুত্ৰ সকলোকে ত্যাগ কৰি ৰাঘৱ ৰামৰ শৰণ লৈছোঁ।

১৭। "এতিয়া আপোনালোকে অতি শীঘ্ৰে সৰ্ব্বলোকশৰণ্য ৰাঘৱৰ ওচৰত নিবেদন কৰক 'বিভীষণ ইয়াত উপস্থিত হৈছে।"

১৮। ক্ষিপ্ৰগতি সুগ্ৰীৱে এই কথা শুনি উত্তেজনাপূৰ্ণ বাক্যে লক্ষ্মণক আগত ৰাখি ৰামক কলে :

১৯। "বিৰুদ্ধদলৰ কোনো এজন শত্ৰু অতৰ্কিতভাবে আমাৰ সৈন্যদলৰ মাজত প্ৰবেশ কৰিছেহি, এতেকে সুবিধা বুজি ফেঁচাই কাউৰীক বধ কৰাৰ নিচিনাকৈ ইও আমাক বিনাশ কৰিব পাৰে।

২০। "হে পৰন্তপ, আপোনাৰ মঙ্গল হওক; আমাৰ আৰু শত্ৰুপক্ষৰ কাৰণে যিটো হিত বা অহিত হব পাৰে সেই বিষয়ে কৰিব লগীয়া মন্ত্ৰণা, সেনানিবেশ, সৈন্য-পৰিচালনা আৰু গুপ্তচৰ নিয়োগ এই সকলো ক্ষেত্ৰতে আপুনি সতৰ্ক হোৱা উচিত।

২১। "এই ৰাক্ষসবোৰে থিতাতে অদৃশ্য হৈ ইচ্ছামতে নানান ৰূপ ধাৰণ কৰিব পাৰে। ইহঁত বীৰ, কূটনীতি অবলম্বন কৰি আনৰ অন্যায় সাধন কৰাত পাকৈত, ইহঁতক কোনোপধ্যে বিশ্বাস কৰিব নোৱাৰি।

২২—২৩। "মোৰ মতে যিজন আহি ইয়াত উপস্থিত হৈছেহি সি ৰাক্ষসৰাজ ৰাৱণৰ গুপ্তচৰ, এতিয়া আমাৰ ভিতৰত সোমাই সি আমাৰ মাজত ভেদভাব আনিব, অথবা সুচতুৰ এই ৰাক্ষসে আমি তাক বিশ্বাস কৰি থকা কালৰ ভিতৰত সুযোগ পালেই আমাক আক্ৰমণ কৰিব।

২৪। "বৰ্ত্তমান ক্ষেত্ৰত শত্ৰুবল পৰিত্যাগ কৰি মিত্ৰপক্ষীয় আৰণ্যকবল, আপ্তবন্ধুবল আৰু ভৃত্যবল সংগ্ৰহ কৰা আমাৰ উচিত।

২৫। "কিন্তু হে প্ৰভু, এইজন জাতিত ৰাক্ষস আৰু আমাৰ শত্ৰু ৰাৱণৰ ভ্ৰাতা, এতেকে উপস্থিত ক্ষেত্ৰত ই আমাৰ শত্ৰু, এতেকে তাক বিশ্বাস কৰিব পৰা হয় কেনেকৈ ?

২৬। "ই ৰাৱণৰ ভায়েক, নাম বিভীষণ, চাৰিজন ৰাক্ষসে সৈতে আহি আপোনাত শৰণ মাগিছে। যি হওক, এইজন ৰাৱণে পঠিওৱা বিভীষণ; অতএব হে ক্ষমাশীলসকলৰ বৰেণ্য, ইয়াৰ ওপৰত শাস্তি বিধান কৰাটোৱেই শ্ৰেয়।

২৭—২৯। "ৰাৱণৰ আদেশমতে কুটিল বুদ্ধিৰ আশ্ৰয় লৈ এই ৰাক্ষসে মায়া কৰি নিজ ভাব গোপনে ৰাখিব আৰু আপুনি তাক বিশ্বাস কৰা যেন দেখা মাত্ৰকে সি আপোনাক বধ কৰিবলৈ ইয়ালৈ আহিছে। এতেকে নিষ্ঠুৰ ৰাৱণৰ ভ্ৰাতা এই বিভীষণক তাৰ মন্ত্ৰীবৰ্গে সৈতে কঠোৰ দণ্ড বিধানৰ দ্বাৰা বধ কৰা উচিত।"

৩০। বাক্যজ্ঞ, বাক্যকুশল সেনাবাহিনীপতি সুগ্ৰীৱে উত্তেজিত হৈ এইদৰে কৈ মনে মনে থাকিল।

৩১। তেতিয়া মহাবলী ৰামে সুগ্ৰীৱৰ কথা শুনি ওচৰতে থকা হনুমান প্ৰভৃতি মুখ্য বান্দৰসকলক সম্বোধন কৰি কবলৈ ধৰিলে ঃ

৩২। "কপিৰাজ সুগ্ৰীৱে ৰাৱণৰ কনিষ্ঠভ্ৰাতা বিভীষণক উদ্দেশ্য কৰি অত্যন্ত যুক্তিপূৰ্ণবাক্যে যি কলে তোমালোকে শুনিছা।

৩৩—৩৪। "সঙ্কটকাল উপস্থিত হলে সুহৃদজনৰ হিতকাঙ্ক্ষী, বুদ্ধিমান আৰু সমৰ্থবান-জনে সদুপদেশ দিয়াটো উচিত। এতেকে তোমালোকেও এই বিষয়ে গম্ভীৰকৈ ভাবি-চিন্তি নিজ নিজ মত প্ৰকাশ কৰা।" ৰামে এইদৰে সোধাত তেওঁৰ হিতাকাঙ্ক্ষী বান্দৰবোৰে যথাবিহিত সন্মান দেখুৱাই কলে ঃ

৩৫। "ৰাঘৱ,তিনিও জগতত আপোনাৰ অজ্ঞাত একোৱেই নাই, সুহৃদ বুলি আমাক যি কথা সুধিলে, সি কেৱল আমাৰ সন্মান বঢ়াবৰ কাৰণেহে।

৩৬—৩৭। "আপুনি সত্যব্ৰত, শূৰ, ধাৰ্ম্মিক আৰু পৰমবিক্ৰমশীল, উত্তম পৰ্য্য-বেক্ষক আৰু স্মৃতিমান। সুহৃদজনৰ ওপৰত আপোনৰ অটল বিশ্বাস। তথাপি আপোনাৰ বুদ্ধিমান মন্ত্ৰীবৰ্গই তেওঁলোকৰ যুক্তিপূৰ্ণ নিজ নিজ মত প্ৰকাশ কৰক।"

৩৮। সমূহ বান্দৰে ৰাঘৱক এইদৰে কোৱাৰ পিচত বুদ্ধিমান কপিপ্ৰবৰ অঙ্গদে সকলোৰে আগতে বিভীষণৰ পৰীক্ষাৰ অৰ্থে এইদৰে কবলৈ ধৰিলে ঃ

৩৯। "বিভীষণ শত্ৰুপক্ষৰ ওচৰৰপৰা আহিছে, এতেকে তেওঁৰ বিষয়ে মনত

শঙ্কাৰ ভাব উপস্থিত হোৱাটো স্বাভাৱিক, তেওঁক সহজে বিশ্বাস কৰাটো উচিত নহব।

৪০। "শঠপ্ৰকৃতিৰ প্ৰাণীয়ে আত্মভাৱ গোপন কৰি ঘূৰি ফুৰি সুযোগ পালেই আক্ৰমণ কৰে আৰু তেতিয়াই তাৰপৰা যি অনিষ্ট হয় সি অতি গুৰুতৰ।

৪১। "এতেকে ভাল বেয়া দুয়োটা কাল বিচাৰ কৰি তেওঁৰ লগত স্বেচ্ছ ভাবৰ কাম কৰাটো উচিত হব, তেওঁৰ গুণ দেখিলে তেওঁক আমি লম আৰু যদিহে দোষযুক্ত বুলি ভাবোঁ তেতিয়া তেওঁক পৰিত্যাগ কৰিম।

৪২। "হে ৰাজন, দোষৰ পৰিমাণ সৰহ দেখিলে তেওঁক নিশ্চয় পৰিত্যাগ কৰিব লাগিব আৰু যদিহে গুণৰ পৰিমাণ সৰহ বুলি বুজে তেনেহলে তেওঁক গ্ৰহণ কৰক।"

৪৩—৪৪। তাৰ পিচত সকলো কথা বিবেচনা কৰি অৰ্থযুক্ত বাক্যে শৰভে কবলৈ ধৰিলে, "হে নৰপ্ৰৱৰ, এওঁৰ বিষয়ে কথা জানিবলৈ সোনকালে গুপ্তচৰ নিয়োগ কৰক। গুপ্তচৰে সূক্ষ্ম বুদ্ধিৰ দ্বাৰা সকলো কাল পৰীক্ষা কৰি চোৱাৰ পিচত আমি নিয়মমতে তেওঁক গ্ৰহণ কৰাটো উচিত হব।"

৪৫—৪৬। শৰভৰ কথা শেষ হোৱাত বিচক্ষণ পণ্ডিত জাম্বৱানে শাস্ত্ৰোক্ত নিয়ম-মতে সকলো কথা বিবেচনা কৰি দোষশূন্য বাক্যে কবলৈ ধৰিলে, "হে ৰাঘৱ, ৰাৱণ আমাৰ শত্ৰু আৰু পাপাত্মা, যি সময়ত বিভীষণ তেওঁৰ ওচৰৰপৰা অহা উচিত নহয়, তেনে এটা সময়ত তেওঁ আহি ইয়াত উপস্থিত হৈছে, এতেকে তেওঁৰ বিষয়ে আমি শঙ্কাযুক্ত হোৱাটো উচিত।"

৪৭—৪৯। তাৰ পিচত নীতি-অনীতি বিশাৰদ বাক্যজ্ঞ পণ্ডিত মৈন্দই সকলো কথা ভাবি-চিন্তি যুক্তিপূৰ্ণ বাক্যে কবলৈ ধৰিলে, "হে নৰেন্দ্ৰ, এই বিভীষণ ৰাৱণৰ কনিষ্ঠ ভ্ৰাতা, প্ৰথমতে ধীৰে-সুস্থিৰে মধুৰ বাক্যে তেওঁক কথাবোৰ সুধি লওক। তাৰ পিচত তেওঁৰ ভাবৰপৰা তেওঁ দুষ্ট নে অদুষ্ট তাক বুজি লৈ যিটো ভাল দেখে তেনে কৰিব।"

৫০। * সকলোৱে নিজ নিজ মত প্ৰকাশ কৰাৰ পিচত শাস্ত্ৰজ্ঞানৰ দ্বাৰা সংস্কৃত, মতিসম্পন্ন সচিবপ্ৰধান হনুমানে অৰ্থযুক্ত, মধুৰ অথচ জোখৰ কথাৰে উত্তৰ দিলে,

৫১। "হে প্ৰভু, আপুনি বাগ্মীপ্ৰৱৰ, বুদ্ধিমানসকলৰ অগ্ৰণী আৰু সমৰ্থবান। কথাত স্বয়ং বৃহস্পতিয়েও আপোনাক জেৰ পেলাব নোৱাৰে।

*মূলত হনুমানৰ কথাখিনি বৰ জটিল অথচ সাৰগৰ্ভ অলপীয়া কথাতে প্ৰকাশ কৰা আছে। এতেকে কথাখিনি অলপ বহলাই ভাব প্ৰকাশ কৰিব লগা হৈছে।

৫২। "তথাপি হে ৰাজন, কথাটোৰ গুৰুত্ব উপলব্ধি কৰি মই স্বল্পভাষাৰ কথা কব খোজোঁ; অনুগ্ৰহ কৰি বাগাড়ম্বৰ কৰিবলৈ অথবা মোৰ লগৰ মন্ত্ৰীবৰ্গই যি কৈছে তাৰ প্ৰতিবাদ কৰিবলৈ অথবা মোৰ বুদ্ধি শক্তি আটাইতকৈ বেচি এনে এটা ভাব প্ৰকাশ কৰিবলৈ অথবা কথা কোৱাৰ ইচ্ছাৰ বশবৰ্তী হৈয়েই কথাখিনি কবলৈ ওলাইছো বুলি নাভাবে যেন।

৫৩—৬১। "হিত আৰু অহিত বিবেচনা কৰি আপোনাৰ আন আন মন্ত্ৰীবৰ্গই যি কৈছে, মই তাক একেবাৰে দোষশূন্য বুলি কব নোৱাৰোঁ, কিয়নো বৰ্ত্তমান ক্ষেত্ৰত তেনেদৰে কাম হোৱাটো সম্ভবপৰ নহয়। তেওঁক মাতি আনি কথা কোৱাৰ সুযোগ দিয়াৰ আগতে তেওঁৰপৰা হিত অথবা অহিত হব এনে কথা বুজা টান, আৰু হঠাতে মাতি আনি কথা সোধাটোও উপযুক্ত হব বুলি মোৰ মনে নধৰে। মন্ত্ৰীপ্ৰবৰ শৰভে যিটো কৈছে যে গুপ্তচৰ পঠাই তেওঁৰ কথাটো জানি লোৱা হওক, বস্তুতঃ সেইটোও যুক্তিযুক্ত নহব; কিয়নো এই ক্ষণতে সেইটো সম্ভবপৰ নহয়; বিভীষণ অদৃশ্য অৱস্থাত দূৰৈত থকাহেঁতেন চৰ পঠিওৱাৰ সাৰ্থকতা আছিল, কিন্তু তেওঁ বৰ্ত্তমানে তেনেই ওচৰতে, আমি চকুৰে দেখা অৱস্থাত আছে। বৃদ্ধ সচিব জাম্বৱানে যিটো কলে যে অকালত, অস্থানত বিভীষণ আহি উপস্থিত হৈছেহি, এতেকে তেওঁ সন্দেহৰ পাত্ৰ, সেইসম্বন্ধেও মোৰ যি অলপ কবলৈ আছে, কওঁ, তাকে শুনি আপুনি যেনে ভাল দেখে কৰক। মোৰমতে বিভীষণ ইয়ালৈ অহাৰ এয়ে উপযুক্ত কাল আৰু স্থান, কিয়নো দুজন পুৰুষৰ ভিতৰত উভয়ৰে দোষ গুণ বিচাৰ কৰি এজনৰপৰা আনজনৰ ওচৰ চপাৰ এয়ে উপযুক্ত কাল। বিভীষণে ৰাৱণৰ দৌৰাত্ম্য দেখি আৰু আপোনাৰ পৰাক্ৰমৰ কথা শুনি তেওঁৰ বুদ্ধিমতে ইয়ালৈ অহাটো উপযুক্তই হৈছে। সচিব মৈন্দই যি কৈছে যে নজনা মুগুনা কোনো পুৰুষৰ দ্বাৰা বিভীষণক সোধা হওক, এই বিষয়েও মোৰ কবলৈ অলপ আছে; মই ভাবি চিন্তিয়ে এনে মতত উপনীত হৈছোঁ। বুদ্ধিমান পুৰুষক হঠাতে কোনো বিষয়ে প্ৰশ্ন কৰিলে, তেওঁৰ মনত এটা সন্দেহৰ ভাব উপস্থিত হয় আৰু প্ৰকৃততে আগন্তুকজন যদি মিত্ৰভাবাপন্ন হয়, তেনেহলে অনৰ্থক কথা সোধাৰপৰা তেওঁৰ মনত এটা বিসদৃশ ভাবহে উপস্থিত হয়। তদুপৰি হে ৰাজন, বিশেষকৈ যদি কোনো মানুহ শত্ৰুভাবাপন্নহে হয়, তেনেহলে তত্কালিকে তেওঁৰ মনৰ ভাব বুজাটো সম্ভৱ নহয়। এতেকে সময় সুযোগ বুজি তেওঁৰ আচাৰ ব্যবহাৰ, কথাৰ সুৰ আদি জানি লৈ তেওঁৰ ভাবাভাব পৰীক্ষা কৰা উচিত।

৬২—৬৫। "হে ৰাজন, মই লক্ষ্য কৰিছো বিভীষণৰ কথাত কোনো দুষ্ট ভাব

পৰিলক্ষিত হোৱা নাই, তেওঁৰ বদনমণ্ডল প্ৰসন্ন, কোনো প্ৰকাৰৰ শঙ্কাৰ ভাব তেওঁত নাই, তেওঁৰ মন সুস্থ, অন্তৰত কপটতা ৰাখি ওচৰ চপা যেন নেদেখি আৰু কথাতো কোনো প্ৰকাৰৰ দুষ্ট প্ৰকৃতি প্ৰকাশ পোৱা নাই, এতেকে তেওঁৰ সম্বন্ধে সংশয় কৰিবলৈ মোৰ একো নাই। মানুহে যিমানেই চেষ্টা নকৰক সি তাৰ অন্তৰৰ ভাব লুকুৱাই ৰাখিব নোৱাৰে, কিয়নো জোৰ কৰি হলেও মনৰ ভাব প্ৰকাশ পায়েই। হে কাৰ্য্যতত্বজ্ঞসকলৰ ভিতৰত শ্ৰেষ্ঠ ৰামচন্দ্ৰ, কাল আৰু অৱস্থা অনুসৰি এই সময়ত বিভীষণৰ ইয়ালৈ অহাটো উচিতেই হৈছে, তেওঁ যি উদ্দেশ্যে লৈ ইয়ালৈ আহিছে সেইটো সফল কৰক।

৬৬—৬৮। "ৰাৱণৰ মিথ্যা আচৰণ, বালীৰ বধ, সুগ্ৰীৱৰ অভিষেক আৰু আপোনাৰ উদ্যোগৰ পিনে লক্ষ্য কৰি, ৰাজ্য-প্ৰাপ্তিৰ ইচ্ছাত তেওঁ ভাবি চিন্তিয়ে ইয়ালৈ আহিছে; এই সকলো কথা বিবেচনা কৰি বিভীষণক গ্ৰহণ কৰা উচিত। এই ৰাক্ষসৰ সৰল ভাবৰ পিনে চাই মোৰ শক্তি অনুসৰি যিমানখিনি বুজিব পাৰিছোঁ মই আপোনাৰ ওচৰত নিবেদন কৰিলোঁ, আপুনি বুদ্ধিমানসকলৰ ভিতৰত শ্ৰেষ্ঠ, ইয়াৰ পিচত যিটো কৰিলে ভাল হব বুলি ভাবে আপুনি তাকে কৰক।"

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত সপ্তদশ সৰ্গ সমাপ্ত

## অষ্টাদশ সৰ্গ

### বিভীষণক গ্ৰহণ কৰাৰ সিদ্ধান্ত

১—৩। তাৰ পিচত শাস্ত্ৰজ্ঞানসম্পন্ন, দুৰ্দ্ধৰ্ষ বীৰ ৰামচন্দ্ৰই বায়ুপুত্ৰ হনুমানৰ কথা শুনি প্ৰসন্নচিত্তে তেওঁৰ নিজৰ মনৰ ভাব প্ৰকাশ কৰি কবলৈ ধৰিলে, "হে শ্ৰেষ্ঠ বান্দৰবৰ্গ, বিভীষণৰ সম্বন্ধে মোৰো অলপ কবলৈ আছে, তোমালোক সকলো মোৰ হিতাকাঙ্ক্ষী, এতেকে সেই কথাখিনি তোমালোকক জনাবলৈ ইচ্ছা কৰিছো। হে কপিবৃন্দ, বিভীষণৰ গাত কোনো এটা দোষ থাকিলেও তেওঁক মই ত্যাগ কৰিব নোৱাৰোঁ, যিহেতু তেওঁ মিত্ৰভাবে মোৰ ইয়াত প্ৰৱেশ কৰিছেহি। দোষযুক্ত হলেও মিত্ৰভাবে প্ৰবেশ কৰাজনক আশ্ৰয় দিয়াটো সাধুলোকৰ প্ৰশংসনীয় কৰ্ত্তব্য কৰ্ম্ম।"

৪—৬। ৰামৰ কথাকে অনুসৰণ কৰি কথাটো আৰু অলপ দকৈ গমি চাই হৰি-

পুঙ্গৱ সুগ্ৰীৱে পূৰ্ব্বতকৈও অধিক হিতকৰ বাক্যে কৰলৈ ধৰিলে, "এই ৰাক্ষস দুষ্টই হওক বা অদুষ্টই হওক, কথাটো সুকীয়া, কিন্তু স্বজনে বিপদৰ সময়ত তেওঁৰ ককায়েকক পৰিত্যাগ কৰি আহিব পাৰে, তেনেজনে যে কোনো এটা সঙ্কট সময়ত আমাকো পৰিত্যাগ নকৰিব তাৰ প্ৰমাণ কি?"

৬—১০। বানৰাধিপতিৰ কথা শুনি সত্যপৰাক্ৰম কাকুৎস্থ ৰামে সমগ্ৰ বানৰসৈন্য-বাহিনীৰ পিনে চাই মিচিকিয়াই হাঁহি এটি মাৰি শুভলক্ষণ লক্ষ্মণক উদ্দেশ্য কৰি কৰলৈ ধৰিলে, "কপিৰাজ সুগ্ৰীৱে যি কথা কলে, বহুত শাস্ত্ৰৰ জ্ঞান লাভ নকৰাকৈ আৰু বহুত বৃদ্ধজনৰ সেৱানুৰত নোহোৱাকৈ কোনোৱে এনে কথা কব নোৱাৰে। তথাপি এই বিষয়ে মোৰ অলপ কবলৈ আছে—সকলো ৰজাৰ ক্ষেত্ৰতে শত্ৰুসম্বন্ধে প্ৰত্যক্ষ আৰু লৌকিক দুই প্ৰকাৰৰ সূক্ষ্মতৰ যুক্তি আছে—ৰজাৰ শত্ৰু দুই প্ৰকাৰৰ; জ্ঞাতি আৰু আসন্নদেশৱৰ্ত্তী ৰজা; সঙ্কট অৱস্থাত এই উভয় প্ৰকাৰ শত্ৰুৱে বিৰুদ্ধাচৰণ কৰি ৰজাক আক্ৰমণ কৰে। এই কাৰণতে বিভীষণে নিজৰ অনিষ্ট আশঙ্কা কৰি অথবা ৰাৱণক বিনাশ কৰাৰ উদ্দেশ্যে ইয়ালৈ আহিছে।

১১। "কিন্তু জ্ঞাতিমাত্ৰেই যে শত্ৰু হব তেনে কথা নহয়, যিসকল নিষ্পাপ তেনে জ্ঞাতিয়ে নিজ বংশৰ হিত কামনা কৰিলেও ৰজাসকলে সুমতিসম্পন্ন তেনে জ্ঞাতিকো শঙ্কাৰ চকুৰে চায়। এই কাৰণত ৰাৱণৰ পৰা অনিষ্ট আশঙ্কা কৰি বিভীষণ ইয়ালৈ আহিছে। *

১২। "শত্ৰুপক্ষক গ্ৰহণ কৰা দূষণীয় বুলি আপুনি (সুগ্ৰীৱে) যি যুক্তি দেখুৱাইছে সেই সম্বন্ধে শাস্ত্ৰৰ যিটো সিদ্ধান্ত কওঁ শুনক।

১৩—১৫। "বিভীষণ আমাৰ জ্ঞাতি নহয় আৰু তেওঁ আমাৰ ওচৰ চুবুৰীয়া ৰজাও নহয় আনপক্ষে তেওঁ ৰাজ্যৰ আকাঙ্ক্ষা কৰিয়ে ইয়ালৈ আহিছে। দেখা গৈছে যে পণ্ডিত লোকৰ নিচিনাকৈ কাৰ্য্যৰ গতি বিধি বিবেচনা কৰি পূৰ্ব্বতে যিটো কাম কৰিব লগীয়া তাৰ গম তেওঁ পায়।** এতেকে তেওঁক গ্ৰহণ কৰা উচিত। যেতিয়ালৈকে ভ্ৰাতৃবৰ্গ

---

* কুম্ভকৰ্ণ অতি তামস, ৰাৱণ অতিশয় ৰাজস আৰু বিভীষণ সাত্ত্বিকগুণসম্পন্ন— গতিকে পণ্ডিতলোকৰ দৰে কাৰ্য্যৰ পূৰ্ব্বাপৰ অৱস্থা বিবেচনা কৰাৰ শক্তি বিভীষণৰ আছে। ৰাৱণ পাপমতি, এতেকে যি কোনো সময়তে বিভীষণৰ অনিষ্ট ৰাৱণৰপৰা হব পাৰে, মোৰ পৰাক্ৰম দেখি ৰাৱণৰ ধ্বংস সুনিশ্চিত জানি পূৰ্ব্বতে মোৰ শৰণ লৈ তেওঁ বুদ্ধিমানৰ কামেই কৰিছে। আনপক্ষে তেওঁ আমাৰ জ্ঞাতি বা ওচৰ-চুবুৰীয়া নহয় কাৰণে ৰাজ্য-বিষয়ে আমাৰ স্বাৰ্থ একে নহয়, গতিকে তেওঁ আমাক আক্ৰমণ কৰাৰ কথা উঠিব নোৱাৰে।

** আপস্তম্বমতে— যদি কোনোৱে হিংসা কৰে বা কৰিবলৈ প্ৰবৃত্ত হয় তেনেজনৰ প্ৰতি আন বলৱত্তৰ উপায় অৱলম্বন কৰি তেওঁক বধ কৰিলে তাত দোষ নহয়—"যো হিংসাৰ্থমভিক্ৰান্তং হন্তি, মন্যুৰেব মন্যুং স্পৃশতি ন তস্মিন্ দোষঃ।"

প্ৰসন্নচিত্তে মনৰ আনন্দে থাকে তেতিয়ালৈকে তেওঁলোক মিলিত হৈ থাকে; যি মুহূৰ্ত্ততে ইজনে সিজনৰপৰা কোনো ভয়ৰ কাৰণ দেখে সেই মুহূৰ্ত্ততে যুদ্ধ আদি ভীষণ হাই-কাজিয়াৰ সৃষ্টি হয়, আৰু লগে লগে পৰস্পৰৰ ভিতৰত ভেদৰ সৃষ্টি হয়; বিভীষণো এনে এটা কোনো কাৰণত আহি এই ঠাইত উপস্থিত হৈছে। এতেকে তেওঁক গ্ৰহণ কৰা উচিত। হে বন্ধু, সকলো ভ্ৰাতাই ভৰতৰ নিচিনা নহয়, সকলো পুত্ৰই মোৰ নিচিনা নহয় আৰু সকলো বন্ধুৱে আপোনাৰ নিচিনা নহয়।"

১৬—১৯। ৰামে এইদৰে কোৱাৰ পিচত মহাপ্ৰাজ্ঞ সুগ্ৰীৱে লক্ষ্মণে সৈতে এক মত হৈ ৰামৰ ওচৰত সেৱা জনাই বিনীতভাবে কৰযোৰে ধৰিলে, "প্ৰভু, এই ৰাক্ষস ৰাৱণৰ দ্বাৰা প্ৰেৰিত হৈছে, এতেকে হে মঙ্গলময়সকলৰ বৰেণ্য, তাক বধ কৰাই শ্ৰেয়ঃ। হে মহাবাহু, আপুনি, মই বা লক্ষ্মণে তাক বিশ্বাস কৰা ভাব বুজিলেই সি আমাক বধ কৰিব, এনে এটা কূটবুদ্ধিৰ দ্বাৰা অনুপ্ৰেৰিত হৈহে বিভীষণ ইয়ালৈ আহিছে, এতেকে মন্ত্ৰীবৰ্গে সৈতে আমি নিষ্ঠুৰ ৰাৱণৰ ভ্ৰাতা এই বিভীষণক বধ কৰা উচিত।"

২০—২১। সেনানায়ক বাক্যজ্ঞ সুগ্ৰীৱে বাক্যকুশল ৰঘুশ্ৰেষ্ঠ ৰামক এইদৰে কৈ মনে মনে থকাত ৰামে সেই কথা শুনি অলপ ভাবি চাই অধিক মঙ্গলময় বাক্যে কৰযোৰে ধৰিলে।

২২। "এই নিশাচৰ দুষ্টই হওক বা অদুষ্টই হওক তাত মোৰ একো ক্ষতি-বৃদ্ধি নাই, সি মোৰ কোনো প্ৰকাৰৰ অকণমানো অপকাৰ কৰিব নোৱাৰিব।

২৩। "হে বান্দৰাধিপতি, এই পৃথিৱীত যিমানবোৰ পিশাচ, দানব, যক্ষ আৰু ৰাক্ষস আছে, মই ইচ্ছা কৰিলে মোৰ এটা আঙুলিৰ আগেদি সিহঁতক বিনাশ কৰিব পাৰোঁ।

২৪—২৫। "আনপক্ষে প্ৰবাদ আছে যে, এটা কপোতে তাৰ ভাৰ্য্যানিধনকাৰী শত্ৰু এটা ব্যাধে আশ্ৰয় বিচাৰি অহাত, সি যথাবিধি তাক আদৰ অভ্যৰ্থনা জনাইছিল আৰু নিজ মাংসদানৰ দ্বাৰা তাক পৰিতৃপ্ত কৰিছিল। * হে কপিপ্ৰৱৰ, এটা কপৌ চৰায়ে যদি এনে কাম কৰিব পাৰে মোৰ নিচিনা এজনে এনে ক্ষেত্ৰত কি কৰা উচিত নহয়?

---

* ব্যাধে শীত নিবাৰণৰ বাবে জুই বিচৰাত চৰাইটোৱে গছৰ পাত সংগ্ৰহ কৰি জুই ধৰি দিয়ে আৰু শেষত তাৰ ভোক লগা বুলি কোৱাত সি নিজে জুইত প্ৰৱেশ কৰি তাৰ খাদ্যৰ যোগান ধৰিলে।

২৬—২৮। “ঋষি কণ্বৰ পুত্ৰ সত্যবাদী ঋষিশ্ৰেষ্ঠ কণ্ডুৱে পুৰণিকালত যি এটা ধৰ্ম্মপূৰ্ণ শ্লোক উল্লেখ কৰি গৈছে কওঁ শুনক। সেই শ্লোকত উল্লেখ কৰিছে যে যদি কোনোৱে হাতযোৰ কৰি আহি কাতৰভাবে শৰণ মাগে, সি অনিষ্ট সাধন কৰিবলৈ অহা শত্ৰু হলেও তাক বধ কৰা উচিত নহয়। কোনো শত্ৰুৱে আনৰপৰা ভয় পায়েই হওক অথবা নিজে উদ্ধত হৈয়ে হওক, শৰণ প্ৰাৰ্থনা কৰিলে, কৃতাত্মা * পুৰুষে নিজৰ প্ৰাণ দি হলেও তাক ৰক্ষা কৰা উচিত।

২৯—৩০। “যদি কোনোৱে নিজৰ কাৰণে ভয় মোহ বা ইচ্ছাৰ বশবৰ্ত্তী হৈ নিজ শক্তি প্ৰয়োগ কৰি সেই শৰণপ্ৰাৰ্থীজনক যথাবিধি ৰক্ষা নকৰে, তেতিয়াহলে তেওঁ লোক-বিগৰ্হিত পাপত লিপ্ত হয় আৰু শৰণাগতজন যদি ৰক্ষাকাৰীৰ চকুৰ আগতে বিনাশপ্ৰাপ্ত হয় তেনেহলে তেওঁ ৰক্ষাকৰ্ত্তাৰ সকলো পুণ্য লৈ জগতৰপৰা বিদায় লয়।

৩১। “শৰণাগতক ৰক্ষা নকৰাটো এটা মহৎ দোষ, ই স্বৰ্গপ্ৰতিৰোধক, অযশস্কৰ আৰু ৰক্ষাকাৰীৰ বল বীৰ্য্যনাশক।

৩২। এতেকে কণ্ডু ঋষিৰ ধৰ্ম্মপূৰ্ণ, যশস্কৰ আৰু স্বৰ্গপ্ৰাপ্তিমূলক এই উত্তম কথাখিনিৰ সাৰমৰ্ম্মে মই কাম কৰিম।

৩৩—৩৪। “যদি কোনো প্ৰাণীয়ে মাত্ৰ এবাৰো “মই তোমাৰ হলোঁ” বুলি কৈ মোত শৰণ মাগে, তেনেহলে মই সকলো প্ৰাণীৰপৰা তাক অভয় দান কৰোঁ— এয়ে মোৰ ব্ৰত। এতেকে হে হৰিশ্ৰেষ্ঠ সুগ্ৰীৱ, সেইজন বিভীষণেই হওক অথবা স্বয়ং ৰাৱণেই হওক, মই তেওঁক অভয় দান দিছোঁ, তুমি তেওঁক মোৰ ওচৰলৈ আনা।”

৩৫—৩৬। ৰামৰ কথাশুনি বান্দৰৰাজ সুগ্ৰীৱে সৌহাৰ্দ্দৰ ভাবতে পৰিপ্লুত হৈ তেওঁক কলে, “হে নৃপতি-শিৰোমণি ধৰ্ম্মজ্ঞ ৰামচন্দ্ৰ, আপুনি সত্বজ্ঞান আৰু সৎপথত অৱস্থিত এতেকে আপুনি আৰ্য্যজনোচিত মহানুভাবপূৰ্ণ এনে কথা কব, তাত আচৰিত হবলৈ একো নাই।

৩৮। “মোৰ অন্তৰাত্মায়ো বিভীষণক শুদ্ধভাবাপন্ন বুলি কৈছে; ভাব, অনুমান আৰু সকলো ফালৰপৰা পৰীক্ষা কৰি মই তাকেই পাইছোঁ। এতেকে হে ৰাঘৱ,

---

* কৃতাত্মা শব্দৰ বহুত অৰ্থ—জিতেন্দ্ৰিয়, ধাৰ্ম্মিক, আত্মতত্ত্বজ্ঞ ইত্যাদি; মুঠতে যেয়ে আত্মাৰ প্ৰকৃতি উপলব্ধি কৰি সকলো প্ৰবৃত্তিৰ ওপৰত জয় লাভ কৰিছে তেৱেঁই কৃতাত্মা।

অতি সোনকালে তেওঁক আমাৰ সমান অধিকাৰ দিয়ক আৰু মহাপ্ৰাজ্ঞ বিভীষণ আমাৰ লগত সখিত্ব ভাবত আবদ্ধ হওক।”

৩৯। বান্দৰৰাজ সুগ্ৰীৱৰ এই উক্তি শুনি গৰুড়ত আৰোহণ কৰি অহা উপেন্দ্ৰৰ লগত পুৰন্দৰৰ যিদৰে মিলন হৈছিল, নৰেশ্বৰ ৰামচন্দ্ৰও বিভীষণৰ লগত তেনেদৰে মিলিত হ'ল।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত অষ্টাদশ সৰ্গ সমাপ্ত

# একোনবিংশ সৰ্গ

## সেতু বন্ধাৰ পৰিকল্পনা

১। ধৰ্ম্মাত্মা ৰাঘৱে অভয়-বাণী দান কৰাত, ৰাৱণানুজ মহাপ্ৰাজ্ঞ বিভীষণে তলৰ পিনে মাটিৰ ফালে দৃষ্টিপাত কৰিলে।

২—৭। তাৰ পিচত ভক্ত অনুচৰ চাৰিজনে সৈতে পৃথিবীলৈ নামি আহি ৰামৰ শ্ৰীচৰণত সাষ্টাঙ্গে পৰি ধৰ্ম্মপূৰ্ণ, যুক্তিযুক্ত আৰু সেই সময়ৰ উপযোগী সন্তোষজনক বাক্যে কবলৈ ধৰিলে, “হে ৰাঘৱ, মই ৰাৱণৰ কনিষ্ঠ ভ্ৰাতা; ৰাৱণৰ দ্বাৰা অবমানিত হৈ সৰ্ব্বভূতৰ শৰণ্য আপোনাত শৰণ লৈছোঁ। লঙ্কা, মোৰ মিত্ৰবৰ্গ আৰু ধন-সোণ সকলোকে পৰিত্যাগ কৰি মই আপোনাৰ গুৰিলৈ আহিছোঁ। বৰ্ত্তমানে মোৰ ৰাজ্য জীৱন আৰু সকলো সুখ আপোনাৰ অধীনত।” বিভীষণৰ কথা শুনি ৰামে স্নেহপূৰ্ণ দৃষ্টিৰে তেওঁৰ পিনে চাই সান্ত্বনাপূৰ্ণ বাক্যে প্ৰবোধ দি তেওঁক সুধিলে, “বাৰু, এতিয়া তুমি ৰাক্ষসবোৰৰ বলাবলৰ কথা মোক জনোৱা”।

৮—৯। অক্লান্ত কৰ্ম্মী ৰামচন্দ্ৰৰ কথা শুনি ৰাক্ষস বিভীষণে ৰাৱণৰ শক্তি সম্বন্ধে সকলো কথা বৰ্ণাবলৈ আৰম্ভ কৰি কলে, “হে ৰাজপুত্ৰ, দশগ্ৰীৱ ৰাৱণ স্বয়ম্ভুৰ বৰ দানৰ ফলত গন্ধৰ্ব্ব, উৰগ আৰু পক্ষীকে আদি কৰি সকলো প্ৰাণীৰে অবধ্য হৈছে।

১০। “ৰাৱণৰ তলতে মোৰ জ্যেষ্ঠ ভ্ৰাতা কুম্ভকৰ্ণ, তেওঁ মহাবীৰ্য্যবান আৰু তেজঃশালী; যুদ্ধত তেওঁৰ বল ইন্দ্ৰৰ সমান।

১১। “ৰাম, আপুনি শুনিছে নে নাই কব নোৱাৰোঁ, তেওঁৰ প্ৰধান সেনাপতি-

জনৰ নাম প্ৰহস্ত; এই প্ৰহস্তই কৈলাশত কুবেৰৰ প্ৰধান সেনাপতি মণিভদ্ৰক যুদ্ধত পৰাজিত কৰিছিল।

১২। "ৰাৱণৰ পুত্ৰ ইন্দ্ৰজিতে অবধ্য কবচ পৰিধান কৰি অঙ্গুলিত্ৰাণ পিন্ধি হাতত ধনু লৈ অদৃশ্যভাবে থাকি যুদ্ধ কৰে।

১৩। "হে ৰাঘৱ, ইন্দ্ৰজিতে অগ্নিৰ পুজা কৰি উঠি যুদ্ধ ক্ষেত্ৰত সুবৃহৎ সেনাবাহিনীৰ মাজতো অদৃশ্যভাবে থাকি শত্ৰুকুল বিনাশ কৰে।

১৪—১৬। "মহোদৰ, মহাপাৰ্শ্ব আৰু অকম্পন এই তিনিজন ৰাক্ষস লোকপালসম; এওঁলোক ৰাৱণৰ আন আন সেনাপতি। লঙ্কাত অৱস্থিত দহকোটি হাজাৰ মাংসাশী আৰু শোণিতপায়ী কামৰূপী ৰাক্ষস তেওঁৰ সৈন্য। এই সৈন্যদল লৈয়ে দুৰাত্মা ৰাৱণে লোকপাল আৰু দেৱতাসকলেৰে যুদ্ধ কৰি তেওঁলোকক পৰাজিত কৰিছিল।"

১৭—১৮। ৰঘুসত্তম ৰামচন্দ্ৰই বিভীষণৰ কথাখিনি শুনি মনৰ ভিতৰতে সকলো স্থিৰ কৰি লৈ কলে, "বিভীষণ, ৰাৱণৰ যি যি কাৰ্য্য-প্ৰণালীৰ কথা তুমি মোৰ ওচৰত বৰ্ণনা কৰিলা, মই সকলো বুজি পালোঁ।।

১৯। "মই প্ৰতিজ্ঞা কৰি কৈছো, প্ৰহস্ত আৰু পুত্ৰগণে সৈতে ৰাৱণক বধ কৰি মই তোমাক ৰজা পাতিম।

২০। "ৰাৱণ ৰসাতলতে থাকক বা পাতালতে থাকক অথবা পিতামহ ব্ৰহ্মাৰ ওচৰতে থাকক, সি জীৱন লৈ মোৰ হাতৰপৰা সাৰি যাব নোৱাৰিব।

২১। "মই মোৰ তিনিজন ভাইৰ নামত শপথ লৈ কৈছোঁ যে পুত্ৰ, বন্ধু, বান্ধৱগণে সৈতে ৰাৱণক বধ নকৰাকৈ অযোধ্যাত প্ৰবেশ নকৰোঁ।"

২২—২৩। অক্লিষ্টকৰ্ম্মা ৰামৰ উক্তি শুনি ধৰ্ম্মাত্মা বিভীষণে মূৰ দোঁৱাই সেৱা জনাই কবলৈ ধৰিলে, "হে প্ৰভু, মই আপোনাৰ সৈন্যবাহিনীৰ ভিতৰত প্ৰৱেশ কৰি হলেও ৰাক্ষসবোৰৰ বধ, আৰু লঙ্কা আক্ৰমণ কৰাত আপ্ৰাণ আপোনাক সহায় কৰিম।"

২৪—২৫। বিভীষণে এইদৰে কোৱাৰ লগে লগে ৰামচন্দ্ৰই তেওঁক আলিঙ্গন কৰি পৰম প্ৰীত হৈ লক্ষ্মণক কলে, "সাগৰৰপৰা পানী আনা। হে মানদ, মই এওঁৰ ওপৰত অতিশয় সন্তুষ্ট হৈছোঁ, এই মুহূৰ্ত্ততে মহাপ্ৰাজ্ঞ বিভীষণক মই ৰাক্ষসবোৰৰ ৰজা হিছাপে অভিষিক্ত কৰিম।"

২৬। ৰামচন্দ্ৰই এইদৰে কোৱাত সুমিত্ৰানন্দন লক্ষ্মণে ৰাজ-আদেশমতে মুখ্য মুখ্য বান্দৰসকলৰ মাজত বিভীষণক ৰাজপদত অভিষিক্ত কৰিলে।

২৭। ৰাম বিভীষণৰ প্ৰতি প্ৰসন্ন হোৱা দেখি বান্দৰসকলে সাধুবাদৰ দ্বাৰা

মহাত্মা বিভীষণক অভিনন্দিত কৰি উচ্চস্বৰে আনন্দ প্ৰকাশ কৰিবলৈ ধৰিলে।

২৮—২৯। তাৰ পিচত হনুমান আৰু সুগ্ৰীৱ উভয়ে বিভীষণক সুধিলে, "মহা-তেজস্বী এই বান্দৰ সৈন্যৰ দ্বাৰা পৰিবেষ্টিত হৈ আমি অলঙ্ঘ্য এই সমুদ্ৰ পাৰ হওঁ কেনেকৈ? যি উপায়ে আমি সসৈন্যে নদ-নদীসকলৰ অধিপতি এই মহাসমুদ্ৰ পূৰ্ণবলে পাৰ হব পাৰোঁ তাক কোৱা।"

৩০—৩১। ধৰ্ম্মাত্মা বিভীষণক এইদৰে সোধাত তেওঁ কলে "ৰজা ৰাঘৱে এই সময়ত সমুদ্ৰত শৰণ লোৱাটো ভাল হব। সগৰ ৰজাই এই অসীম সমুদ্ৰ খনন কৰিছিল, এতেকে সাঁগৰেও জ্ঞাতি হিচাপে ৰামৰ হিত সাধন কৰাটো উচিত হব।"

৩২—৩৩। সুপণ্ডিত ৰাক্ষস বিভীষণে এইদৰে কোৱাত, বিপুলগ্ৰীৱ সুগ্ৰীৱে যি ঠাইত ৰাম লক্ষ্মণে সৈতে বহি আছিল তাত উপনীত হৈ সাগৰত সহায় বিচৰা সম্বন্ধে বিভীষণৰ শুভ উপদেশখিনি ৰামৰ ওচৰত নিবেদন কৰিলে।

৩৪—৩৫। ৰাম স্বভাৱতে ধৰ্ম্মশীল, এতেকে বিভীষণৰ উপদেশখিনি তেওঁৰ মনত লগিল। তেতিয়া মহাতেজস্বী ৰামে হাঁহি এটা মাৰি লক্ষ্মণে সৈতে কাৰ্য্যদক্ষ বান্দৰৰাজ সুগ্ৰীৱক, আৰু বিভীষণক আদৰ অভ্যৰ্থনা জনাবলৈ হৈ লক্ষ্মণক কলে, "লক্ষ্মণ, বিভীষণে দিয়া যুক্তিটো মোৰ মনঃপুত হৈছে।

৩৬। "সুগ্ৰীৱ এজন সুপণ্ডিত আৰু তুমিও মন্ত্ৰণা বিষয়ত কুশল, এতেকে তোমালোক দুয়োজনে কথাটো ভালদৰে বিবেচনা কৰি যিটো ভাল বুলি বিবেচনা কৰা কোৱাঁ।"

৩৭। ৰামে এইদৰে কোৱাত সুগ্ৰীৱ আৰু লক্ষ্মণ দুয়োজন বীৰে সসম্মানে বিনীতভাবে কলে, "হে নৰশ্ৰেষ্ঠ, এই সময়ত বিভীষণে যিটো উপদেশ দিছে তাৰ-পৰা আমাৰ মঙ্গল হব, এতেকে সেইটো আমাৰ মনত ভাল নলগাৰ কোনো কাৰণ নাই।

৩৮। "দুৰ্ঘোৰ এই সমুদ্ৰত সেতু নবন্ধাকৈ ইন্দ্ৰে সৈতে সুৰাসুৰগণেও লঙ্কাত প্ৰৱেশ কৰিব নোৱাৰে।

৩৯—৪০। "এতেকে বীৰ বিভীষণে যিটো উপদেশ দিছে তাক কাৰ্য্যত পৰিণত কৰিবলৈ যত্নপৰ হোৱা উচিত। সময় অতিবাহিত হবলৈ দিয়াৰ প্ৰয়োজন নাই। সাগৰৰ মাজেদি সসৈন্যে গৈ ৰাৱণৰ সুৰক্ষিত লঙ্কাত যি উপায়ে প্ৰৱেশ কৰিব পাৰোঁ তাৰ বাবে আপুনি কাৰ্য্যতৎপৰ হওক।"

৪১। সুগ্ৰীৱে এইদৰে কোৱাত শ্ৰীৰামচন্দ্ৰই অগ্নিকুণ্ডত প্ৰজ্বালিত হুতাশন সদৃশ ৰূপ ধাৰণ কৰি নদ-নদীসকলৰ অধিপতি সমুদ্ৰৰ তীৰত কুশাসনৰ ওপৰত উপৱেশন কৰিলে।

**ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত একোনবিংশ সৰ্গ সমাপ্ত**

# বিংশ সৰ্গ

## ৰামৰ শিবিৰলৈ ৰাৱণৰ গুপ্তচৰ প্ৰেৰণ

১। সুগ্ৰীৱৰ সেনাবাহিনী সুন্দৰৰূপে সংস্থাপিত হোৱাৰ পিচত শাৰ্দ্দূল নামে এজন বীৰ্য্যশালী ৰাক্ষস তালৈ আহি সেনাবাহিনীক চাই গ'ল।

২—৩। এই শাৰ্দ্দূল দুৰাত্মা ৰাক্ষসৰাজ ৰাৱণৰ গুপ্তচৰ। সেনাবাহিনীৰ ভিতৰত উদ্বিগ্নতাৰ কোনো লক্ষণ নেদেখি সেই ৰাক্ষসে লৰালৰিকৈ উভতি গৈ লঙ্কাত প্ৰৱেশ কৰিলে আৰু ৰজাৰ ওচৰত নিবেদন কৰিলে, "হে ৰাজন, বান্দৰ আৰু ভালুকৰ বৃহৎ এটা বাহিনী লঙ্কাৰ পিনে গতি কৰিবলৈ বৈ আছে।

৪—৭। "এই সৈন্যদল অগাধ, অসীম দ্বিতীয় সমুদ্ৰসদৃশ। দশৰথৰ দুই পুত্ৰ ভাই-ককাই ৰামলক্ষ্মণ উভয়ে দেখোঁতে উত্তম ৰূপবিশিষ্ট, সীতাৰ উদ্ধাৰৰ কাৰণে আহি সমুদ্ৰতীৰত উপস্থিত হৈছে। হে মহাদ্যুতি-সম্পন্ন ৰাজন, এই সেনাবাহিনীয়ে গগন আচ্ছন্ন কৰি দহ যোজন ঠাই ব্যাপি অৱস্থিত কৰিছে। মহাৰাজ, মই মূল কথা এইখিনি আপোনাক জনালোঁ। এতিয়া আপোনাৰ দূত গৈ জানি আহক, সাম, দান অথবা ভেদ নীতিৰ ভিতৰত কোনটো নীতি এই ক্ষেত্ৰত প্ৰযুক্ত হ'ব পাৰে।"

৮—১২। শাৰ্দ্দূলৰ কথা শুনি ৰাক্ষসৰাজ ৰাৱণে ব্যগ্ৰভাৱে সেইতে কথাৰ সাৰ মৰ্ম্ম বুজাত অভিজ্ঞ শুকনামে ৰাক্ষসক কথাৰ আঁতি-গুৰি লবলৈ আদেশ দি কলে, "শুক, তুমি গৈ ততালিকে ৰজা সুগ্ৰীৱক মোৰ হকে যথাযথভাৱে মিহি আৰু মধুৰ সুৰত অথচ মনত কোনো দৈন্যভাব নৰখাকৈ কবা, "সুগ্ৰীৱ, মহান এক ৰাজকুলত আপোনাৰ জন্ম আপুনি স্বয়ং মহাবলশালী ৰজা আৰু ঋক্ষৰাজৰ পুত্ৰ; ৰামৰ সহায়ক হোৱাৰপৰা আপোনাৰ কোনো লাভ নাই; সহায়ক নহলেও আপোনাৰ কোনো ক্ষতি নাই; তদুপৰি, হে কপিৰাজ, আপুনি মোৰ ভ্ৰাতৃসম সুহৃদ, যিহেতু বালীৰ লগত মই সখ্যভাৱত আবদ্ধ। ধীমান ৰামচন্দ্ৰৰ ভাৰ্য্যাক মই হৰণ কৰি আনিলেও তাৰ দ্বাৰা আপোনাৰ কোনো অনিষ্ট সাধন কৰা হোৱা নাই। এতেকে আপুনি কিষ্কিন্ধালৈ উভতি যাওক, আপুনি জানিব যে বান্দৰবোৰে কোনো পথ্যে লঙ্কাত প্ৰৱেশ কৰিব নোৱাৰে। দেৱতা আৰু গন্ধৰ্বসকলে যি লঙ্কাত প্ৰৱেশ কৰিব নোৱাৰে, তাত নৰ আৰু বান্দৰে প্ৰৱেশ কৰিব কেনেকৈ?"

১৩—১৬। ৰাক্ষসেন্দ্ৰ ৰাৱণে এইদৰে আদেশ দিয়াত ৰাক্ষস শুক চৰাইৰ ৰূপ লৈ তৎক্ষণাৎ আকাশলৈ উঠিল, আৰু এই সুদূৰ বাট আকাশৰ ওপৰেদি উৰি উৰি আহি সুগ্ৰীৱ য'ত আছিল আকাশৰ সেই ঠাইত ৰৈ দুৰাত্মা ৰাৱণে যি যি কৈছিল সকলো কথা সেইদৰে কলে। সি কথা কৈ থাকোঁতে বান্দৰবোৰে তৎক্ষণাত জাঁফ দি ওপৰলৈ উঠি তাৰ পাখা ছেদ কৰি হাতেৰে ভুকুৱাই ভুকুৱাই জীৱন নাশ কৰাৰ উদ্দেশ্যে তাক ধৰি পেলালে।

১৭—১৮। তাৰ পিচত বান্দৰবিলাকে বলপূৰ্ব্বক ধৰি আনি মাটিত পেলাই লৈ মাৰ-ধৰ কৰিবলৈ ধৰোঁতে শুকে কলে, "হে কাকুৎস্থ; দূতক কোনেও বধ নকৰে, এতেকে আপুনিও অনুগ্ৰহ কৰি এই বান্দৰসকলক নিবাৰণ কৰক। যি দূতে তেওঁৰ প্ৰভুৰ মত পৰিত্যাগ কৰি নিজ মত প্ৰকাশ কাৰ আৰু স্বামীয়ে কৈ পঠিওৱা কথা নকয় তেনে দূতকহে বধ কৰা উচিত।"

১৯—২১। শুকৰ কথা আৰু তাৰ চিঞৰ-বাখৰ শুনি ৰামে মাৰ-ধৰ কৰি থকা শ্ৰেষ্ঠ বান্দৰসকলক কলে, "তোমালোকে তাক নামাৰিবা।" ৰামৰ কথামতে বান্দৰ-বোৰৰ পৰা ভয়শূন্য হৈ শুকে পাখাৰ বলত ক্ষিপ্ৰগতি ধাৰণ কৰি আকাশলৈ উঠিল আৰু তাতে ৰৈ থাকি পুনঃ কবলৈ ধৰিলে, "হে মহাবল পৰাক্ৰমশালী সত্ত্বসম্পন্ন সুগ্ৰীৱ, তেনেহলে উত্তৰস্বৰূপে লোকৰাৱণ ৰাৱণলৈ আপুনি কি কৈ পঠিওৱা বুলি মই তেওঁৰ আগত কম?"

২২—২৪। শুকে এইদৰে কোৱাত বান্দৰধিপতি মহাবল সুগ্ৰীৱে শুদ্ধভাবে মনৰ বলে সৈতে স্পষ্টস্বৰে কলে "শুক, তুমি ৰাৱণক কবা 'দশগ্ৰীব, তুমি মোৰ কোনো মিত্ৰ নোহোৱাঁ আৰু তুমি কোনো দয়াৰ পাত্ৰও নোহোৱাঁ, তুমি কোনো দিনে মোৰ কোনো উপকাৰ কৰা নাই আৰু মোৰ প্ৰিয়পাত্ৰও নোহোৱাঁ, তুমি ৰামৰ শত্ৰু, এতেকে বালীৰ নিচিনা তুমি বধ্য আৰু তোমাৰ পুত্ৰ, মিত্ৰ আৰু অনুচৰবৰ্গে সৈতে তোমাক বধ কৰিম। হে ৰাক্ষসেশ্বৰ; এই কাৰণতে মই তোমাৰ পুত্ৰ, বন্ধু আৰু জ্ঞাতিবৰ্গে সৈতে তোমাক বধ কৰিম আৰু সদলবলে লঙ্কাত প্ৰৱেশ কৰি সকলোকে ভস্মীভূত কৰিম।"

২৫—২৬। "মূৰ্খ ৰাৱণ, ইন্দ্ৰপ্ৰমুখ দেৱতাগণে ৰক্ষা কৰি থাকিলেও ৰামৰ হাতৰ পৰা তোমাৰ মুক্তি নাই। তুমি যদি সূৰ্য্যৰ পথত গৈ লুকাই থাকা অথবা পাতা-লতে প্ৰৱেশ কৰা অথবা মহাদেৱৰ পাদপদ্মকে আশ্ৰয় কৰি থাকা, তথাপি তোমাৰ ভ্ৰাতৃবৰ্গে সৈতে ৰামৰ হাতত তুমি নিহত হবাই। এই তিনিও লোকৰ ভিতৰত

পিশাচ, ৰাক্ষস, গন্ধৰ্ব্ব অথবা অসুৰবিলাকৰ ভিতৰত তোমাক ৰক্ষা কৰিব পৰা এজনকো মই দেখা নাই।

২৭-২৮। "তুমি জৰাবৃদ্ধ পক্ষীৰাজ জটায়ুক বধ কৰিছা, কিন্তু ৰাম অথবা লক্ষ্মণৰ ওচৰত তুমি একো নোহোৱা ; তুমি বিশালাক্ষী সীতাক হৰণ কৰি নি বুদ্ধি পোৱা নাই তেওঁ কোন ? ৰঘুশ্ৰেষ্ঠ মহাবলশালী, মহাত্মা ৰামচন্দ্ৰ যাৰ লগত সংঘৰ্ষ কৰিবলৈ দেৱতাবিলাকৰো সাহস নহয়, তুমি তেওঁক চিনি নাপালা, তেৱেঁই তোমাৰ প্ৰাণ বিনাশ কৰিব।"

২৯—৩০। সুগ্ৰীবে এইদৰে কোৱাৰ পিচত বালীপুত্ৰ কপিশ্ৰেষ্ঠ অঙ্গদে কলে, "হে মহাপ্ৰাজ্ঞ সুগ্ৰীৱ, এই শুক দূত নহয়, ই আমাৰ শক্তি পৰীক্ষা কৰিবলৈ অহা এটা দুষ্ট অনুচৰ মাত্ৰ। ই ইতিমধ্যে আমাৰ বল পৰীক্ষা কৰি চালে, এতেকে সি যাতে লঙ্কালৈ যাব নোৱাৰে তাৰ বাবে তাক ধৰি অনাই ভাল।"

৩১--৩০। অঙ্গদৰ কথা শুনি ৰজা সুগ্ৰীৱৰ আদেশ মতে বান্দৰবোৰে লাফ মাৰি ওপৰলৈ উঠি তাক ধৰি আনি বন্ধি থোৱাত সি নিৰাশ্ৰয় হৈ চিঞৰিবলৈ ধৰিলে। তাৰ পিচত প্ৰচণ্ড বান্দৰবোৰে তাৰ ওপৰত উৎপীড়ন কৰিবলৈ ধৰাত, দশৰথাত্মজ মহাত্মা ৰামৰ নাম লৈ সি চীৎকাৰ কৰিবলৈ ধৰিলে, "হে ৰামচন্দ্ৰ, এই বান্দৰবোৰে বলপূৰ্ব্বক মোৰ পাখিকটাৰ আৰু চকু ফুটাই দিয়াৰ উপক্ৰম কৰিছে। হে ৰাম, যিদিনা মই জন্ম গ্ৰহণ কৰিছিলোঁ আৰু যি দিনা মই মৰিম, এইকালৰ ভিতৰত যিমানবোৰ পাপ কৰিছোঁ, সেই সকলো তোমাত প্ৰবৰ্ত্তিব যদিহে এইদৰে মই মৃত্যু মুখত পৰোঁ।"

৩৪। শুকৰ চিঞৰ-বাখৰ শুনি ৰামে বধ নকৰিবলৈ কৈ বান্দৰবোৰক দূতৰূপে উপস্থিত হোৱা সেই ৰাক্ষসক এৰি দিবলৈ আদেশ দিলে।

**ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত বিংশ সৰ্গ সমাপ্ত**

# একবিংশ সৰ্গ

## সমুদ্ৰৰ প্ৰতি ৰামৰ আক্ৰোশ

১—৭। তাৰ পিচত ৰাঘৱ ৰামচন্দ্ৰই সাগৰৰ পিনে হাতযোৰ কৰি পূবমুৱা হৈ সাগৰৰ বেলাভূমিত কুশ পাতি শুই পৰিল। শুই পৰাৰ সময়ত সাপৰ ফণাৰসদৃশ তেওঁৰ বাহুৱেই হল তেওঁৰ শিৰৰ উপাধান বা গাৰু। ৰামচন্দ্ৰৰ সুদিনত যি বাহু সদায় সুবৰ্ণৰ অলঙ্কাৰে ভূষিত আছিল, যি বাহু মণিকাঞ্চন নিৰ্ম্মিত কেয়ূৰ আৰু বিশিষ্ট মুক্তা বিভূষিত অলঙ্কাৰৰ দ্বাৰা শোভিত আছিল আৰু উত্তম স্ত্ৰীসমূহৰ * হাতে যাক স্পৰ্শ কৰিছিল; যি বাহুক অগুৰু আৰু নবোদিত সূৰ্য্যৰ প্ৰভাসদৃশ ৰক্ত চন্দনৰ অনুলেপে ৰঞ্জিত কৰিছিল, সেইদিনত শয়ন কালত যি বাহুত সীতাৰ মূৰে শোভা পাইছিল, যি বাহু গঙ্গাত বিচৰণকাৰী তক্ষকৰ ফণাসদৃশ শোভমান, যি সুদীৰ্ঘ বাহুযুদ্ধৰ কালত শত্ৰুকুলৰ শোকবৰ্দ্ধক হৈ বহুকাল মিত্ৰবৰ্গৰ আনন্দবৰ্দ্ধক হিচাপে বিখ্যাত আছিল, হায়, সাগৰৰ তীৰৰ আজি সেই বাহুৱেই হল ৰামচন্দ্ৰৰ শিৰৰ উপাধান।

৭—৯। যি ৰামচন্দ্ৰৰ বাঁও বাহুৱে পুনঃ পুনঃ ধনুগুণৰ টানত কঠিন ৰূপ ধাৰণ কৰিছিল, যাৰ পৰিঘসদৃশ সুদীৰ্ঘ দক্ষিণ বাহুৰ দ্বাৰা হাজাৰ হাজাৰ গোদান কাৰ্য্য অনুষ্ঠিত হৈছিল, আজি সেই বাহুযুগল তেওঁৰ শিৰৰ উপাধান! এনে অৱস্থাত হয় সমুদ্ৰ লঙ্ঘন অথবা মোৰ হাতত সমুদ্ৰৰ মৰণ, এই প্ৰতিজ্ঞা কৰি যথাবিধি মৌন ব্ৰত অবলম্বন কৰি মহাবাহু ৰামচন্দ্ৰই মহাসমুদ্ৰৰ তীৰ দেশত শুই ললে।

১০—১২। এইদৰে শাস্ত্ৰোক্ত নিয়মৰ অকণো ব্যতিক্ৰম নকৰাকৈ কুশাস্তীৰ্ণ ভূমিখণ্ডত পৰি শুই থাকোঁতে ৰামৰ তিনি ৰাতি অতিবাহিত হল। এই তিনি দিনে নীতিজ্ঞ ধৰ্ম্মবৎসল ৰামচন্দ্ৰই নদীসমূহৰ অধিপতি সাগৰৰ উপাসনা কৰিলে, কিন্তু অশেষ যত্নে যথাযোগ্যভাবে পূজা অৰ্চ্চনা কৰা সত্বেও মন্দমতি সমুদ্ৰই ৰামক দেখা নিদিলে।

১৩—২১। সমুদ্ৰৰ এনে ভাব দেখি ৰামচন্দ্ৰ ক্ৰুদ্ধ হল; তেতিয়া ৰক্তাক্তলোচনে ওচৰতে থকা শুভলক্ষণ লক্ষ্মণক তেওঁ কলে, "লক্ষ্মণ, চোৱা, এই সমুদ্ৰই এতিয়াও

---

* অকল সীতাই মাত্ৰ ৰামৰ পত্নী, এতেকে স্ত্ৰীসমূহ মানে ইয়াত বুজিব লাগিব সুন্দৰী ধাত্ৰীবৰ্গ, যিসকলে ৰামচন্দ্ৰৰ হাতত অলঙ্কাৰ পিন্ধাই দিছিল।

দেখা নিদি কি গৰ্ব্বৰ ভাব দেখুৱাইছে। মই দেখিছো যিসকলে গুণৰ মোল নুবুজে তেনেজনৰ পক্ষে সাধুলোকৰ শান্তি, ক্ষমা, সৰলতা, প্ৰিয়বাদিতা আদি সজ্-গুণৰ কোনো আদৰ নাই, সিহঁতে এইবোৰ শক্তিহীনতাৰ প্ৰমাণ বুলিহে ভাবে। যিজনে শৌৰ্য্যাদিগুণ নথকা সত্ত্বেও তেনে গুণ থকা বুলি আত্মশ্লাঘা কৰিব পাৰে, যিজন স্বভাৱতে দুষ্ট প্ৰকৃতিৰ, অধৰ্ম্ম কামত প্ৰবৃত্ত, আৰু নিজ গুণৰ বিষয়ে ঢোল কোবাই ফুৰে আৰু তাৰ ওপৰতে দণ্ড-বিধান কৰিবলৈ বিচাৰে, পৃথিবীত প্ৰাণীসমূহে তেনে জনকহে পূজা কৰে। লক্ষ্মণ, সাম্যভাৱৰ দ্বাৰা মানুহে যশস্যা, কীৰ্ত্তি বা ৰণক্ষেত্ৰত জয় লাভ কৰিব নোৱাৰে। আজিয়েই তুমি দেখিবা মোৰ শৰবৃষ্টিৰ ফলত সাগৰৰ মৎস্য-মকৰাদি জলচৰ জন্তুবোৰ মৰি-হজি সাগৰ ব্যাপি পৰিব, বৃহৎ বৃহৎ ফণাযুক্ত প্ৰাণীসমূহৰ ফণা ছিন্নবিচ্ছিন্ন হব, জলহস্তীৰ শুৰ শীৰ্ণ-বিশীৰ্ণ হব; এইদৰে শঙ্খ শামুক, মাছ, মকৰ সকলোকে একাকাৰ কৰি সমুদ্ৰৰ বিৰুদ্ধে যি ভীষণ সংগ্ৰাম আৰম্ভ কৰিম তাতেই সমুদ্ৰ শুহি যাব। ইমান দিনে ক্ষমাশীল হৈ থকাৰ কাৰণে সমুদ্ৰই মোক শক্তি-সামৰ্থ্যহীন বুলি জ্ঞান কৰিছে; এতেকে মোৰ নিচিনা জনক ধিক্। শান্তিপূৰ্ণভাবে সমুদ্ৰই তেওঁৰ ৰূপ মোক নেদেখুৱাব।"

২২। "সৌমিত্ৰি, মোৰ ধনুখন আৰু সৰ্পসম তীব্ৰ শৰসমূহ আনা, এতিয়াই মই সমুদ্ৰক শোষণ কৰোঁ, যাতে বান্দৰসৈন্য পদব্ৰজে লঙ্কাত উপনীত হব পাৰে।"

২৩—২৪। "যি সমুদ্ৰক কোনেও ক্ষুব্ধ কৰিব নোৱাৰে, মই শৰৰ জালাত আজি সেই সমুদ্ৰক ক্ষুব্ধ কৰি তুলিম। যি সমুদ্ৰত হাজাৰ হাজাৰ ঢৌৱে খেলা কৰি থাকে আৰু যি পূৰ্ব্বৰ প্ৰতিজ্ঞামতে তাৰ তীৰভূমি অতিক্ৰম নকৰে, মোৰ শৰসমূহৰ জালত মহা মহা দানব-পৰিপূৰ্ণ সেই সমুদ্ৰ আজি ক্ষুব্ধ হব আৰু সি তাৰ বেলাভূমি অতিক্ৰম কৰিব।"

২৫। এইদৰে কৈ উঠি ৰামচন্দ্ৰই হাতত ধনু লৈ ক্ৰোধতে তেওঁৰ চকু বিস্ফাৰিত কৰিলে আৰু যুগান্ত-কালৰ অগ্নিসম হৈ জ্বলি উঠি দুৰ্দ্ধৰ্ষ মূৰ্ত্তি ধাৰণ কৰিলে।

২৬। তেওঁ সজোৰে ধনুত টান দি বাৰে বাৰে জগৎ কঁপাই তুলিলে আৰু শত-ক্ৰতু ইন্দ্ৰই বজ্ৰ নিক্ষেপ কৰাৰ নিচিনা উগ্ৰ বাণসমূহ নিক্ষেপ কৰিবলৈ ধৰিলে।

২৭। মহাবেগশালী, তেজোবলে প্ৰদীপ্ত বাণবোৰে সাগৰত প্ৰৱেশ কৰি তাত থকা সৰ্প আৰু মৎসকুলক সন্ত্ৰস্ত কৰি তুলিলে।

২৮। শৰৰ প্ৰভাৱত মৎস্য আৰু মকৰে সৈতে সমুদ্ৰৰ জলৰাশিৰ বেগে বায়ুৰ বেগৰ লগত মিহলি হৈ ভীষণ ৰূপ ধাৰণ কৰিলে।

২৯—৩১। অসংখ্য শঙ্খৰ দ্বাৰা সমাচ্ছাদিত মহাসমুদ্ৰৰ ঢৌ ধোঁৱামন্ন হৈ ঘুৰ্ণি-পাকত পৰিণত হল। পন্নগকুল আৰু পাতালবাসী মহাবীৰ্য্যশালী দানৱগণ ব্যথিত হোৱাত সিহঁতৰ চকু আৰু মুখ জ্বলি উঠিল। নক্ৰ আৰু মকৰে সৈতে হাজাৰে হাজাৰে সাগৰৰ ঢৌ বিন্ধ্য আৰু মকৰ পৰ্ব্বতৰ ৰূপ ধাৰণ কৰি ওপৰলৈ উঠিবলৈ ধৰিলে।

৩২। ক্ৰমে সন্ত্ৰস্ত উৰগ আৰু সমুদ্ৰস্থিত ৰাক্ষস আৰু মহাগ্ৰাহে সৈতে তৰঙ্গ-মালা ঘূৰ্ণায়মান গতিত ওপৰলৈ উঠিবলৈ ধৰাত বৰুণালয় সমুদ্ৰৰ মাজৰপৰা ভীষণ শব্দ হবলৈ ধৰিলে।

৩৩—৩৫। ঠিক এনে সময়তে অতুলবীৰ্য্যসম্পন্ন ধনুখন হাতত লৈ দীৰ্ঘ নিঃশ্বাস কাঢ়ি গুণত টান দি থাকোঁতে সুমিত্ৰানন্দন লক্ষ্মণে লৰি আহি ৰামৰ ওচৰ চাপি ধেনুখন হাতত লৈ কবলৈ ধৰিলে, "নহয়, নহয় হে ৰঘুনন্দন, আপুনি এনে কাম নকৰিব। হে বীৰ শ্ৰেষ্ঠ, সমুদ্ৰক এইদৰে ক্ষুব্ধ নকৰাকৈও আন উপায়ে কাৰ্য্য সাধিত হব পাৰে। ভবাদৃশজন এনেদৰে ক্ৰোধৰ বশবৰ্ত্তী নহয়; এতেকে সাধুবৃত্তিৰ দ্বাৰা যি উপায়ে কাৰ্য্য সাধিত হব পাৰে তাকে চিন্তা কৰক। আপুনি চাওক, দেৱৰ্ষি আৰু ব্ৰহ্মৰ্ষিগণে অন্তৰীক্ষত লুকাই থাকি "আঃ কি দুঃখকৰ!" বুলি উচ্চস্বৰে চিঞৰিবলৈ ধৰিছে।"

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত একবিংশ সৰ্গ সমাপ্ত

# দ্বাবিংশ সর্গ

## সেতু-বন্ধন

১—২। লক্ষ্মণে এইদৰে নিবাৰণ কৰাৰ পিচত ৰঘুশ্ৰেষ্ঠ ৰামচন্দ্ৰই সাগৰক উদ্দেশ্য কৰি কঠোৰ বাক্যে কবলৈ ধৰিলে, "পাতালো সৈতে এই মহাসমুদ্ৰ, আজি মই শোষণ কৰিম। সাগৰ, মোৰ শৰৰ কোবত তোমাৰ পানী শুকাই যাব, জলচৰ জন্তু নিহত হব, তোমাৰ বুকুত ধূলি উৰিব।

৩। "মোৰ নিক্ষিপ্ত শৰৰ প্ৰভাৱত তোমাৰ এনে দশা হলে এই কপিসৈন্যই তোমাৰ বুকুৰ ওপৰেদি খোজ কাঢ়িয়ে সিপাৰলৈ যাব।

৪। "হে দানৱালয় সমুদ্ৰ, তুমি মোৰ পুৰুষত্ব আৰু বিক্ৰমৰ কথা জানিও নজনাৰ ভাও ধৰিছা; আজি মোৰ পৰাক্ৰমত তুমি ভীষণৰূপে সন্তপ্ত হবা।"

৫—৭। সাগৰক উদ্দেশ্য কৰি এইদৰে কৈ ৰামচন্দ্ৰই তেওঁৰ ব্ৰহ্মদণ্ডসদৃশ শৰ ব্ৰহ্মাস্ত্ৰৰ দ্বাৰা অভিমন্ত্ৰিত কৰি শৰাসনত সংযুক্ত কৰিলে আৰু ধনুত টান দিয়াৰ লগে লগে স্বৰ্গ আৰু পৃথিৱী বিদীৰ্ণ হৈ যোৱা যেন হল, পৰ্ব্বতসমূহ কঁপিবলৈ ধৰিলে, ঘোৰ অন্ধকাৰে পৃথিৱী আগুৰি ধৰিলে, দিগ্‌-বিদিক্ চিনি নোপোৱা হল আৰু নদী সৰোবৰসমূহ ক্ষুব্ধ হৈ উঠিল।

৮। নক্ষত্ৰমণ্ডলী বক্ৰগতি লৈ চন্দ্ৰ সূৰ্য্যৰ লগত একাকাৰ হল। সূৰ্য্যৰ তীব্ৰ ৰশ্মিও অন্ধকাৰাচ্ছন্ন হল।

৯। আকাশত উল্কাপাত হবলৈ ধৰিলে, অন্তৰীক্ষত ঘোৰ বজ্ৰপাতৰ শব্দ হল।

১০। বায়ু প্ৰবলবেগে বৈ বৃক্ষৰাজি ভাঙি চূৰ্ণাকৃতি কৰিলে আৰু মেঘমালা উৰুৱাই নিলে।

১১। পৰ্ব্বতশিখৰ বিধ্বস্ত হল আৰু ভীষণ শব্দে আকাশ ভৰি পৰিল।

১২—১৫। চাৰিওফালে বজ্ৰপাত আৰু বিদ্যুতাগ্নিৰ স্ফুৰণ হবলৈ ধৰিলে; দৃশ্য আৰু অদৃশ্য সকলো প্ৰাণীয়ে বজ্ৰসমনাদে চীৎকাৰ কৰি শেহত ভয়বিহ্বল চিত্তে কঁপি কঁপি মাটিত পৰিবলৈ ধৰিলে; সকলো ব্যথিত হল আৰু স্পন্দনহীন হল; সমুদ্ৰৰ পানী প্ৰবল বেগ ধাৰণ কৰি প্ৰকাণ্ড ঢৌত পৰিণত হল আৰু নাগ, ৰাক্ষস আৰু আন আন জলচৰ প্ৰাণীবৰ্গে সৈতে পাৰ অতিক্ৰম কৰি এক যোজন পৰ্য্যন্ত বিয়পি পৰিল।

১৬। নদ-নদীসকলৰ অধিপতি সমুদ্ৰ এইদৰে ক্ষুব্ধ হৈ অতিষ্ঠ হলেও শক্ৰহন্তা ৰামচন্দ্ৰ কোনোমতে বিচলিত নহৈ তেওঁৰ অস্ত্ৰ সম্বৰণ নকৰিলে।

১৭—২০। তেতিয়া উদয়াচল অথবা মেৰুপৰ্ব্বতৰপৰা দিবাকৰ যিদৰে ওলাই আহে সাগৰৰ মাজৰপৰা মূৰ্ত্তিমান সাগৰো সেইদৰে ওলাই আহিল। তেওঁৰ চাৰিওফালে পন্নগকুল, প্ৰত্যেকেই তেওঁৰ উজ্জ্বল মুখ মেলি তেওঁক বেঢ়ি আছে; তেওঁৰ গাত সুন্দৰ বৈদূৰ্য্যমণি-সদৃশ সোণৰ ভূষণ, ডিঙিত ৰক্তমাল্য আৰু পৰিধানৰ বস্ত্ৰও ৰক্তবৰ্ণ, নয়ন পদ্মপত্ৰসম, মূৰত সৰ্ব্বপুষ্পময়ী দিব্যমালা; তেওঁৰ শৰীৰৰ সকলো আভৰণ তপ্তকাঞ্চনময় আৰু নিজতে উৎপন্নবিশিষ্ট ৰত্নসমূহৰ দ্বাৰা শোভিত।

২১—২২। তেওঁৰ গৰ্ভত বায়ুবিচালিত মেঘমালাযুক্ত হিমালয়সদৃশ নানা ধাতুৰে পৰিপূৰ্ণ যিবোৰ পৰ্ব্বত অৱস্থিত আছিল, শৰৰ প্ৰকোপত সেইবোৰ ঘূৰ্ণায়মান তৰঙ্গ-মালাৰে পৰিবেষ্টিত হল; এনেহেন মহাবীৰ্য্যশালী সমুদ্ৰই গঙ্গা সিন্ধু আদি প্ৰধান প্ৰধান নদীসমূহৰ দ্বাৰা পৰিবৃত হৈ কৃতাঞ্জলিপুটে ধনুষ্পাণি ৰামচন্দ্ৰৰ ওচৰ চাপি কবলৈ ধৰিলে :

২৩। "হে ৰাম, পৃথিৱী, বায়ু, আকাশ আৰু জলভাগে নিজ নিজ সনাতন পথ অনুসৰণ কৰি আপোন প্ৰকৃতি লৈ বৰ্ত্তি থাকে।"

২৪। "হে সৌম্য,ময়ো অগাধ আৰু অলঙ্ঘনীয় এই স্বভাৱ লৈ বৰ্ত্তি আছোঁ; এতিয়া যদি মই ৰাম আৰু সহজে পাৰ হব পৰা বিধৰ হওঁ তেনেহলে তাৰ দ্বাৰা মোৰ স্বভাৱৰ বিকৃতিহে ঘটিব।"

২৫। "হে ৰাজনন্দন, মই ইচ্ছা কৰি, অথবা ক্ৰোধ; লোভ বা ভয়ৰ বশৱৰ্ত্তী হৈ নক্ৰ মকৰাদি জলচৰ জন্তুৰে পৰিপূৰ্ণ জলৰাশিক স্তব্ধ কৰি ৰাখিব নোৱাৰোঁ।

"২৬। তথাপি হে ৰামচন্দ্ৰ, সকলোকে সহ্যক কৰি হলেও আপুনি যি প্ৰকাৰে সমুদ্ৰ পাৰ হব পাৰে মই তেনে কৰিম। আপোনাৰ সেনা পাৰ হোৱাৰ কালত কোনো গ্ৰাহে তেওঁলোকক আক্ৰমণ নকৰিব আৰু তেওঁলোকে যাতে পাৰ হব পাৰে তাৰ বাবে জল ৰশিও স্থলৰূপত পৰিণত হব।"

২৭। সাগৰৰ কথা শুনি শ্ৰীৰামচন্দ্ৰই কলে, "বৰুণালয়, শুনা, মোৰ এই মহাবাণ অব্যৰ্থ, তুমি কোৱাঁ এতিয়া মই তাক ক'ত নিক্ষেপ কৰিম।"

২৮। ৰামৰ কথা শুনি ৰাঘৱৰ সেই ভীষণ শৰপাটলৈ লক্ষ্য কৰি মহাতেজস্বী সমুদ্ৰই কলে, "ৰাম, উত্তৰফালে মোৰ এখন ঠাই আছে, তাৰ নাম দ্ৰুমকুল্য। এই ঠাইখন অধিকতৰ পুণ্যশীল, আৰু পৃথিৱীৰ ভিতৰত আপুনি যিদৰে বিখ্যাত, এই ঠাইখনো তেনে।"

৩০—৩১। "এই ঠাইত উগ্রকর্ম্মা বহুত দস্যু বাস কৰে, আভীৰ জাতীয় পাপমতি এই মানুহখনে সদায় মোৰ জল-পান কৰি থাকে। পাপমতি এই মানুহবোৰৰ স্পর্শ সহ্য কৰিবলৈ মোৰ ইচ্ছা নাই। হে ৰাম, আপোনাৰ এই শৰ নিক্ষেপ কৰি বাণৰ অব্যর্থতা ৰক্ষা কৰক।"

৩২—৩৯। মহাত্মা সাগৰৰ কথা শুনি শ্ৰীৰামচন্দ্ৰই তেওঁৰ উপদেশমতে সেই ঠাইত প্ৰদীপ্ত সেই শৰ নিক্ষেপ কৰিলে।

৩৩—৩৪। যি ঠাইত বজ্ৰসম প্ৰভাবিশিষ্ট সেই শৰ নিক্ষিপ্ত হ'ল সি মৰুকান্তাৰ বুলি পৃথিবীত খ্যাত হ'ল। শৰৰ আঘাতত বসুধাই নিনাদ কৰি উঠিল। যিপিনে শৰে পৃথিবী ভেদ কৰিলে সেই পিনেদি ৰসাতলৰপৰা পানী নির্গত হবলৈ ধৰিলে।

৩৫। তাৰ পিচত কূপাকৃতি সেই ছিদ্ৰ ব্ৰণ নামে খ্যাত হল আৰু তাৰপৰা অনবৰত পানী ওলাই আহি আন এটা সাগৰৰ ৰূপ ধাৰণ কৰিলে। পৃথিবী শৰৰ দ্বাৰা বিদীৰ্ণ হোৱাত সেই ঠাইত ভীষণ এটা শব্দ সমুত্থিত হল আৰু সৰোবৰ আদিত পূৰ্ব্বতে দস্যুগণে পান কৰা যি জলৰাশি আছিল সি পৃথিৱীৰ ভিতৰলৈ সোমাই গল।

৩৭। ফলত সেই ঠাইডোখৰ তিনিও জগতত মৰুকান্তাৰ নামে প্ৰখ্যাত হল। দশৰথনন্দন অমৰসদৃশ বিক্ৰমশালী বিদ্বান ৰামচন্দ্ৰই পূৰ্ব্বৰ জল শোষণকাৰী সেই মৰুকান্তাৰক এই বুলি বৰ দান কৰিলেঃ

৩৮—৩৯। "এই মৰুদেশ পশু আদি জীৱলোকৰ পক্ষে উপযোগী হব, ইয়াৰ প্ৰাণীবোৰ প্ৰায়ে ৰোগশূন্য হব আৰু ঠাইডোখৰ ৰসযুক্ত ফলমূলেৰে পৰিপূৰ্ণ হব, ইয়াৰ গছ লতা আৰু ওষধি সমূহ ৰসাল আৰু সুগন্ধি হব। এইদৰে আৰু বহুত গুণৰ দ্বাৰা যুক্ত হোৱাত ৰামৰ বৰদানৰ ফলত সেই ঠাইডোখৰ সকলো কালৰ পৰা মঙ্গলময় হৈ উঠিল।"

৪০। শৰ-নিপাতৰ ফলত সেই ঠাইডোখৰৰ এক অংশ বিদগ্ধ হোৱাত নদী সমূহৰ অধিপতি সমুদ্ৰই সৰ্ব্বশাস্ত্ৰজ্ঞ ৰাঘৱক কলে

৪১—৪২। "হে সৌম্য ৰামচন্দ্ৰ, বিশ্বকৰ্ম্মাৰ প্ৰীতিভাজন পুত্ৰ শ্ৰীমান নলে তেওঁৰ পিতাকৰপৰা পোৱা বৰৰ সহায়ত মহা উৎসাহে মোৰ ওপৰেদি সেতু নিৰ্ম্মাণ কৰক। তেওঁ তেওঁৰ পিতাকৰ সমান কাৰ্য্যদক্ষ, তেওঁৰ নিৰ্ম্মিত সেতু মই ধাৰণ কৰি থাকিম।"

৪৩। সাগৰে এইদৰে কৈ অন্তৰ্হিত হোৱাত বান্দৰশ্ৰেষ্ঠ নলে থিয় দি মহা-বলশালী ৰামচন্দ্ৰক কবলৈ ধৰিলে।

৪৪। *"হে প্ৰভু, মহা সমুদ্ৰই ঠিকেই কৈছে যে পিতৃদত্ত সামৰ্থ্যৰ সহায়ত মই সুবিস্তৃত এই মকৰালয় সমুদ্ৰৰ ওপৰত সেতু নিৰ্ম্মাণ কৰিব পাৰিম।"*

৪৫। "কিন্তু হে ৰাঘৱ, মই যি দেখিলোঁ। তাৰপৰা বুজিলোঁ। যে এই জগতত কোনো কাৰ্য্য সাধিবলৈ হলে দণ্ড বিধানেই পুৰুষৰ একমাত্ৰ শ্ৰেষ্ঠ উপায়; যিবোৰ প্ৰাণী অকৃতজ্ঞ তাক ক্ষমা কৰাটো ধিক, সেইদৰে সাম আৰু দানৰ-পৰাও তেনে পুৰুষৰ পৰা কোনো কাম নিসিজে।

৪৬। "চাওক, ভয়ঙ্কৰ এই সমুদ্ৰই ৰাঘবলৈ ভয় কৰিহে সেতুবন্ধন চোৱাৰ ইচ্ছা কৰি এতিয়া বাম হবলৈ স্বীকাৰ কৰিলো।

৪৬—৪৯। "হে ৰাঘৱ, মন্দৰ পৰ্ব্বতত পিতা বিশ্বকৰ্ম্মাই মোৰ জননীক এইবুলি বৰ দিছিল, 'হে দেৱী, মোৰ নিচিনা শক্তিশালী তোমাৰ এটি পুত্ৰ উপজিব।" এই বৰ অনুসৰি-বিশ্বকৰ্ম্মাৰ ঔৰসজাত বিশ্বকৰ্ম্মাসদৃশ ময়ে সেই পুত্ৰ। আনে নকলে মই নিজে মোৰ গুণৰ কথা কবলৈ ভাল নাপাইছিলো। কিন্তু বৰুণালয় সমুদ্ৰত সেতু বান্ধিবলৈ মই সমৰ্থও। এতেকে আজি এই মুহূৰ্ত্ততে বীৰ বান্দৰ-সকলে সেতু বন্ধা কাম আৰম্ভ কৰক।"

৫০। নলৰ কথা শুনি ৰামৰ আদেশ লৈ মুখ্য মুখ্য বান্দৰবোৰে হৃষ্টচিত্তে শই শই হাজাৰে হাজাৰে মহাৰণ্যৰ চাৰিওকালে প্ৰৱেশ কৰিলে।

৫১। তাত সোমাই পৰ্ব্বতপ্ৰমাণ বান্দৰগণে তাৰ গছবোৰ ভাঙি আনি সাগৰত পেলাবলৈ ধৰিলে।

৫২—৫৪। তেওঁলোকে শাল, অশ্বকৰ্ণ, ধৱ, বাঁহ, কুটজ, অৰ্জ্জুন, তাল, তিলক, তিনিশ, বিল্ব, সপ্তপৰ্ণ, পুষ্পিত, কৰ্ণিকাৰ, আম্ৰ, অশোক, আদি গছবোৰ আনি সাগৰ ভৰাই দিলে। ফলেফুলে সুশোভিত গছবোৰৰ কিছুমান মূলে সৈতে কিছু-মানৰ বা মূলটো এৰি তাৰ ওপৰতে ভাঙি ইন্দ্ৰধ্বজ অনাদি দাঙি দাঙি লৈ আহিল।

৫৫। এইদৰে চাৰিওফালৰপৰা তাল; দাড়িম্ব গুল্ম, নাৰিকল, বিভীতক, কৰীৰ বকুল, নিম্ব বৃক্ষসমূহো টানি আজুৰি আনিবলৈ ধৰিলে।

৫৬। হাতীৰ নিচিনা শৰীৰবিশিষ্ট মহাবলী সেই বান্দৰবোৰে যন্ত্ৰযোগে পাহাড়, পৰ্ব্বত আৰু শিলবোৰ উভালি আনিবলৈ ধৰিলে।

৫৭। পৰ্ব্বতবোৰ পেলাই দিয়াৰ সময়ত সাগৰৰ পানী ওপৰলৈ উঠি আকাশ স্পৰ্শ কৰিলে আৰু লগে লগে তললৈ নামি আহিল।

৫৮। এইদৰে বাৰে বাৰে শিল আদি নিক্ষিপ্ত হোৱাত সাগৰ ক্ষুব্ধ হৈ উঠিল। কিছুমান বান্দৰ যোজন ব্যাপি সূতা টানি সেতুনিৰ্ম্মাণৰ সহায়ক হল।

*৫৯। এইদৰে ভয়ঙ্কৰকৰ্ম্মপটু বান্দৰসমূহৰ সহায়ত নলে সাগৰৰ ওপৰত সেতু নিৰ্ম্মাণ কৰিলে।*

৬০—৬১। সেতু বন্ধাৰ সময়ত কিছুমান হাতত দণ্ড লৈ উপস্থিত হল আৰু কিছুমানে সেইবোৰ সংগ্ৰহ কৰি সাগৰত পেলাই দিবলৈ ধৰিলে, এইদৰে ৰামৰ আজ্ঞা শিৰোধাৰ্য্য কৰি বান্দৰবোৰে শই শই মেঘাভ পৰ্ব্বত, তৃণ, কাঠ, পুষ্পিত তৰুসমূহ আনি সেতু বন্ধা কামত লাগি গল।

৬২—৬৩। দেখা গল যে দানৱসদৃশ বান্দৰবোৰে পৰ্ব্বতপ্ৰমাণ ডাঙৰ শিল আৰু শৃঙ্গবোৰ উভালি ইটোৰ পিচত সিটোকৈ শাৰী পাতি ক্ৰমাৎ আহিবলৈ ধৰিছে। এইদৰে শিল আৰু পৰ্ব্বতবোৰ আনি পেলাই দিয়াত সাগৰৰ মাজৰপৰা তুমুল শব্দ উঠিবলৈ ধৰিলে।

৬৪—৬৮। পৰ্ব্বতাকাৰ বান্দৰবোৰে খৰধৰকৈ কামত লাগি প্ৰথম দিনা চৌধ যোজন সেতু নিৰ্ম্মাণ কৰিলে। দ্বিতীয় দিনা বিশ যোজন, তৃতীয় দিনা একৈশ যোজন, চতুৰ্থ দিনা বাইশ যোজন, শেহৰ পঞ্চম দিনাত সমুদ্ৰৰ আনপাৰৰ বেলাভূমি স্পৰ্শ কৰি তেইশ যোজন সেতু ক্ষিপ্ৰকাৰী মহাকায় পৰম প্ৰৱল বান্দৰবোৰে নিৰ্ম্মাণ কৰিলে।

৬৯—৭০। বিশ্বকৰ্ম্মাৰ পুত্ৰ বান্দৰপ্ৰবৰ, মহাবলবান নলে তেওঁৰ পিতাকৰ নিচিনাকৈ মকৰালয় সমুদ্ৰৰ ওপৰত যি সেতু বান্ধিলে, পৰম সুন্দৰ সেই সেতু আকাশৰ হাতীপটিৰ নিচিনাকৈ জিলিকি উঠিল।

৭১। দেৱতা, গন্ধৰ্ব্ব, সিদ্ধাৰ্ষি সকলে অদ্ভুত সেই সেতু চাবলৈ আকাশত বিয়পি পৰিল।

৭২—৮৩। মহাবীৰ নলৰ নিৰ্ম্মিত সুদৃঢ়ৰ এই সেতু বহলে দহ যোজন আৰু দীঘে এশ যোজন। মনৰ আনন্দতে উৎফুল্ল হৈ বান্দৰবোৰে লফিয়াই লফিয়াই, নানা ৰকমৰ গৰ্জ্জন কৰি আনৰ অভাৱনীয় লোমহৰ্ষণকৰ, অদ্ভুত আৰু অসম্ভৱ এই সেতু-বন্ধনৰ কাম শেষ কৰিলে আৰু সকলো প্ৰানী তাকে দেখি পৰম আনন্দিত হল। সেতু বান্ধি বান্ধিয়ে মহাশক্তিশালী কোটি কোটি বান্দৰে মহাসমুদ্ৰৰ সিপাৰত উপনীত হল। তেওঁ লোকৰ সুনিৰ্ম্মিত শ্ৰীমান বিশাল এই সেতু মহাসমুদ্ৰৰ ওপৰত তিৰোতাৰ মূৰৰ সেওঁতাৰ নিচিনা শোভমান হল। এইবোৰ হৈ যোৱাৰ পিচত ৰাক্ষসবোৰৰ বিৰুদ্ধে অভিযান চলাবলৈ মন্ত্ৰীবৰ্গে সৈতে সমুদ্ৰৰ ইটো পাৰত হাতত গদা লৈ বিভীষণ থিয় দিলে। এনে সময়তে সুগ্ৰীৱে সত্য-পৰাক্ৰম ৰামক সম্বোধন কৰি কলে, "হে বীৰ, এই সমুদ্ৰ অতি বিশাল, আপুনি হনুমানৰ কান্ধত আৰু লক্ষ্মণ

অঙ্গদৰ কান্ধত আৰোহণ কৰক। এই দুজনে আপোনালোক দুজনক আকাশ মাৰ্গেৰে লৈ যাব। এইদৰে সকলো ঠিক-ঠাক হোৱাত লক্ষ্মণ আৰু সুগ্ৰীৱে সৈতে হাতত ধনু লৈ ধৰ্ম্মাত্মা শ্ৰীমান ৰামচন্দ্ৰ সৈন্যসমূহৰ আগে আগে যাবলৈ ধৰিলে, আন আন বান্দৰবোৰৰ কিছুমানে মাজত আৰু কিছুমানে পিচে পিচে গতি কৰিলে। বাটত যাওঁতে বান্দৰবোৰৰ ঠেলা-হেচাত কোনো পানীতে পৰিল আৰু কোনোৱে বা সেতুৰ ওপৰতে পৰিল, আৰু কোনোৱে বা আকৌ গৰুড়ৰ নিচিনাকৈ ওপৰৰ আকাশলৈকে জাপ দিলে। এইদৰে মহা আনন্দতে গৈ থাকোঁতে তেওঁলোকৰ মাজৰ পৰা যি তুমুল ধ্বনি উঠিল তাতে সাগৰৰ গৰ্জ্জন তেনেই তল পৰি গল। নল-নিৰ্ম্মিত সেতুৰ সহায়ত বান্দৰসৈন্যবাহিনী সিপাৰত উপনীত হোৱাত ৰজা ৰামচন্দ্ৰই তেওঁলোকক নানা ফলমূলে পৰিপূৰ্ণ এডোখৰ ঠাইত সংস্থাপিত কৰিলে।

৮৪—৮৫। ৰাঘৱৰ দুষ্কৰ অদ্ভুত এই কামটো দেখি সিদ্ধ, চাৰণ আৰু মহৰ্ষিগণে সৈতে দেৱতাসকল হঠাতে ৰামৰ ওচৰত উপস্থিত হৈ প্ৰত্যেকজনে পৃথক পৃথক-ভাবে পৰম পবিত্ৰ পানীৰে তেওঁক অভিষিক্ত কৰিলে আৰু শেহত, "হে নৰদেৱতা, আপুনি শত্ৰুৰ ওপৰত জয়লাভ কৰি সুদীৰ্ঘ কাল সসাগৰা এই পৃথিৱী পালন কৰি থাকক" এই দৰে আৰু আন আন বহুত আশীৰ্ব্বাদ-বাণীৰে তেওঁলোকে তেওঁৰ প্ৰতি পূজা—সৎকাৰ জনালে।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত দ্বাবিংশ সৰ্গ সমাপ্ত

# ত্ৰয়োবিংশ সৰ্গ

## লঙ্কা অভিমুখে যাত্ৰা

১। শুভাশুভ লক্ষণ-বিষয়ে বিশেষজ্ঞ ককায়েক ৰামচন্দ্ৰই অশুভজনক লক্ষণ কিছুমান দেখি ভায়েক লক্ষ্মণক সাবটি ধৰি কবলৈ ধৰিলে:

২। "লক্ষ্মণ, শীতল পানী আৰু ফলমূলে ভৰপূৰ বনৰ ভিতৰত সৈন্য বাহিনীক ভাগ ভাগকৈ সংস্থাপিত কৰি ব্যূহ ৰচনা কৰি আমি থাকোহঁক।"

৩। "লোকক্ষয়কৰ ভীষণ ভয়ৰ কাৰণ উপস্থিত হোৱা যেন দেখিছোঁ; ঋক্ষ, বানৰ আৰু ৰাক্ষস পক্ষৰ বহুত বীৰ নিহত হব যেন লাগিছে।"

৪—৫। "ধূলিকণামিশ্ৰিত বতাহ বব ধৰিছে, পৃথিবী কঁপি উঠিছে, পৰ্ব্বতৰ শিখৰ-দেশ কম্পিত হৈছে, গছবোৰ উভালি পৰিবলৈ ধৰিছে, মেঘৰাজি শিয়াল, শগুণ, শেন পখীৰ নিচিনা ধোঁৱা বৰণীয়া হৈ চকুৰ কাৰণে পীড়াদায়ক আৰু কৰ্কশ ৰবযুক্ত হৈছে আৰু ক্ৰূৰ মূৰ্ত্তি ধাৰণ কৰি ৰক্তবিন্দুমিশ্ৰিত জলবিন্দু বৰষিব লাগিছে।"

৬—৭। "সন্ধ্যাকালে ৰক্তচন্দনৰ ৰূপ লৈ দাৰুণ ৰূপ ধাৰণ কৰিছে; প্ৰদীপ্ত সূৰ্য্যৰপৰা অগ্নিমণ্ডল নিৰ্গত হব ধৰিছে; মৃগ, পশু, পক্ষীগণে উগ্ৰৰূপ ধাৰণ কৰি আৰ্ত্তস্বৰে সূৰ্য্যৰ পিনে মুখ কৰি চিঞৰি চিঞৰি মানুহৰ মনত ভয় উৎপাদন কৰিছে।"

৮—৯। "নিশা চন্দ্ৰ উদিত হৈও ভালদৰে পোহৰ নিদি মানুহৰ মনত বেজাৰ দিছে, তাৰ মণ্ডলত কালিমা আৰু ৰক্তিমবৰ্ণ প্ৰকাশিত হৈ লোকক্ষয় হোৱাৰ লক্ষণ দেখুৱাইছে। সেইদৰে বিমল সূৰ্য্যই ৰক্তবৰ্ণ লৈ ৰুক্ষৰূপ ধাৰণ কৰিছে আৰু তাৰ মণ্ডলত নীল বৰণৰ চিন দেখা গৈছে।"

১০। "ভীষণ ধূলিকণাৰে আবৃত হৈ নক্ষত্ৰ ৰাজি দেখা নোপোৱা হৈছে; লক্ষ্মণ, এই সকলো লক্ষণে লোকসমূহৰ প্ৰলয়কালৰ সূচনা কৰিছে।"

১১। "শগুণ, কাউৰী আৰু শেন আদি পক্ষী ওপৰৰপৰা নামি আহি তললৈ পৰিবলৈ ধৰিছে; শিয়ালবোৰে অশুভ আৰু ভয়ঙ্কৰ স্বৰে চীৎকাৰ কৰিছে।"

১২। "এই সকলো দেখি-শুনি মোৰ অনুমান হৈছে শিল, শূল আৰু খড়গৰ ঘাত প্ৰতিঘাতত কপি আৰু ৰাক্ষসৰ ভিতৰত যি ভীষণ সংগ্ৰাম হব, তাতেই পৃথিৱী তেজ-মঙহেৰে পৰিপূৰ্ণ বোকাত পৰিণত হবগৈ।"

১৩। "এতেকে আজি এই মুহূৰ্ত্ততে কপিসৈন্যৰ দ্বাৰা পৰিবেষ্টিত হৈ অতি ক্ষিপ্ৰতাৰে সৈতে ৰাৱণ-পালিতা দুৰ্দ্ধৰ্ষা লঙ্কানগৰীৰ অভিমুখে যাত্ৰা কৰিম।"

১৪। এই বুলি কৈ সংগ্ৰামদুৰ্দ্ধৰ্ষ ধনুৰ্দ্ধৰ প্ৰভু ৰামচন্দ্ৰ সৈন্যদলৰ সম্মুখত থাকি লঙ্কা অভিমুখে যাত্ৰা কৰিলে।

১৫। পিচে পিচে বিভীষণ আৰু সুগ্ৰীৱে সৈতে মহা মহা বান্দৰবীৰবোৰে শত্ৰুবধৰ কাৰণে দৃঢ়সঙ্কল্প হৈ খোজ ললে।

১৬। এনে অৱস্থাত ৰামৰ প্ৰিয় কাৰ্য্য সাধন কৰিবলৈ মহাবীৰ্য্যশালী বান্দৰসকলৰ কামত উদ্যম আৰু উৎসাহ দেখি ৰঘুনন্দন ৰাম পৰম প্ৰীত হল।

ইতি যুদ্ধকাণ্ডৰ অন্তভুৰ্ক্ত ত্ৰয়োবিংশ সৰ্গ সমাপ্ত

# চতুৰ্ব্বিংশ সৰ্গ

## সৈন্য সমাৱেশৰ পিচত শুকৰ মুক্তি আৰু ৰাৱণৰ লগত মিলন

১। ৰজা ৰামচন্দ্ৰৰ নিৰ্দ্দেশমতে সেনাবাহিনী সুন্দৰৰূপে সংস্থাপিত হোৱাৰ পিচত বীৰসৈন্যগণৰ সমাৱেশ শৰৎকালৰ শুভ নক্ষত্ৰ সংযুক্ত পূৰ্ণমাৰ জোনৰ নিচিনা প্ৰতিভাত হল।

২। সমুদ্ৰসদৃশ শক্তিসম্পন্ন সৈন্যসমূহৰ বেগত পীড়িত হৈ সন্তপ্তা বসুন্ধৰা কঁপি উঠিল।

৩। ঠিক এনে সময়তে বনবিহাৰী বান্দৰ সৈন্যই লঙ্কাৰ ভিতৰৰপৰা ভেৰী মৃদঙ্গ আদি বাদ্যযন্ত্ৰৰ লোমহৰ্ষকৰ তুমুল ধ্বনি শুনিবলৈ পালে।

৪। শব্দ শুনি বান্দৰবোৰৰ মন আনন্দতে নাচি উঠিল; সেই শব্দ অসহ্য হোৱাত তেওঁলোকে তাতোকৈ অধিক উচ্চস্বৰে সিংহনাদ কৰিবলৈ ধৰিলে।

৫। আকাশত মেঘৰ গৰ্জ্জনসদৃশ মদোদ্ধত বান্দৰবোৰৰ এই গৰ্জ্জন ৰাক্ষসবোৰৰ কাণত পৰিল।

৬। ইতিমধ্যে বিচিত্ৰ ধ্বজাপতাকাৰে সুশোভিত লঙ্কাৰ প্ৰতি দাশৰথি ৰামৰ দৃষ্টি আকৃষ্ট হোৱাত তেওঁৰ শোকসন্তপ্ত মনৰ ভিতৰত সীতাৰ কথা জাগি উঠিল।

৭। তেওঁ ভাবিবলৈ ধৰিলে, "হায়! এই লঙ্কাৰ ভিতৰতে ৰাৱণৰ দ্বাৰা অবৰুদ্ধা হৈ মঙ্গলগ্ৰহৰ দ্বাৰা আক্ৰান্ত ৰোহিণী নক্ষত্ৰসদৃশ মৃগশাৱাক্ষী সীতাই কাল কটাব লগা হৈছে।"

৮। এই বুলি কৈ দীঘলকৈ হুমুনিয়াহ কাঢ়ি ওচৰতে থকা লক্ষ্মণক উদ্দেশ্য কৰি বীৰ ৰামচন্দ্ৰই লঙ্কা নগৰীৰ শোভা দেখি প্ৰীত মনেৰে সেই সময়ৰ উপযোগী হিতকৰ বাক্যে কবলৈ ধৰিলে।

৯। "লক্ষ্মণ, চোৱাঁ, বিশ্বকৰ্ম্মাই এই লঙ্কা নগৰী পৰ্ব্বতৰ শিখৰপ্ৰদেশত নিৰ্ম্মাণ কৰিছে, অনুমান হয় যেন তেওঁ তাক মনেৰে আঁকিহে আকাশত ওলমাই থৈছে।"

১০। "সাত তলাবিশিষ্ট অট্টালিকাসমূহৰ দ্বাৰা পৰিপূৰ্ণ এই লঙ্কাই দেখোঁতে শুভ্ৰ-মেঘাচ্ছাদিত বিষ্ণুপদ আকাশৰ নিচিনা শোভা ধাৰণ কৰিছে।"

১১। "কুবেৰৰ চিত্ৰৰথসদৃশ পুষ্পিত কাননে ভৰপূৰ এই লঙ্কাত নানাবিধ সুললিত স্বৰযুক্ত পতংগসমূহে ফল-ফুলে সুশোভিত গছৰ ওপৰত পৰি শব্দ কৰিছে।"

১২। "চোৱাঁ, মঙ্গলময় সুশীতল বায়ুৰ দ্বাৰা চালিত ইয়াৰ বৃক্ষৰাজিৰ মাজত মত্তবিহগ-কুলে খেলা কৰিবলৈ ধৰিছে, ভ্ৰমৰবোৰ তাৰ ফুলৰ মাজত বিলীন হৈছে আৰু কোকিলৰ ৰবে তাক মুখৰিত কৰি তুলিছে।"

১৩—১৪। বীৰ্য্যবান দাশৰথি ৰামে লক্ষ্মণক এইদৰে কৈ যুদ্ধশাস্ত্ৰোক্ত নিয়ম অনুসৰি সৈন্যবোৰক ভাগে ভাগে যথাস্থানত সংস্থাপিত কৰি আদেশ দিলে, "সমগ্ৰ বান্দৰ সৈন্যৰ বল হাতত লৈ নীলে সৈতে দুৰ্জ্জয় বীৰ অঙ্গদ সেনাবাহিনীৰ মাজ ভাগত অধিষ্ঠিত থাকক।

১৫। "কপিপ্ৰবৰ ঋষভে সৈন্যগণৰ দ্বাৰা পৰিবৃত হৈ দক্ষিণফাল আৰু গন্ধহস্তীবৎ দুৰ্দ্ধৰ্ষ বীৰ গন্ধমাদনে বাওঁফাল ৰক্ষা কৰি থাকক।"

১৭—১৮। "সৈন্যদলৰ শিৰোভাগত লক্ষ্মণে সৈতে মই সতৰ্ক হৈ অৱস্থান কৰিম। জাম্ববান, সুষেণ আৰু বেগদৰ্শী এই তিনিজন ঋক্ষপ্ৰধান মহাত্মাই সেনাবাহিনীৰ কুক্ষি (পেট) ভাগ ৰক্ষা কৰক, কপিৰাজ সুগ্ৰীৱে নিজ তেজোবলে বৰুণদেৱতাই পশ্চিম-দিশ ৰক্ষা কৰি থকাৰ নিচিনাকৈ কপিসেনাৰ জঘন (অৰ্থাৎ পশ্চাৎ) ভাগ ৰক্ষা কৰিব।"

১৯। এইদৰে সংস্থাপিত হৈ মুখ্য বান্দৰগণৰ দ্বাৰা সুৰক্ষিত কপিবাহিনীয়ে মেঘমালা পৰিপূৰ্ণ আকাশৰ দৰে শোভা ধাৰণ কৰিলে।

২০। যুদ্ধ আৰম্ভ হলে লঙ্কা উচ্ছন্ন কৰাৰ অভিপ্ৰায়ে সমগ্ৰ বান্দৰ সৈন্য পৰ্ব্বতশৃঙ্গ আৰু বৃহৎ বৃহৎ বৃক্ষসমূহ আশ্ৰয় কৰি তাত ৰৈ থাকিল।

২১। আটাইৰে মনত সংকল্প—হয় পৰ্ব্বত শৃঙ্গ অথবা হাতৰ মুঠিৰে এই লঙ্কা চূৰ্ণ-বিচূৰ্ণ কৰিম।

২২। সৈন্য সন্নিবেশ ভালদৰে হৈ যোৱাৰ পিচত মহাতেজস্বী ৰামচন্দ্ৰই সুগ্ৰীৱক

কৰিলে, "সখা, সৈন্যবোৰক ভাগ ভাগকৈ সংস্থাপিত কৰা হৈছে, এতিয়া ৰাৱণৰ দূত শুকক এৰি দিয়ক।"

২৩। ৰামৰ আদেশ শুনি মহাবলশালী বান্দৰৰাজে তাক এৰি দিলে।

২৪। ৰামৰ বাক্য অনুসৰি বান্দৰবোৰৰ দ্বাৰা প্ৰপীড়িত শুক ভয়তে আতুৰ হৈ ৰাক্ষসৰাজ ৰাৱণৰ ওচৰ চাপিল।

২৫। শুকৰ অৱস্থা দেখি ঠাট্টাৰ ছলে হাঁহি হাঁহি ৰাৱণে সুধিলে, "তোমাৰ পাখি দুখন নিস্তেজ আৰু ছিগি পেলোৱা যেন দেখাইছে কিয়? তুমি চঞ্চলমতি বান্দৰবোৰৰ অধীন নোহোৱাকৈ ৰব পাৰিছিলাতো?"

২৬। ৰজাৰ কথা শুনি শুকে পূৰ্ব্বতে পাই অহা ভয়তে বিহ্বল হৈ থাকিয়ে ৰজাৰ ওচৰত নিবেদন কৰিলে;

২৭। "মহাৰাজ, আপোনাৰ কথাখিনি যথাযথভাবে মধুৰ বাক্যে সাগৰৰ উত্তৰ পাৰে সৈন্যবাহিনী অৱস্থিত কৰাৰ সময়তে মই সুগ্ৰীৱৰ আগত কওঁ।

২৮। "মোক দেখা মাত্ৰকে বান্দৰবোৰ ক্ৰুদ্ধ হৈ লাফ দি ওপৰলৈ উঠিল আৰু মোক ধৰি নি মোৰ ওপৰত মুষ্ট্যাঘাত কৰিবলৈ ধৰিলে আৰু মোক বধ কৰা আৰু পাখি কটাৰ উপক্ৰম কৰিলে।

২৯। "হে ৰাক্ষসাধিপ, বান্দৰবোৰ স্বভাৱতে এনে উগ্ৰ আৰু কোপনস্বভাৱৰ যে তেওঁলোকৰ লগত কথা পতাটোৱেই অসম্ভৱ, কোনো প্ৰশ্ন কৰাৰতো কথাই নুঠে।

৩০। "সি যিহওক বিৰাধ, কবন্ধ আৰু খৰৰ নিহন্তা ৰামচন্দ্ৰই সুগ্ৰীৱক লগত লৈ এতিয়া সীতাক বিচাৰি আহিছে।

৩১। "সাগৰৰ ওপৰত সেতু সাজি তেওঁলোকে লবণ সমুদ্ৰ পাৰ হৈছে আৰু ৰাক্ষসকুলক তৃণবৎ জ্ঞান কৰি লঙ্কাত উপনীত হৈছে।

৩২। "ঋক্ষ আৰু বান্দৰ সৈন্যবাহিনীয়ে পৰ্ব্বতৰ ওপৰত লাগি থকা মেঘৰ দৰে পৃথিৱী ঢাকি পেলাইছে।

৩৩। "মই যি দেখিছোঁ, তাহানি কালত দেৱ দানব কুলৰ ভিতৰত সন্ধি হোৱাটো যিদৰে অসম্ভৱ আছিল, এতিয়া বান্দৰ আৰু ৰাক্ষস সৈন্যৰ ভিতৰতো মিলন হোৱাটো সেইদৰে অসম্ভৱ হৈ উঠিছে।

৩৪। "অতি শীঘ্ৰে এই বান্দৰসৈন্যই লঙ্কাৰ প্ৰাচীৰ আক্ৰমণ কৰিব, এতেকে হয় সীতাক প্ৰত্যৰ্পণ কৰক অথবা তেওঁলোকৰ লগত যুদ্ধ কৰিবলৈ সাজু হওক—এই দুটাৰ যিকেনো এটা কৰক।"

৩৫। শুকৰ কথা শুনি ৰাৱণে ক্রোধপূর্ণ ৰক্তাক্তনয়নে চাৰিওকাল দগ্ধ কৰিছে যেন কবলৈ ধৰিলে :

৩৬। "শুক, দেৱতা দানৱ গন্ধৰ্ব্বগণেও যদি মোৰ লগত যুদ্ধত প্রবৃত্ত হয় তথাপি তেওঁলোকৰ ভয়তো মই সীতাক প্রত্যর্পণ নকৰোঁ।"

৩৭। "মই এতিয়া ভাবি আছোঁ বসন্তকালত ভ্রমৰকুলে পুষ্পিত তৰুক যিদৰে আক্রমণ কৰে তেনেদৰে মোৰ এই শৰসমূহে কেতিয়া ৰামক আক্রমণ কৰিব পাৰে।"

৩৮। "উল্কাসমূহে হাতীৰ গাত পৰি জ্বলাই তোলাৰ দৰে কেতিয়া মোৰ প্রদীপ্ত শৰ জালেৰে ৰামৰ ৰক্তাক্ত কলেৱৰ জ্বলাই তোলে ?"

৩৯। "উদিত সূর্য্যৰ জ্যোতিয়ে আন আন জ্যোতিষ্কমণ্ডলীৰ প্রভা যিদৰে হৰণ কৰে, ময়ো এই সৈন্য বাহিনীৰ দ্বাৰা পৰিবৃত হৈ তেওঁৰ সৈন্যবল সেইদৰে হৰণ কৰিম।"

৪০। "দশৰথনন্দন ৰামে নাজানে যে মোৰ বেগ সমুদ্ৰসদৃশ আৰু মোৰ শক্তিও মাৰুতসম, সেয়েহে তেওঁ মোৰ লগত যুঁজত প্রবৃত্ত হবলৈ বিচাৰিছে।"

৪১। "ৰামে মোৰ তূণত থকা পন্নগসম বিষাল বাণৰ প্রকোপ দেখা নাই, সেয়েহে যুঁজিবলৈ সাহস পাইছে।"

৪২। "ৰাঘৱ ৰামে তাহানি কালৰ মোৰ যুদ্ধত পৰাক্রম দেখা নাই আৰু বীণাদণ্ডৰূপ শৰসংযোগত বীণাৰূপ ধনুৰ ঝঙ্কাৰো তেওঁৰ কাণত পৰা নাই। যি হওক তোমালোকে দেখিবা :

৪৩। "অচিৰে ধনুৰ গুণৰ ভীষণ টঙ্কাৰ আৰু নাৰাচ অস্ত্র নিক্ষেপৰ সংঘটনত হাহাৰৱে আৰ্ত্তনাদ কৰা শত্রুপক্ষৰ নদীৰূপ সৈন্যবাহিনীৰ মাজত জঁাপ দি মই মহাৰঙ্গে ৰণবাদ্য বজাই উঠিম।"

৪৪। "সহস্রলোচন ইন্দ্র, স্বয়ং বৰুণ, যম অথবা বিশ্ৰৱানন্দন কুবেৰ এওঁলোকৰ কোনো জনেও ৰণক্ষেত্ৰত মোৰ শৰাগ্নিৰ সন্মুখত তিষ্ঠিব নোৱাৰে।"

ইতি যুদ্ধকাণ্ডৰ অন্তর্ভুক্ত চতুৰ্ব্বিংশ সৰ্গ সমাপ্ত

## পঞ্চবিংশ সৰ্গ

### গুপ্তচৰ শুক-সাৰণৰ দ্বাৰা ৰামৰ মহিমা বৰ্ণনা

১। দশৰথাত্মজ ৰামচন্দ্ৰই সদলবলে সাগৰ অতিক্ৰম কৰাত, সুখসমৃদ্ধিসম্পন্ন ৰাৱণে শুক * আৰু সাৰণ নামে তেওঁৰ অমাত্য দুজনক কলে ঃ

২। "বান্দৰসৈন্য দুস্তৰ এই মহাসমুদ্ৰ পাৰ হল, আগেয়ে নভবা নিচিন্তা সেতুবন্ধন কাৰ্য্যও শেষ কৰিলে।"

৩। "সাগৰত সেতু বন্ধা কথাটো বিশ্বাস কৰিবলৈকো টান লাগে. এতেকে হে মন্ত্ৰীসকল, "এই বান্দৰ-সৈন্যৰ সংখ্যা কিমান সেইটো মই জানিব লগা হৈছো।"

৪—৭। "তোমালোক দুয়োজনে আনৰ অলক্ষিতে বান্দৰসৈন্যৰ মাজত সোমাই, সৈন্যৰ সংখ্যা, সিহঁতৰ বলবীৰ্য্য, প্ৰধান প্ৰধান বান্দৰবোৰৰ পৰিচয়, সুগ্ৰীৱৰ লগত আন আন যিসকল মন্ত্ৰী আছে তেওঁলোকৰ বিবৰণ, সেনাবোৰৰ ভিতৰত কোন কোন অগ্ৰণী, এই সমুদ্ৰৰ ওপৰত সেতুবন্ধই বা কি উপায়ে, কৰিলে প্ৰধান প্ৰধান মহাত্মা বান্দৰবোৰৰ সংস্থাপন, ৰামৰ উদ্যোগ, শক্তি আৰু অস্ত্ৰৰ বল আৰু সেইদৰে বীৰ লক্ষ্মণৰ বিষয়েও যি যি কথা জানিব লগা আছে—সকলো বিবৰণ যথাযথভাবে লোৱাঁগৈ।"

৮। "মহাত্মা এই বান্দৰবোৰৰ সেনাপতিয়েই বা কোন, সকলো জানি শুনি তোমালোক দুয়োজন অতি শীঘ্ৰে উভতি আহাঁগৈ।"

৯। ৰাৱণে এইদৰে আদেশ দিয়াত শুক আৰু সাৰণ দুয়োজন ৰাক্ষসে বান্দৰৰ ৰূপ ধাৰণ কৰি বান্দৰ সেনাদলৰ মাজত সোমাল।

১০। অচিন্তনীয় লোমহৰ্ষণকৰ বান্দৰ সৈন্যবোৰ দেখি তেওঁলোক দুয়োজনে তাৰ সংখ্যা নিৰ্ণয় কৰিব নোৱাৰিলে।

১১—১২। তেওঁলোকে দেখিলে অসংখ্য বান্দৰ পৰ্ব্বতশৃঙ্গ, নিজৰা, গিৰি-গুহাক আশ্ৰয় কৰি তাত বৈ আছে, কিছুমানে সাগৰ পাৰ হবলৈ ধৰিছে, কিছুমান পাৰ হৈছে আৰু কিছুমানে পাৰ হবলৈ ইচ্ছা কৰি আছে। ৰাক্ষস দুজনে দেখিলে যে এইদৰে সেই বৃহৎ সৈন্যদলটো যথাস্থানত সংস্থাপিত হৈ সিহঁতৰ ভীষণ গৰ্জ্জনৰ দ্বাৰা মহাসমুদ্ৰৰ নিচিনা শোভা ধাৰণ কৰি আছে।

---

* কোনো কোনোৱে কয় এই শুক মন্ত্ৰী; পূৰ্ব্বতে পঠিওৱা দূত শুক নহয়।

১৩—১৪। এইদৰে ছদ্মবেশে বিচৰণ কৰি ফুৰোঁতে ৰাক্ষস দুজন মহাতেজস্বী বিভীষণৰ চকুত পৰিল। দেখা মাত্ৰকে তেওঁ সিহঁতক ধৰি ৰামৰ ওচৰত এই বুলি নিবেদন কৰিলে, "হে শত্ৰুপুৰঞ্জয়ী ৰাম, শুক আৰু সাৰণ নামে এই দুজন ৰাক্ষস ৰাক্ষসৰাজ ৰাৱণৰ মন্ত্ৰী, ইহঁতে লঙ্কাৰপৰা আহি গুপ্তচৰ হিছাপে ইয়াত প্ৰৱেশ কৰিছে।"

১৫। ৰামক দেখা মাত্ৰকে শুক আৰু সাৰণৰ অন্তৰ কঁপি উঠিল, তেতিয়া সিহঁতে জীৱনৰ আশা এৰি দি সন্ত্ৰস্ত হৈ কৃতাঞ্জলিপুটে কবলৈ ধৰিলে,

১৬। "সৌম্য ৰঘুনন্দন, ৰাৱণে পঠিয়াই দিয়াহে আমি দুজনে আপোনাৰ সৈন্যবল পৰীক্ষাৰ অৰ্থে ইয়ালৈ আহিছোঁ।"

১৭। সিহঁতৰ কথা শুনি সকলো প্ৰাণীৰ প্ৰতি দয়াশীল দশৰথাত্মজ ৰামে হাঁহি এটা মাৰি কলে,

১৮। "যদি সৈন্যবল পৰীক্ষা কৰাৰ পিচত আমাৰ শক্তি সম্বন্ধে তোমালোকৰ জ্ঞান সম্পূৰ্ণ হৈছে, আৰু তোমালোকৰ ৰজাই যিদৰে আদেশ দিছিল সকলো কাম সেইদৰে শেষ হোৱা বুলি ভাবাঁ, তেনেহলে তোমালোকে মনৰ সুখে উভতি যোৱাঁগৈ।

১৯। "আৰু যদিহে কিবা দেখিবলৈ বাকী আছে সেইবোৰ পুনৰাই চাই লোঁৱা। বিভীষণে সেই সকলোখিনি তোমালোকক ভালদৰে দেখুৱাব।"

২০। "তোমালোকক ধৰি অনা বুলি জীৱনৰ সম্বন্ধে কোনো ভয় নকৰিবা। অস্ত্ৰহীন দূত বান্ধোনত থাকিলেও তাক বধ কৰাটো উচিত নহয়।"

২১। "এতেকে হে বিভীষণ, এই দুজন নিশাচৰ গুপ্তভাবে আমাৰ ইয়াত প্ৰৱেশ কৰি আমাৰ ভিতৰত ভেদভাবৰ সৃষ্টি কৰিবলৈ আহিলেও সিহঁতক এৰি দিয়াঁ।"

২২। বিভীষণক এইদৰে কৈ প্ৰভু ৰামে দূত দুজনক সম্বোধন কৰি কবলৈ ধৰিলে, "তোমালোকে লঙ্কালৈ গৈ কুবেৰৰ কনিষ্ঠভ্ৰাতা ৰাৱণক মই যিদৰে কম ঠিক তেনেদৰে কবাগৈ ঃ

২৩। "'হে ৰাৱণ, তুমি যি বলক আশ্ৰয় কৰি মোৰ সীতাক হৰণ কৰি নিছা, এতিয়া তোমাৰ সৈন্য আৰু বন্ধু-বান্ধৱগণে সৈতে সেই বল দেখুৱাই মোৰ লগত যুদ্ধত প্ৰবৃত্ত হোৱাঁ।"

২৪। "কাইলৈ দেখিবা যে মোৰ শৰৰ সন্মুখত, প্ৰাচীৰ আৰু তোৰণে সৈতে তোমাৰ লঙ্কা আৰু ৰাক্ষস সৈন্য বিধ্বস্ত হৈছে।"

২৫। 'হে ৰাৱণ, তাহানি কালত বজ্ৰধাৰী বাসৱে দানবসকলৰ ওপৰত যিদৰে বজ্ৰ নিক্ষেপ কৰিছিল, মযো কাইলৈ মোৰ ভীমপৰাক্ৰমশীল শৰসমূহ সেইদৰে তোমাৰ আৰু তোমাৰ সৈন্যসমূহৰ ওপৰত নিক্ষেপ কৰিম।'"

২৬—৩২। ৰামচন্দ্ৰৰ পৰা এইদৰে আদেশ পাই শুক আৰু সাৰণে 'জয় ৰামৰ জয়' বুলি ধৰ্ম্মবৎসল ৰামক অভিনন্দন জনালে আৰু লঙ্কালৈ গৈ ৰাক্ষসাধিপ ৰাৱণক এইদৰে কবলৈ ধৰিলে, "হে ৰাক্ষসেশ্বৰ, বিভীষণে আমাৰ দুজনক ধৰি নি বধৰ কাৰণে ৰামৰ ওচৰত উপস্থিত কৰাত, অসীম শক্তিশালী ধৰ্ম্মাত্মা ৰাম-চন্দ্ৰই আমাক মুক্তিদান দিলে। আমি দেখিলোঁ যে দাশৰথি ৰাম, লক্ষ্মণ, বিভীষণ আৰু মহেন্দ্ৰসম বিক্ৰমশীল মহাতেজস্বী—সুগ্ৰীৱ এই চাৰিজন বীৰ অস্ত্ৰে-শস্ত্ৰে সুসজ্জিত হৈ লোকপালসম একে ঠাইতে সমবেত হৈ আছে। বান্দৰবোৰৰ কথা এৰি দিলেও অকল এই চাৰিজনেই প্ৰাচীৰ তোৰণে সৈতে এই লঙ্কা ওলট-পালট কৰি আক্ৰমণ কৰিব পাৰে। আমি ৰামৰ যি ৰূপ দেখিলোঁ আৰু তেওঁৰ অস্ত্ৰ-শস্ত্ৰৰ বিষয়ে যি বিবৰণ শুনিলোঁ তাৰপৰা জানিলোঁ যে অকল তেৱেঁই এই লঙ্কাৰ সকলোকে বধ কৰিব পাৰে, আন তিনিজনৰ কোনো প্ৰয়োজনেই নাই। ৰাম-লক্ষ্মণৰ দ্বাৰা সুৰক্ষিত সুগ্ৰীৱৰ সৈন্যবাহিনী স্বয়ং সুৰাসুৰগণৰো দুৰ্দ্ধৰ্ষ।

৩৩। "হে মহাৰাজ, আমি দেখামতে বনবিহাৰী মহাত্মা বান্দৰ সৈন্যবাহিনী সকলোৱে বৰ্ত্তমান প্ৰফুল্লচিত্তে যুদ্ধ কৰিবলৈ আগ্ৰহান্বিত হৈ ৰৈ আছে। এতেকে আপুনি সিহঁতৰ লগত যুদ্ধ কৰাৰ কোনো আৱশ্যকতা নাই, শান্তভাৱ লৈ, মৈথিলীক দশৰথনন্দন ৰামৰ হাতত প্ৰত্যৰ্পণ কৰক।"

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত পঞ্চবিংশ সৰ্গ সমাপ্ত

# ষড়্‌বিংশ সৰ্গ

## দূত সাৰণৰ দ্বাৰা যূথপতি বান্দৰসকলৰ বিৱৰণ জ্ঞাপন

১। সাৰণৰ সত্য আৰু নিৰ্ভীকচিত্তে কোৱা কথাখিনি শুনি ৰজা ৰাৱণে উত্তৰ দিলেঃ

২। "হে সাৰণ! দেব, দানৱ আৰু গন্ধৰ্ব্বগণো যদি মোৰ লগত যুঁজিবলৈ আহে তেতিয়া হলেও সিহঁতৰ ভয়ত মই সীতাক প্ৰত্যৰ্পণ নকৰোঁ।"

৩। "হে সৌম্য, বান্দৰবোৰে তোমাৰ ওপৰত উৎপীড়ন কৰাৰ কাৰণে তুমি ভয়তে আতুৰ হৈ, আজিয়েই সীতাক ওভতাই দিয়াটো ভাল হ'ব বুলি বিবেচনা কৰিছা।"

৪—২১। "কিন্তু মোৰ এনে কোন প্ৰতিদ্বন্দ্বী আছে, যি সমৰক্ষেত্ৰত মোৰ ওপৰত জয় লাভ কৰিব পাৰিব?" কঠোৰবাক্যে সাৰণক এইদৰে কৈ ৰাক্ষসাধিপ শ্ৰীমান ৰাৱণে বান্দৰ-বল এবাৰ চাই লোৱাৰ ইচ্ছা কৰি তেওঁৰ কেবাজোপা তালগছৰমান ওখ বৰফৰ দৰে বগা অট্টালিকাত আৰোহণ কৰিলে। ক্ৰোধতে অধীৰ হৈ গুপ্তচৰ শুক আৰু সাৰণে সৈতে ৰাৱণে চাৰিওকালে পৰ্ব্বত, সমুদ্ৰ আৰু বনভাগলৈ চকু ফুৰাই দেখিলে যে বান্দৰবোৰে সমগ্ৰ ঠাই জুৰি আছে। তেওঁৰ পক্ষে অসহনীয় অপাৰ মহাবলশালী বান্দৰ সৈন্যবোৰ দেখি ৰজাই সাৰণক সুধিলে, "সাৰণ, এই বান্দৰবোৰৰ ভিতৰত কোন কোনজন মুখ্য, কোনজন বীৰ, কোনজন উৎসাহী আৰু আগৰণুৱা, সুগ্ৰীৱে কাৰ কাৰ কথা শুনে, আৰু দলবোৰৰ দলপতিয়েই বা কোন কোন, এই সকলো কথা মোক কোৱাঁ, আৰু কোৱাঁ বান্দৰবোৰৰ প্ৰভাৱ বা কেনে ধৰণৰ?" ৰাক্ষসেন্দ্ৰ ৰাৱণৰ কথা শুনি সাৰণে মুখ্য বান্দৰবোৰৰ বিৱৰণ দিবলৈ ধৰিলে, "মহাৰাজ, হাজাৰে, হাজাৰে শই, শই যূথপতিসকলৰ দ্বাৰা পৰিবৃত হৈ সমগ্ৰ বান্দৰসৈন্যৰ অধীশ্বৰ মহাত্মা সুগ্ৰীৱৰ সেনাদলৰ সম্মুখত যিজন বৈ আছে, যাৰ গৰ্জ্জনত শৈল কাননকে লৈ প্ৰাচীৰ আৰু তোৰণে সৈতে লঙ্কা প্ৰতিধ্বনিত হবলৈ ধৰিছে, তেওঁৰ নাম নীল আৰু তেওঁ এজন যূথপতি। হাত দুখন ওপৰলৈ দাঙি যিজন বীৰ্য্যবান বান্দৰে মানুহৰ নিচিনাকৈ ভৰিৰ ওপৰত ভৰ দি খোজ কাঢ়িছে, যিজনে কোপপূৰ্ণ দৃষ্টিৰে মুখ ব্যাদান কৰি বাৰে বাৰে লঙ্কাৰ পিনে চাই আছে, যিজনে পৰ্ব্বত-প্ৰমাণ শৰীৰ লৈ পদ্মকেশৰসমৰূপ ধাৰণ কৰি অতি

ক্রুদ্ধভাবে বাৰে বাৰে নেজেৰে মটিত কোবাই দশোদিশ প্রতিধ্বনিত কৰি তুলিছে, তেওঁৰ নাম যুবৰাজ অঙ্গদ। বান্দৰৰাজ সুগ্রীৱে তেওঁক যৌৱৰাজ্যত অভিষিক্ত কৰিছে; তেওঁ বালীৰ উপযুক্ত পুত্র আৰু সুগ্রীৱৰ অতি প্রিয়, তেওঁ আপোনাক যুদ্ধলৈ আহ্বান কৰি আছে। বৰুণে ইন্দ্রৰ কাৰণে যিদৰে পৰাক্রম দেখুৱাইছিল, ৰাঘৱ ৰামৰ কাৰণে তেওঁ সেইদৰে পৰাক্রম দেখুৱাবলৈ সাজু হৈ আছে। ৰাঘৱৰ হিতৈষী বেগৱান হনুমানে যি বুদ্ধি কৰি সীতাৰ দর্শন লাভ কৰিছিল, সিও এওঁৰেই নির্দ্দেশ অনুসৰিহে হৈছিল। মহাবীর্য্যশালী তেওঁ বহু বান্দৰ যূথপতিক লগত লৈ সসৈন্যে আপোনাক উচ্ছন্ন কৰিবলৈ ৰৈ আছে। বালীপুত্র অঙ্গদৰ পিচত বহুত সৈন্যৰ দ্বাৰা পৰিবৃত হৈ যুদ্ধৰ কাৰণে যিজনে অপেক্ষা কৰি আছে তেওঁৰ নাম নল; তেৱেঁই সেতু নির্ম্মাণকর্ত্তা।"

২২--২৪। "এই যে বান্দৰবোৰ দেখিছে যিবোৰে শৰীৰৰ নোম থিয় কৰি নানা ৰকমৰ শব্দৰ দ্বাৰা গর্জ্জন কৰি আছে, তেওঁলোক চন্দন পর্ব্বতবাসী বীৰ। তেওঁলোকৰ দলপতি জনৰ নাম শ্বেত; তেওঁৰ বৰণ ৰূপৰ নিচিনা আৰু প্রকাণ্ড; বৰ চঞ্চল; সেনাবাহিনী লৈ লঙ্কাক উচ্ছন্ন কৰিম বুলি তেওঁ সাজু হৈ আছে। তেওঁ এজন অতি বুদ্ধিমান বান্দৰ আৰু তিনিও জগততে বীৰ বুলি খ্যাত। তেওঁ কার্য্য-বশতঃ এতিয়া সুগ্রীৱৰ ওচৰলৈ আহিছে; পিচতে আকৌ সেনাসকলৰ মাজলৈ গৈ সিহঁতৰ আনন্দ উৎসাহ বঢ়াই থাকিব।"

২৫—২৬। "যিজনে পূর্ব্বতে গোমতীতীৰত নানা বৃক্ষাদিৰে পৰিপূর্ণ আৰু সংৰোচন বোলা নামান্তৰ সমন্বিত ৰম্য পর্ব্বতত বাস কৰি আছিল, সেই কুমুদ নামৰ বান্দৰে এতিয়া তাতে ৰাজ্যশাসন কৰি আছে।"

২৭—৩০। "সৌজন অসীম শক্তিসম্পন্ন চণ্ড। শত-সহস্র বান্দৰৰ তেওঁ অধিপতি। তেওঁৰ নেজ অতি দীঘল আৰু দীঘল দীঘল নোমবোৰ তাম্র, পীত, কৃষ্ণ, শ্বেত আদি নানা বৰণেৰে মিশ্রিত, দেখোঁতে ঘোৰমূর্ত্তি; সংগ্রামৰ অপেক্ষাত থাকি নিজ সৈন্যৰ বলত তেওঁ লঙ্কা ধ্বংস কৰিবলৈ আগ্রহান্বিত হৈ আছে। সিংহসদৃশ কপিল বর্ণবিশিষ্ট দীর্ঘকেশৰযুক্ত যিজনক দেখিছে তেওঁ ৰম্ভ নামৰ যূথপতি, তেওঁ বিন্ধ্যাচলত ৰমণীয় কৃষ্ণগিৰি সহ্য পর্ব্বতত বাস কৰে; লঙ্কাক দগ্ধ কৰিবলৈহে যেন তেওঁ একাগ্রচিত্তে এই পিনে চাই আছে। তেওঁ ত্রিশ কোটি বান্দৰৰ অধীশ্বৰ।"

৩১—৩৫। "মহাৰাজ, যিজন বান্দৰে কাণ থিয় কৰি বাৰে বাৰে মুখ ব্যাদান কৰি আছে তেওঁৰ নাম শৰভ; তেওঁৰ মৃত্যুলৈ ভয় নাই, তেওঁ সৈন্যলৈ অপেক্ষা নকৰি অকলেই যুদ্ধ কৰিবলৈ ইচ্ছুক; ঘোৰতৰ প্রচণ্ড বিক্রমশালী বান্দৰবোৰে

তেওঁক আগুৰি ধৰি লঙ্কা ধ্বংস কৰিবলৈ আগ বাঢ়ি আছে; তেওঁ শৰীৰ খণ্ডৰ জালতে কঁপি থাকে, তেওঁৰ দৃষ্টিও বক্রগতিবিশিষ্ট। চাওক, মহাবলশালী সেই শৰভে কিৰূপে লাঙ্গুল আস্ফালন কৰি নানা প্রকাৰে গর্জ্জন কৰি আছে। মহাতেজস্বী নির্ভীক এই বান্দৰদলপতিয়ে সাল্মেয় পর্ব্বতত বাস কৰি থাকে। হে ৰাজন, তেওঁৰ চল্লিশ কোটি বান্দৰদলপতি বিহাৰ নামে খ্যাত।

৩৬—৩৯। "বৃহৎ মেঘখণ্ডে আকাশ আবৃত কৰি থকাৰ নিচিনা যিজন দেৱতাসকলৰ মাজত ইন্দ্রৰ সদৃশ বান্দৰ বীৰসকলৰ মাজত বিৰাজ কৰি আছে তেওঁৰ নাম পনস। যুদ্ধাকাঙ্ক্ষী বান্দৰবোৰৰ সিংহনাদৰ ভিতৰতে ভেৰীৰ শব্দৰ নিচিনা তেওঁৰ নিনাদ শুনা গৈছে। তেওঁ পাৰিযাত্র্য নামে শ্রেষ্ঠ পর্ব্বতত বাস কৰে। যুদ্ধত তেওঁৰ পৰাক্রম আনৰ পক্ষে অসহ্য। পঞ্চাশ লক্ষ্য যূথপতিয়ে ভাগে ভাগে তেওঁক অনুসৰণ কৰে।

৪০—৪১। "যিজনে সমুদ্রৰ পাৰত স্থিত উল্লম্ফনৰত ভীমাকৃতি সৈন্য-বাহিনীৰ মাজত দ্বিতীয় সমুদ্রবৎ শোভা ধাৰণ কৰি আছে, দর্দ্দুৰ পর্ব্বতসদৃশ তেৱেঁই বিনত নামে এজন যূথপতি; তেওঁ বেণা নামৰ শ্রেষ্ঠ নদীৰ জল পান কৰি সর্ব্বত্র বিচৰণ কৰি ফুৰে।

৪২—৪৫। "ক্রথন নামে সৌজন বান্দৰে ষাঠি হাজাৰ সৈন্য লৈ যুদ্ধলৈ আপোনাক আহ্বান কৰিছে। হে ৰাজন, প্রত্যেক যূথপতিৰ পৰাক্রম আৰু বল অনুসৰি বান্দৰৰ দলবোৰ নিজ নিজ ভাগত বিভক্ত। গৈৰিক বর্ণ হৃষ্ট-পুষ্ট শৰীৰ-বিশিষ্ট যিজনক দেখিছে, তেওঁৰ নাম গৱয়; তেওঁ সকলো বান্দৰৰ দলকে অগ্রাহ্য কৰি নিজ তেজোবলে গর্ব্বিত হৈ ক্রুদ্ধভাবে আপোনাক আক্রমণ কৰিবলৈ বৈ আছে। এসত্তৰ হাজাৰ বান্দৰ এওঁৰ অধীন। নিজ সৈন্যবল লৈ লঙ্কা ধ্বংস কৰাটোৱেই তেওঁৰ আকাঙ্ক্ষা।

৪৬। "এওঁলোকৰ উপৰিও আনৰ পক্ষে অসহ্য আৰু অনেক বীৰ আছে যাৰ সংখ্যা গণনা কৰিব নোৱাৰি। তেওঁলোকৰ ভিতৰত বহুতেই যূথপতি, কিছুমান আকৌ যূথপতিতকৈও শ্রেয়ঃ। সকলোৱেই নিজ নিজ ভাগত বিভক্ত।"

ইতি যুদ্ধকাণ্ডৰ অন্তর্গত ষড়্‌বিংশ সর্গ সমাপ্ত

## সপ্তবিংশ সৰ্গ

### সাৰণৰ দ্বাৰা বান্দৰ সৈন্যৰ বিৱৰণ

১—৪। সাৰণে কলে, "মহাৰাজ, আপুনি যিবোৰ বান্দৰ দেখিছে, সিহঁতৰ বিষয়ে মই আৰু বহলাই কওঁ। এই বান্দৰবোৰ বৰ পৰাক্ৰমশালী আৰু ৰাঘৱ ৰামৰ কাৰণে সিহঁতে নিজ জীৱনলৈ কোনো মায়া নাৰাখে। সৌৱা যিজন আপুনি দেখিছে, যাৰ নেজৰ সুদীৰ্ঘ তাম্ৰ, পীত, কৃষ্ণ আৰু শ্বেত বৰ্ণৰ নোমবোৰ চাৰিওফালে প্ৰক্ষিপ্ত হৈ আছে আৰু সময়ত থিয় হৈ পৃথিবীব্যাপি সূৰ্য্যৰ ৰশ্মিসদৃশ শোভা ধাৰণ কৰে তেওঁৰ নাম হৰ, তেওঁৰ কাৰ্য্যপদ্ধতি অতি ঘোৰতৰ। তেওঁৰ পিচফালে শত-সহস্ৰ বান্দৰ লঙ্কাক আক্ৰমণ কৰিবলৈ গছত উঠি ৰৈ আছে।

৫—১৪। "হে মহাৰাজ হৰিৰাজ সুগ্ৰীৱৰ আদেশ বহন কাৰী সকলো দলপতি আহি উপস্থিত হৈছেহি। তাৰ ভিতৰত নীলমেঘমালাসদৃশ কৃষ্ণবৰ্ণাভ যিবোৰ দেখিছে তেওঁলোক যুদ্ধত প্ৰকৃততে ভীষণ পৰাক্ৰমশালী, তেওঁলোকৰ সংখ্যা আৰু পৰিমাণ অনুমান কৰিব নোৱাৰি; দেখোঁতে তেওঁলোকে স্থলভাগ, পৰ্ব্বত আৰু নদী-সমূহ জুৰি মহাসাগৰৰ আন পাৰৰ নিচিনা বিস্তৃত হৈ আছে। হে ৰাজন, ভীষণ দাৰুণ এই ঋক্ষ সৈন্যই আপোনাক আক্ৰমণ কৰিবলৈ অপেক্ষা কৰি আছে। মেঘমালাই পৰ্জ্জন্যদেৱক আগুৰি থকাৰ দৰে তেওঁলোকে ভয়ঙ্কৰ চক্ষুবিশিষ্ট ঘোৰমূৰ্ত্তি যিজনক মাজত লৈ আছে তেৱেঁই এওঁলোকৰ ৰজা, সকলো ঋক্ষৰ অধিপতি। তেওঁৰ নাম ধূম্ৰ, তেওঁ নৰ্ম্মদা নৈৰ জল পান কৰি ঋক্ষবন্ত নামে শ্ৰেষ্ঠ পৰ্ব্বতত বাস কৰে। তেওঁ কনিষ্ঠ, তেওঁৰে নিচিনা ৰূপবিশিষ্ট যিজন এওঁৰ অগ্ৰজ তেওঁৰ নাম জাম্বৱান; পৰাক্ৰমত তেওঁ ধূম্ৰতকৈ অধিক; তেওঁ বহুত দলপতিৰ ওপৰত দলপতি। দেখাত তেওঁ প্ৰশান্তমূৰ্ত্তি, সদায় সদ্‌গুৰুৰ উপাসক কিন্তু যুদ্ধৰ সময়ত ভীষণ অমৰ্ষণশীল; দেৱাসুৰ সংগ্ৰামত ধীমান এই জাম্বৱানে ইন্দ্ৰক বহুত প্ৰকাৰে সহায় কৰি বহুত বৰ লাভ কৰিছে। তেওঁৰ সৈন্যবোৰে পৰ্ব্বতৰ শিখৰত আৰোহণ কৰি মহা মহা মেঘখণ্ডসদৃশ বিপুল আকাৰৰ শিলবোৰ নিক্ষেপ কৰি যুদ্ধত প্ৰবৃত্ত হয়, মৃত্যুলৈ তেওঁলোকৰ অকণো ভয় নাই। ৰাক্ষস আৰু পিশাচৰ নিচিনা তেওঁলোকৰ শৰীৰবোৰ নোমেৰে পৰিপূৰ্ণ। তেওঁৰ এনেহেন অলেখ অসীমশক্তিশালী সৈন্য তাত বিচৰণ কৰি আছে।

১৫—১৯। "হে ৰাজন, যিজন আনন্দতে উৎফুল্ল হৈ লফিয়াই লফিয়াই আছে আৰু বান্দৰবোৰে যাৰ পিনে চাই আছে তেৱোঁ বহু বান্দৰ-দলপতিৰ ওপৰত দলপতি। তেওঁ লগত সৈন্য-সামন্ত লৈ এসময়ত সহস্রাক্ষ ইন্দ্রৰ সহায়ক হৈছিল; তেওঁ যূথপতি ৰম্ভ নামে খ্যাত। যিজনে যোজন বিস্তৃত শৰীৰ লৈ পৰ্ব্বতৰ এফাল জুৰি অধিকাৰ কৰি থাকে আৰু ওখতো এক যোজন ব্যাপি যাৰ শৰীৰ, চতুষ্পদী জন্তুৰ ভিতৰত যাৰ সমকক্ষ আন কোনোজন নাই, শুনিবলৈ পাইছোঁ তেৱেঁই বান্দৰসকলৰ পিতামহ; তেওঁৰ নাম সন্নাদন। ধীমান সান্নদনে এসময়ত ইন্দ্রৰ লগত যুদ্ধ কৰিছিল। যুদ্ধত তেওঁ পৰাস্ত নহল। তেওঁ দলপতিসকলৰো দলপতি।

২০—২৩। "মহাৰাজ, সৌৱা যিজন দেখিছে, তেওঁ এজন যূথপতি। তেওঁৰ নাম ক্রথন; অগ্নিৰ ঔৰসত এজন গন্ধৰ্ব্বকন্যাত তেওঁত জন্ম, তেওঁৰ পৰাক্রম ইন্দ্রৰ তুল্য; দেবাসুৰৰ যুদ্ধত তেওঁ দেবতাসকলৰ সহায়ক আছিল; হে ৰাক্ষসাধিপ, যি কৈলাস পৰ্ব্বত বহু কিন্নৰৰ আশ্রয়স্থল আৰু শ্রেষ্ঠ পৰ্ব্বতসমূহৰ ৰজা যত আপোনাৰ ভ্রাতা-কুবেৰে জম্বুনদীক আশ্রয় কৰি বিহাৰ-সুখ উপভোগ কৰি থাকে, শ্রীমান বান্দৰপ্রবৰ ক্রথনো তাতেই বাস কৰে; তেওঁ মুখেৰে কোনো গৰ্ব্বৰ ভাব প্রকাশ নকৰি পৰাক্রমৰ দ্বাৰাই হে তেওঁৰ বীৰত্ব প্রকাশ কৰে।

২৪—৩২। "হে ৰাজন, সৌৱা প্রমাথী নামে যিজন যূথপতি কোটি সহস্র বান্দৰৰ দ্বাৰা পৰিবেষ্টিত হৈ তাত বৈ আছে, সৈন্যবাহিনীৰ লগত লৈ লঙ্কাক ধ্বংস কৰা-টোৱেই তেওঁৰ আকাঙ্ক্ষা। আগৰ দিনত হাতী আৰু বান্দৰবোৰৰ ভিতৰত যি বৈৰিতা * আছিল তাক স্মৰণ কৰিয়ে হাতীৰ পালবোৰক সন্ত্রস্ত কৰিবলৈ তেওঁ গঙ্গা নৈলৈকে খেদি আহে। এই প্রমাথী যূথপতিসকলৰ নেতা, ভীষণ গৰ্জ্জন কৰি গিৰিগুহাত বাস কৰি থাকে আৰু সময়ত বৃহৎ বৃহৎ বন্য গছ উভালি লৈ হাতী-বোৰক আক্রমণ কৰে। ইন্দ্র সৰগত যিদৰে বাস কৰে, বান্দৰ সৈন্যৰ অধিনায়ক এই বীৰ বান্দৰেও গঙ্গাৰ অনুবৰ্ত্তী মন্দৰ পৰ্ব্বতৰ উশীৰবীজ অংশত তেনেদৰে বাস কৰি থাকে। বীৰ্য্যবিক্রমশালী ভীষণ গৰ্জ্জনশীল বাহুবলে বলীয়ান হাজাৰ হাজাৰ লাখ লাখ বান্দৰ সৈন্যই তেওঁক অনুগমন কৰে। মহাত্মা সেই বান্দৰবোৰৰ এওঁ নেতা আৰু অতিশয় দুৰ্দ্ধৰ্ষ। তেওঁৰ পিচফালে আপুনি যাক বতাহত উৰুৱাই নিয়া মেঘখণ্ডৰ নিচিনা দেখিছে, সি প্রকৃততে মেঘখণ্ড নহয়, সেইটো এই প্রমাথীৰ

* প্রবাদ আছে যে শম্বসাদন নামে এজন অসুৰে হাতীৰ ৰূপ লৈ উৎপীড়ন কৰি ফুৰাত হনুমানৰ পিতৃদেব কেশৰীয়ে তাক বধ কৰে। সেই সময়ৰপৰা হাতী আৰু বান্দৰবোৰৰ ভিতৰত এটা শত্রুতাৰ ভাব জাগি আছে।

অসংখ্য মহাতেজস্বী বান্দৰসৈন্যৰ উন্মুক্ত অৱস্থাত ওপৰলৈ উৰি যোৱা ধোৱাঁ বৰনীয়া ধূলিৰাশি মাত্র; বতাহৰ দ্বাৰা চালিত হৈ এই ধূলিৰাশিয়েই চতুঃপার্শ্বে ঘূৰিফুৰিছে।"

৩২—৩৩। "যিবোৰ ক'লা মুখৰ ঘোৰাকৃতি মহাবলশালী বান্দৰ দেখিছে, তেওঁলোক গোলাঙ্গুল নামে খ্যাত; এই বান্দৰবিলাক শই শই হাজাৰে হাজাৰে সেতুবন্ধন কার্য্যত নিযুক্ত হৈছিল; হে মহাৰাজ, তেওঁলোকৰ যূথপতিজনৰ নাম গবাক্ষ, যাক বেঢ়ি ধৰি তেওঁৰ সৈন্যবোৰে নিজ শক্তিবলে লঙ্কাক উচ্ছন্ন কৰিবলৈ ভীষণৰৱে গৰ্জ্জন কৰি আছে।"

৩৪—৪৫। "হে মহাৰাজ, যি ঠাইত ভ্রমৰবোৰ সদায় বিচৰণ কৰি ফুৰে, য'ত বৃক্ষৰাজি সকলোঋতুৰ ফলে পৰিপূর্ণ, য'ত পৰ্ব্বতে সূর্য্যৰ ৰশ্মিসদৃশ উজ্জ্বল বৰ্ণ লৈ শোভা কৰি আছে, যি ঠাইৰ পশু-পক্ষীগণো তেনে উজ্জ্বল বর্ণবিশিষ্ট, আৰু এই কাৰণতে মহত্মা ঋষি-মুনিসকলে যি পৰ্ব্বতৰ তলভাগ এৰি আন ঠাইলৈ নাযায়, য'ত বৃক্ষসকলে যেয়ে যি ফল ইচ্ছা কৰে তাকে দান কৰে আৰু যি পৰ্ব্বতত সদায় মহার্হ মধু বিদ্যমান, পৰ্ব্বতশ্ৰেষ্ঠ ৰমণীয় সেই কাঞ্চন পৰ্ব্বতত মুখ্য বান্দৰসকলৰ অধিপতি কেশৰী নামে বান্দৰ বাস কৰে। এই কাঞ্চন পৰ্ব্বতত ষাঠি হাজাৰ ৰম্য পৰ্ব্বতৰ সমাৱেশ। হে মহাৰাজ, ৰাক্ষসবোৰৰ ভিতৰত আপুনি যিদৰে প্রধান, সেই পৰ্ব্বতবোৰৰ ভিতৰতো কাঞ্চনপৰ্ব্বতৰ অংশ-বিশেষ সাবৰ্ণিমেৰু পৰ্ব্বতেই শ্ৰেষ্ঠ। এই পৰ্ব্বতৰ কোনো কোনো ঠাইত বান্দৰবোৰ কপিল বর্ণৰ, ক'তো শুভ্র, ক'তো তাম্র বদনবিশিষ্ট, ক'তো বা মধুৰ নিচিনা পিঙ্গলবর্ণৰ। এই পৰ্ব্বতৰ শেষভাগত, অর্থাৎ পশ্চিম দিশত যিখন পৰ্ব্বত আছে তাত থকা বান্দৰ-বোৰৰ দাঁতবোৰ অতি তীক্ষ্ণ আৰু নখেই সিহঁতৰ অস্ত্ৰ, সিহঁত সিংহৰ নিচিনা চতুৰ্দ্দন্তবিশিষ্ট আৰু ব্যাঘ্রৰ নিচিনা দুৰ্দ্দান্ত; ইহঁতৰ তেজ অগ্নিসম আৰু ক্ৰোধ উগ্ৰসৰ্পবৎ, নেজ সুদীর্ঘ আৰু বক্র' প্রত্যেকটোৱেই মত্তমাতঙ্গ সদৃশ, দেখোঁতে একো-খন বৃহৎ পৰ্ব্বত-সদৃশ, ইহঁতৰ স্বৰ মেঘগৰ্জ্জনবৎ, চকু ঘূৰণীয়া আৰু পিঙ্গলবর্ণবিশিষ্ট; ইহঁতৰ গতি আৰু গৰ্জ্জন উভয়েই ভয়ঙ্কৰ। ইহঁতে লঙ্কাৰ পিনে যিদৰে চাই আছে তাৰপৰা অনুমান হয় যে এই নগৰী মষিমূৰ কৰি পেলাব। ইহঁতৰ যিজন অধিপতি তেওঁ জগতত শতবলী নামে বিখ্যাত। বৰ্ত্তমানে তেওঁ সৈন্যদলৰ মাজত অবস্থিত। মহাবীর্য্যশালী তেওঁ জয়লাভৰ ইচ্ছা কৰি নিতৌ আদিত্যক উপাসনা কৰি থাকে। এওঁ নিজ সৈন্যদল লগত লৈ লঙ্কাক উচ্ছন্ন কৰিবলৈ ৰৈ আছে। তেওঁ মহা-পৰাক্ৰমশালী, আৰু নিজ বীৰ্য্যবলত প্রতিষ্ঠিত। ৰামৰ হিত সাধন কৰিবলৈ তেওঁ জীৱনলৈকো কোনো মমতা নাৰাখে।"

৪৬—৪৮। "গজ, গৱাক্ষ, গবয় নল, নীল আদি প্ৰত্যেকজন বান্দৰৰ তলত দহ-কোটি বান্দৰ সৈন্য আছে; সেইদৰে বিন্ধ্যপৰ্ব্বতবাসী ক্ষিপ্ৰপৰাক্ৰমশালী আৰু বহুত বান্দৰ আছে যাৰ সংখ্যা কৰাটো সুকঠিন। হে মহাৰাজ, এই বান্দৰবোৰৰ সকলোটি মহাপ্ৰভাবশালী আৰু সিহঁতৰ শৰীৰো মহাপৰ্ব্বতসদৃশ; ইহঁতৰ সকলোটিয়েই মুহূৰ্ত্তৰ ভিতৰতে পৰ্ব্বতাদিৰে পৰিব্যাপ্ত এই পৃথিৱীক চূৰ্ণাকৃতি কৰিব পাৰে।"

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত সপ্তবিংশ সৰ্গ সমাপ্ত

# অষ্টাবিংশ সৰ্গ

## শুকৰ দ্বাৰা বান্দৰসৈন্যৰ পৰিচয় প্ৰদান

১—৫। সাৰণৰ কথা শুনি ৰামৰ সৈন্যবল সম্বন্ধে জানিব লগীয়া আন যিখিনি কথা আছিল তাক জনোৱাৰ উদ্দেশ্যে শুকে কবলৈ ধৰিলে, "মহাৰাজ, মত্তমহামাতঙ্গবৎ, অথবা গঙ্গাৰ তীৰস্থ বটবৃক্ষবৎ অথবা হিমাচলোৎপন্ন শালবৃক্ষবৎ, মহাবলশালী, কামৰূপী, দুৰ্দ্ধৰ্ষ, দৈত্যদানৱসদৃশ, আৰু দেৱতাসকলৰ নিচিনা পৰাক্ৰমশালী যিবোৰ বান্দৰ দেখিছে, তেওঁলোক কিষ্কিন্ধাবাসী আৰু সুগ্ৰীৱৰ অনুচৰ। তেওঁলোকৰ সংখ্যা নৱকোটি, সপ্তকোটি আৰু শঙ্কুকোটি সহস্ৰ। তেওঁলোক দেৱতা আৰু গন্ধৰ্ব্ব কন্যাৰ সংযোগত উৎপন্ন আৰু কামৰূপী, অৰ্থাৎ নিজ কামনামতে যি কোনো ৰূপ এওঁলোকে ধাৰণ কৰিব পাৰে।

৬—৭। "সৌৱা দেৱতাস্বৰূপ সমান আকৃতিৰ যি দুজনক দেখিছে তেওঁলোকৰ নাম মৈন্দ আৰু দ্বিবিদ; যুদ্ধত তেওঁলোকৰ সমকক্ষ বীৰ নাই। ব্ৰহ্মাৰ নিৰ্দ্দেশ অনুসৰি তেওঁলোক দুজনে অমৃত পান কৰিছে। নিজ শক্তিবলে লঙ্কাক উচ্ছন্ন কৰাই তেওঁলোক দুজনৰ আকাঙ্ক্ষা।

৮—১৬। যিজন মত্ত কুঞ্জৰসদৃশ তাত থিয় দি আছে, যিজনে নিজ শক্তিবলে সমুদ্ৰকো ক্ষুব্ধ কৰি তুলিব পাৰে, হে প্ৰভু, সেইজনেই বৈদেহীক বিচাৰি আপোনাৰ এই লঙ্কা নগৰীলৈ আহিছিল; পূৰ্ব্বতে আপুনি তেওঁক দেখা পাইছিল; সেই বান্দৰজনেই পুনঃ আহি উপস্থিত হৈছেহি; আপুনি চাই লওক। তেওঁ কেশৰী বান্দৰৰ জ্যেষ্ঠ পুত্ৰ, আৰু বায়ুনন্দন হনুমান নামে খ্যাত; সাগৰো লঙ্ঘন কৰিছিল তেৱেঁই।

তেওঁ কামৰূপ, বান্দৰৰ ভিতৰতে শ্ৰেষ্ঠ; তেওঁৰ যেনে বল তেনে ৰূপ। প্ৰভু, বায়ুদেৱতাৰ গতি যিদৰে অপ্ৰতিহত তেওঁৰো গতি তেনে। বালকৰূপে জন্ম গ্ৰহণ কৰিয়ে ভোকতে অধীৰ হৈ তিনি হাজাৰ যোজন দূৰত থকা উঠি অহা সূৰ্য্যক দেখি তেওঁ মনতে ভাবিছিল "এই সূৰ্য্যক ভক্ষণ কৰিব নোৱাৰিলে মোৰ ক্ষুধাৰ নিবৃত্তি নহব।" এইদৰে ভাবি বলৰ গৰ্ৱতে সূৰ্য্যক ধৰিবলৈ লাফ দি এই সুদীৰ্ঘ পথ অতিক্ৰম কৰিলে। শেহত দেৱতা আৰু ৰাক্ষসগণৰো দুস্পৰ্শ সূৰ্য্যক ধৰিব নোৱাৰি তেওঁ উদায়াচলত পৰি যায়। শিলৰ ওপৰত পৰি যোৱাত তেওঁৰ সুদৃঢ় হনু দুটাৰ এটা অলপ ক্ষুণ্ণ হয়; এই কাৰণতে তেওঁ হনুমান (সুদৃঢ় হনুযুক্ত) নামে প্ৰসিদ্ধি লাভ কৰে। এই কপিপ্ৰবৰৰ নামৰ যথাৰ্থ বৃত্তান্ত জানিবলৈ গৈ মই তেওঁৰ বিষয়ে এইখিনি জানিব পাৰিছো, তেওঁৰ বল, ৰূপ আৰু প্ৰভাৱ বৰ্ণনা কৰিবলৈ মই অক্ষম। তেওঁ নিজ শক্তিবলে অকলে লঙ্কাক বিধ্বস্ত কৰিবলৈ ইচ্ছা কৰি আছে। যিজনে ধূমকেতুৰ দৰে প্ৰজ্বলিত হৈ লঙ্কাত অগ্নি নিক্ষেপ কৰি বিদগ্ধ কৰিছিল সেই বান্দৰক আপুনি পাহৰিব পাৰে কেনেকৈ?"

১৭—২১। "হনুমানৰ ওচৰত শ্যামলবৰ্ণবিশিষ্ট পদ্মপলাশলোচন যিজন বীৰপুৰুষক আপুনি দেখিছে তেৱেঁই ইক্ষাকু কুলৰ অতিৰথ ৰাম, যাৰ পুৰুষত্বই তিনিও জগততে প্ৰসিদ্ধি লাভ কৰিছে। ধৰ্ম্ম তেওঁত প্ৰতিষ্ঠিত আৰু কোনো দিনে তেওঁ ধৰ্ম্মৰপৰা বিচলিত নহয়; ব্ৰহ্ম, মন্ত্ৰ আৰু বেদ তেওঁৰ আয়ত্তাধীন আৰু বেদবিদসকলৰ ভিতৰত তেওঁ শ্ৰেষ্ঠ; বাণসমূহৰ দ্বাৰা তেওঁ গগন বিদ্ধ কৰিব পাৰে আৰু পৃথিবীকো বিদীৰ্ণ কৰিব পাৰে। তেওঁৰ ক্ৰোধ যমৰ সদৃশ আৰু পৰাক্ৰম ইন্দ্ৰতুল্য। তেওঁৰেই ভাৰ্য্যাক আপুনি জনস্থানৰপৰা অপহৰণ কৰি আনিছে। মহাৰাজ, এই ৰামচন্দ্ৰ আপোনাৰ লগত যুদ্ধত সম্মুখীন হবলৈ বৈ আছে।"

২২—২৫। "তেওঁৰ সোঁফালে বিশুদ্ধ স্বৰ্ণাভ, বিশালবুকু, আৰক্তলোচন আৰু নীলবৰণীয়া কেকোঁৰা চুলিৰে শোভান্বিত যাক দেখিছে তেওঁৰ নাম লক্ষ্মণ, সদায় ককায়েক ৰামৰ হিত সাধনত ৰত। তেওঁ নীতি আৰু যুদ্ধ বিষয়ত কুশল আৰু সকলো অস্ত্ৰধাৰীসকলৰ ভিতৰত শ্ৰেষ্ঠ। তেওঁ উগ্ৰ, ৰণবিজয়ী, পৰাক্ৰমশালী, জয়শীল আৰু বলী। ৰামৰ দক্ষিণ বাহুস্বৰূপ তেওঁ ৰামৰ বহিশ্চৰ প্ৰাণসম প্ৰিয়। ৰাঘৱ ৰামৰ কাৰণে প্ৰাণ বিসৰ্জ্জন দিবলৈকো তেওঁ পিচ নোহোঁহকে। যুদ্ধত সকলো ৰাক্ষসকে বধ কৰাটোৱেই তেওঁৰ আকাঙ্ক্ষা।"

২৬—২৭। "ৰামক আশ্ৰয় কৰি যিজন তেওঁৰ বাওঁফালে আছে, তেৱেঁ ৰজা বিভীষণ; চাৰিজন ৰাক্ষসৰ দ্বাৰা পৰিবেষ্টিত হৈ তাত আছে। ৰাজাধিৰাজ শ্ৰীমান

ৰামচন্দ্ৰই তেওঁক লঙ্কাৰ ৰাজপদত অভিষিক্ত কৰিছে। আপোনাৰ প্ৰতি সংক্ৰুদ্ধ হৈ তেওঁ যুদ্ধৰ বাবে অগ্ৰসৰ হৈছে।

২৮—৩২। "তেওঁলোকৰ মাজত অচল পৰ্ব্বতসদৃশ যিজনক দেখিছে তেৱেঁই সমগ্ৰ বান্দৰৰাজসকলৰ অসীম শক্তিসম্পন্ন স্বামী সুগ্ৰীৱ। পৰ্ব্বতৰ ভিতৰত হিমবান যিদৰে শ্ৰেষ্ঠ, যশস্যা, বল, বুদ্ধি, প্ৰভাৱ আৰু আভিজাত্যত সকলো বান্দৰৰ ভিতৰত তেওঁ শ্ৰেষ্ঠ। গহন বৃক্ষৰাজিৰে বেষ্টিত দুৰ্গম কিষ্কিন্ধা দুৰ্গত এওঁৰ বাস। পৰ্ব্বতশ্ৰেণীৰ কাৰণে দুৰ্গম এই পাৰ্ব্বত্য প্ৰদেশত প্ৰধান প্ৰধান যূথপতিসকলৰ লগত তেওঁৰ বসতি। দেৱতা আৰু মনুষ্যসকলৰ প্ৰিয়, লক্ষ্মীৰ আবাসস্থল শত-সংখ্যক পদ্মফুলৰ (শতপুষ্কৰ) সুবৰ্ণময় এই মালাধাৰো তেওঁৱেই। ৰামচন্দ্ৰৰ অনুগ্ৰহত বালীক বধ কৰি এই মালা ৰাজমহিষী তাৰা আৰু সনাতন কপিৰাজ্য তেওঁ লাভ কৰে।

৩৩—৪১। "হে মহাৰাজ, সংখ্যা গণনাৰ বিষয়ে পণ্ডিতসকলৰ এয়ে অভিমত হাজাৰৰ এশ সংখ্যাক তেওঁলোকে কোটি সংখ্যা আখ্যা দিছে, এনে এশ হাজাৰ কোটিত শঙ্কু, এশ হাজাৰ শঙ্কুত এক মহাশঙ্কু, এশ হাজাৰ মহাশঙ্কুত এক বৃন্দ, এশ হাজাৰ বৃন্দত এক মহাবৃন্দ, এশ হাজাৰ মহাবৃন্দত এক পদ্ম, এশ হাজাৰ পদ্মত এক মহাপদ্ম, এশ হাজাৰ মহাপদ্মত এক খৰ্ব্ব, এশ হাজাৰ খৰ্ব্বত এক সমুদ্ৰ, এশ হাজাৰ সমুদ্ৰত এক মহৌঘ হয়। এইদৰে শত কোটি সহস্ৰ শঙ্কু শত মহাশঙ্কু সহস্ৰ, আৰু সেইদৰে শতবৃন্দ, হাজাৰ মহাবৃন্দ, শতপদ্ম, হাজাৰ মহাপদ্ম, শত খৰ্ব্ব, শত সমুদ্ৰ আৰু কোটি মহৌঘ সমুদ্ৰসদৃশ সৈন্যগণ, বীৰ বিভীষণ আৰু অনুচৰবৰ্গৰ দ্বাৰা পৰিবৃত হৈ মহাবল আৰু পৰাক্ৰমশালী বান্দৰেন্দ্ৰ সুগ্ৰীৱ আপোনাৰ লগত যুদ্ধ কৰিবলৈ সাজু হৈ আছে।

৪২। "হে মহাৰাজ, প্ৰদীপ্ত গ্ৰহসম এনে বিপুল সৈন্য বাহিনীৰ প্ৰতি লক্ষ্য কৰি আপুনিও তেনেদৰে বিশেষভাবে যত্নপৰ হওক যাতে শত্ৰুৰ হাতত পৰাভূত নহৈ জয়লাভ কৰিব পাৰে।"

**ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত অষ্টাবিংশ সৰ্গ সমাপ্ত**

## ত্ৰকোনত্ৰিংশ সৰ্গ

### শুক-সাৰণৰ প্ৰতি ৰাৱণৰ তিৰস্কাৰ আৰু আন দূত প্ৰেৰণ

১—৬। শুকে দেখুৱাই দিয়ামতে ৰাৱণে বান্দৰৰ দলপতিসমূহ, ৰামৰ দক্ষিণ বাহু স্বৰূপ মহাবীৰ্য্যশালী লক্ষ্মণ, ৰামৰ ওচৰতে তেওঁৰ নিজ ভ্ৰাতা বিভীষণ, সমগ্ৰ বান্দৰকুলৰ ৰজা ভীমপৰাক্ৰমশালী সুগ্ৰীৱ, ইন্দ্ৰসুত বালী-নন্দন মহাবলবান অঙ্গদ, পৰমবিক্ৰান্ত হনুমান, দুৰ্জ্জয় জাম্বৱান, সুষেণ, কুমুদ, নীল, নল, গজ, গৱাক্ষ, শৰভ, মৈন্দ, দ্বিবিদ আদি শ্ৰেষ্ঠ বান্দৰবোৰক দেখি মনৰ ভিতৰত অলপ উদ্বেগৰ ভাব অনুভব কৰিলে, শেহত দূত দুজনে কথাৰ সামৰণি মৰাত ৰাৱণে ক্ৰুদ্ধ হৈ তেওঁৰ সম্মুখতে অধোমুখে প্ৰণত অৱস্থাত থকা শুক আৰু সাৰণক উদ্দেশ্য কৰি কঠোৰ গদ গদ বাক্যে কবলৈ ধৰিলে ঃ

৭। "সচিবসকলে যি ৰজাক আশ্ৰয় কৰি থাকে তেনে প্ৰভুৱে অনুগ্ৰহেই কৰক বা নিগ্ৰহেই কৰক লাগিলে, তথাপি তেওঁৰ অপ্ৰিয় কথা কোৱা উচিত নহয়। শুক আৰু সাৰণ, তোমালোকৰ অধীশ্বৰ যিজন ৰজাই তোমালোকক অনুগ্ৰহ বা নিগ্ৰহ কৰিব পাৰে, তোমালোকে আশ্ৰয় কৰি থকা তেনেজন ৰজাৰ ওচৰত অপ্ৰীতিকৰ এনেবোৰ কথা কোৱাটো কোনো প্ৰকাৰে উচিত হোৱা নাই।

৮। "বিৰুদ্ধাচাৰী শত্ৰু যুদ্ধৰ কাৰণে সম্মুখত উপস্থিত, এনেস্থলত যি বিষয়ে মই তোমালোকক সোধা নাই তেনেবোৰ কথা লৈ মোৰ আগত শত্ৰুপক্ষৰ গুণ বৰ্ণনা কৰাটো তোমালোকৰ পক্ষে ভাল হৈছে জানো? *

৯। "মই দেখিছোঁ তোমালোকে আচাৰ্য্য, গুৰুজন আৰু বৃদ্ধ লোকসকলৰপৰা যি শিক্ষা লাভ কৰিছা, সেইটো মিছাতে মাত্ৰ; ৰাজনীতি শাস্ত্ৰৰ যি সাৰভাগ গ্ৰহণ কৰা উচিত আছিল তাক তোমালোকে গ্ৰহণ কৰিব পৰা নাই;

১০। "অথবা গ্ৰহণ কৰিলেও তাৰ প্ৰকৃত অৰ্থ বুজি নাপালা, তোমালোকে অজ্ঞানতাৰ ভাৰহে বহন কৰি থাকিলা মাত্ৰ। এনেবিধৰ মূৰ্খ সচিবসকলক লগত লৈ মই যে এতিয়ালৈকে ৰাজ্যভাৰ চলাই থাকিব পাৰিছোঁ সেইটো কেৱল মোৰ সৌভাগ্যৰ ফলতহে।

---

*মই তোমালোকক শত্ৰু পক্ষৰ সংখ্যা, বিভাগ, অৱস্থান এনেবোৰ সন্ধান লবলৈহে পঠিয়াই -ছিলো, এনেস্থলত তোমালোকে সিহঁতৰ শক্তিৰ প্ৰাধান্য দেখুৱাই প্ৰত্যেকটোৱেই লঙ্কা ধ্বংস কৰিবলৈ সমৰ্থ ইত্যাদিবোৰহে বৰ্ণনা কৰিছা, এইটো উপযুক্ত হোৱা নাই।

১১। "মোৰ শাসনৰ অধীনত থকা কালৰ ভিতৰত তোমালোকৰ শুভ অশুভ মোৰ জিভাৰ আগত থকা বুলি জানিও এনেহেন কঠোৰ বাক্য প্ৰকাশ কৰোঁতে তোমালোকৰ মনত মৰণলৈ অলপো ভয়ৰ ভাব উদয় নহলনে ?

১২। "হাবিত জুই লাগিলে সময়ত তাৰ ভিতৰতো গছ জীয়াই থাকিব পাৰে, কিন্তু ৰাজদণ্ডৰ উপযুক্ত অপৰাধীজন জীয়াই থকাটো সম্ভবপৰ নহয়।

১৩—১৪। "তোমালোকে পূৰ্ব্বতে মোৰ প্ৰতি কৰা উপকাৰৰ কথা স্মৰণ কৰাৰ ফলত ক্ৰোধৰ ভাব উপশম নোহোৱাহেঁতেন তোমালোকৰ নিচিনা পাপাশয় শত্ৰুপক্ষ প্ৰশংসাকাৰীক মই এতিয়াই বধ কৰিলোঁহেঁতেন। যি হওক এই মুহূৰ্ত্ততে মোৰ সভা পৰিত্যাগ কৰি তোমালোক মোৰ চকুৰ আঁতৰ হোৱাঁ; তোমালোকৰ আগৰ উপকাৰৰ স্মৰণ কৰি মই তোমালোকক বধ কৰিবলৈ ইচ্ছা কৰা নাই, তোমালোক দুয়োজন কৃতঘ্ন; এতেকে মোৰ স্নেহৰপৰা বঞ্চিত হৈ তোমালোক মৰিছা বুলি ধৰি লোৱাঁ।"

১৫—২১। ৰাৱণে এইদৰে কোৱাত শুক আৰু সাৰণ দুয়ো লজ্জান্বিত হৈ ৰাৱণৰ পিনে চাই "জয় ৰাৱণৰ জয়" বুলি ৰজাক অভিনন্দন জনাই তাৰপৰা আঁতৰিল। তাৰ পিচত ৰজা দশগ্ৰীৱে ওচৰতে থকা তেওঁৰ মন্ত্ৰী মহোদৰক সম্বোধন কৰি কলে, "হে নিশাচৰ, তুমি অতি শীঘ্ৰে কেইজনমান গুপ্তচৰ ইয়ালৈ আনা।" মহোদৰক এইদৰে কোৱাত তেওঁ দূতক আদেশ দিলে, আৰু ৰজাৰ নিৰ্দ্দেশমতে দূতবোৰ লৰালৰিকৈ আহি তাত উপস্থিত হল, আৰু "জয় হওক" বুলি ৰজাক সম্বৰ্দ্ধনা জনাই হাত যোৰ কৰি ৰজাৰ ওচৰত থিয় দিলে। তেতিয়া ৰাক্ষসাধিপ ৰাৱণে বিশ্বস্ত, ধীৰমতি, নিৰ্ভীক দূতবোৰক দেখি কলে, "তোমালোকে ইয়াৰ পৰা গৈ ৰামৰ গতিবিধি পৰীক্ষা কৰাগৈ, কোন কোন তেওঁৰ অতি বিশ্বাসৰ মন্ত্ৰী আৰু যিসকলে পৰম প্ৰীতিৰে সৈতে তেওঁৰ লগ লাগিছে তেওঁলোক কোন, কোন সময়ত তেওঁলোক শোৱে, কেতিয়া জাগে আৰু বৰ্ত্তমানে কি কৰিবলৈ সঙ্কল্প কৰিছে— এই সকলো বিষয়ে ভালদৰে অবগত হৈ আহাঁগৈ। পণ্ডিতসকলে কয় যে ৰজাই দূতমুখে শত্ৰুৰ সকলো বাতৰি জানি লয়, যাতে অলপ যত্নতে যুদ্ধত শত্ৰুৰ সম্মুখীন হৈ সিহঁতক পৰাস্ত কৰিব পাৰে।"

২২। দূতবোৰে ৰাক্ষস শাৰ্দ্দূলক সম্মুখত লৈ হৃষ্টচিত্তে "যিবা আজ্ঞা" বুলি ৰাজ-আদেশ মানি ললে আৰু তাৰ পিচত মহাত্মা ৰজাক প্ৰদক্ষিণ কৰি যি ঠাইত ৰামে, লক্ষ্মণে সৈতে অৱস্থিতি কৰিছিল তালৈ গল।

২৩। তেওঁলোকে গুপ্তভাবে সুবেল পৰ্ব্বতৰ ওচৰলৈ গৈ ৰাম, লক্ষ্মণ, সুগ্ৰীৱ, আৰু বিভীষণক দেখা পালে।

২৪—২৯। সৈন্য বাহিনীৰ ৰূপ দেখি তেওঁলোক ভয়তে বিহ্বল হৈ উঠিল ; ঠিক এনে সময়তে ধৰ্ম্মাত্মা ৰাক্ষসৰাজ বিভীষণে তেওঁলোকক দেখা পালে। দেখামাত্ৰকে বিভীষণে তেওঁলোকক হেলাৰাঙে ধৰি পেলালে, আৰু তেওঁলোকৰ ভিতৰত শাৰ্দ্দূলেই অতিশয় পাপাত্মা আৰু দুষ্ট বুলি জানি তেওঁক ৰামৰ ওচৰলৈ ধৰি লৈ গল। বান্দৰবোৰৰ মাৰ কিলৰ ভিতৰতে দয়াময় ৰামে তেওঁক আৰু আন কেইজন ৰাক্ষসক মুক্তি দিলে। তেতিয়া ক্ষিপ্ৰ গতিসম্পন্ন পৰাক্ৰান্ত বান্দৰবোৰৰ মাৰকিলত তেওঁলোকে ঘনাই ঘনাই উশাহ লৈ হতচৈতন্য অৱস্থাত লঙ্কাত উপনীত হলহি। তাৰৈ আহি ৰজা দশগ্ৰীৱৰ ওচৰত উপস্থিত হৈ মহাবলশালী সেই নিশাচৰগণে সুবেল পৰ্ব্বতৰ ওচৰত থকা ৰামৰ সৈন্যবাহিনীৰ কথা নিবেদন কৰিলে।

**ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত একোনত্ৰিংশ সৰ্গ সমাপ্ত**

## ত্ৰিংশ সৰ্গ

### দূত শাৰ্দ্দূলৰ দ্বাৰা বান্দৰবোৰৰ বিৱৰণ

১—১০। দূতসকল উভতি আহি সৈন্যবাহিনীৰ সুবেল পৰ্ব্বতত সুন্দৰভাবে শিবিৰস্থাপন আৰু তেওঁলোকৰ অক্ষুব্ধতাৰ বিষয়ে লঙ্কাধিপতিৰ আগত বৰ্ণনা কৰিলে। দূতসকলে লগ পাই অহা মহবলশালী ৰামৰ বৰ্ণনা শুনি ৰাৱণৰ মনত অলপ উদ্বেগৰ কাৰণ উপস্থিত হল, তেওঁ শাৰ্দ্দূলক সম্বোধন কৰি কলে, "নিশাচৰ, তোমাৰ মুখৰ বৰণ যেনে ভাবৰ হোৱা উচিত আছিল সি তেনেদৰে থকা নাই আৰু দেখোঁতেও তোমাক কাতৰ হোৱা যেন দেখিছোঁ, তুমি ক্ৰুদ্ধ শত্ৰুপক্ষৰ হাতত নপৰাকৈ আহিব পাৰিছা তো ?" ৰজাই এইদৰে সোধাত ৰাক্ষসপ্ৰবৰ শাৰ্দ্দূলে পাই অহা ভয়তে বিহ্বল হৈ থাকি ধীৰে ধীৰে কবলৈ ধৰিলে, "মহাৰাজ, ৰামৰ দ্বাৰা ৰক্ষিত মহাপৰাক্ৰমশালী বলবান সেই বান্দৰ প্ৰৱৰসকলৰ মাজত সোমাই গুপ্তচৰৰ কোনো কামকে কৰিব নোৱাৰিলো। তেওঁলোকৰ লগত কোনো কথাবতৰা পতা অথবা তেওঁলোকক কোনো প্ৰকাৰৰ কথা সোধাটো সম্ভৱপৰ নহল। পৰ্ব্বতপ্ৰমাণ বান্দৰবোৰে সকলোকালৰ পথ সুন্দৰভাবে ৰক্ষা কৰি আছে। আমি সৈন্যদলৰ মাজত প্ৰৱেশ কৰি

গুপ্তচৰৰ কাম আৰম্ভ কৰাৰ লগে লগে বিভীষণৰ অনুচৰ ৰাক্ষসবোৰে বলপূৰ্ব্বক আমাক ধৰি নি বহুপ্ৰকাৰে আমাৰ বিষয়ে বিচাৰ আৰম্ভ কৰিলে; আঠু, হাতৰ মুঠি. দাঁত, হাতৰ তলুৱাৰে ভীষণৰূপে মাৰধৰ কৰি, কোপনস্বভাৱ বান্দৰবোৰে আমাক সৈন্যদলৰ চাৰিওফালে ঘুৰাই লৈ ফুৰালে। চাৰিওফালে ঘুৰাই ফুৰাই শেহত আমাক ৰামৰ সভাস্থললৈ নিয়ে, সেই সময়ত আমাৰ শৰীৰ ৰক্তাক্ত, অঙ্গ অৱশ, মন বিহ্বল আৰু ইন্দ্ৰিয় অচল। বান্দৰবোৰে মাৰ-কিল কৰি থকাৰ ভিতৰতে, আমি হাত যোৰ কৰি ৰামৰ ওচৰত কৃপা ভিক্ষা কৰাত "নামাৰিবা নামাৰিবা" বুলি তেওঁ অনুগ্ৰহ কৰি আমাক ৰক্ষা কৰিলে।

১১—১৩। "এই ৰামেই শিল আৰু পৰ্ব্বতৰ দ্বাৰা মহাসমুদ্ৰ পূৰাই লৈ অস্ত্ৰ-শস্ত্ৰে সুসজ্জিত হৈ লঙ্কাৰ দুৱাৰ-মুখত অপেক্ষা কৰি আছে। গৰুড়াকৃতিৰ ব্যূহ নিৰ্ম্মাণৰ দ্বাৰা চাৰিওফালে বান্দৰবোৰৰ দ্বাৰা সুৰক্ষিত হৈ মহাতেজস্বী তেওঁ আমাক এৰি দি লঙ্কাৰ পিনে আগ বাঢ়ি আহিছে। অলপ সময়ৰ ভিতৰতে লঙ্কাৰ প্ৰাচীৰত উপস্থিত হ'বহি; এতেকে হয় সীতাক প্ৰত্যৰ্পণ কৰক অথবা যুদ্ধ দিবলৈ সাজু হওক, অতি শীঘ্ৰে এই দুটাৰ এটা কৰক।"

১৪—১৮। শাৰ্দ্দূলৰ কথা শুনি ৰাক্ষসাধিপ ৰাৱণে মনৰ ভিতৰতে সকলো কথা আলোচনা কৰি লৈ গুৰুত্বপূৰ্ণ মহাবাক্যে কবলৈ ধৰিলে, "শাৰ্দ্দূল, যদি দেৱতা, গন্ধৰ্ব, দানবগণেও এই কাৰণত মোৰ লগত যুদ্ধত প্ৰবৃত্ত হয়, আনকি ত্ৰিজগতেও যদি ভয় দেখুৱায়, তথাপি সীতাক মই প্ৰত্যৰ্পণ নকৰোঁ।" মহাতেজস্বী ৰাৱণে প্ৰথমতে এই বুলি কৈ শাৰ্দ্দূলক উদ্দেশ্য কৰি পুনঃ কবলৈ ধৰিলে, "বাৰু তোমালোকে শত্ৰুসৈন্যৰ মাজত ঘুৰি পকি আহিলা, তেন্তে কোৱাঁচোন, সেই বান্দৰবোৰৰ ভিতৰত বীৰ কোন কোন, সিহঁতৰ প্ৰভাৱ কেনে আৰু সিহঁত কেনে ধৰণৰ দুৰ্দ্ধৰ্ব, সিহঁত কাৰ পুত্ৰ অথবা পৌত্ৰ? হে সুব্ৰত, সকলো কথা যথাযথ ভাবে মোক কোৱাঁ। সিহঁতৰ বলাবলৰ বিষয়ে জানি লৈহে মই সিহঁতক সেইদৰে আক্ৰমণ কৰিম আৰু যিহেতু সিহঁতৰ লগত যুদ্ধ কৰাটোৱেই মোৰ ইচ্ছা, এতেকে সিহঁতৰ সৈন্যসংখ্যা জনাটো মোৰ অৱশ্য কৰ্ত্তব্য।"

১৯—২৭। ৰাৱণে তেওঁ উৎকৃষ্ট দূত শাৰ্দ্দূলক এইদৰে কোৱাত তেওঁ ৰাৱণৰ ওচৰত এইদৰে কবলৈ আৰম্ভ কৰিলে, "মহাৰাজ, ৰণদুৰ্জ্জয় সুগ্ৰীৱ ঋক্ষৰাজৰ পুত্ৰ, গদ্‌গদৰ যিজন পুত্ৰ তেওঁ জাম্বৱান *নামে খ্যাত। গদ্‌গদৰ আনজন পুত্ৰৰ নাম

* পৌৰাণিক আখ্যানমতে ব্ৰহ্মাই হাচি মাৰোঁতে জাম্ববানৰ জন্ম বুলি প্ৰসিদ্ধি আছে। এই উক্তিৰ লগত সামাঞ্জস্য ৰাখিবলৈ অৰ্থটো এইদৰে বুজিব লাগিব—ব্ৰহ্মাই হাচি মাৰোঁতে যি শক্তি তেওঁৰপৰা নিৰ্গত হল সেই শক্তি গদ্‌গদৰ ক্ষেত্ৰত নিক্ষিপ্ত হৈ তাৰপৰা জাম্ববানৰ উৎপত্তি হৈছে। এতেকে জাম্ববান গদ্‌গদৰ ক্ষেত্ৰজ সন্তান। গদ্‌গদৰ আন পুত্ৰৰ নাম ধূম্ৰ।

ধূম্র। ইন্দ্রৰ গুৰু বৃহস্পতিৰ পুত্র কেশৰী; এই কেশৰীৰ পুত্র হনুমানেই অকলে লঙ্কাত ৰাক্ষসবোৰৰ ওপৰত ঘোৰ উৎপীড়ন কৰি যায়। ধৰ্ম্মাত্মা বীৰ্য্যবান সুষেণ ধৰ্ম্মৰ পুত্র; সোমৰ পুত্র সৌম্যমূৰ্ত্তি বান্দৰ দধিমুখ। সুমুখ, দুৰ্ম্মুখ অৰু বেগদৰ্শী এই তিনিজন মৃত্যুতুল্যবীৰক স্বয়ম্ভূৱে বান্দৰৰূপে সৃষ্টি কৰিছে। সেনাপতি নীল হুতবাহন অগ্নিৰ পুত্র; বায়ুৰ যিজন পুত্র তেওঁ হনুমান নামে খ্যাত। দুৰ্দ্ধৰ্ষ বীৰ অঙ্গদ ইন্দ্রৰ নাতি। মহাবলশালী মৈন্দ আৰু দ্বিবিদ এই দুজন অশ্বিনীকুমাৰ দুজনৰপৰা উৎপন্ন। গজ, গবাক্ষ, গবয়, শৰভ আৰু গন্ধমাদন কালান্তক যম সদৃশ এই পাঁচ জন বৈবস্বতৰ পুত্র। শ্রীমন্ত বীৰ দহ কোটি বান্দৰ যুদ্ধ কৰিবলৈ ইচ্ছা কৰি সাজু হৈ আছে; তেওঁলোক দেবপুত্র, ইয়াৰ বাহিৰেও আৰু যিবোৰ আছে সিহঁতৰ সংখ্যা কৰিব নোৱাৰি।

২৮--৩৪। "সিংহসদৃশ পৰাক্রান্ত যিজন যুবা পুৰুষে খৰ, দূষণ আৰু ত্রিশিৰাক বধ কৰিছে তেৱেঁই দশৰথৰ পুত্র ৰাম, যাৰ সদৃশ বীৰ এই তিনিও জগতত নাই। বিৰাধ আৰু যম সদৃশ কবন্ধকো বধ কৰিছিল তেৱেঁই। পৃথিবীত এনে কোনো পুৰুষ নাই যি ৰামৰ গুণানুকীৰ্ত্তন কৰি শেষ কৰিব পাৰে। জনস্থানত যিবোৰ ৰাক্ষস আছিল, সিহঁত এই ৰামৰ হাততেই নিহত হয়। ধৰ্ম্মাত্মা লক্ষ্মণো মাতঙ্গ কুল শ্রেষ্ঠ মাতঙ্গসদৃশ। তেওঁৰ বাণপথৰ সম্মুখত স্বয়ং ইন্দ্রও জীৱিত অবস্থাত তিষ্ঠি থাকিব নোৱাৰে। শ্বেত আৰু জ্যোতিৰ্ম্মখ নামে দুজন বান্দৰ আদিত্যৰপৰা উৎপন্ন; কপিপ্রবৰ হেমকূট বৰুণৰ পুত্র। বান্দৰোত্তম নল বিশ্বকৰ্ম্মাৰ পুত্র আৰু দুৰ্দ্ধৰ্ষ নামে যিজন অতি পৰাক্রমশীল আৰু বেগবান বান্দৰ আছে তেওঁ বসুৰ পুত্র। ৰাক্ষসসকলৰ ভিতৰত শ্রেষ্ঠ আপোনাৰ ভ্ৰাতা বিভীষণেও লঙ্কা পৰিত্যাগ কৰি, বৰ্ত্তমানে ৰামৰ হিত সাধনত ৰত হৈছে।

৩৫। "মহাৰাজ, সুবেল পৰ্ব্বতত অধিষ্ঠিত বান্দৰ সৈন্যবাহিনীৰ বিষয়ে সকলো কথা আপোনাক জনালোঁ, তাৰ পিচত কৰিব লগীয়া যি কাম অবশিষ্ট আছে বুলি ভাবে তাক আপুনিয়ে ভালদৰে জানে।"

**ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত ত্রিংশ সৰ্গ সমাপ্ত**

## একত্রিংশ সৰ্গ

### ৰাৱণৰ দ্বাৰা সীতাৰ আগত মায়াৰাম-বধ বৃত্তান্ত কথন

১—১৭। ৰজা ৰাৱণৰ চৰবিলাকে জনালে যে অদম্য সৈন্যবল এটা লগত লৈ ৰামে লঙ্কাৰ ভিতৰতে সুবেল পৰ্ব্বতত শিবিৰ পাতি আছে। চৰবোৰৰ মুখৰপৰা মহাবলশালী ৰাম উপস্থিত হোৱা শুনি ৰাৱণৰ মনত অলপ ভয়ৰ ভাব উদয় হল আৰু উপমন্ত্ৰীসকলক মাতি আনি কলে, "ৰাক্ষসগণ, তোমালোকে প্ৰধান প্ৰধান মন্ত্ৰীসকলক কোৱাঁগৈ যে মন্ত্ৰণাৰ সময় উপস্থিত, এতেকে তোমালোক অতি শীঘ্ৰে আহি উপস্থিত হোঁৱা।" ৰজাৰ আদেশ শুনা মাত্ৰকে মন্ত্ৰীবৰ্গ আহি উপস্থিত হোৱাত, তেওঁ তেওঁবিলাকৰ লগত মন্ত্ৰণা কাৰ্য্যত প্ৰবৃত্ত হল। দুৰ্দ্ধষ বীৰ ৰাৱণে সেই সময়ৰ উপযোগী মন্ত্ৰণা কাম শেষ কৰি মন্ত্ৰীসকলক বিদায় দিয়াৰ পিচত নিজ গৃহত প্ৰবেশ কৰিলে। তাৰ পিচত ৰাক্ষসাধিপ ৰাৱণে মায়া-বিষয়ত পাৰ্গত মহাবলশালী সুবিখ্যাত মায়াবী ৰাক্ষস বিদ্যুৎজিহ্বক আশ্ৰয় কৰি মৈথিলী সীতাদেৱী থকা থললৈ যোৱাৰ ইচ্ছা কৰিলে, আৰু সেই উদ্দেশ্যে মায়াজ্ঞ বিদ্যুৎজিহ্বক সম্বোধন কৰি কলে, "বিদ্যুৎজিহ্ব, বলা আমি দুজনে মায়াক আশ্ৰয় কৰি জনকাত্মজা সীতাক বিমোহিত কৰোঁগৈ। তুমি ৰাঘৱৰ মায়াময় মূৰটো আৰু শৰে সৈতে সেই বৃহৎ ধনুখন লৈ মোৰ ওচৰত উপস্থিত থাকিবা।" এইদৰে কোৱামাত্ৰকে নিশাচৰ বিদ্যুৎজিহ্বই তেওঁৰ সুনিপুণ মায়াৰ বল ৰাৱণক দেখুৱাত তেওঁ তাত পৰিতুষ্টহৈ পাৰিতোষিক হিছাপে ৰাক্ষসক অলঙ্কাৰ দান কৰিলে। তাৰ পিচতে মহাবলশালী ৰাক্ষসাধিপতিয়ে সীতাক দেখা পোৱাৰ বাবে লালায়িত হৈ অশোকবনত প্ৰবেশ কৰিলে আৰু তাত মলিনবেশে বিষণ্ণবদনে থকা সীতাক দেখা পালে। ৰাৱণে দেখিলে, সীতা শোকাভিভূতা আৰু স্বামীৰ ধ্যানতে মগ্ন হৈ অধোমুখে মাটিৰ ওপৰত বহি আছে আৰু ঘোৰমূৰ্ত্তি ৰাক্ষসীবোৰে ওচৰতে তেওঁক ৰখি আছে। সীতাক দেখি ৰাৱণে মনৰ আনন্দতে তেওঁৰ নাম লৈ ওচৰ চাপি নিৰ্ল্লজ্জভাবে দুৰভিসন্ধিপূৰ্ণ বাক্যে কবলৈ ধৰিলে, "ভদ্ৰে, তুমি যাৰ বিষয়ে চিন্তা কৰি মন মাৰি বহি আছা, এতিয়া তোমাৰ মনত সান্ত্বনা দি মই তোমাক জনাওঁ যে খৰহন্তা তোমাৰ স্বামী সেই ৰাঘৱ যুদ্ধত নিহত হৈছে, এতেকে তোমাৰ সকলো আশাৰ মূল ছিন্ন হৈছে আৰু তোমাৰ গৰ্ব্বও খৰ্ব্ব হৈছে। এতিয়া এই দুখৰ মাজেদিয়েই তুমি মোৰ ভাৰ্য্যা হবা। মূঢ়ে,

তুমি তোমাৰ মনৰ গতি পৰিত্যাগ কৰাঁ, তোমাৰ মৃত স্বামীক লৈ কি কৰিবা ? মোৰ সকলো ভাৰ্য্যাৰ ওপৰত অধীশ্বৰী হৈ থাকাঁ। হে বৃথাভিমানিনী মূঢ়ে সীতে, তোমাৰ যি সামান্য পুণ্যৰ ফলত ৰামক লাভ কৰিছিলা, ৰাম নিহত হোৱাত তোমাৰ সেই ভাবনা আঁতৰ হল। এতিয়া বৃত্ৰবধ সদৃশ তোমাৰ স্বামীবধ বাতৰি মোৰ পৰা শুনা।

১৮—৩৬। "বান্দৰৰাজ সুগ্ৰীৱৰ দ্বাৰা সংগৃহীত সুবৃহৎ সৈন্যদল লগত লৈ ৰাঘৱ ৰামে মোক বধ কৰিম বুলি এই সমুদ্ৰৰ তীৰলৈ আহিছিল। পিচত সন্ধ্যাকাল উপস্থিত হোৱাত সৈনদলে সৈতে তেওঁ সাগৰৰ উত্তৰ পাৰত শিবিৰ পাতি জিৰণি লয়। পথশ্ৰান্ত হৈ মাজ নিশা সৈন্যদলে সৈতে ৰামে সুখে টোপনি গৈ থকা অৱস্থাত মোৰ গুপ্তচৰে তেওঁক দেখা পায়। তেতিয়া প্ৰহস্তই পঠিয়াই দিয়া মোৰ বৃহৎ সৈন্যদলে যি ঠাইত ৰাম লক্ষ্মণে সৈতে শুই আছিল তালৈ গৈ তেওঁৰ সৈন্যদল ধ্বংস কৰে। মোৰ সৈন্যবোৰে পট্টিশ, পৰিঘ, চক্ৰ, ঋষ্টি, দণ্ড, বাণ, শূল, প্ৰদীপ্ত, কূট, মুদ্গৰ, যষ্টি, তোমৰ, প্ৰাংস, মুষল আদি অস্ত্ৰেৰে সুসজ্জিত হৈ বান্দৰসৈন্যৰ ওপৰত জাপ দি পৰে আৰু সিহঁতক নিপাতিত কৰে। ইতিমধ্যে শত্ৰু-বিমৰ্দ্দক অস্ত্ৰপ্ৰয়োগকুশল প্ৰহস্তই তেওঁৰ বৃহৎ খড়গৰ দ্বাৰা প্ৰসুপ্ত অৱস্থাতে ৰামৰ মুৰটো কাটি শৰীৰৰ পৰা বিচ্ছিন্ন কৰে। মোৰ সৈন্যবোৰে বিভীষণক ইচ্ছা-মতে লাফ দি উঠি পলাই সাৰিব খোজোতেই ধৰি আনি শাস্তি দিয়ে। লক্ষ্মণে হতশেষ বান্দৰসৈন্য লগত লৈ যিপিনে ইচ্ছা লৰ দিলে। ৰাক্ষসবোৰে বান্দৰৰাজ সুগ্ৰীৱৰ ডিঙি কাটি তেওঁক বধ কৰে আৰু হনুমানৰ হনু ভাঙি দি তেওঁক নিপাতিত কৰে। পট্টিশেৰে টুকুৰাটুকুৰ কৈ কাটি দিয়াৰ পিচত গছ যিদৰে নিপাতিত হয় আঠু দুটা ভাঙি দিয়াৰ পিচত জাম্ববানো সেইদৰে নিহত হয়। মৈন্দ আৰু দ্বিবিদ নামে শত্ৰু বিমৰ্দ্দক যি দুজন বান্দৰ-পুঙ্গৱ আছিল সিহঁতে ৰক্তাক্ত কলেবৰে দীঘল দীঘলকৈ উশাহ লৈ ৰোদন কৰি থাকোঁতেই খড়গৰ দ্বাৰা মাজতে দুখণ্ড কৰি কাটি দিয়াত মৃত্যুৰ মুখত পৰিল। বান্দৰ পনসে পনস ( কঠালটো )ৰ দৰে মাটিত বাগৰি পৰি চিঞৰ বাখৰ কৰি আছে। দৰীমুখ নামে যিজন বান্দৰ আছিল নাৰচ অস্ত্ৰৰ দ্বাৰা বিদ্ধ হৈ গুহাবিশিষ্ট পৰ্ব্বততে পৰি আছে আৰু মহাতেজস্বী কুমুদ শৰবিদ্ধ হৈ মাতবোল এৰি মৰি শুই আছে। ৰাক্ষসবোৰে বহুত শৰৰ দ্বাৰা বিদ্ধ কৰাত অঙ্গদে তেজ বতিয়াই ভূতলশায়ী হৈছে। বায়ুৰ বেগত মেঘমালা যিদৰে ছিন্ন-বিচ্ছিন্ন হয়, মোৰ হাতী আৰু ৰথ বাহিনীৰ কোবত বান্দৰ সৈন্য তেনেদৰে নিষ্পেষিত হৈ ধৰাশায়ী হৈছে। ভয়তে ততমত এৰি পলাবলৈ ধৰোঁতে, সিংহই বৃহৎ হস্তীক যিদৰেখেদি যায় ৰাক্ষসবোৰেও

বান্দৰ সৈন্যক খেদি খেদি যিমানে পাৰে বধ কৰিলে। খেদাৰ কোবত ৰব নোৱাৰি কিছুমান সাগৰত পৰিল, কিছুমানে জাপ দি আকাশলৈ উঠিল আৰু কিছুমান ঋক্ষ আৰু বান্দৰ সানমিহলি হৈ গছত আৰোহণ কৰিলে। এইদৰে পিঙ্গলবৰ্ণবিশিষ্ট বহুত বান্দৰ সাগৰৰ তীৰত বিৰূপাক্ষ ৰাক্ষসবোৰৰ দ্বাৰা নিহত হল। হে দেৱী, তোমাৰ স্বামী তেওঁৰ সৈন্যগণে সৈতে মোৰ সেনাবাহিনীৰ দ্বাৰা এইদৰে নিহত হৈছে। ধূলিমিশ্ৰিত তেজেৰে ৰাঙলী মূৰটো লৈ অহা হৈছে।"

৩৭—৪৪। পৰম দুৰ্দ্দান্ত ৰাক্ষসৰাজ ৰাৱণে এই দৰে কৈ সীতাই শুনি পোৱাকৈ তেওঁৰ ওচৰত থকা ৰাক্ষসী এজনীক এই বুলি কলে, "ক্ৰূৰকৰ্ম্মা ৰাক্ষস বিদ্যুজ্জিহ্বক মাতি আনা, তেৱেঁই যুদ্ধস্থলৰপৰা ৰাঘৱৰ মূৰটো লৈ আহিছে।" তেতিয়া বিদ্যুজ্জিহ্বই মূৰটো আৰু ধনুখন আনি ৰজাৰ ওচৰত মূৰ দোৱাই সেৱা জনাই থিয় দিলে। তেওঁ এইদৰে উপস্থিত হোৱাত ৰজা ৰাৱণে সুদীৰ্ঘ জিহ্বাবিশিষ্ট বিদ্যুৎজিহ্বক কলে "বেগেতে তুমি দাশৰথি ৰামৰ মূৰটো আনি সীতাৰ ওচৰত উপস্থাপিত কৰা। হতভাগিনীয়ে তেওঁৰ স্বামীৰ শেষ অৱস্থাটো ভালদৰে চাই লওক।" আদেশ পোৱাৰ লগে লগে সেই ৰাক্ষসে মনোজ্ঞৰূপবিশিষ্ট সেই মূৰটো সীতাৰ আগত পেলাই দি তৎক্ষণাত তাৰপৰা অন্তৰ্হিত হল। তেতিয়া ৰাৱণেও ত্ৰিজগত বিখ্যাত ৰামৰ সমুজ্জ্বল মহৎ ধনুখন সীতাৰ সম্মুখত দলিয়াই দি কলে, "জ্যাসংযুক্ত এয়ে তোমাৰ ৰামৰ ধনু—যিখন প্ৰহস্তই মনুষ্য ৰামক বধ কৰি ইয়ালৈ লৈ আহিছে।"

৪৫। বিদ্যুৎজিহ্বই সৈতে ধেনু আৰু ৰামৰ মূৰটো মাটিত দলিয়াই দিয়াত ৰাৱণে বিদেহৰাজকন্যা যশস্বিনী সীতাক কলে, "তেন্তে সীতা, এতিয়া তুমি মোৰ বশানুবৰ্ত্তিনী হোঁৱা।"

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত একত্ৰিংশ সৰ্গ সমাপ্ত

## দ্বাত্রিংশ সৰ্গ

### মায়া-ৰামৰ মূৰটো দেখি সীতাৰ শোক

১—৫। *ৰাৱণে দেখুৱা মূৰটো আৰু ধনুখন সীতাই দেখিলে আৰু লগতে হনুমানে* বৰ্ণনা কৰা সুগ্ৰীৱৰ লগত মিলন আৰু ৰাক্ষসবধৰ কল্পনাৰ কথাও তেওঁৰ মনত জাগি উঠিল। তেওঁ দেখিলে যে চকুযুৰি, মুখৰ বৰণ, চুলি কঁকাল, আৰু পৱিত্ৰ চূড়ামণি সকলো তেওঁৰ স্বামী ৰামৰ সদৃশ। এই চিনবোৰ দেখি, প্ৰকৃততে এইটো ৰামৰ শিৰ বুলি ধাৰণা হোৱাত তেওঁৰ শোকৰ পাৰকূল নোহোৱা হল। তাৰ পিচত মাইকী কুকৰা পক্ষীয়ে যিদৰে ৰোদন কৰে সেইদৰে ৰোদন কৰি কৈকেয়ীক গৰিহণা দি তেওঁ কবলৈ ধৰিলে, "কৈকেয়ী, ৰঘুকুলনন্দন নিহত হল আৰু লগতে তোমাৰ মনোবাঞ্ছা পূৰ্ণ হল। তুমি সৃষ্টি কৰা কলহৰ ফলত এই কুল নিৰ্ম্মূল হল। কৈকেয়ী, স্বামী ৰামচন্দ্ৰই তোমাৰ কি অন্যায় কৰিছিল যাৰ কাৰণে চীৰবসন পিন্ধাই তেওঁক মোৰ লগত বনবাস দিব লগা হৈছিল।"

৬—৩২। এইদৰে কৈ দুখাভিভূতা সীতাদেবীয়ে কঁপি কঁপি গুৰিকটা কলগছ-জুপিৰ দৰে মাটিত বাগৰি পৰিল। পিচমুহূৰ্ত্ততে চেতনা লাভ কৰি দীঘলকৈ হুমুনিয়াহ কাঢ়ি মূৰটো তুলি লৈ বিলাপ কৰিবলৈ ধৰিলে, "হে মহাবাহু, আপুনি বীৰ পুৰুষৰ ব্ৰত * অনুসৰণ কৰি শেহত এই দশা প্ৰাপ্ত হল আৰু লগতে বিধিয়ে মোকো বিধবা কৰিলে। হায়! মোৰ কি সৰ্ব্বনাশ হল! তিৰোতাৰ পক্ষে স্বামীৰ মৰণেই সকলো অনৰ্থৰ মূল। হে সুব্ৰত, আপোনাৰ চৰিত্ৰ পৰম পৱিত্ৰ আৰু মন্তো সদাচাৰ-ৰতা, তথাপি মোৰ আগতে আপোনাৰ মৃত্যু ঘটিল। এই ভীষণ দুখৰ ভিতৰত যিজনে শোক-সাগৰ-নিমগ্না মোক ৰক্ষা কৰিবলৈ উদ্যত হৈছিল, হায়! শেহত সিজনো নিহত হল। বৎসযুক্ত ধেনু বৎসবিহীন হলে যেনে অৱস্থাপ্ৰাপ্ত হয়, হে ৰাঘৱ, আপুনি অবিহনে পুত্ৰবৎসলা শাহু আই কৌশল্যাৰো আজি তেনে অৱস্থা। ৰাঘৱ, দৈৱজ্ঞসকলে কৈছিল আপুনি সুদীৰ্ঘ আয়ুঃকাল সম্পন্ন, হায়! তেওঁলোকৰ সেই কথাও মিছাতহে পৰিণত হল, যিহেতু আপুনি অলপ দিন জীয়াই থাকিয়েই মৃত্যু মুখত পৰিব লগা হল। আপুনি প্ৰজ্ঞাবান আৰু সাধু চৰিত্ৰৰ হলেও আপোনাৰ প্ৰজ্ঞাশক্তিৰ বিলোপ হল আৰু সেয়েহে মৃত্যু-মুখত পৰিবলৈ পালে। নহলে এনেটোও হব পাৰে যে, প্ৰাণীমাত্ৰেই কালৰ অধীন, এতেকে আপুনিও কালৰ বশবৰ্ত্তী হৈ

---

* পিতৃসত্যপালন

প্ৰত্যাখ্যান হোৱা সত্বেও মৃত্যু মুখত-পৰিল। আপুনি নীতিশাস্ত্ৰবিদ, বিপদৰ হাত কিদৰে এৰাব লাগে আপুনি তাক জানে আৰু বিপদ নিবাৰণ বিষয়ত পাৰ্গত, তথাপিতো আপোনাৰ অভাৱনীয় এই মৃত্যু হবলৈ পালে কেনেকৈ ? বুজিলোঁ। অতিনিষ্ঠুৰ কাল-ৰাত্ৰিসদৃশ মৰে বলপূৰ্ব্বক আপোনাক টানি আনি মৃত্যুমুখত পেলালে। হে মহাবাহু মোৰ নিচিনা হতভাগিনীজনক পৰিত্যাগ কৰি প্ৰিয়া পত্নীক সাৱটি ধৰা দি শেহত পৃথিৱীক আলিঙ্গন কৰি শুই থাকিলা। হে বীৰ, কাঞ্চনভূষিত আপোনাৰ এই প্ৰিয় ধনু মই সততে গন্ধমাল্যেৰে পূজা কৰি আছিলোঁ, হায়! এতিয়া তাৰো দশা হল এই। হে অনঘ, আপুনি মোৰ শহুৰ আৰু আপোনাৰ পিতৃদেৱ আৰু আন আন পিতৃপুৰুষগণৰ লগত সৰগত মিলিত হলগৈ। আপুনি পিতৃসত্য পালনৰূপ মহৎ কাম সম্পাদন কৰি নক্ষত্ৰৰূপে এতিয়া আকাশত বিৰাজ কৰিছে সচাঁ, কিন্তু তাৰ দ্বাৰা আপুনি আপোনাৰ পৰম পবিত্ৰ এই ৰাজবংশৰ প্ৰতি উপেক্ষা কৰিলে। হে ৰাজন, বালক অৱস্থাতে বালিকা মোক সহচাৰিণী ভাৰ্য্যাৰূপে গ্ৰহণ কৰিলে, কিন্তু এতিয়া মোৰ পিনে চকু মেলি নাচায় কিয় আৰু কথাই বা নকয় কিয় ? হে কাকুৎস্থ, মই শুনিছিলো আপুনি মোৰ পাণি-গ্ৰহণ কৰাৰ সময়ত কৈছিল যে আপুনি সদায় মোৰ সঙ্গী হৈ থাকিব। আপোনাৰ সেই প্ৰতিজ্ঞা স্মৰণ কৰি, হে ৰাঘৱ, দুখাভিভূতা মোকো আপোনাৰ ওচৰলৈ নিয়ক। হে ৰাম, আপুনি গতিশীলবিলাকৰ ভিতৰত বৰেণ্য, তথাপিতো কি কাৰণত হতভাগিনী মোক এৰি এই লোকৰপৰা আন লোকলৈ গতি কৰিলে ? হায়! যি শৰীৰ মই মঙ্গলময় পৱিত্ৰ বস্তুৰে বিভূষিত কৰি কমনীয় কৰি থৈছিলোঁ, আজি মাংসাশী হিংস্ৰজন্তুৱে তাক টনা আজোৰা কৰি তাৰ ওপৰত অত্যাচাৰ কৰিবলৈ ধৰিছে। অগ্নিষ্টোমাদি যজ্ঞ আৰু প্ৰচুৰ দক্ষিণা দানৰ দ্বাৰা আপুনি সংস্কাৰ লাভ কৰিছিল, তথাপি এতিয়া অগ্নিসংস্কাৰ লাভ নকৰি আপুনি এইদৰে মৃত্যুক বৰণ কৰিলে কিয় ? বনবাসক উদ্দেশ্য কৰি আমি তিনিজনে ওলাই আহোঁ। এতিয়া আমাৰ তিনিজনৰ ভিতৰত অকল লক্ষ্মণকেই মাত্ৰ শোক-সন্তপ্তা আই কৌশল্যাই দেখা পাব। আয়ে আপোনাৰ মিত্ৰবলৰ কথা সোধোঁতে লক্ষ্মণে কব লাগিব যে ৰাক্ষসবোৰে নিশাকালত আপোনাক বধ কৰিলে। ৰাঘৱ, আই কৌশল্যাই যেতিয়া শুনিব যে ৰাতি শুই থাকোঁতে আপোনাক বধ কৰিলে আৰু মৰো ৰাক্ষসৰ ঘৰত অৱৰুদ্ধা হৈ আছো, তেতিয়া তেওঁৰ বুকু ফাটি যাব আৰু তাৰ পিচত তেওঁ জীৱন ধাৰণ কৰি থাকিব নোৱাৰিব। তেওঁ শুনিব যে অকল অনাৰ্য্যা মোৰ কাৰণে নিষ্পাপ ৰাজপুত্ৰ ৰামে সাগৰ উত্তীৰ্ণ হৈ শেহত গৰুৰ খোজ এটাত পৰি নিহত হল। মই কুলকলঙ্কিনী, দশৰথপুত্ৰই ভুলতে মোক বিবাহ কৰিলে, সেয়েহে মোৰ স্বামীৰ

মৃত্যুৰ কাৰণ হলোঁ। নিশ্চয় পূৰ্ব্ব জন্মত কন্যাদান, গো, ভূমি অথবা ৰত্নাদি দ্ৰব্যৰ দান মই কৰা নাই, সেইকাৰণে এই জন্মৰ এই কালত সকলো অতিথিৰে প্ৰিয়জন ৰামৰ ভাৰ্য্যা হৈয়ো মই এইদৰে অনুতপ্তা হব লগা হৈছে। ৰাৱণ, অনুগ্ৰহ কৰি তুমি ৰামৰ ওপৰত থৈ মোক বধ কৰা আৰু তাৰ দ্বাৰা পতিৰ লগত পত্নীৰ মিলন ঘটাই এই অত্যুৎকৃষ্ট মঙ্গলময় কামখিনি কৰাঁ। ৰাৱণ, তেওঁৰ মূৰৰ লগত মোৰ মূৰটো আৰু শৰীৰৰ লগত শৰীৰটো লগ লগাই দিয়াঁ যাতে মহাত্মা সেই স্বামী যেনি গল ময়ো তালৈ যাব পাৰোঁ।"

৩৩—৩৭। জনক-দুহিতা আয়তলোচনা সীতাদেবীয়ে দুখতে অভিভূতা হৈ এইদৰে বিলাপ কৰি কৰিয়ে স্বামীৰ শিৰ আৰু ধনুখনৰ পিনে বাৰে বাৰে চাবলৈ ধৰিলে। তেওঁ এইদৰে বিলাপ কৰি থাকোঁতে দ্বাৰ ৰক্ষক কোনো এটা ৰাক্ষসে হাত যোৰ কৰি ৰাৱণৰ ওচৰত থিয় দিলে! "জয় প্ৰভুৰ জয়" বুলি সেৱা জনাই ৰাৱণক প্ৰসন্ন কৰি ৰাক্ষসে নিবেদন কৰিলে, "সেনাপতি প্ৰহস্ত উপস্থিত। অমাত্যাগণে সৈতে সেনাপতি প্ৰহস্ত উপস্থিত হৈ আপোনাক দেখা পোৱাৰ ইচ্ছাতে মোক আপোনাৰ ওচৰলৈ পঠিয়াইছে। হে মহাৰাজ, ৰাজকাৰ্য্যহেতু নিশ্চয় অতি আবশ্যকীয় কোনো কাৰ্য্য উপস্থিত হৈছে, যি কাৰণত অসময়ত মই আপোনাৰ ওচৰ চাপিব লগা হৈছে; তাৰ বাবে ক্ষমা কৰি আপুনি যেন তেওঁলোকক দৰ্শন দিয়ে।"

৩৮—৪০। দ্বাৰৰক্ষক ৰাক্ষসে নিবেদন কৰা কথাখিনি শুনি ৰাৱণে অশোকবন পৰিত্যাগ কৰি মন্ত্ৰীসকলৰ লগত দেখা কৰিলেগৈ। মন্ত্ৰীসকলৰ ওপৰত সকলো কাম সম্পূৰ্ণৰূপে ন্যস্ত থাকিলেও ৰামৰ পৰাক্ৰম সম্বন্ধে তেওঁ সকলো কথা জানি থকাৰ কাৰণে ৰাৱণে সভাগৃহত প্ৰৱেশ কৰি মন্ত্ৰণাকাৰ্য্যত নিযুক্ত হল। ইপিনে ৰাৱণ যোৱাৰ লগে লগে ৰামৰ সেই মূৰ আৰু ধনুও অন্তৰ্হিত হল।

৪১—৪৩। সভাত প্ৰৱেশ কৰি ৰাক্ষসেন্দ্ৰ ৰাৱণে ভীমপৰাক্ৰমশীল মন্ত্ৰীবৰ্গৰ লগত ৰামৰ লগত যুদ্ধ কৰাৰ সম্বন্ধে কি কৰ্ত্তব্য সেই বিষয়ে আলোচনা কৰিবলৈ ধৰিলে। তাৰ পিচত ওচৰতে থকা তেওঁৰ হিতৈষী সেনাধ্যক্ষসকলক আদেশ দিলে, "তোমালোকে ভেৰী আৰু ঢোল বজাই অতি শীঘ্ৰে সকলো সৈন্যকে ইয়াত উপস্থিত কৰোৱাঁ, কিন্তু যি কাৰণত মতা হৈছে সেইটো উল্লেখ নকৰিবা।"

৪৪। ৰাজআদেশ পোৱাৰ লগে লগে 'তথাস্তু' বুলি দূতবোৰে সবালবিকৈ সৈন্য সংগ্ৰহ কৰি আনি যুদ্ধাকাঙ্ক্ষী ৰজাৰ ওচৰত সিহঁতৰ আগমন নিবেদন কৰিলে।

**ইতি যুদ্ধকাণ্ডৰ অন্তৰ্গত দ্বাত্ৰিংশ সৰ্গ সমাপ্ত**

# ত্ৰয়স্ত্ৰিংশ সৰ্গ

## সীতাৰ প্ৰতি সৰমাৰ আশ্বাস-বাণী

১—১২। সীতাৰ অতি চেনেহৰ প্ৰিয়সখী বিভীষণৰ পত্নী সৰমাই * সীতাক ৰাক্ষসেন্দ্ৰ ৰাৱণৰ কাৰ্য্যত তেনেই শোকাভিভূতা হোৱা দেখি তেওঁৰ ওচৰলৈ আহি মৃদুবাক্যে তেওঁক আশ্বাস দিবলৈ ধৰিলে। ৰাৱণৰ নিৰ্দ্দেশমতে দয়াশীলা সৰমাই সীতাক ৰক্ষা কৰি থকাটোকে দৃঢ় পণ কৰি লৈ অশোকবনত ৰাক্ষসীবোৰে ৰখি থকা কালৰ ভিতৰত সিহঁতৰ তৰ্জ্জন-গৰ্জ্জন আৰু ভৰ্ৎসনাৰপৰা সীতাক ৰক্ষা কৰি থকাৰ কাৰণে সীতাৰ লগত তেওঁৰ সখ্য ভাব হয়। প্ৰিয় সখী সৰমাই * দেখিলে— সীতাদেৱীয়ে চৈতন্যবিহীন হৈ মাইকী ঘোঁৰাৰ নিচিনাকৈ ধূলিতে লুটি খাই পৰি আছে, তেতিয়া তেওঁ সুব্ৰতাচাৰিণী সীতাৰ ওচৰলৈ আহি মাটিৰপৰা তুলি লৈ চেনেহতে আশ্বাসপূৰ্ণ বাণীৰে কবলৈ ধৰিলে, সীতা, ৰাৱণে তোমাক যি ক'লে আৰু তাৰ উত্তৰত ৰাৱণক তুমি যি ক'লা সেই সকলো কথা এই গহীন বনতে লুকাই থাকি নিৰ্ভীকচিত্তে মই শুনি আছিলোঁ। হে বিশালাক্ষী, তোমাৰ কাৰণে ৰাৱণলৈ মোৰ কোনো ভয় নাই। ** আৰু যি কাৰণত ৰাৱণ লৰালৰিকৈ ইয়াৰপৰা ওলাই গৈছে, হে মৈথিলী, বাহিৰলৈ গৈ তাৰ কাৰণটোও মই জানি আহিছোঁ। জানকী, ৰাম জিতেন্দ্ৰিয়,*** আত্মতত্বজ্ঞ, আৰু পুৰুষশ্ৰেষ্ঠ। এতেকে সুসুপ্ত অৱস্থাতো তেওঁক কোনেও বধ কৰিব নোৱাৰে। বৃক্ষক আশ্ৰয় কৰি যুদ্ধ কৰিব পৰা এই বান্দৰবোৰ দেৱবংশ জাত আৰু দেৱতুল্য ৰামচন্দ্ৰৰ দ্বাৰা সুৰক্ষিত, এতেকে তেওঁলোকৰো বধ অসম্ভৱ। শ্ৰীমান শ্ৰীৰাম সুগোল সুদীৰ্ঘ ভুজ বিশিষ্ট; বিশাল বক্ষ বিশিষ্ট ৰাম মহাপ্ৰতাপবান, ধনুৰ্দ্ধৰ, যুদ্ধৰ সাজ-সৰঞ্জামেৰে সুসজ্জিত আৰু ধাৰ্ম্মিক বুলি জগতত সুবিখ্যাত। স্বয়ং বিক্ৰমশালী তেওঁ তেওঁৰ ভ্ৰাতা লক্ষ্মণে সৈতে নিজক যিদৰে ৰক্ষা কৰি আছে সেইদৰে তেওঁ আনকো ৰক্ষা কৰি থাকে। তেওঁ উচ্চ-

---

* সৰমা বিভীষণৰ পত্নী, সত্বগুণ সম্পন্না। ৰাৱণে বুজিছিল যে সততে ভৎসৰ্না কৰি থকাৰ কাৰণে হয়তো কোনো কাৰণত সীতাৰ সৰ্ব্বনাশ হব পাৰে। এইকাৰণে মাজে মাজে আশ্বাস দি সীতাক বচাই ৰাখিবলৈ তেওঁ সৰমাক নিযুক্ত কৰিছিল।

** কিয়নো ৰাৱণেই মোক তোমাৰ তত্বাবধান লবলৈ নিযুক্ত কৰিছে।

*** জিতেন্দ্ৰিয় পুৰুষৰ নিদ্ৰা আলস্য আদি দোষ নাথাকে, এতেকে শুই থকা অৱস্থাত তেওঁক বধ কৰাৰ কথা অসম্ভৱ। তদুপৰি তেওঁ পুৰুষশ্ৰেষ্ঠ, এতেকে বীৰ্য্য-বিষয়তো সকলোৰে ওপৰত। ৰাক্ষসে তেওঁক বধ কৰাৰ কোনো কথাই উঠিব নোৱাৰে।

কুলজাত আৰু নীতিশাস্ত্ৰবিদ্। তেওঁৰ বল আৰু পুৰুষত্ব আনৰ চিন্তাৰ অগোচৰ; তেওঁ শত্ৰুপক্ষৰ সংহাৰক। এতেকে হে সীতা, শত্ৰুনিধনকাৰী সেই ৰামচন্দ্ৰ কেতিয়াও নিহত হব নোৱাৰে।"

১৩—১৮। সৰ্ব্বভূতবিৰোধী ক্ৰূৰকৰ্ম্মা মায়াৱী ৰাৱণে অসৎবুদ্ধিৰ আশ্ৰয় লৈ তোমাৰ ওপৰত এই মায়া প্ৰয়োগ কৰিছে। সীতা তোমাৰ শোকৰ কাৰণ দূৰ হৈছে; সকলো প্ৰকাৰৰ সুমঙ্গল তোমাৰ সন্মুখত; লক্ষ্মীয়ে তোমাক আশ্ৰয় কৰিছে। যি কাৰণত তোমাৰ পক্ষে সকলো প্ৰকাৰৰ হিত উপস্থিত হৈছে, কওঁ শুনা। ৰামে বান্দৰ সৈন্যগণে সৈতে সাগৰ পাৰ হৈ দক্ষিণকূলত উপস্থিত হৈছে। লক্ষ্মণে সৈতে কাকুৎস্থ ৰাম সকলোপিনে সবল হৈ সাগৰৰ তীৰত বান্দৰ সৈন্যৰ দ্বাৰা পৰিৰক্ষিত হৈ বৈ আছে। যিবোৰ ক্ষিপ্ৰগতিসম্পন্ন ৰাক্ষসক ৰাৱণে পঠিয়াইছিল সিহঁত ৰামে সাগৰ অতিক্ৰম কৰা বাতৰি লৈ উভতি আহিছে। বিশালাক্ষী সীতা, ৰাক্ষসাধিপ ৰাৱণ সেই বাতৰি পাই বৰ্ত্তমানে মন্ত্ৰীবৰ্গৰ লগত মন্ত্ৰণা কাৰ্য্যত ব্যস্ত হৈছে।"

১৯—৩৫। ৰাক্ষসী সৰমাই সীতাৰ লগত এইদৰে কথাবতৰা হৈ থাকোঁতে সৈন্যবোৰৰ যুদ্ধোদ্যোগৰ ভৈৰৱ শব্দ তেওঁলোকৰ কাণত পৰিল। দণ্ডাহত ভেৰীৰ ভীষণ ৰব শুনি মধুৰভাষিণী সৰমাই সীতাক কলে, "ভীৰু সীতা, যুদ্ধৰ বাবে কৰা আয়োজনৰ ভীষণ শব্দ আৰু মেঘগৰ্জ্জন সদৃশ ভেৰীৰ নাদ শুনা। মত্তমাতঙ্গ আৰু ৰথাশ্বসমূহ যথাস্থানত সংযুক্ত হবলৈ ধৰিছে আৰু হাজাৰে হাজাৰে সৈন্যই বল্লম হাতত লৈ ঘোঁৰাত আৰোহণ কৰিবলৈ ধৰিছে, সমৰ-সাজত সজ্জিত হৈ অদ্ভুতদৰ্শী হাজাৰে হাজাৰে সৈন্য ওলাই আহি ৰাজপথত ভৰি পৰিছে। ঢৌৰ উথল-মাথলত সাগৰত যিদৰে শব্দ হয়, সৈন্যসমূহৰ ক্ষিপ্ৰ গতি, নাদ, উজ্জ্বল অস্ত্ৰ-শস্ত্ৰ, পৰিহিত চৰ্ম্ম, বৰ্ম্ম, ৰথসংযুক্ত অশ্ব, গজ—আৰু ৰাক্ষসৰাজৰ অনুগামী তেজস্বী ৰাক্ষসবৃন্দৰ আনন্দ উল্লাসতে চাৰিওফালে বিক্ষিপ্ত নানাবৰণৰ প্ৰভালৈ লক্ষ্য কৰাঁ। হে দেৱী, ৰাক্ষসবোৰৰ এই বিপুল আয়োজনো সিহঁতৰ লোমহৰ্ষণকৰ ভীষণ ভয়ৰ কাৰণেহে হৈছে বুলি জানিবা। শ্ৰীয়ে তোমাৰ শোক বিনাশ কৰিবলৈ আহি তোমাক আশ্ৰয় কৰিছে। ইন্দ্ৰই দৈত্যকুলক বধ কৰি লক্ষ্মীক উদ্ধাৰ কৰাৰ নিচিনাকৈ তোমাৰ স্বামী জিতক্ৰোধ, অচিন্ত্যপৰাক্ৰম কমললোচন ৰামচন্দ্ৰই যুদ্ধক্ষেত্ৰত সেই ৰাৱণক বধ কৰি তোমাক উদ্ধাৰ কৰিব। শত্ৰুহন্তা ইন্দ্ৰই বিষ্ণুৰ সহায় লৈ যিদৰে শত্ৰুকুল নিৰ্ম্মূল কৰিছিল লক্ষ্মণক লগত লৈ তোমাৰ স্বামীয়েও সেইদৰে ৰাক্ষসকুল আক্ৰমণ কৰিব। শত্ৰু নিপাতিত হোৱাৰ পিচত সকলো কাৰ্য্য সম্পন্ন হৈ গলে উপস্থিত হোৱা ৰামৰ কোলাত আশ্ৰয় লোৱা তোমাক মই দেখা পাম। আৰু তেতিয়া

বিশালবক্ষবিশিষ্ট ৰামৰ বুকুৰ মাজত সোমাই তুমি যিদৰে আনন্দাশ্রু পৰিত্যাগ কৰিবা মই তাকো দেখিম। হে দেৱী, আজি বহু মাহ ধৰি তোমাৰ জঘনপ্রদেশলৈ নামি পৰা যি বেণী তুমি লৈ আছা মহাবলশালী ৰামে অতি সোনকালে তাক উন্মুক্ত কৰিব। উদিত পূর্ণচন্দ্রসদৃশ ৰামৰ মুখৰপিনে চাই, হে দেৱী, মাইকী সাপে শৰীৰৰ মোট সলোৱাৰ দৰে তুমি ইমান দিনে বৈ লৈ থকা শোকাশ্রু বিসর্জ্জন কৰিবা। মৈথিলি, অতি সোন-কালে ৰাৱণ নিহত হোৱাৰ পিচত তুমি ৰামৰ প্রিয়া হৈ সকলো ভোগ্যবস্তুৰ অধিকাৰিণী হবা। সুবৃষ্টিৰ ফলত পৃথিৱী সমৃদ্ধিশালী শস্যেৰে পৰিপূর্ণ হোৱাৰ নিচিনাকৈ তুমিও ৰামৰপৰা সকলো আদৰ লাভ কৰি পৰম সুখ অনুভৱ কৰিব পাৰিবা। হে দেৱী, যি সূর্য্যদেৱে মেৰুপর্ব্বতক আশ্রয় কৰি অশ্বসদৃশ মণ্ডলাকাৰে পৃথিৱীৰ সর্ব্বত্র ভ্রমণ কৰে আৰু যি সূর্য্য সকলো প্রজাবর্গৰ উৎপত্তিৰ কাৰণ বর্ত্তমানে সেই সূর্য্যদেৱৰ শৰণ লৈ তেওঁক প্রণাম কৰাঁ।" *

ইতি যুদ্ধকাণ্ডৰ অন্তভু´ক্ত ত্রয়স্ত্রিংশ সর্গ সমাপ্ত

## চতুস্ত্রিংশ সর্গ

### সৰমাৰ আশ্বাসবাণীত সীতাৰ সান্ত্বনা লাভ

১–১১। ৰাৱণৰ কথা শুনি শোকসন্তপ্তা হৈ থকা সীতাদেৱীয়ে সৰমাৰ কথাত মনত অলপ শান্তি পালে আৰু সূর্য্যৰ তাপত ডেই পুৰি থকা পৃথিৱীৰ বৃষ্টিপাত হলে যিদৰে শান্ত হয়, সৰমাৰ কথায়ো তেওঁৰ মনত তেনেদৰে আনন্দ দিলে। তেতিয়া প্রিয় সখী সৰমাই বন্ধুৰ হিতকাঙ্ক্ষিণী হিছাপে প্রথমতে হাঁহি এটা মাৰি সময়োপযোগী কথাৰে কবলৈ ধৰিলে, "চাৰুনেত্র সীতা, আনৰ অদৃশ্যা হৈ থাকি ৰামক তোমাৰ কথাটো জনাই মই তেওঁৰ মঙ্গল-বাতৰি লৈ উভতি আহিব পাৰোঁ; নিৰালম্ব আকাশৰ মাজেদি গৈ থকা অৱস্থাত পবন দেৱতা অথবা গৰুড়েও মোক লগ ধৰিব নোৱাৰে।" সৰমাই এইদৰে কোৱাত সীতাদেৱীয়ে পূর্ব্বৰ শোকতে অভিভূত হৈ থাকিও কোমল আৰু মধুৰ বাক্যে তেওঁক কবলৈ ধৰিলে, "সৰমা, মই জানো যে গগনমণ্ডল অথবা পাতালপুৰীলৈ যোৱাৰ ক্ষমতা তোমাৰ আছে,

*সীতা সূর্য্যবংশৰ কুলবধূ; সূর্য্য উদয়ৰ লগে লগে সকলো প্রাণীয়ে জাগ্রত হৈ কর্ম্মত প্রবৃত্ত হয়, এতেকে সূর্য্যই সকলোৰে উৎপত্তি স্বৰূপ। এতেকে সূর্য্যৰ শৰণ লৈ শুভকাল প্রতীক্ষা কৰা—এই অর্থ।

তথাপি এই সময়ত মোৰ প্ৰতি তোমাৰ যি কৰ্ত্তব্য তাক মই কওঁ শুনা। যদি তুমি মোৰ হিত সাধন কৰিব খোজা তেন্তে ধৈৰ্য্য ধাৰণ কৰি ৰাৱণে ইয়াৰ পৰা গৈ এতিয়া কি কৰিছে তুমি তাক জানি আহাঁ। পান কৰি উঠাৰ পিচতেই মদে যিদৰে মানুহক বিমুগ্ধ কৰে, ক্ৰূৰমতি শত্ৰু ৰাৱণেও তাৰ মায়াবলৰ দ্বাৰা মোক সেইদৰে বিমুগ্ধ কৰিলে। এই দুৰাত্মাই মোক ৰখি থাকিবলৈ দিয়া ঘোৰমুৰ্ত্তি ৰাক্ষসী-হঁতৰ দ্বাৰাই সদাই মোক তৰ্জন-গৰ্জন আৰু ভৰ্ৎসনা কৰাই আছে। সিহঁতৰ উৎ-পাতত মই সদাই শংকিত আৰু উদ্‌বিগ্ন অৱস্থাত দিন কটাইছোঁ, কোনো দিনে মনত শান্তি পোৱা নাই। এই অশোকবনত থকা কালত তাৰ ভয়তে সদায় উদ্বিগ্না হৈয়ে থকিব লগা হৈছে। সি যিবোৰ কথা কলে তাৰ কোনটো সঁচা আৰু কোনোটো মিছা তাক নিশ্চয়কৈ জানি আহি মোক সকলোখিনি জনোৱা আৰু তেনেহলেই তুমি মোৰ প্ৰতি বিশেষ অনুগ্ৰহ দেখুৱা হব।"

১২—১৮। সীতাই এই দৰে কোৱাত মৃদুভাষিণী সৰমাই চকুলোৰে তিতিথকা সীতাৰ মুখত হাত দি কবলৈ ধৰিলে, "জানকী তুমি যদি তাকেই ইচ্ছা কৰিছা তেন্তে মই এতিয়াই গৈ শত্ৰুৰ অভিপ্ৰায় বুজি উভতি আহোগৈ।" সীতাক এই-দৰে কৈ সৰমাই ৰাক্ষস ৰাৱণৰ ওচৰলৈ গৈ, মন্ত্ৰিবৰ্গৰ সৈতে আলোচনা কৰি থকা তাৰ কথা বতৰাবোৰ শুনিলে। ধীৰভাবে সকলোখিনি কথা সঠিককৈ বুজিলৈ অতিশীঘ্ৰে তেওঁ পুনঃ পবিত্ৰ অশোকবনলৈ উভতি আহিল। অশোকবনত প্ৰবেশ কৰি তেওঁ দেখিলে যে শ্ৰীহীন পদুমফুলটিৰ নিচিনা সীতাদেৱীয়ে তেওঁৰ আত্মবৎ প্ৰিয় সৰমাৰ আগমনকে প্ৰতীক্ষা কৰি আছে। প্ৰিয়ভাষিণী সৰমা আহি পোৱাৰ লগে লগে সীতাই গাঢ়ভাবে আলিঙ্গন কৰি নিজে তেওঁৰ প্ৰতি আসন আগবঢ়াই দি কলে, "সৰমে, সুস্থিৰ ভাবে এই আসনত বহিলৈ, দুৰাত্মা সেই ৰাৱণৰ মতি-গতি সম্বন্ধে নিশ্চয় কৈ যিটো জানিব পাৰিলা মোক কোৱা।

১৯। সীতাদেৱীয়ে কম্পিতকলেবৰে এইদৰে সোধাত ৰাৱণে মন্ত্ৰীবৰ্গৰ সৈতে যিদৰে কথোপকথন কৰি আছিল তাকে বৰ্ণনা কৰি সৰমাই কবলৈ ধৰিলে, "বৈদেহী, ৰাক্ষসৰাজ ৰাৱণৰ জননী আৰু তেওঁৰ অতি বৃদ্ধ মন্ত্ৰীপ্ৰবৰে তোমাৰ মুক্তিৰ বিষয়ে সুন্দৰ মনোমোহা আৰু গুৰুত্বপূৰ্ণ কথাৰে বুজাই কলে, "ৰাৱণ, তুমি যথাবিহিত ৰূপে সৎকাৰ কৰি মৈথিলীক তেওঁৰ স্বামী নৰশ্ৰেষ্ঠ ৰামৰ হাতত প্ৰত্যৰ্পণ কৰা। জনস্থানত যি অদ্ভুত ঘটনা হ'ল সেয়ে তোমাৰ পক্ষে যথেষ্ট উদাহৰণ স্বৰূপ হোৱা উচিত। তদুপৰি সমুদ্ৰ লঙ্ঘন আৰু হনুমানে আহি সীতাৰ লগত দেখা-শুনা কৰি যোৱাটোও তোমাৰ পক্ষে আন এটা পটন্তৰৰ স্বৰূপ। যুদ্ধত মানুহে ৰাক্ষসক বধ

কৰাটোও এটা বিস্ময়কৰ ঘটনা। এইদৰে তেওঁৰ জননী আৰু বৃদ্ধ মন্ত্ৰীয়ে বহু প্ৰকাৰে বুজোৱা সত্ত্বেও, ধনলোভী মানুহে হাতৰ ধন এৰি দিব নোৱৰাৰ দৰে ৰাৱণে তোমাক পৰিত্যাগ কৰিব খোজা নাই। মৈথিলী, যুদ্ধত তেওঁ নিহত নহয়-মানে তেওঁ তোমাক এৰি নিদিব, মন্ত্ৰীবৰ্গেৰে সৈতে ৰাৱণে ইয়াকেই স্থিৰ কৰিছে। মৃত্যুৰ কবলত পৰি ৰাৱণ আৰু তেওঁৰ মন্ত্ৰীবৰ্গৰ ভিতৰত এই বুদ্ধিয়েই খেলাইছে যে যুদ্ধত ৰামৰ হাতত সম্পূৰ্ণৰূপে পৰাস্ত হৈ ৰাক্ষসকুল আৰু তেওঁৰ ধ্বংস নহয়-মানে অকল ৰামৰ ভয়ত তেওঁ তোমাক মুক্তি দিবলৈ অক্ষম। এতেকে হে মৈথিলী, এইটো নিশ্চিত যে ৰামচন্দ্ৰই তেওঁৰ তীক্ষ্ণ শৰসমূহৰ দ্বাৰা যুদ্ধত ৰাৱণক বধ কৰি তোমাক অযোধ্যালৈ লৈ যাব।"

২৭—২৮। সৰমাই এইদৰে কৈ থাকোঁতেই ধৰণী কঁপাইহে যেন সৈন্যসমূহৰ মাজৰপৰা উত্থিত শঙ্খ আৰু ভেৰীৰ তুমুল শব্দ তেওঁলোকৰ কাণত পৰিল। ৰাৱণৰজাৰ লঙ্কাবাসী অনুচৰবৰ্গই বান্দৰ সৈন্যৰ সিংহনাদ শুনি নিজকে নিজে হতবীৰ্য্য হোৱা যেন অনুমান কৰিলে আৰু ৰজাৰ দোষত কোনো প্ৰকাৰৰ মঙ্গলৰ মুখ নেদেখি বিষণ্ণ হল।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত চতুস্ত্ৰিংশ সৰ্গ সমাপ্ত

## পঞ্চত্ৰিংশ সৰ্গ

### ৰাৱণৰ প্ৰতি মাল্যবাণৰ হিত উপদেশ

১—৫। শত্ৰুপুৰঞ্জয়ী মহাবাহু ৰামচন্দ্ৰই শঙ্খধ্বনিমিশ্ৰিত ভেৰীৰ নাদে সৈতে ক্ৰমাৎ লঙ্কাৰ পিনে আগবাঢ়ি আহিব ধৰাত; সেই ভৈৰৱ শব্দ মহাবলশালী ৰাক্ষস-ৰাজৰ কাণত প্ৰৱেশ কৰিলে। শব্দ শুনি ৰাৱণে অলপ সময় চিন্তা কৰি শেহত মূৰতুলি মন্ত্ৰীবৰ্গৰ পিনে চালে; তাৰ পিচত, সিংহনাদে সভাঘৰ কঁপাইহে যেন তেওঁলোকক উদ্দেশ্য কৰি তেওঁ কবলৈ ধৰিলে। জগত-সন্তাপকাৰী ক্ৰূৰমতি ৰাৱণে ৰামৰ সকলো কামকে নিন্দা কৰি মন্ত্ৰীবৰ্গক কলে, "সমুদ্ৰ লঙ্ঘন আৰু ৰামৰ বলবীৰ্য্যৰ বিষয়ে তোমালোকে যি কৈছা, মই সকলো শুনিলোঁ। কিন্তু মই জানো যুদ্ধত তোমালোকো যথাৰ্থতে বীৰ আৰু পৰাক্ৰমশালী, এনে স্থলত ৰামৰ পৰাক্ৰমৰ কথা শুনি তোমালোকে মনে মনে থাকি ইজনে সিজনৰ মুখ চোৱা-চুই কৰি আছা কিয়?"

৬—২৩। ৰাৱণৰ কথা শুনি তেওঁৰ মাতামহ মাল্যবান নামে মহাপ্ৰাজ্ঞ ৰাক্ষসে কলে, "হে ৰাজন্, যি ৰজা সকলো বিদ্যাত* সুশিক্ষিত আৰু যি নীতিশাস্ত্ৰৰ অনু-গামী তেওঁৱেই সকলো ঐশ্বৰ্য্যৰ অধিকাৰী হৈ শত্ৰুকুলক অধীনত ৰাখে। যি ৰজাই শত্ৰুপক্ষৰ লগত সময়ত সন্ধি আৰু আৰু সময়ত বিগ্ৰহ কৰি নিজ পক্ষৰ বৃদ্ধি সাধন কৰে তেওঁৱেই মহদৈশ্বৰ্য্যৰ অধিকাৰী হয়। শত্ৰুক অৱহেলা কৰা উচিত নহয়। ৰজা ক্ষীণশক্তিসম্পন্ন অথবা শত্ৰুপক্ষৰ লগত সমান পৰাক্ৰমশালী হলে, শত্ৰুপক্ষৰ লগত সন্ধি কৰাটোৱেই তেওঁৰ পক্ষে যুক্তিসঙ্গত। ৰজা প্ৰবল পৰাক্ৰমশালী হলেহে যুদ্ধত নমা উচিত। এতেকে হে ৰাৱণ, মোৰমতে তুমি ৰামৰ লগত সন্ধি কৰাটোহে যুক্তিযুক্ত। যি সীতাৰ কাৰণে তুমি তেওঁৰ লগত যুদ্ধ কৰিবলৈ সাজু হৈছা, সেই সীতাক তুমি তেওঁক ওভতাই দিয়া। দেৱতা, ঋষি আৰু

---

*বিদ্যা—কাৰো কাৰোমতে বিদ্যা চতুৰ্ব্বিধ, যেনে, আন্বীক্ষিকী— ন্যায় আৰু দৰ্শন;— ত্ৰয়ী ঋক্, যজু, সাম এই তিনিবেদ; বাৰ্ত্তা— ব্যৱহাৰিক বিদ্যা; যেনে কৃষি, বাণিজ্য, চিকিৎসা আদি; দণ্ডনীতি—শাসন বিজ্ঞান। ইয়াৰ লগতে মনুৱে পঞ্চম সংখ্যাত আৰু এবিধ বিদ্যাৰ নাম কৰিছে, সেইটো আত্মবিদ্যা; প্ৰথম বিধৰ ভিতৰতে ইও অন্তৰ্ভুক্ত। আন আন পণ্ডিতৰ মতে বিদ্যা চৈধ্য প্ৰকাৰৰ, যেনে চতুৰ্ব্বেদ, ছয় বেদাঙ্গ, (শিক্ষা, কল্প, ব্যাকৰণ, জ্যোতিষ, নিৰুক্ত আৰু ছন্দ), পুৰাণ, মীমাংসা ন্যায় আৰু ধৰ্ম। আৰু আন এক মতে বিদ্যা ওঠৰ বিধ।

গন্ধৰ্ব্ব সকলোৱে তেওঁৰ জয় কামনা কৰি আছে, এতেকে তুমি তেওঁৰ লগত যুদ্ধত প্ৰবৃত্ত নহৈ তেওঁৰ লগত সন্ধি স্থাপন কৰাটোহে বাঞ্ছনীয় হব। আদিতে ভগৱান পিতামহ ব্ৰহ্মাই ধৰ্ম্ম আৰু অধৰ্ম্ম এই দুটা পক্ষ সৃষ্টি কৰে; তাৰ ভিতৰত ধৰ্ম্ম বিধেয় আৰু অধৰ্ম্ম অবিধেয়।। সুৰ আৰু অসুৰগণে এই উভয় পক্ষকে আশ্ৰয় কৰি থাকে। কথিত আছে ধৰ্ম্ম মহাত্মা দেৱতাগণৰ আশ্ৰিত পক্ষ আৰু অসুৰ আৰু ৰাক্ষসগণৰ আশ্ৰিত পক্ষ হৈছে অধৰ্ম্ম। যি কালত ধৰ্ম্মই অধৰ্ম্মক গ্ৰাস কৰে সেইটো সত্য যুগ আৰু যেতিয়া অধৰ্ম্মই ধৰ্ম্মক গ্ৰাস কৰে সেইটো কলি যুগ। তুমি যি পথ অবলম্বন কৰিছা তাৰ দ্বাৰা ধৰ্ম্মক বিনাশ কৰি অধৰ্ম্মক গ্ৰহণ কৰা হৈছে, আৰু তাৰ ফলস্বৰূপে শত্ৰুপক্ষ আমাতকৈ অধিকতৰ বলশালী হৈছে। তোমাৰ দুৰ্ব্বুদ্ধিৰ কাৰণে অধৰ্ম্মৰূপ সৰ্পই ক্ৰমাৎ বৃদ্ধিলাভ কৰি এতিয়া আমাক গ্ৰাস কৰিবলৈ ওলাইছে আৰু লগে লগে দেৱতাসকলৰ প্ৰকৃতিগত ধৰ্ম্মভাব বৃদ্ধি পোৱাত দেৱাংশজাত শত্ৰুপক্ষৰ শক্তি বাঢ়ি গৈছে। ** বিষয় সুখত আসক্ত থাকি তুমি এতিয়ালৈ যি যি কাম কৰি আছা, অগ্নিকল্প ঋষিসকলৰ পক্ষে সেয়ে উদ্বেগৰ কাৰণ হৈ পৰিছে। এই ঋষিসকল প্ৰদীপ্ত পাবক সদৃশ; তেওঁলোকৰ প্ৰভাব অতিশয় দুঃসহ আৰু অন্তঃকৰণ তপস্যাৰ দ্বাৰা পবিশুদ্ধ হোৱাৰ কাৰণে তেওঁলোক সদায় ধৰ্ম্মসম্পাদন বিষয়ত ৰত। এই দ্বিজাতিগণে প্ৰধান প্ৰধান যজ্ঞ-সম্পাদনৰ পিচত অগ্নিত আহুতি প্ৰদান কৰে আৰু উচ্চৈঃস্বৰে বিধি মতে বেদপাঠৰ দ্বাৰা ৰাক্ষসকুলক অভিভূত কৰি ব্ৰহ্মঘোষ* উচ্চাৰণ কৰে। সূৰ্য্যৰ কিৰণত মেঘমালা যিদৰে চতুৰ্দ্দিকে বিক্ষিপ্ত হয়, অগ্নিসদৃশ তেজস্বী এই ঋষিসকৰ বেদউচ্চাৰণৰ ফলত ৰাক্ষসকুলো সেইদৰে চাৰিওকালে দৌৰি পলায়। ঋষিসকলৰ অগ্নিহোত্ৰৰ (প্ৰাত্যহিক-হোম কাৰ্য্য) পৰা উৎপন্ন ধূমৰাশিয়ে ৰাক্ষসকলৰ তেজ অভিভূত কৰি চতুৰ্দ্দিকে পৰিব্যাপ্ত হৈছে। ঋষিসকলে যিকোনো পুণ্যভূমিতে থাকি ব্ৰত আচৰণ কৰি নাথাকক, তেওঁলোকৰ তীব্ৰ তপস্যাই ৰাক্ষসকুলক সন্তপ্ত কৰি আছে।

---

**এই খিনিতে টীকাকাৰে এটা বিশদ ব্যাখ্যাৰ অবতৰণা কৰিছে, তেওঁ প্ৰকাশ কৰিব বিচাৰিছে—ধৰ্ম্ম সুখ সাধনৰ উপায় আৰু সি এক ৰূপ, অধৰ্ম্মৰ তিনিটা ৰূপ—ধৰ্ম্মান্য, ধৰ্ম্মবিৰোধী আৰু ধৰ্ম্ম-অভাব। প্ৰথম বিধৰ ৰূপ যথা শাক্তাদি ধৰ্ম্মমাৰ্গদৃষ্ট ধৰ্ম্মভাস, দ্বিতীয় বিধ হত্যাদি ধৰ্ম্ম আৰু তৃতীয় বিধ নিজৰ নিজৰ কাৰণে বিহিত নিত্য ধৰ্ম্মৰ লোপ। ইয়াতে এটা প্ৰশ্ন উঠিব পাৰে যদি অধৰ্ম্মই অসুৰৰ লক্ষণ আৰু দুখৰ কাৰণ তেনেহলে অসুৰবোৰে সুখৈশ্বৰ্য্যাদি লাভ কৰিব পাৰে কেনেকৈ?—উত্তৰত কোৱা হৈছে ৰাক্ষস আৰু অসুৰবোৰে কাম্য, ৰাজস আৰু তামস ধৰ্ম্মমাত্ৰ আচৰণ কৰে—ফলত তৎ ধৰ্ম্মানুষ্ঠানৰ ফল লাভৰ পিচত অধৰ্ম্মজনিত যি দোষ তাৰ ফলভাগী হৈ শেহত মহাদুখভাগী হয়।

* বেদস্তোত্ৰ অথবা [illegible] স্তুতি।

তুমি দেৱতা, দানৱ আৰু যক্ষকুলৰ অবধ্য বুলিহে বৰ গ্ৰহণ কৰিছা, কিন্তু যিসকল মহাবলশালী, দৃঢ়বিক্ৰমশীল প্ৰাণী ইয়াত উপস্থিত হৈ তোমাৰ চাৰিওকালে ভীষণৰবে গৰ্জ্জন কৰিব ধৰিছে তেওঁলোকক, মনুষ্য, বান্দৰ, ঋক্ষ আৰু গোলাঙ্গুল, (যাৰ অবধ্য বুলি তুমি বৰ গ্ৰহণ কৰা নাই)।

২৪—৩৫। তদুপৰি নানা বিধৰ বহুত ঘোৰ উৎপাতসমূহ মই চাৰিওকালে দেখিব ধৰিছোঁ যাৰ ফলত সমগ্ৰ ৰাক্ষসকুলৰে বিনাশ মোৰ চকুৰ আগত ভাহি উঠিছে। উদাহৰণস্বৰূপে চোঁৰা, মেঘবোৰে অতিভয়ঙ্কৰ ৰূপ ধাৰণ কৰি গৰ্দ্দভৰবে চাৰিওফালে গৰ্জ্জন কৰিব ধৰিছে আৰু লঙ্কাৰ ওপৰত তপত তেজৰ বৃষ্টিপাত হব ধৰিছে, অশ্ব আৰু গজ প্ৰভৃতি বাহনবোৰে ভীষণৰবে চিঞৰিব ধৰিছে, সিহঁতৰ চকুৰ পৰা চকুৰ লো বব ধৰিছে, দিঙ্‌মণ্ডল ধূলিকণাৰে পৰিপূৰ্ণ হোৱাত পূৰ্ব্বৰ দৰে প্ৰকাশ পাব পৰা নাই। মাংসাশী শৃগাল আৰু শগুণবোৰে বিকটস্বৰে শব্দ কৰিব ধৰিছে, আৰু লঙ্কাৰ মুকলি উদ্যান সমূহত দল বান্ধি ফুৰিব ধৰিছে। মহাকালীয়ে তেওঁৰ শুভ্ৰ দন্ত প্ৰকাশ কৰি বিকট হাঁহি মাৰি সন্মুখত দেখা দিছে। তিৰোতা-বোৰে সপোনতে কিবাবোৰ কৈ কৈ ঘৰ এৰি বাহিৰলৈ ওলাই যাব ধৰিছে। ঘৰত দেৱ পূজাৰ কাৰণে সংৰক্ষিত ঘি, চাউল, অন্নপানাদি দ্ৰব্য কুকুৰে ভক্ষণ কৰিব ধৰিছে। গাধই গৰুত আৰু এন্দুৰ নেউলত উৎপত্তি লাভ কৰিছে; মেকুৰীয়ে বাঘৰ লগত, গাহৰিয়ে কুকুৰৰ লগত, কিন্নৰগণে ৰাক্ষস আৰু মানুহৰ লগত মিলিত হৈ সঙ্গমক্ৰিয়াত ৰত হৈছে। শুভ্ৰবৰ্ণ ৰক্তপাদবিশিষ্ট কপৌ চৰায়ে কালপ্ৰেৰিত হৈ ৰাক্ষসবোৰৰ বিনাশ ইঙ্গিত কৰি ঘৰে ঘৰে উৰি ফুৰিছে। শালিকাবোৰে ঘৰৰ ওপৰত পৰি কিচি-মিচি শব্দ কৰিছে, পৰস্পৰে জোটাপুটি কৰি হাই-কাজিয়াৰ ভিতৰতে পৰাজিত হৈ মাটিত বাগৰি পৰিব ধৰিছে। পশু পক্ষীগণে সূৰ্য্যৰ পিনে মুখ কৰি চীৎকাৰ কৰিছে। কৰাল বদন, বিকলাঙ্গ, মুণ্ডিত মুণ্ড, কৃষ্ণ আৰু পিঙ্গলবৰ্ণ কাল পুৰুষগণে সময়ে সময়ে সন্ধ্যা কালত ঘৰে ঘৰে ঘুৰি ফুৰা দেখা গৈছে। হে ৰাৱণ, এনেবোৰ দোষযুক্ত উৎপাত সমূহ দেখি শুনি পৰিণামত যিটো ভাল হব বুলি বুজা তাকে কৰা।

৩৬। অত্যুৎকৃষ্ট পুৰুষত্ববিশিষ্ট বলশালী মাল্যবানে ৰাক্ষসাধিপতিৰ ওচৰত এই কথাখিনি কৈ তেওঁৰ মনৰ ভাব পৰীক্ষা কৰি, কথাখিনি তেওঁৰ মনত লগা নাই যেন দেখি পিচত আৰু আন কোনো কথা নকলে।

**ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত পঞ্চত্ৰিংশ সৰ্গ সমাপ্ত**

# ষট্‌ত্ৰিংশ সৰ্গ

## মাল্যবানৰ উপদেশত ৰাৱণৰ ক্ৰোধ

১—১৩। মাল্যবানে হিত বুলি যিখিন কথা কলে দুষ্টাত্মা দশাননে কালৰ বশবৰ্ত্তী হৈ সেই কথা সহি থাকিব নোৱাৰি খঙৰ অধীন হৈ ভ্ৰূকুটিপূৰ্ণ মুখে চকু পকাই মাল্যবানৰ পিনে চাই কবলৈ ধৰিলে, "আপুনি শত্ৰুপক্ষৰ প্ৰাবল্য স্বীকাৰ কৰি হিত কথা কোৱাৰ ছলে অহিতকৰ যিখিনি গৰ্হিত বাক্য কলে, সেই কথা মোৰ কাণত প্ৰৱেশ কৰা নাই। ৰাম এজন মানুহ মাত্ৰ, অকল বান্দৰেই তেওঁৰ সহায়, তেওঁ পিতাকৰ দ্বাৰা পৰিত্যক্ত হৈ বনত আশ্ৰয় লৈ আছে, আপুনি তাকেই সামৰ্থ্যবান বুলি ভাবিছে কেনেকৈ? মই ৰাক্ষসবিলাকৰ ৰজা, দেৱতাসকলো মোৰ ভয়ত সন্ত্ৰস্ত, পৰাক্ৰমত কোনো প্ৰকাৰে মই হীন নহওঁ, এনেস্থলত ৰামতকৈ মোক হীন বুলি আপোনাৰ ধাৰণা হল কিয়? মোৰ অনুমান হয় মোৰ বীৰত্বৰ প্ৰতি হিংসা কৰি অথবা শত্ৰুৰ পক্ষপাতী হৈ, অথবা যুদ্ধৰ বাবে মোক উৎসাহ যোগাবলৈ এই ঘৃণনীয় বাক্য প্ৰয়োগ কৰিছে। সাধাৰণতঃ উৎসাহ দিয়াৰ উদ্দেশ্য নহলে, শাস্ত্ৰতত্ত্বজ্ঞ কোনো পণ্ডিতে প্ৰভাৱশালী ৰাজপদস্থজনক এনে কথা নকয়। সীতা পদ্মহীনা শ্ৰীৰ সদৃশ* তেওঁক বনৰপৰা আনি এতিয়া ৰামৰ ভয়তে মই তেওঁক প্ৰত্যৰ্পণ কৰিম কিয়? আপুনি চাই থাকক, কেইদিনমানৰ ভিতৰতে কোটি কোটি বান্দৰে আগুৰি থকা ৰাম সুগ্ৰীৱ আৰু লক্ষ্মণে সৈতে মোৰ হাতত নিহত হব। যি ৰাৱণৰ লগত দ্বন্দ্বযুদ্ধত দেৱতাসকলো তিষ্ঠিব নোৱাৰে সেই ৰাৱণ যুদ্ধৰ নামত ভীত হব কিয়? কোনোৱে মোক কাটি টুটুকুৰা কৰিব পাৰে, সেই বুলি মই তাৰ ওচৰত নত হব নোৱাৰোঁ, এয়ে মোৰ প্ৰকৃতিগত স্বভাৱ; স্বভাৱ কোনেও পৰিত্যাগ কৰিব নোৱাৰে। যদি কয় যে ৰামে হেলাৰঙে সাগৰত সেতু বান্ধিলে, (এতেকে ৰাম এজন অসাধাৰণ মনুষ্য) তথাপি তাতো আচৰিত হবৰ একো নাই আৰু আপুনি তাৰ বাবে ভীত হোৱাটোও উচিত নহয়। বান্দৰ সৈন্য লগত লৈ ৰামে সমুদ্ৰ পাৰ হৈ আহিছে সঁচা; কিন্তু মই সত্যৰ নামত শপথ লৈ কৈছো যে তেওঁ প্ৰাণ লৈ ইয়াৰপৰা উভতি যাব নোৱাৰিব।"

---

*অৰ্থাৎ সীতা এজনী ৰূপ-লাৱণ্য বিশিষ্টা সাধাৰণ ৰমণী। এতেকে তেওঁ ভোগৰ বস্তু। এনে এটা ভোগৰ বস্তু লাভ কৰি ৰামৰ ভয়ত মই পৰিত্যাগ কৰিম কিয়—এয়ে অৰ্থ।

১৪—২১। এইদৰে কথা কৈ থকাৰ ভিতৰতে ৰাৱণক ক্ৰুদ্ধ হোৱা দেখি মাল্যবানে লাজ পাই আৰু একো উত্তৰ নকৰিলে। তাৰ পিছত জয় আশীৰ্ব্বাদেৰে ৰাৱণক সম্বৰ্দ্ধনা জনাই তেওঁৰ অনুমতি লৈ নিজ ভৱনলৈ প্ৰস্থান কৰিলে। তেতিয়া ৰাক্ষস ৰাৱণে মন্ত্ৰীসকলৰ লগত পৰামৰ্শ কৰি লঙ্কাৰ অৱৰক্ষণৰ বন্দবস্ত কৰিলে। তেওঁ পূৱ দুৱাৰত প্ৰহস্তক, দক্ষিণ দুৱাৰত মহাবীৰ্য্যশালী মহাপাৰ্শ্ব আৰু মহোদৰক, আৰু পশ্চিম দুৱাৰত বহুত ৰাক্ষসে সৈতে মহামায়াশীল পুত্ৰ ইন্দ্ৰজিতক স্থাপন কৰিলে। উত্তৰ দিশত শুক আৰু সাৰণক প্ৰহৰী নিযুক্ত কৰি মন্ত্ৰীবৰ্গক কলে যে তেওঁ নিজে এই দ্বাৰদেশ সংৰক্ষণ কৰিব। মহাবীৰ্য্য আৰু পৰাক্ৰমশালী বিৰূপাক্ষ ৰাক্ষসক বহুত ৰাক্ষসেৰে সৈতে তেওঁ লঙ্কাৰ মাজভাগত স্থাপন কৰিলে। লঙ্কাৰ অৱৰক্ষণৰ অৰ্থে এইদৰে সকলো বন্দবস্ত কৰি ৰাক্ষসপ্ৰবৰ ৰাৱণে কাল-প্ৰেৰিত হৈ নিজকে নিজে সফলকাম হোৱা বুলি অনুমান কৰিলে।

২২। তাৰ পাছত মন্ত্ৰীবৰ্গৰ ওপৰত লঙ্কা ৰক্ষাৰ সকলো ভাৰ ভালদৰে অৰ্পণ কৰি তেওঁলোকক বিদায় দিলে আৰু তেওঁলোকৰ দ্বাৰা জয়াশীৰ্ব্বাদ ধ্বনিৰ দ্বাৰা পূজিত হৈ সুসমৃদ্ধিসম্পন্ন নিজ অন্তঃপুৰত প্ৰৱেশ কৰিলে।

**ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত ষট ত্ৰিংশ সৰ্গ সমাপ্ত**

## সপ্তত্ৰিংশ সৰ্গ

### বান্দৰ সৈন্যৰ ব্যূহ ৰচনা

১—২৪। ইপিনে নৰ আৰু বান্দৰবৰ্গৰ ৰজা ৰাম, আৰু সুগ্ৰীৱ, বায়ুপুত্ৰ হনুমান, ঋক্ষৰাজ জাম্বৱান, ৰাক্ষস বিভীষণ, বালীপুত্ৰ অঙ্গদ, বান্দৰপ্ৰবৰ শৰভ, বন্ধুবৰ্গেৰে সৈতে সুষেণ, মৈন্দ আৰু দ্বিবিদ, গজ, গবাক্ষ, কুমুদ, নল আৰু পনস— সকলোৱে শত্ৰুৰ দেশত মিলিত হৈ মন্ত্ৰণা কৰিবলৈ ধৰিলে,— "অসুৰ, উৰগ আৰু গন্ধৰ্ব্বগণে সৈতে দেৱতাগণৰো দুৰ্জ্জেয় যি দেশৰ কথা আমি শুনি আছিলো এয়ে সেই লঙ্কা। তিনি অগ্নিৰাহিত হোৱাৰ লগে লগে আমি ৰাক্ষসৰাজ ৰাৱণৰ গুচৰ চাপি আছিলো। এতেকে এই সমবেত শত্ৰু যিদৰে বিনাশপ্ৰাপ্ত হব পাৰে তাকৈ মন্ত্ৰণা কৰি আমাক

কাৰ্য্য পদ্ধতি নিৰূপণ কৰা উচিত।" সকলোৱে এইদৰে কোৱাত ৰাৱণানুজ বিভীষণে মাৰ্জ্জিত ভাষাৰে বহু অৰ্থপূৰ্ণ অলপীয়া কথাৰে কৰলৈ ধৰিলে, 'বন্ধুবৰ্গ, অনল, পনস, সম্পাতি আৰু প্ৰমাথি— মোৰ এই চাৰিজন মন্ত্ৰী লঙ্কালৈ গৈ এইমাত্ৰ উভতি আহিছে। তেওঁলোকে চৰাইৰ ৰূপ ধৰি শত্ৰুদলৰ মাজত সোমাই, সিহঁতে যি মন্ত্ৰণা আৰু প্ৰতিৰক্ষাৰ উপায় স্থিৰ কৰিছে সেই সকলো জানি আহিছে। ৰাম, মন্ত্ৰীসকলে দুৰাত্মা ৰাৱণৰ প্ৰতিবিধান সম্বন্ধে মোক যিদৰে কৈছে মই সকলো কথা যথাযথ ভাবে বৰ্ণনা কৰো, আপুনি শুনক। তেওঁলোকে কৈছে যে মহাবলশালী প্ৰহস্তই পূব দুৱাৰ ৰক্ষা কৰি আছে, মহাবীৰ্য্যবান মহাপাৰ্শ্ব আৰু মহোদৰ দক্ষিণ দুৱাৰত অৱস্থিত আছে, পট্টিশ, মদগ, ধনু, শূল, মুদগৰ আদি নানা অস্ত্ৰে-শস্ত্ৰে সুসজ্জিত অসংখ্য ৰাক্ষস বীৰৰ দ্বাৰা পৰিবৃত হৈ ৰাৱণাত্মজ ইন্দ্ৰজিতে পশ্চিম দুৱাৰ ৰক্ষা কৰি আছে। মন্ত্ৰণা-কুশল স্বয়ং ৰাৱণে অস্ত্ৰধাৰী হাজাৰ হাজাৰ ৰাক্ষসে সৈতে অতি উদ্বিগ্নচিত্তে উত্তৰ দুৱাৰত ৰৈ আছে। ৰাক্ষস বিৰূপাক্ষই শূল, মুদগৰ আৰু ধনুৰ্দ্ধাৰীসকলৰ বৃহৎ এটা সৈন্যদল লৈ লঙ্কাৰ মাজভাগ ৰক্ষা কৰি আছে। মোৰ মন্ত্ৰীবৰ্গই এনে বিধৰ প্ৰতিবিধানযুক্ত লঙ্কাৰ সৈন্য সংস্থাপনৰ ঘাটিবোৰ ভালদৰে চাই-চিতি উভতি আহিছে। দহ হাজাৰ গজাৰোহী, এক অযুত ৰথী, দুই অযুত অশ্বাৰোহী আৰু অসংখ্য কোটি ৰাক্ষস সেনা লঙ্কাত আছে। এই সৈন্যবোৰ মহাবিক্ৰমশালী আৰু বলৱান আৰু যুদ্ধত আততায়ী স্বৰূপ। ইহঁত সদায় ৰাক্ষসৰাজৰ হিতাকাঙ্ক্ষী। প্ৰত্যেকটো ৰাক্ষসৰ লগত হাজাৰ হাজাৰ পৰিবাৰ যুদ্ধৰ কাৰণে সাজু আছে।" মহাবাহু বিভীষণে তেওঁৰ মন্ত্ৰীবৰ্গই নিবেদন কৰা লঙ্কাৰ বিৱৰণ এইদৰে জনাই শেষত সেই মন্ত্ৰীকেইজনক ৰামৰ লগত সাক্ষাৎ কৰাই দিলে। ৰামৰ হিতাকাঙ্ক্ষী ৰাৱণৰ কনিষ্ঠ ভ্ৰাতা বিভীষণে মন্ত্ৰীসকলৰ জৰিয়তে শুনা লঙ্কাৰ পৰিস্থিতিৰ বিষয়ে এইদৰে কৈ শেহত পদ্মপলাশলোচন ৰামক উদ্দেশ্য কৰি কবলৈ ধৰিলে, "ৰাম, ৰাৱণে কুবেৰৰ লগত যুদ্ধত প্ৰবৃত্ত হোৱাৰ সময়ত ষাঠি লাখ ৰাক্ষসসেনা তেওঁৰ লগত নিছিল। এই সৈন্যবোৰৰ প্ৰত্যেকেই বল, বীৰ্য্য, পৰাক্ৰম, প্ৰভাৱ আৰু দৰ্পত ৰাৱণতকৈ নিচিনা আছিল।"

"হে ৰাঘৱ, এইদৰে ৰাৱণৰ সৈন্যৰ পৰিচয় দিয়াৰ কাৰণে আপুনি মনত কোনো বেজাৰ ভাব নাৰাখিব, আপোনাক ভয় খুৱাবলৈ মই এনে বৰ্ণনা দিয়া নাই, বৰং আপোনাক উত্তেজিত কৰাৰ উদ্দেশ্যেহে মই কথাটো এনেদৰে জনাইছোঁ; মই জানো আপুনি নিজ বীৰ্য্যবলে দেৱতাসকলকো পৰাভূত কৰিব পাৰে। এতেকে ব্যূহাকাৰে ৰচিত এই মহান চতুৰঙ্গ বান্দৰসৈন্যবাহিনীৰ দ্বাৰা আপুনি হেলাৰঙে ৰাৱণক পৰাভূত কৰিব পাৰিব।

২৫—৩৫। ৰাৱণৰ ভ্ৰাতা বিভীষণে এইদৰে কোৱাত, শত্ৰুসৈন্য আক্ৰমণ কৰাৰ উদ্দেশ্যে ৰাঘৱ ৰামে এইদৰে কলে, "অসংখ্য বান্দৰসৈন্যৰ দ্বাৰা পৰিবৃত হৈ বান্দৰ পুঙ্গৱ নীলে পূব দুৱাৰত প্ৰহস্তৰ লগত যুদ্ধ কৰিব। সেইদৰে বালীপুত্ৰ অঙ্গদে বহুত সৈন্য লৈ দক্ষিণ দুৱাৰত মহাপাৰ্শ্ব আৰু মহোদৰৰ লগত যুদ্ধ কৰিব। পৱন-নন্দন অসীম শক্তিসম্পন্ন হনুমানে বহুত বান্দৰসৈন্যৰ দ্বাৰা পৰিবেষ্টিত হৈ ৰাক্ষস-সেনা নিপীড়িত কৰি পশ্চিম দুৱাৰত যুদ্ধত প্ৰবৃত্ত হব। ক্ষুদ্ৰাতিক্ষুদ্ৰ ৰাক্ষসৰাজ ৰাৱণ যি ব্ৰহ্মাৰ বলত বলান্বিত হৈ ত্ৰিভুৱনৰ প্ৰজাবৰ্গক সন্তাপিত কৰি ঘূৰি ফুৰিছে, মহাত্মা দৈত্য, দানৱ আৰু ঋষিসকলক বধ কৰাতেই যাৰ আনন্দ, সেই ৰাৱণক মই নিজে বধ কৰিম। এতেকে যি ঠাইত ৰাৱণ সদলবলে উপস্থিত, শত্ৰুপক্ষ নিপীড়িত কৰি সুমিত্ৰানন্দন লক্ষ্মণে সৈতে মই নিজে সেই উত্তৰ দুৱাৰ ভেদ কৰিম, বলৱান বান্দৰ-ৰাজ সুগ্ৰীৱ, বীৰ্য্যবান ঋক্ষৰাজ জাম্বৱান আৰু ৰাক্ষসৰাজৰ ভ্ৰাতা বিভীষণ সৈন্যদলৰ মাজভাগত উপস্থিত থাকিব। যুদ্ধক্ষেত্ৰত কোনো বান্দৰে যেন মনুষ্যৰূপ ধাৰণ কৰি যুদ্ধত প্ৰবৃত্ত নহয়। বান্দৰসৈন্যৰ ভিতৰত বান্দৰৰ নিজ ৰূপেই যেন আমাৰ ভিতৰত চিহ্ন স্বৰূপ হয়। মই, মোৰ ভ্ৰাতা মহাশক্তিশালী লক্ষ্মণ, আৰু চাৰিজন মন্ত্ৰীৰে সৈতে সখা বিভীষণ এই সাতজনে মাত্ৰ মনুষ্যৰূপ লৈ শত্ৰুপক্ষৰ লগত যুদ্ধ কৰিম।"

৩৬। মহাবুদ্ধিমান প্ৰভু ৰামচন্দ্ৰই নিজ কাৰ্য্যসিদ্ধিৰ অৰ্থে বিভীষণক এইদৰে উপদেশ দি, সুবেল পৰ্ব্বতৰ তটভাগ অতি মনোহৰ দেখি, সেই পৰ্ব্বতত আৰোহণ কৰিবলৈ মন কৰিলে।

৩৭। এইদৰে মহাত্মা ৰামচন্দ্ৰই নিজ বিপুল সৈন্যৰ দ্বাৰা পৃথিৱীৰ সেই ভাগৰ সকলো ঠাই আবৃত কৰি হৃষ্টচিত্তে শত্ৰুবধ কামনা কৰি লঙ্কা অভিমুখে যাত্ৰা কৰিলে।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত সপ্তত্ৰিংশ সৰ্গ সমাপ্ত

## অষ্টত্ৰিংশ সৰ্গ

### ৰাম-লক্ষ্মণৰ সুবেল পৰ্ব্বতআৰোহণ

১—৫। সুবেল পৰ্ব্বতত আৰোহণ কৰিবলৈ ইচ্ছা কৰি লক্ষ্মণক লগত লৈ গৈ থাকোঁতে ৰামে সুগ্ৰীৱ আৰু তেওঁৰ অনুৰক্ত, মন্ত্ৰজ্ঞ আৰু কাৰ্য্যবিধিজ্ঞানসম্পন্ন ধৰ্ম্মজ্ঞ নিশাচৰ বিভীষণক অতি মধুৰ বাক্যে কবলৈ ধৰিলে, "বন্ধুসকল, আমি সকলোৱে নানাবিধ ধাতুৰে পৰিপূৰ্ণ আৰু শুভদৰ্শন এই সুবেল পৰ্ব্বতত আৰোহণ কৰি আজিৰ ৰাতিটো ইয়াতেই কটাওঁ। আৰু লগে লগে এই ৰাক্ষসৰ নিবাসভূমি লঙ্কাকো চাই লওঁ। দুৰাত্মা এই ৰাক্ষসে তাৰ মৃত্যুৰ কাৰণে মোৰ ভাৰ্য্যাক হৰণ কৰি আনিছে সি ধৰ্ম্মৰ কথা বুজি নাপালে আৰু সেইদৰে সৎকুল আৰু স্বভাৱৰো মোল নুবুজি অতি নীচ ৰাক্ষসী বুদ্ধিৰ আশ্ৰয় কৰি এই গৰ্হিত কামটো কৰিলে।"

৬—১২। তেওঁলোকৰ লগত এইদৰে আলোচনা কৰি থাকোঁতেই ৰাৱণৰ প্ৰতি ৰামৰ ক্ৰোধ জ্বলি উঠিল আৰু তাৰ পিচত পৰ্ব্বতৰ চিত্ৰ নামৰ শৃঙ্গত আৰোহণ কৰিলে। ৰামৰ পিচে পিচে শৰহাতে ধনু তুলি লৈ সমাহিতচিত্তে পৰম বিক্ৰমশীল লক্ষ্মণে খোজ ললে। মন্ত্ৰীবৰ্গ আৰু বিভীষণে সৈতে সুগ্ৰীৱো তেওঁৰ পিচে পিচে গৈ থাকিল। ক্ৰমে যি শৃঙ্গত ৰামে আৰোহণ কৰিছিল বায়ুসম বেগশীল, পৰ্ব্বতবিহাৰী বান্দৰগণো শই-শই তাত ভৰি পৰিলহি। অতি অলপ সময়ৰ ভিতৰতে চাৰিওকালে পৰ্ব্বত জুৰি বিয়পি পৰিল। তেওঁলোক সকলোৱে দেখিলে যে গগনমণ্ডলত বিৰচিত নগৰী এখনৰ নিচিনা লঙ্কা পৰ্ব্বতৰ শৃঙ্গত সংলগ্ন হৈ আছে। তেওঁলোকে দেখিলে সুপ্ৰশস্ত দ্বাৰ-সুশোভিত অতি উচ্চ প্ৰাচীৰৰ দ্বাৰা লঙ্কা পৰিবেষ্টিত। সমগ্ৰ লঙ্কা ৰাক্ষসৰ দ্বাৰা পৰিপূৰ্ণ আৰু প্ৰাচীৰৰ ওপৰত লঙ্কাৰ অৰক্ষণৰ বাবে নীলবৰ্ণবিশিষ্ট যিবোৰ ৰাক্ষস সংস্থাপিত হৈছিল তাৰেই যেন প্ৰাচীৰৰ ওপৰতে আৰু এখন প্ৰাচীৰ নিৰ্ম্মিত হৈ আছে, বান্দৰদলপতিসকলৰ তেনে যেনহে অনুমান হল। যুদ্ধৰ আকাঙ্ক্ষাৰে ৰাক্ষসবোৰ এইদৰে বৈ থকা দেখি বান্দৰবোৰে ৰামৰ সাক্ষাতে ভীষণ স্বৰে নানা প্ৰকাৰৰ তৰ্জ্জন-গৰ্জ্জন কৰি সিংহনাদ কৰিবলৈ ধৰিলে।

১৩—১৪। ঠিক এনেসময়তে আকাশমণ্ডল সন্ধ্যা ৰঙে ৰঞ্জিত কৰি সূৰ্য্যদেৱ মাৰ গল। আৰু লগে লগে পূৰ্ণচন্দ্ৰৰ শোভাৰে দীপ্তিমান ৰাত্ৰিকাল উপস্থিত হল। তেতিয়া বান্দৰসেনাবাহিনীৰ অধিপতি ৰামচন্দ্ৰই বিভীষণৰ দ্বাৰা সৎকৃত হৈ লগতে সম্বৰ্দ্ধনা জনাই লক্ষ্মণ আৰু বান্দৰদলপতিগণে সৈতে যথাসুখে ৰাতিটো তাতে কটালে।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্গত অষ্টত্ৰিংশ সৰ্গ সমাপ্ত

# একোনচত্বাৰিংশ সৰ্গ

## বান্দৰবোৰৰ দৃষ্টি-ভঙ্গীৰ পৰা লঙ্কাৰ বৰ্ণনা

১—১২। বীৰ বান্দৰদলপতিসকলে সিদিনাখনৰ ৰাতিটো সুবেল পৰ্ব্বতত কটাই লঙ্কাৰ বনউপবনসমূহৰ সৌন্দৰ্য্য উপভোগ কৰিলে। তেওঁলোকে তাৰ সমতলভূমিত দীঘলে আৰু পুতলে সুবিশাল, হিংস্ৰ পশু আদি বিহীন ৰমণীয় উপবনসমূহ দেখি আশ্চৰ্য্যান্বিত হল। তেওঁলোকে দেখিলে যে এই উপবনসমূহ চম্পক, অশোক, বকুল শাল, তাল, তমাল, পনস, নাগেশ্বৰ গছৰ শাৰী, হিন্তাল, অৰ্জ্জুন, নীল, পুষ্পিত-চতিয়ানা, তিলক, কৰ্ণিকাৰ, পাটল আদি বৃক্ষৰ দ্বাৰা চাৰিওফালে সুশোভিত; গছবোৰ পুষ্পিত লতাসমূহৰ দ্বাৰা পৰিবেষ্টিত, প্ৰত্যেকবিধ গছেই আকৌ বিচিত্ৰকুসুম ৰাশিৰে পৰিপূৰ্ণ আৰু ৰক্তাভকোমল পাতেৰে পৰিশোভিত; দেখোতে অনুমান হয় যেন ইন্দ্ৰৰ অমৰাৱতীহে তাত বিৰাজ কৰিছে। নীলাভ কোমল ঘাঁহ আৰু বিচিত্ৰ বন-ৰাজিৰ দ্বাৰা শোভিত বনসমূহত গছবোৰে সুগন্ধ ফল আৰু ফুলে ভৰপূৰ হৈ জকমকাই থাকি অলঙ্কাৰে বিভূষিত পুৰুষৰ দৰে তাৰ শোভাবৰ্দ্ধন কৰিছে। কুবেৰৰ চৈত্ৰৰথ অথবা ইন্দ্ৰৰ মনোৰথ নন্দন কাননৰ নিচিনা উপবনসমূহ, সকলো ঋতুতে উৎপন্ন ফল আৰু ফুলে পৰিপূৰ্ণ। ভ্ৰমৰকুলে তাত বিচৰণ কৰি তাৰ শোভা অধিক পৰিমাণে বঢ়াই তুলিছে। নিজৰাবিশিষ্ট বনসমূহত ডাউক, কোযষ্টিক, বক, নৃত্যৰত ময়ূৰগণ বিৰাজ কৰি আছে; কোকিলৰ মধুৰস্বৰ কাণত পৰাৰ লগে লগে সততে উন্মত্ত আন আন পক্ষীৰ ৰব আৰু ভ্ৰমৰৰ গুঞ্জন কাণত পৰিছে। এইদৰে ভ্ৰমৰৰ গুঞ্জন আৰু কুৰৰীৰ ৰাৱ-মুখৰিত বন আৰু উপবনত কামৰূপী বান্দৰবোৰে হৃষ্টচিত্তে প্ৰৱেশ কৰিলে। মহাশক্তিসম্পন্ন বান্দৰবোৰে তাত প্ৰৱেশ কৰাৰ লগে লগে প্ৰাণ-বায়ুসম ধীৰ সুশীতল বায়ু পুষ্পৰ গোন্ধৰ লগত সংমিশ্ৰিত হৈ সুগন্ধ বিতৰণ কৰি তাত বলিবলৈ ধৰিলে।

১৩—২৩। ইতিমধ্যে বান্দৰদলপতিসকলৰ কিছুমানে তেওঁলোকৰ দলৰপৰা ওলাই আহি সুগ্ৰীৱৰ আদেশ অনুসৰি পতাকাৰে সুশোভিত লঙ্কাত প্ৰৱেশ কৰিলে। প্ৰৱেশ কৰিয়ে ভীষণ গৰ্জ্জনশীল বান্দৰবৰ্গই তাত থকা পশু-পক্ষীবোৰক সন্ত্ৰস্ত আৰু বিব্ৰত কৰি তুলিলে, তেওঁলোকৰ সিংহনাদত লঙ্কা কঁপি উঠিল; বেগৰ জোৰত মহীতল আতুৰ হল আৰু পদাঘাতজাত ধূলি ওপৰলৈ উঠি আকাশ ব্যাপি পৰিল।

সেই শব্দতে বনত থকা সিংহ, ভালুক, মহিষ, হাতী, মৃগ আৰু পক্ষীকুল সন্ত্ৰস্ত হৈ দশোদিশে পলাবলৈ ধৰিলে। বান্দৰবোৰে দেখিলে ত্ৰিকুট পৰ্ব্বতৰ এটা অতি উচ্চ শৃঙ্গই আকাশ স্পৰ্শ কৰিহে তাত বিৰাজ কৰিছে ; এই শৃঙ্গ দেখাত সুবৰ্ণসদৃশ আৰু তাৰ চাৰিওকালৰ পুষ্পৰাশিৰে সমাচ্ছন্ন; শ যোজন বিস্তৃত এই শৃঙ্গ দেখাত অতি মনোহৰ, সুশ্ৰীসম্পন্ন আৰু অতি বৃহৎ; ই ইমান ওখ যে চৰাইয়েও তাক সহজে ঢুকি নাপায়, তাত আৰোহণ কৰাৰ কথা মনৰো অগোচৰ, কামৰ দ্বাৰাতো তেনেই অসম্ভৱ; সুচ্চ এই শৃঙ্গৰ ওপৰত ৰাৱণৰক্ষিত লঙ্কা অৱস্থিত। এই শৃঙ্গ দীঘলে বিংশতি যোজন আৰু বহলে দহ যোজন; শুভ্ৰমেঘমালাসদৃশ অতি ওখ ৰাজদ্বাৰ আৰু সোণ আৰু ৰূপৰ প্ৰাচীৰে তাক অলঙ্কৃত কৰিছে। গ্ৰীষ্মকাল অতীত হোৱাত মেঘবিযুক্ত বিষ্ণুপাদৰ আকাশত যেনে শোভা হয়, সুন্দৰ সুন্দৰ প্ৰাসাদ আৰু বিমানসদৃশ অট্টালিকাৰে বিভূষিত এই লঙ্কানগৰীৰো শোভা তেনেদৰে প্ৰকাশ পাইছিল। লঙ্কাৰ ভিতৰত যি ৰাজপ্ৰাসাদ অৱস্থিত, হাজাৰ স্তম্ভে তাক অলঙ্কৃত কৰি ৰাখিছিল, ই দেখাত কৈলাশশৃঙ্গসদৃশ আৰু আকাশ ভেদ কৰিহে যেন তাত বিৰাজ কৰিছে এনে অনুমান হৈছিল। ৰাক্ষসেন্দ্ৰ ৰাৱণৰ এই আলয়েই আছিল লঙ্কা নগৰীৰ ভূষণ স্বৰূপ; সুসজ্জিত ৰাক্ষসে তাক সদায় ৰক্ষা কৰি আছিল।

২৪—২৬। পৰ্ব্বত, নানাবিধ ধাতু, বিচিত্ৰ উদ্যানেৰে পাৰিশোভিত, নানা বিহগ-ৰবে মুখৰিত, পণ্ডগনাণীযেৰিত, বিবিধ পুষ্পৰাশিৰে পৰিপূৰ্ণ, অসংখ্য ৰাক্ষসৰ আশ্ৰয় স্থল, অশেষশ্ৰীসম্পন্ন স্বৰ্গসম সমৃদ্ধিশালী, মনোমোহা লঙ্কানগৰী দেখি লক্ষ্মণাগ্ৰজ মহাবীৰ্য্যশালী শ্ৰীৰামচন্দ্ৰ পৰম বিস্মিত হল।

২৭। এইদৰে নানাৰত্নে পৰিপূৰ্ণ, সকলোপিনে সুন্দৰৰূপে পাৰিপাট্যযুক্ত সুদৃঢ় কপাটবিশিষ্ট লঙ্কানগৰী সুবৃহৎ বান্দৰসৈন্যবাহিনীৰ সৈতে প্ৰভু ৰামচন্দ্ৰৰ চকুত পৰিল।

**ইতি যুদ্ধকাণ্ডৰ অন্তৰ্গত একোনচত্বাৰিংশ সৰ্গ সমাপ্ত**

# চত্বাৰিংশ সৰ্গ

## সুগ্ৰীৱ আৰু ৰাৱণৰ আকস্মিক সংঘৰ্ষ

১—৬। তাৰ পিচত ৰামচন্দ্ৰই বান্দৰদল সমন্বিতে সুগ্ৰীৱক লগত লৈ সুবেল পৰ্ব্বতৰ দুই যোজন বিস্তৃত শৃঙ্গত আৰোহণ কৰিলে। মুহূৰ্ত্তকাল তাত থিয় দি চাৰিওফালে চকু ফুৰাই চাওঁতে ত্ৰিকুট পৰ্ব্বতৰ ওপৰত অৱস্থিত বিশ্বকৰ্ম্মা-নিৰ্ম্মিত লঙ্কা তেওঁৰ চকুত পৰিল। ৰমণীয় কাননে উপশোভিত সুপৰিস্থিত লঙ্কাৰ পিনে চাই থাকোঁতে নগৰৰ উচ্চদ্বাৰদেশত দুৰ্দ্ধৰ্ষ বীৰ ৰাক্ষসেন্দ্ৰ ৰাৱণক তেওঁ দেখা পালে। তেওঁ দেখিলে যে ৰাৱণৰ মূৰত বিজয়ী ছত্ৰই শোভা পাইছে, দুয়োপিনে শ্বেত চামৰে তেওঁক ব্যজন কৰিছে; তেওঁৰ সৰ্ব্ব শৰীৰ ৰক্তচন্দনেৰে অনুলিপ্ত, পিন্ধনৰ অলঙ্কাৰো ৰক্তবৰ্ণৰ; তেওঁৰ শৰীৰৰ বৰণ নীলমেঘসদৃশ; সোণখটোৱা বস্ত্ৰেৰে আবৃত; তেওঁৰ বক্ষঃস্থলত ঐৰাৱতৰ সুতীক্ষ্ণ দন্তাঘাতৰ চিহ্ন; ৰক্তবস্ত্ৰে আবৃত হোৱাৰ কাৰণে তেওঁৰ শৰীৰৰ কান্তিয়ে শহাপহুৰ তেজৰ নিচিনা ৰূপ ধাৰণ কৰাত সন্ধ্যাকালত সূৰ্য্যৰশ্মিৰ সংযোগত আকাশত থকা মেঘৰাশিৰ যেনে শোভা হয় ৰাৱণৰো শোভা তেনে হৈছিল।

৭—২৬। ৰামচন্দ্ৰ আৰু মুখ্য মুখ্য বান্দৰগণে এইদৰে চাই থাকোঁতে সুগ্ৰীৱে ৰাৱণক দেখা পাই ঘপকৰে থিয় দিলে আৰু খঙৰ কোবত তেজ আৰু বল উত্তেজিত হোৱাত পৰ্ব্বতশৃঙ্গৰপৰা যি ঠাইত ৰাৱণ বৈ আছিল সেই গোপুৰ* স্থানলৈ জাপ দিলে, তাত অলপ সময় বৈ থাকি মনৰ ভিতৰতে গমি চাই নিৰ্ভীকচিত্তে সেই ৰাক্ষসক তৃণবৎ জ্ঞান কৰি কৰ্কশবাক্যে কৰলৈ ধৰিলে, "ৰাক্ষস, মই লোকনাথ ৰাঘৱৰ সখা আৰু দাস; পৃথিৱীৰ অধীশ্বৰ সেই ৰামচন্দ্ৰৰ তেজোবলে বলীয়ান মোৰ হাতৰপৰা আজি তোৰ ৰক্ষা নাই।" এই বুলি কৈয়ে ঘপ্‌কৰে লাফ দি ৰাক্ষসৰ ওপৰত পৰিল আৰু তেওঁৰ বিচিত্ৰ মুকুট টানি অনি মাটিত পেলাই দিলে। দ্ৰুতগতিৰে সুগ্ৰীৱ এইদৰে আহি উপস্থিত হোৱা দেখি নিশাচৰ ৰাৱণে তেওঁক কলে, "সুগ্ৰীৱ, (শোভন ভঙ্গিবিশিষ্ট বীৰ) চাই থাকোঁতে থাকোঁতে তই মোৰ হাতত আজি গ্ৰীৱাশূন্য (কবন্ধ) হবি।" এই বুলি কৈয়ে ৰাৱণে থিয় দি দুই হাতেৰে খামোচ মাৰি ধৰি সুগ্ৰীৱক পেলাই দিলে। লগতে সুগ্ৰীৱেও কন্দুকৰ** দৰে লাফ দি উঠি দুই হাতেৰে ৰাৱণক তললৈ পেলাই দিলে। তেতিয়া দুয়োৰো ভিতৰত ভীষণ টনা-আজোৰা

*গোপুৰ সিংহদ্বাৰ, প্ৰাচীৰৰ প্ৰধান দ্বাৰদেশ

**গোলাকাৰ "বলৰ" সদৃশ বস্তু। ঢোপ

আৰম্ভ হ'ল; জোটাপোটিৰ ভিতৰত কাৰো শৰীৰত তত নাই, উত্তৰাৰে শৰীৰ ঘৰ্মাক্ত আৰু তেজেৰে ৰাঙলী হোৱাত দুয়ো দেখিবলৈ দুটা শিমলু গছৰ ফুলৰ নিচিনা হ'ল। হাতৰ থোচা, কিল, চাপৰ নখাঘাতত মহাবলশালী বান্দৰৰাজ আৰু বান্দৰৰাজৰ ভিতৰত ঘোৰতৰ সংগ্ৰাম আৰম্ভ হ'ল। উভয়ে মহাবেগশালী, ইজনে সিজনক এবাৰ ওপৰলৈ তুলি আকৌ মাটিত পেলাই, সময়ত তললৈ নামি ভৰিৰে লঠিয়াই গোপুৰ স্থানতে যুঁজিবলৈ ধৰিলে। যিমানে পাৰে ইজনে সিজনৰ শৰীৰত আঘাত কৰি সময়ত এৰা-এৰি হৈ, প্ৰাচীৰসংলগ্ন খালত বগৰাই আকৌ তাৰপৰা উঠি মাটিৰ ওপৰত ক্ষণিক কাল স্তম্ভিত থাকি পুনঃ যুদ্ধত প্ৰবৃত্ত হ'বলৈ ধৰিলে। উভয়ে শ্ৰান্ত হৈ দীঘল দীঘল কৈ উশাহ লব ধৰিলে। দুয়োজন বীৰেই সুনিপুণ যোদ্ধা, পৰস্পৰে পৰস্পৰক বাহুৰে আকোঁৱালি ধৰি ঘূৰি ঘূৰি যুঁজিবলৈ ধৰিলে। সময়ত ভীষণ দন্তবিশিষ্ট সিংহ অথবা ব্যাঘ্ৰসদৃশ, সময়ত পোৱালি হাতীৰ নিচিনা পৰস্পৰে পৰস্পৰক সাবটি ধৰি কেতিয়াবা আঘাত আৰু কেতিয়াবা হেচা-ঠেলা কৰোঁতে উভয়ে একেলগে মাটিত বাগৰি পৰিল। এইদৰে নানা যুদ্ধকৌশল অবলম্বন কৰি এবাৰ ওপৰলৈ তুলি আৰু আকৌ তললৈ পেলাই দি দুয়োজনে যুদ্ধত প্ৰবৃত্ত হ'ল। যুঁজ-বাগৰ কৰি যুদ্ধ কৌশলত সুনিপুণ আৰু বলশালী, বীৰযুগলৰ কোনোজনে বেগেতে ক্লান্তি অনুভৱ নকৰিলে। মত্তমাতঙ্গ সদৃশ দুয়োজনে তেওঁলোকৰ হাতীৰ শুড় যেন বাহুযুগলৰ দ্বাৰা পৰস্পৰে পৰস্পৰক এৰাই মণ্ডলাকাৰে ঘূৰি যুদ্ধত প্ৰবৃত্ত হ'ল। দুটা মেকুৰীয়ে ভক্ষ্যবস্তু সম্মুখত থৈ ইটোৱে সিটোক বধ কৰাৰ উদ্দেশ্যে যিদৰে বৈ থাকে, বাৱণ আৰু সুগ্ৰীৱ এই দুয়ো বীৰেও তদৱস্থা প্ৰাপ্ত হৈ বৈ থাকিল। সময়ত বিচিত্ৰ মণ্ডলাকাৰ, সময়ত বিভিন্ন স্থানক আশ্ৰয় কৰি, সময়ত গোমূত্ৰগতি, * সময়ত গত-প্ৰত্যাগত ভাব, কেতিয়াবা তিৰ্য্যক্‌গতি, কেতিয়াবা বক্ৰগতি, কেতিয়াবা প্ৰহাৰ এৰাই, আকৌ কেতিয়াবা ইটোৱে সিটোৰ প্ৰতি খেদা-খেদি কৰি, সময়ত দ্ৰুতপদে খেদি গৈ আৰু পিচ মুহূৰ্ত্ততে ধীৰে ধীৰে ওচৰ চাপি, সময়ত দুয়ো দুইকো ধৰি, কেতিয়াবা বা পিচলৈ হুহকি, আকৌ সময়ত একলীয়াকৈ আগ বাঢ়ি, সময়ত আঠুত ধৰি আক্ৰমণ কৰিবলৈ বুলি তললৈ হালি, কেতিয়াবা পাদপ্ৰহাৰৰ উদ্দেশ্যে ভৰি তুলি, সময়ত বুকুত হাত বান্ধি, সময়ত হাত মেলি বন্দযুদ্ধক নানান কৌশল খুৱাই বান্দৰৰাজ সুগ্ৰীৱ আৰু বাৱণে সেই ঠাইত ঘূৰি ফুৰিবলৈ ধৰিলে।

২৭—৩০। ঠিক এনে সময়তে ৰক্ষৰাজে বান্দৰাধিপতি সুগ্ৰীৱৰ বলৰ মহিমাৰ গম পাই তেওঁক হাতলগাবা বন্দা পাৰলৈ মায়াবলৰ সহায় লবলৈ উপক্ৰম কৰিলে।

* গোমূত্ৰধাৰাৰ দৰে এঁকা-বেঁকা গতি

ৰাৱণৰ তেনে মনোভাৱ বুজিব পাৰি সুগ্ৰীৱে তৎক্ষণাৎ জাপ দি আকাশত উঠিল, আনপিনে ৰাৱণে একো উৱাদিহ নাপাই তাতেই থিয় দি থাকিল। ৰাৱণক এইদৰে প্ৰবঞ্চিত কৰি সূৰ্য্যনন্দন সুগ্ৰীৱে যুদ্ধত সুখ্যাতি লাভ কৰি সুবিশাল গগনমাৰ্গ অতিক্ৰম কৰিলে আৰু বান্দৰ সৈন্যবোৰৰ মাজত ৰামৰ ওচৰত উপস্থিত হলহি। এইদৰে কাম সমাধা কৰি হৃষ্টচিত্তে বায়ুসম গতি লৈ হৰিৰাজ সূৰ্য্যতনয় সুগ্ৰীৱ তাত উপস্থিত হোৱাত ৰঘুবৰ ৰাজকুমাৰ ৰাঘৱৰ মনত যুদ্ধৰ বিষয়ে উত্তম বাঢ়ি উঠিল আৰু বান্দৰদলপতিসকলেও সুগ্ৰীৱক প্ৰচুৰ পৰিমাণে সংবৰ্দ্ধনা জনালে।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত চত্বাৰিংশ সৰ্গ সমাপ্ত

## একচত্বাৰিংশ সৰ্গ

### দূতৰূপে ৰাৱণৰ গুৰিলৈ অঙ্গদক প্ৰেৰণ

১—৭। লক্ষ্মণাগ্ৰজ ৰামচন্দ্ৰই সুগ্ৰীৱৰ গাত যুদ্ধৰ চিহ্ন দেখি তেওঁক হাতেৰে সাবট মাৰি ধৰি কবলৈ ধৰিলে, "বন্ধুবৰ, আপুনি মোৰ লগত কোনো যুক্তি-পৰামৰ্শ নকৰাকৈ এনেবিধৰ দুঃসাহসৰ কাম কৰিলে, এইটো কিন্তু ভাল হোৱা নাই; ৰজা-সকলৰ পক্ষে এনেবিধৰ দুঃসাহসৰ কামত লিপ্ত হোৱাটো যুক্তিসঙ্গত নহয়। হে সাহসপ্ৰিয়, আপুনি এই সৈন্যদল, বিভীষণ আৰু মোক সংশয়পূৰ্ণ অৱস্থাত পেলাই এনেবিধৰ দুঃসাহসৰ এটা কামত প্ৰবৃত্ত হৈছিল। হে অৰিন্দম, পুনৰাই যেন এনে কামত প্ৰবৃত্ত নহয়, কিয়নো যদিহে আপোনাৰ কোনো প্ৰকাৰৰ বিপত্তি হয়, তেন্তে সীতাক উদ্ধাৰ কৰাৰপৰা মোৰ কি লাভ হব? তেতিয়াহলে হে শত্ৰুহন্তা, মহাবাহু ভৰত, কনিষ্ঠ লক্ষ্মণ, শত্ৰুঘ্ন অথবা মোৰ এই জীৱনৰেই বা প্ৰয়োজন কি? মই জানো আপুনি ইন্দ্ৰ বা বৰুণসম পৰাক্ৰমশীল, তথাপি আপুনি উভতি নহাৰ কাৰণে মই মনে মনে স্থিৰ কৰিছিলো যে পুত্ৰ আৰু বলবাহিনীৰে সৈতে ৰাৱণক বধ কৰাৰ পিচত বিভীষণক লঙ্কাৰাজ্যত অভিষিক্ত কৰি ৰাজ্যভাৰ ভৰতৰ হাতত সঁপি দি মই মোৰ নিজ শৰীৰ পৰিত্যাগ কৰিম।"

৮—২২। ৰামে এইদৰে কোৱাত সুগ্ৰীৱে কলে, "হে ৰাঘৱ, মই মোৰ বলবীৰ্য্যৰ কথা নিজে অবগত হৈ, আপোনাৰ ভাৰ্য্যাপহৰণকাৰী ৰাৱণক চকুৰ আগত দেখা পাই

কিৰূপে সহ্য কৰি থাকোঁ ?" ধীৰ সুগ্ৰীৱে এইদৰে কোৱা শুনি ৰাঘৱ ৰামচন্দ্ৰই তেওঁক অভিনন্দন জনাই লক্ষ্মীবান লক্ষ্মণক সম্বোধন কৰি কবলৈ ধৰিলে, "লক্ষ্মণ, সুশীতল পানী আৰু ফল-মূলযুক্ত বনভাগক আশ্ৰয় কৰি, ব্যূহাকাৰে সৈন্য বিভাগ স্থাপন কৰি অৱস্থান কৰোঁ আহাঁ। লোকক্ষয়কৰ ভীষণ ভয়ৰ কাৰণবোৰ সম্মুখত উপস্থিত হৈছে। ঋক্ষ, বান্দৰ আৰু ৰাক্ষসবোৰৰ বিনাশ সম্মুখত। প্ৰবল বেগে বতাহ ববলৈ ধৰিছে, বসুন্ধৰা কঁপি উঠিছে। পৰ্ব্বতৰ জোকাৰণিৰ লগে লগে শৃঙ্গসমূহ লৰি উঠিছে। মেঘসমূহে হিংস্ৰজন্তুসদৃশ ৰূপ লৈ ভীষণৰৱে গৰ্জ্জন কৰিবলৈ ধৰিছে আৰু ক্ৰূৰমূৰ্ত্তি ধাৰণ কৰি শোণিতমিশ্ৰিত জলৰাশি বৰষিব ধৰিছে। চোৱাঁ, ৰক্তচন্দনসদৃশ সন্ধ্যাকালে কেনে ভীষণ উগ্ৰমূৰ্ত্তি ধাৰণ কৰিছে, অনুমান হয় যেন সূৰ্য্যৰপৰা প্ৰজ্ব-লিত অগ্নিমণ্ডলহে নামি আহিছে। অশুভ লক্ষণযুক্ত হিংস্ৰ পশু-পক্ষীসকলে সূৰ্য্যৰ পিনে চাই কাতৰ আৰু ভগ্নস্বৰে চীৎকাৰ কৰিবলৈ ধৰিছে। নিশা চন্দ্ৰৰ কিৰণেও অশুভ লক্ষণ প্ৰকাশ কৰি প্ৰাণীগণৰ মনত উদ্বেগৰ ভাব জন্মাইছে। চন্দ্ৰমণ্ডলৰ কাষত কৃষ্ণ আৰু ৰক্তবৰ্ণ প্ৰকাশ পাইছে, দেখোঁতে অনুমান হয় যেন লোকসমূ-হৰ প্ৰলয় কাল হে উপস্থিত হৈছে। সূৰ্য্যমণ্ডলৰ ৰূপো সেইদৰে হ্ৰস্ব, ৰুক্ষ, অপ্ৰশস্ত আৰু ঘোৰ ৰক্তবৰ্ণ যেন দেখাইছে ; আৰু মাজে মাজে নীলবৰ্ণৰ চিহ্নও তাত দেখা গৈছে। অনুমান হয় নক্ষত্ৰমণ্ডলেও যেন সিহঁতৰ পূৰ্ব্বৰ গতি সংৰক্ষণ কৰিব পৰা নাই ; লক্ষ্মণ, এই সকলো দুৰ্লক্ষণে কৈ দিছে যে প্ৰলয়কাল উপস্থিত। চোৱাঁ, কাউৰী, শেনপখী আৰু শগুণবোৰ তললৈ নামি আহি মাটিত পৰিবলৈ ধৰিছে, শিয়ালবোৰে সিহঁতৰ অশুভ উচ্চৈঃস্বৰে চীৎকাৰ কৰিছে। এই সকলৰ ফলত শিল, শূল, আৰু খড়্গ উন্মুক্ত কৰি বান্দৰ আৰু ৰাক্ষসবোৰ ঘোৰতৰ যুদ্ধত প্ৰবৃত্ত হব আৰু পৃথিবী মাংস আৰু শোণিতপূৰ্ণ বোকাৰে ভৰি পৰিব। এতেকে হে লক্ষ্মণ, ক্ষিপ্ৰতাৰে সৈতে আজিয়েই আমি বান্দৰসৈন্যৰ দ্বাৰা পৰিবৃত হৈ ৰাৱণপালিত দুৰ্দ্ধৰ্ষ লঙ্কাপুৰিলৈ যাত্ৰা কৰিম।"

২৩—৪৪। লক্ষ্মণাগ্ৰজ মহাবলশালী বীৰ ৰামচন্দ্ৰই এনেদৰে কৈ উঠি পৰ্ব্বতশৃঙ্গৰ-পৰা ততালিকে নামি পৰিল। তললৈ আহি ধৰ্ম্মাত্মা ৰামে শত্ৰুপক্ষৰ অজেয় নিজ বান্দৰ সৈন্যবাহিনী পৰ্য্যবেক্ষণ কৰিলে আৰু কপিৰাজ সুগ্ৰীৱে সৈতে যুদ্ধৰ কাৰণে সাজু হৈ সময়ৰ মোল বুজি উপযুক্ত সময়ত সেনাগণক যুদ্ধৰ কাৰণে প্ৰস্তুত হবলৈ আদেশ দিলে। তাৰ পিচত মহাবাহু ৰামে হাতত ধনু লৈ বৃহৎ সেনাদলৰ দ্বাৰা পৰিবৃত হৈ নগৰত প্ৰৱেশ কৰাৰ উদ্দেশ্যে লঙ্কাৰ অভিমুখে যাত্ৰা কৰিলে। সুগ্ৰীৱ, বিভীষণ, হনুমান, ঋক্ষৰাজ জাম্ববান, নল, নীল আৰু লক্ষ্মণে তেওঁৰ পিচে

পিছে খোজ ললে আৰু তেওঁলোকৰ পিচে পিচে বান্দৰ আৰু ভালুকৰ সৈন্যদলে সমগ্র পৃথিৱী আগুৰি ৰামৰ অনুগামী হল। মত্তমাতঙ্গসদৃশ শত্রুবিনাশক বান্দৰ-বোৰৰ হাতে হাতে শিল, শৃঙ্গ,সুবৃহৎ বৃক্ষৰাজি। এইদৰে শত্রুদমনকাৰী ৰাম আৰু লক্ষ্মণ ভ্রাতৃযুগল ৰাৱণৰ লঙ্কাৰ দ্বাৰদেশত উপস্থিত হল। তেওঁলোকে দেখিলে লঙ্কাৰ চাৰিওফালে পতাকাৰাজি উড্ডীয়মান, নগৰী বন-উপবনে সুশোভিতা, বিচিত্র প্রাচীৰ-সমূহে তাক চাৰিওফালে আবৃত কৰি ৰাখিছে, মাজে মাজে উচ্চ তোৰণসমূহ বিৰাজ কৰিছে, এতেকে আনে সহজে তাত প্রবেশ কৰিব নোৱাৰে। ৰামৰ আদৈশমতে বনবিহাৰী বান্দৰবোৰে দেবতাগণৰো দুৰ্দ্ধৰ্ষা এনেহেন লঙ্কানগৰীকো আক্র-মণ কৰিবলৈ সাজু হল। লঙ্কাৰ উত্তৰ দিশৰ যিখন দুৱাৰ, সি পৰ্ব্বতশৃঙ্গসদৃশ ওখ; ধনুৰ্দ্ধাৰী ৰামচন্দ্রই তেওঁৰ ভ্রাতা লক্ষ্মণে সৈতে সেই দ্বাৰদেশ অৱৰোধ কৰিলে। স্বয়ং ৰাৱণ এই দ্বাৰদেশত উপস্থিত, এতেকে ৰামভিন্ন আনে আক্রমণ কৰিবলৈ সমর্থ নহব, ইয়াকে ভাবি দশৰথাত্মজ ৰামে লক্ষ্মণক লগত লৈ এই দুৱাৰ ৰক্ষা কৰি লঙ্কা অৱৰোধ কৰিলে। বৰুণে যিদৰে সমুদ্র ৰক্ষা কৰি থাকে ৰাৱণেও চাৰিওফালে অস্ত্রে-শস্ত্রে সুসজ্জিত ভীমাকৃতি ৰাক্ষসবোৰক সংস্থাপিত কৰি লঙ্কানগৰী সেইদৰে ৰক্ষা কৰি আছে। দানৱ-ৰক্ষিত পাতালপুৰ যিদৰে ভয়াবহ, ৰাক্ষসবোৰৰ দ্বাৰা সুৰক্ষিত লঙ্কা নগৰী তদনুৰূপ, তাৰ অৱৰক্ষণৰ পিনে চাই দুৰ্ব্বলজনৰ মনত এনেয়ে ভয়ৰ সঞ্চাৰ হয়। ৰামচন্দ্রই দেখিলে যে চাৰিওফালে যোদ্ধৃগণৰ বাবে অস্ত্র-শস্ত্র আৰু নানাতৰহৰ কবচ সুন্দৰভাবে সজাই থোৱা আছে। মৈন্দ আৰু দ্বিবিদে সৈতে সেনাপতি বীৰ্য্যবান নীলে পূৰ্ব্ব দ্বাৰ অৱৰোধ কৰিলে আৰু সেইদৰে মহাবলশালী অঙ্গদে দক্ষিণ দুৱাৰ আৰু ঋষভ, গবাক্ষ, গজ আৰু গবয় লৈ বলবান বান্দৰ হনুমানে প্রজঙ্ঘ, তৰস আৰু আন আন বীৰগণৰ লগত মিলিত হৈ পশ্চিম দুৱাৰ অৱৰোধ কৰিলে। উত্তৰ আৰু পশ্চিম দিশৰ মজভাগত স্বয়ং সুগ্ৰীৱ উপস্থিত থাকিল। তেওঁৰ লগত গৰুড় আৰু পবনসম বেগশালী অসংখ্য মুখ্য মুখ্য বান্দৰ। এইদৰে ছয়ত্রিশ কোটি খ্যাতনামা বান্দৰে লঙ্কা অৱৰোধ কৰি সুগ্ৰীৱৰ লগতে থকিল। ৰামৰ নির্দ্দেশমতে বিভীষণে সৈতে লক্ষ্মণে প্রত্যেক দুৱাৰতে কোটি কোটি বান্দৰ সংস্থাপিত কৰিলে। ৰামৰ ঠিক পিচতে বহু সৈন্য লগত লৈ জাম্ববানে সৈতে সুষেণ বৈ থাকিল। এইদৰে বান্দৰ নিচিনা তীক্ষ্ণ দন্তবিশিষ্ট বান্দৰ বীৰসকল শিল, গছ, আদিৰে সুসজ্জিত হৈ হৃষ্টচিত্তে যুদ্ধৰ কাৰণে সাজু হল।

৪৬অধ্যায়৩। যুদ্ধৰ নামত উল্লাসিত আৰু শক্তিতে উত্তেজিত হৈ থকাৰ কাৰণে বান্দৰবোৰৰ নেজ, মুখ আৰু শৰীৰে বিচিত্রাকাৰ বিকৃত ৰূপ ধাৰণ কৰিলে। নখ

আৰু দাঁতেই তেওঁলোকৰ অস্ত্ৰ। কিছুমানৰ শৰীৰৰ বল দহটা হাতীৰ সমান, কাৰো বা শ আৰু কাৰো হাজাৰ হাতীৰ সমান। কিছুমানৰ বা এক্কোটা হাতীৰ পালৰ সমান বল আৰু কিছুমানৰ আকৌ তাতকৈও দহগুণ বেছি। মুঠতে তাত থিবোৰ বান্দৰ আছিল সিহঁতৰ প্ৰত্যেকৰে শক্তিৰ সীমা নাই। কোনো উৎপাতৰ সময়ত পতঙ্গৰ সমাগম হ'বলৈ যিদৰে অদ্ভুত আৰু বৈচিত্ৰপূৰ্ণ হয়, এনেহেন শক্তি-সম্পন্ন বান্দৰগণৰ সমাগমো সেইদৰে অদ্ভুত আৰু বিচিত্ৰ্য ধৰণৰ হৈছিল। আকাশ আণ্ডৰি ধৰাৰ নিচিনা তেওঁলোকে ধৰাতল আবৃত কৰি লঙ্কাক বেছি ধৰিলে; ইয়াৰ উপৰিও যুদ্ধৰ কাৰণে উদ্যত হৈ শই শই হাজাৰে হাজাৰে বান্দৰ আৰু ভালুকৰ সৈন্যদল চাৰিওকালৰপৰা অহি লঙ্কাত উপস্থিত হ'ল। সমগ্ৰ ত্ৰিকূট পৰ্ব্বত ব্যাপি হাতত গছ-গছনি লৈ হাজাৰে হাজাৰে অযুতে অযুতে মহাবলশালী বান্দৰবোৰে লঙ্কাক এনেদৰে বেঢ়ি ধৰিলে যে বতাহ পৰ্য্যন্ত তাত প্ৰবেশ কৰিব নোৱৰা হ'ল।

৫৪—৫৭। ইন্দ্ৰতুল্য পৰাক্ৰমশীল মেঘবৰ্ণ বান্দৰবোৰে হঠাতে উপস্থিত হৈ লঙ্কাক এইদৰে আক্ৰমণ কৰিবলৈ ধৰা দেখি ৰাক্ষসবোৰ বিস্ময়ান্বিত হ'ল। সমুদ্ৰ তল ওপৰ হোৱাৰ সময়ত পানীৰ উথল-মাথলত যেনে শব্দ হয় বান্দৰসৈন্যৰ চলাচলত লঙ্কাতো তেনে ধৰণৰ ভৈৰৱ শব্দ উপস্থিত হ'ল। শব্দৰ ধ্বনিত, প্ৰাচীৰ, তোৰণ আৰু শৈল-কাননে সৈতে লঙ্কা কঁপি উঠিল। সেই সময়ত ৰাম আৰু লক্ষ্মণৰ দ্বাৰা সংৰক্ষিত সুগ্ৰীৱপালিত সৈন্য বাহিনী এনেধৰণৰ দুৰ্দ্ধৰ্ষ হৈ উঠিল যে দেৱতাগণেও তাক আক্ৰমণ কৰিব নোৱৰা হ'ল।

৫৮--৭২। ৰাক্ষস-নিধনৰ বাবে নিজৰ সৈন্যবাহিনী এইদৰে সংস্থাপিত কৰি ৰাঘৱ ৰামে ইয়াৰ পিচত কৰিব লগীয়া যি যি কাম হব পাৰে সেই বিষয়ে মন্ত্ৰীবৰ্গৰ লগত পুনঃ পুনঃ মন্ত্ৰণা কৰি কাৰ্য্যপদ্ধতি স্থিৰ কৰিলে। সাম, দান, ভেদ, দণ্ড এই চাৰিওটা নীতিৰে মূল তত্ত্বজ্ঞ ৰামে ৰাজধৰ্ম্ম অনুসৰি প্ৰথম তিনিটা নীতি ব্যৰ্থ হোৱাৰ পিচতহে দণ্ড নীতি প্ৰযোজ্য—ইয়াকে স্থিৰ কৰি বিভীষণৰ অনুমতিক্ৰমে বালীপুত্ৰ অঙ্গদক মাতি ক'লে, "সৌম্য অঙ্গদ, তুমি দশগ্ৰীৱ ৰাৱণৰ ওচৰলৈ গৈ মোৰ কথামতে তেওঁক কবাগৈ 'হে নিশাচৰ, সমুদ্ৰ পাৰ হৈ নিভঁয়ে লঙ্কাত উপনীত হৈছো আৰু সকলো প্ৰকাৰৰ শাৰীৰিক শ্ৰমৰপৰা মুক্তি লাভ কৰি লঙ্কা অৱৰোধ কৰিছো। বৰ্ত্তমানে তুমি শ্ৰী, ঐশ্বৰ্য্য আৰু চৈতন্যবিহীন হৈ মৃতপ্ৰায় অৱস্থাত। ইমানদিনে তুমি অহঙ্কাৰ আৰু মোহৰ অভিভূত হৈ ঋষিকুল, দেৱতাবৰ্গ, গন্ধৰ্ব্ব, অপ্সৰা, নাগ, যক্ষ আৰু ৰাজন্যবৰ্গৰ ওচৰত যি যি পাপ আচৰণ কৰিছা তাৰ

ফলস্বৰূপে, হে ৰাক্ষস, স্বয়ম্ভু ব্ৰহ্মাৰপৰা লব্ধ বৰৰপৰা হোৱা তোমাৰ দৰ্প নষ্ট হৈছে। মোৰ ভাৰ্য্যাক অপহৰণ কৰি তুমি মোৰ মনত যি কষ্ট দিছা তাৰ পোতক তুলিবলৈ উপযুক্ত পৰিমিত দণ্ড বিহাৰ উদ্দেশ্যে মই তোমাৰ লঙ্কাৰ দুৱাৰ মুখত উপস্থিত হৈছোঁ। যদি তুমি স্থিৰ চিত্তে মোৰ লগত যুদ্ধত প্ৰবৃত্ত হোৱাঁ তেন্তে, হে ৰাক্ষস, তুমি মৃত্যুৰ পিচতো দেৱতা, মহৰ্ষি আৰু ৰাজৰ্ষিসকলৰ গতি প্ৰাপ্ত হবা।* আৰু কবা, হে ৰাক্ষসাধম, তুমি যি বল আৰু মায়াক আশ্ৰয় কৰি মোক প্ৰৱঞ্চনা কৰি সীতাক হৰণ কৰি আনিছা তোমাৰ সেই বল আৰু মায়াৰ শক্তি এতিয়া দেখুওৱা। মই নিশ্চয়কৈ কৈছোঁ যদিহে মৈথিলীক আনি মোৰ ওচৰত প্ৰত্যৰ্পণ নকৰাঁ তেন্তে তীক্ষ্ণ শৰ সমূহৰ দ্বাৰাএই ত্ৰিভুৱন ৰাক্ষসবিহীন কৰিম। তোমাৰ ভ্ৰাতা ধৰ্ম্মাত্মা ৰাক্ষসপ্ৰবৰ বিভীষণ মোৰ ওচৰ চাপিছে। নিষ্কণ্টক হৈ তেওঁৱেই লঙ্কাৰ সকলো ঐশ্বৰ্য্যৰ অধিকাৰী হব, এইটো ধ্ৰুৱ। তুমি পাপাত্মা আৰু অজিতেন্দ্ৰিয়, এতেকে অধৰ্ম্মত থাকি মূৰ্খ ৰাক্ষসবোৰৰ সহায়ত এই ৰাজ্য উপভোগ কৰাৰ অধিকাৰ তোমাৰ নাই। এতেকে হে ৰাক্ষস, তুমি বীৰত্বক আশ্ৰয় কৰি ধৈৰ্য্য সহকাৰে মোৰ লগত যুদ্ধ কৰা; যুদ্ধত মোৰ শৰৰ কোবত শান্ত হলেহে তুমি শান্তি লাভ কৰিব পাৰিবা। অঙ্গদ, তুমি আৰু কবা, হে নিশাচৰ, যদি তুমি চৰাইৰ ৰূপ ধৰি তিনিও ভুৱনতে প্ৰবেশ কৰা তথাপি মোৰ চকুৰ আঁতৰ হৈ তুমি জীয়াই থাকিব নোৱাৰিবা। তোমাৰ হিত বিচাৰি মই কৈছো, তুমি জীয়াই থকা অৱস্থাতে তোমাৰ ঊৰ্দ্ধদৈহিক কাৰ্য্য সম্পন্ন কৰা আৰু তোমাৰ লঙ্কা নগৰীকো ভাল দৰে চাই লোৱাঁ, তোমাৰ জীৱন মোৰ হাতৰ মুঠিত।"

৭৩—৮১। ৰামে এইদৰে কোৱাৰ পিচত তাৰাৰ নন্দন শ্ৰীমান অঙ্গদে আকাশলৈ জাপ দি মূৰ্ত্তিমান হব্যবাহন অগ্নিৰ নিচিনা ৰূপ লৈ ৰাৱণৰ গৃহত প্ৰবেশ কৰিলে। তাত দেখিলে ৰাৱণ অনুদ্বিগ্নচিত্তে মন্ত্ৰীসকলৰ লগত বহি আছে। কপিশ্ৰেষ্ঠ স্বৰ্ণাভ অঙ্গদে জ্বলন্ত অগ্নিসম ৰূপ লৈ ওপৰৰপৰা জাপ দি ৰাৱণৰ ওচৰত পৰি অলপো কম-বেচি নকৰাকৈ ৰামে যিদৰে কৈছিল তাক মন্ত্ৰীবৰ্গৰ সন্মুখত ৰামৰ কথা-বিলাক ৰাৱণৰ আগত নিজ মুখে ব্যক্ত কৰিলে, "ৰাৱণ, মই কোশলাধিপতি অক্লান্তকৰ্ম্মা ৰামৰ দূত, বালীৰ পুত্ৰ, মোৰ নাম অঙ্গদ, হয়তো মোৰ নাম তুমি শুনিবও পোৱাঁ।

---

*শাস্ত্ৰত আছে স্থিৰ চিত্তে যুদ্ধত প্ৰবৃত্ত হৈ মৃত্যু মুখত পৰিলে পাপাত্মা হলেও ঋষি সকলৰ নিচিনা তেনেলোকৰ স্বৰ্গপ্ৰাপ্তি হয়। যথাঃ—

ৰাজভিধৃৰ্তদণ্ডাস্তু কৃত্বা পাপানি মানৱাঃ।
নিৰ্ম্মলাঃ স্বৰ্গমায়ান্তি সন্তঃ সুকৃতিনো যথা॥

কৌশল্যানন্দবৰ্দ্ধন ৰাঘৱ ৰামে কৈ পঠিয়াইছে যে হে নৃশংস, তুমি নগৰৰপৰা ওলাই থাকি যুদ্ধত প্ৰবৃত্ত হোৱাঁ আৰু তোমাৰ পুৰুষ নামৰ সাৰ্থকতা দেখুৱা। তেওঁ কৈছে যে মই জ্ঞাতি পুত্ৰ বন্ধু-বান্ধৱ আৰু অমাত্যগণে সৈতে তোমাক বধ কৰিম আৰু তেতিয়াহে তোমাৰ মৃত্যুৰ লগে লগে এই তিনিও ভুবন উদ্বেগশূন্য হ'ব। তুমি দেৱ, দানৱ, যক্ষ, গন্ধৰ্ব্ব, উৰগ আৰু (ধৰ্ম্মপ্ৰাণ) ৰাক্ষসবোৰৰ শত্ৰু আৰু ঋষিকুলৰ কণ্টক-স্বৰূপ। তুমি যথাযোগ্য সম্মান দেখুৱাই প্ৰাণিপাতপূৰ্ব্বক বৈদেহীক প্ৰদান নকৰিলে, তোমাৰ মৃত্যুৰ পিচত বিভীষণেই এই সকলো ঐশ্বৰ্য্যৰ অধিকাৰী হ'ব।"

৮২—৯৩। কৰ্কশবাক্যে হৰিপুঙ্গৱ অঙ্গদে এইদৰে কোৱাত নিশাচৰসকলৰ অধিপতি ৰাৱণ অত্যন্ত ক্ৰুদ্ধ হ'ল। ক্ৰোধান্ধ হৈ তেওঁ মন্ত্ৰীবৰ্গক বাৰে বাৰে আদেশ দিবলৈ ধৰিলে, "দুৰ্ম্মতি এই বান্দৰক বন্ধ কৰি বধ কৰাঁ।" ৰাৱণৰ আদেশ শুনা মাত্ৰকে ঘোৰমূৰ্ত্তি চাৰিজন নিশাচৰে তেজোবলে দীপ্ত অগ্নিসম অঙ্গদক ধৰিবলৈ আহিল। তেতিয়া তাৰাসুত অঙ্গদে নিজ শক্তি দেখুৱাব উদ্দেশ্যে প্ৰথমতে নিজকে নিজে সিহঁতৰ হাতত ধৰা দিলে। সিহঁত চাৰিওজনে তেওঁৰ হাত দুখনত খামোচ মাৰি ধৰাৰ লগে লগে, অঙ্গদে পতঙ্গৰ দৰে ওপৰলৈ উঠাৰ নিচিনাকৈ সিহঁতক লৈ পৰ্ব্বত শৃঙ্গসদৃশ প্ৰাসাদৰ ওপৰলৈ লাফ দিলে। অঙ্গদৰ লাফৰ বেগতে ৰাক্ষসবোৰ বিচলিত হ'ল ৰাক্ষসৰাজে চাই থাকোঁতে থাকোঁতে সকলোটি ধপ্ ধপ্ কৈ মাটিত বাগৰি পৰিল। তাৰ পিচত প্ৰতাপবান বালীপুত্ৰ অঙ্গদে শৈলশৃঙ্গসদৃশ ৰাক্ষসৰাজৰ প্ৰসাদৰ ওপৰত ঘূৰি ফুৰি দশগ্ৰীৱৰ সাক্ষাততে গোৰ মাৰি পুৰণি কালত বজ্ৰৰ সহায়ত হিমালয় শৃঙ্গ বিশীৰ্ণ কৰাৰ দৰে প্ৰাসাদ শৃঙ্গ ফালি চিৰা-চিৰ কৰিলে। তাৰ পিচতে প্ৰাসাদৰ শিখৰভাগ ভাঙি থৈ নিজ নাম শুনাই শুনাই সিংহনাদে গৰ্জ্জন কৰি আকাশমাৰ্গত আৰোহণ কৰিলে। এইদৰে ৰাক্ষসবোৰক সন্তপ্ত আৰু বান্দৰবৰ্গক হৰ্ষান্বিত কৰি অঙ্গদ বান্দৰবোৰৰ মাজত ৰামৰ ওচৰত উপস্থিত হ'লগৈ। প্ৰাসাদ এইদৰে আক্ৰান্ত হোৱা দেখি ৰাৱণ ভীষণ ক্ৰুদ্ধ হ'ল আৰু আনপিনে নিজৰ বিনাশৰ সূচনা দেখি গভীৰভাবে দীৰ্ঘনিঃশ্বাস পেলাবলৈ ধৰিলে। ইপিনে ৰামচন্দ্ৰই হৰ্ষোৎফুল্ল গৰ্জ্জনৰত বান্দৰবোৰক লৈ শত্ৰুবধৰ কামনা কৰি যুদ্ধৰ কাৰণে সাজু হ'ল।

৯৪—৯৯। তাৰপিচত মহাবীৰ্য্যশালী গিৰিশৃঙ্গসদৃশ সুষেণে, কামৰূপী বহুত বান্দৰক লগত লৈ সুগ্ৰীৱৰ আদেশমতে নক্ষত্ৰগণৰ দ্বাৰা পৰিবৃত চন্দ্ৰৰ দৰে দুৱাৰে দুৱাৰে ঘূৰি তত্ত্বাৱধান কৰিবলৈ ধৰিলে। সমুদ্ৰতীৰ পৰ্য্যন্ত বিস্তৃত বনবিহাৰী বান্দৰবোৰৰ বহুত

অক্ষৌহিনী সেনা লঙ্কাত উপস্থিত হোৱা দেখি ৰাক্ষসবোৰ আশ্চৰ্য্যান্বিত হল, কিছুমান ভয়তে অস্থিৰ হল, আৰু কিছুমানে আকৌ যুদ্ধৰ নামত উৎফুল্ল হৈ হৰ্ষান্বিত হল। ৰাক্ষসবোৰে দেখিলে যে বান্দৰসৈন্যই পৰিখা পৰ্য্যন্ত চাৰিওফালৰ প্ৰাচীৰ বেৰি ধৰি সমগ্ৰ প্ৰাচীৰখনকেই বান্দৰৰ ৰূপত পৰিণত কৰিছে আৰু প্ৰাচীৰখন যেন বান্দৰৰ দ্বাৰাহে নিৰ্ম্মিত এনেহেন দেখুৱাইছে। অৱস্থা এনে হোৱা যেন দেখি ৰাক্ষসবোৰে ভয়তে অধীৰ হৈ হাহাকাৰ কৰিবলৈ ধৰিলে। তেতিয়া ৰাক্ষসৰাজৰ যোদ্ধাবৃন্দে ভয়াবহ এনে এটা অৱস্থাৰ সৃষ্টি হোৱা দেখি মহা মহা অস্ত্ৰ-শস্ত্ৰ লৈ যুগান্তকালৰ প্ৰলয়-কাৰী বায়ুৰ দৰে চাৰিওফালে ঘূৰি ফুৰিবলৈ ধৰিলে।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত একচত্বাৰিংশ সৰ্গ সমাপ্ত

## দ্বিচত্বাৰিংশ সৰ্গ

### ৰাক্ষস আৰু বান্দৰ সৈন্যবাহিনীৰ সংঘৰ্ষ

১—৫। তাৰ পিচত ৰাক্ষসবোৰে ৰাৱণৰ ভৱনলৈ গৈ জনালে যে বান্দৰবিলাকে সৈতে ৰামে লঙ্কা অৱৰোধ কৰিছে। নগৰ অবৰুদ্ধ হোৱা শুনি নিশাচৰ ভীষণ ক্ৰুদ্ধ হল আৰু দ্বাৰদেশ ৰক্ষাৰ বাবে দ্বিগুণ পৰিমাণে যত্নপৰ হৈ নিজে প্ৰাসাদত আৰোহণ কৰিলে। তালৈ গৈ তেওঁ দেখিলে পৰ্ব্বত, কানন, বন-উপবনে সৈতে সমগ্ৰ লঙ্কানগৰী যুদ্ধাকাঙ্ক্ষী অসংখ্য বান্দৰ সৈন্যৰ দ্বাৰা চাৰিওফালে পৰিবেষ্টিত হৈছে। বান্দৰবোৰৰ সমাবেশত লঙ্কাৰ সেই অঞ্চল তেনেই কপিল বৰণ ধাৰণ কৰিছে। তেতিয়া কি উপায়ে ইহঁতৰ বিনাশ হব পাৰে এয়ে তেওঁৰ বিশেষ চিন্তাৰ কাৰণ। এইভাবে ইয়াকেই চিন্তা কৰি কৰি নিশাচৰৰ ৰাৱণে ৰামৰ বাম আৰু বান্দৰ দলপতিবৃন্দৰ পিনে চাই ৰল।

৬। ইতিমধ্যে ৰামে পৰম হৃষ্টচিত্তে বান্দৰ সৈন্যবোৰে সৈতে লঙ্কাৰ পিনে আগ বাঢ়িবলৈ ধৰিলে; তেওঁ দেখিলে যে ৰাক্ষসবোৰে চাৰিওফালে আগুৰি ধৰি লঙ্কাক ভালদৰে ৰক্ষা কৰি আছে। বিচিত্ৰ ধ্বজপতাকাৰে সুশোভিতা লঙ্কাৰ পিনে চাই ব্যথিতচিত্তে তেওঁ সীতাৰ বিষয়ে ভাবিবলৈ ধৰিলে; "হায়, এই লঙ্কাতেই অন্তৰাত্মা মৃগশাবকাক্ষী সীতাই মোৰ কাৰণে মাটিৰ ওপৰত শুই শোকসন্তপ্ত অৱস্থাত

দুখতে দিন নিয়াবলৈ ধৰিছে।" ধৰ্ম্মাত্মা ৰামচন্দ্ৰই দুঃখাভিভূতা সীতাৰ বিষয়ে চিন্তা কৰি শত্ৰু বধৰ কাৰণে সাজু হবলৈ তৎক্ষণাৎ বান্দৰবোৰক আদেশ দিলে। অক্লান্ত কৰ্ম্মী ৰামচন্দ্ৰই এইদৰে কোৱাৰ লগে লগে বান্দৰবোৰে আগ বঢ়াৰ কাৰণে আগ্ৰহান্বিত হৈ সিংহনাদে আকাশ নিনাদিত কৰিলে। বান্দৰ-দলপতিবোৰৰ ভিতৰত কোনোৱে ভাবিলে পৰ্ব্বতশৃঙ্গৰ দ্বাৰা লঙ্কা ভাঙি চূৰ্ণাকৃতি কৰিম, কোনোৱে ভাবিলে হাতৰ মুঠিৰেই ইয়াক ভাঙি পেলাম। ভবাৰ লগে লগে কিছুমানে পৰ্ব্বতশৃঙ্গ, কিছুমানে বৃহৎ বৃহৎ শিল, কিছুমানে বা গছকে উভালি লৈ সাজু হল, আৰু ৰাক্ষসৰাজ ৰাৱণে চাই থাকোঁতে থাকোঁতে বান্দৰ সৈন্যবাহিনীয়ে ৰামৰ প্ৰিয় কাৰ্য্য সাধিবলৈ ভাগে ভাগে লঙ্কাত প্ৰৱেশ কৰিবলৈ ধৰিলে।

১৪। ৰাৱণে দেখিলে তাম্ৰবৰ্ণ মুখবিশিষ্ট স্বৰ্ণাভ বান্দৰবোৰে হাতত শাল আৰু পৰ্ব্বত লৈ লঙ্কাৰ পিনে গতি কৰিবলৈ ধৰিছে। তেওঁলোক প্ৰত্যেকে ৰামৰ কাৰণে জীৱন উছৰ্গা কৰিবলৈ প্ৰস্তুত। বান্দৰবোৰে, গছ, পৰ্ব্বতশিখৰ হাতৰ মুঠি প্ৰহাৰৰ দ্বাৰা প্ৰাচীৰৰ ওপৰভাগ আৰু তোৰণসমূহ ভাঙিবলৈ উপক্ৰম কৰা তেওঁৰ চকুত পৰিল। চাই থাকোঁতে থাকোঁতে বিমল জলৰাশিপূৰ্ণ পৰিখাসমূহ মাটি পৰ্ব্বতশৃঙ্গ তৃণ আৰু কাষ্ঠৰ দ্বাৰা পুৰাই লৈ শ, হাজাৰ আৰু কোটি সংখ্যক বান্দৰৰ দলপতিবোৰ লঙ্কাত প্ৰৱেশ কৰিবলৈ ধৰিলে। প্ৰাচীৰৰ কাঞ্চনময় তোৰণ আৰু কৈলাস শিখৰ সদৃশ উচ্চ গোপুৰসমূহ * ভাঙি চূৰ্ণাকৃতি কৰাৰ পিচত মদোন্মত্ত মাতঙ্গসদৃশ বান্দৰবোৰ জঁপিয়াই জঁপিয়াই লঙ্কাৰ পিনে ধাৱমান হল। তেওঁলোকে চিঞৰিবলৈ ধৰিলে, "জয় অসীম শক্তিসম্পন্ন ৰামৰ জয়! জয় মহাবলশালী লক্ষ্মণৰ জয়! জয় ৰাঘৱ-পালিত সুগ্ৰীৱৰ জয়!" এইদৰে চীৎকাৰ আৰু ভীষণ সিংহনাদ কৰি কামৰূপী বান্দৰবোৰে লঙ্কা আক্ৰমণ কৰাৰ লগে লগে বীৰবাহু সুবাহু, নল আৰু পনস আদি যূথপতিসকলে বাহিৰৰ প্ৰাচীৰ ভাঙি ভিতৰত ব্যূহ ৰচনা কৰি সৈন্য সংস্থাপন কৰিলে। ইতিমধ্যে মহাবলবান দলপতি কুমুদে দহ কোটি জয়োন্মত্ত বান্দৰক লৈ লঙ্কাৰ পূব দুৱাৰ অৱৰোধ কৰিলে। তেওঁৰ সহায়ৰ অৰ্থে কপিপ্ৰৱৰ প্ৰসভ আৰু পনস অসংখ্য বান্দৰসৈন্যৰ দ্বাৰা পৰিবৃত হৈ তেওঁৰ লগতে থাকিল। বীৰ বান্দৰ শতবলিয়ে বিশ কোটি বান্দৰ লগত লৈ দক্ষিণ দুৱাৰ আক্ৰমণ কৰিলে। আৰু সেইদৰে তাৰাৰ পিতৃদেৱ বলবান সুষেণে কোটি কোটি বান্দৰৰ দ্বাৰা পৰিবৃত হৈ পশ্চিম দুৱাৰ অৱৰোধ কৰিলে। উত্তৰ দুৱাৰত লক্ষ্মণ আৰু সুগ্ৰীৱে সৈতে স্বয়ং ৰাম উপস্থিত। ভীমাকৃতি মহাকায় বীৰ্য্যবান গৱাক্ষ তেওঁৰ কোটি কোটি গোলাঙ্গুল বান্দৰৰ দ্বাৰা

*গোপুৰ—উচ্চ দুৱাৰ

পৰিবেষ্টিত হৈ ৰামৰ পিচফাল ৰক্ষা কৰি থাকিল। শত্ৰুসংহাৰক বীৰ ধূম্ৰয়ো কোটি সংখ্যক কোপনস্বভাৱ ভালুকক লগত লৈ ৰামৰ পিচফালে অৱস্থান কৰিলে। মহাবীৰ্য্যৱান বিভীষণে গদাহস্তে অস্ত্ৰ-শস্ত্ৰে সজ্জিত হৈ মন্ত্ৰীবৰ্গৰ দ্বাৰা পৰিবৃত হৈ ৰামৰ ওচৰতে থাকিল। গজ, গৱাক্ষ, গবয়, সৰভ আৰু গন্ধমাদনে, চাৰিওফালে লৰি-ধাপৰি বান্দৰ সৈন্যবাহিনী ৰক্ষা কৰি থাকিল।

৩৯। এইবোৰ দেখি শুনি ৰাক্ষসেশ্বৰ ৰাৱণ খঙতে জ্বলি উঠিল আৰু লগে লগে তেওঁৰ সমগ্ৰ সৈন্যক যুদ্ধযাত্ৰা কৰিবলৈ আদেশ দিলে। ৰাৱণৰ আদেশ পাই ৰাক্ষসসেনা জাগ্ৰত হল। সিহঁতৰ সোণ খটোৱা মাৰিবে চাৰিওফালে ভেৰীত কোব দিলে আৰু যোদ্ধাগণে হাজাৰে হাজাৰে শঙ্খ হাতত লৈ ভীষণ ৰবে তাত ফুঁ দিলে। বিদ্যুন্মালামণ্ডিত মেঘমালাৰ লগত বলাকাৰাশি সংযুক্ত হলে যেনে শোভা হয় শুকপক্ষী সদৃশ বৰ্ণবিশিষ্ট ৰাক্ষসবোৰৰ মুখত শঙ্খবোৰ সংযোগ হোৱাতো তেনে শোভা হল। প্ৰলয়কালত মেঘমালাৰ দ্বাৰা পৰিপূৰ্ণ মহাসমুদ্ৰই যিদৰে ভীষণ বেগে প্ৰবাহিত হয় ৰাৱণৰ আদেশত উত্তেজিত হৈ ৰাক্ষস সৈন্যয়ো সেইদৰে হৰ্ষান্বিত হৈ মহাবেগে যুদ্ধলৈ ওলাই আহিল। ৰাক্ষস সেনা ওলাই অহা দেখি বান্দৰ সৈন্যই সিংহনাদে গৰ্জ্জন কৰিবলৈ ধৰিলে আৰু সেই নাদতে শৃঙ্গ আৰু কন্দৰে সৈতে অতিদূৰস্থ মলয়াচল পৰ্য্যন্ত পৰিপূৰিত হল। এইদৰে শঙ্খ, দুন্দুভি আৰু মহাতেজস্বী সৈন্যবোৰৰ সিংহনাদত আৰু আনপিনে হাতীৰ চিঞৰ, ঘোঁৰাৰ হ্ৰেষাৰৱ, ৰথচক্ৰৰ ঘৰঘৰণি আৰু ৰাক্ষসবোৰৰ ভৰিৰ শব্দতে আকাশ, পৃথিবী আৰু সমুদ্ৰ প্ৰতিধ্বনিত হৈ উঠিল।

৪১। উভয় পক্ষ সজ্জিত হৈ মুখা-মুখি হোৱাত তাহানি কালত দেৱতা আৰু অসুৰবোৰৰ ভিতৰত যিদৰে সংগ্ৰাম হৈছিল, ৰাক্ষস আৰু বান্দৰবোৰৰ ভিতৰতো তেনেভাৱে যুদ্ধ হবলৈ ধৰিলে। একপক্ষে নিজ নিজ পৰাক্ৰমৰ কথা উল্লেখ কৰি প্ৰদীপ্ত গদা, শক্তি, শূল, পট্টিশৰ দ্বাৰা ৰাক্ষসবোৰে বান্দৰ সৈন্যৰ বহুতক যিদৰে বিনাশ কৰিবলৈ ধৰিলে, আনপক্ষে মহাকায় বান্দৰবৰ্গয়ো প্ৰবলবেগে তেওঁলোকৰ নখ, দন্ত, বৃক্ষ আৰু পৰ্ব্বতশৃঙ্গৰ সহায়ত সেই, সেই ৰাক্ষস সৈন্যবোৰক বধ কৰিবলৈ ধৰিলে। বান্দৰবোৰৰ মাজৰপৰা শব্দ হল, "জয় ৰজা সুগ্ৰীৱৰ জয়!" আৰু সেইদৰে ৰাক্ষসবোৰেও চিঞৰিবলৈ ধৰিলে, "জয় ৰজা ৰাৱণৰ জয়!" এইদৰে উভয় পক্ষে নিজ নিজ ৰজাৰ জয় ঘোষণা কৰি নিজ নামৰ পৰিচয় দিবলৈ ধৰিলে। ভীমাকৃতি কিছুমান ৰাক্ষসে প্ৰাচীৰৰ ওপৰতে থিয় হৈ ভিন্দিপাল অস্ত্ৰেৰে মাটিত থকা বান্দৰবোৰক আক্ৰমণ কৰিলে। তেতিয়া বান্দৰবোৰেও মাটিতে থাকি লাফ দি বাহুবলে ৰাক্ষসবোৰক

টানি আনি বিনাশ কৰিবলৈ ধৰিলে। এইদৰে যুদ্ধত সংলিপ্ত ৰাক্ষস আৰু বান্দৰবোৰৰ ভিতৰত যি ঘোৰতৰ ৰণ আৰম্ভ হল তাৰ ফলত যুদ্ধক্ষেত্ৰ ৰক্ত আৰু মাংসৰ বোকাৰে পৰিপূৰ্ণ হৈ উঠিল।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত দ্বিচত্বাৰিংশ সৰ্গ সমাপ্ত

## ত্ৰিচত্বাৰিংশ সৰ্গ

### ৰাক্ষস আৰু বান্দৰবোৰৰ ভিতৰত দ্বন্দ্বযুদ্ধ

১—৫। মহাত্মা বান্দৰবোৰে এইদৰে যুদ্ধত প্ৰবৃত্ত হোৱা দেখি ৰাক্ষসবোৰেও নিজ পৰাক্ৰম দেখুৱাবলৈ অতিশয় ক্ৰুদ্ধ হৈ উঠিল। ৰাৱণৰ জয়াকাঙ্ক্ষী ভীমকৰ্ম্মা ৰাক্ষসবোৰৰ কিছুমানে সুবৰ্ণবিভূষিত অশ্ব, কিছুমানে অগ্নিশিখাসদৃশ দুৰ্দ্ধৰ্ষ গজ আৰু কিছুমানে সূৰ্য্যসম দীপ্তিমান ৰথত আৰোহণ কৰি সুন্দৰ সুন্দৰ কবচ পিন্ধি সিংহনাদে দশোদিক নিনাদিত কৰি ওলাই আহিল। সিহঁতক সেইদৰে ওলাই অহা দেখি সুবৃহৎ বান্দৰসৈন্যবাহিনীয়ে সিহঁতক খেদি গল। এইদৰে খেদাখেদি কৰি থাকোঁতে ৰাক্ষস আৰু বান্দৰবোৰৰ ভিতৰত ঘোৰতৰ দ্বন্দ্বযুদ্ধ আৰম্ভ হল।

৬—১৭। তাহানিকালত অন্ধকাসুৰৰ লগত ত্ৰ্যম্বক (সদাশিৱ)ৰ যেনে যুদ্ধ হৈছিল এই ক্ষেত্ৰত ৰাক্ষস ইন্দ্ৰজিতৰো বালীপুত্ৰ অঙ্গদৰ লগত তেনে ঘোৰতৰ যুদ্ধ আৰম্ভ হল। সেইদৰে দুৰ্দ্ধৰ্ষযোদ্ধা সম্পাতিৰ লগত প্ৰজঙ্ঘৰ আৰু হনুমানৰ লগত জম্বুমালীৰ যুদ্ধ হবলৈ ধৰিলে। ৰাৱণৰ কনিষ্ঠভ্ৰাতা মহাক্ৰোধী বিভীষণৰ যুদ্ধ হল তীব্ৰবেগী শত্ৰুঘ্নৰ লগত, মহাবলশালী গজৰ যুদ্ধ হল তপনৰ লগত আৰু সেইদৰে মহাতেজী নীলে যুদ্ধ কৰিবলৈ ধৰিলে নিকুম্ভৰ লগত। বান্দৰৰাজ সুগ্ৰীৱে যুজিব ধৰিলে প্ৰঘসৰ লগত আৰু শ্ৰীমান লক্ষ্মণ প্ৰবৃত্ত হল বিৰূপাক্ষৰ লগত। দুৰ্দ্দান্ত অগ্নিকেতু ৰশ্মিকেতু, মিত্ৰঘ্ন আৰু যজ্ঞকোপ এই ৰাক্ষসবোৰে যুজিবলৈ লাগিল ৰামৰ লগত। বজ্ৰমুষ্টিৰ লগত যুদ্ধ হল মৈন্দৰ আৰু অশনীপ্ৰভৰ লগত হল দ্বিবিদৰ; মৈন্দ আৰু দ্বিবিদ দুয়োৱে কপিপ্ৰধান তেওঁলোকৰ প্ৰতিযোদ্ধা বজ্ৰমুষ্টি অশনীপ্ৰভও সেইদৰে ঘোৰমূৰ্ত্তি। দুৰ্দ্ধৰ্ষ বীৰ ৰাক্ষস প্ৰতপনে যুদ্ধ পাতিলে তীব্ৰবেগশীল নলৰ লগত।

ধৰ্ম্মৰাজৰ পুত্ৰ মহাকপি সুষেণে যুদ্ধ পাতিলে বিদ্যুন্মালীৰ লগত; এইদৰে আন আন বহুত বান্দৰে অসংখ্য ৰাক্ষসৰ লগত দ্বন্দ্বযুদ্ধত প্ৰবৃত্ত হোৱাৰ ফলত জয়াকাঙ্ক্ষী বান্দৰ আৰু ৰাক্ষস বীৰসকলৰ ভিতৰত লোমহৰ্ষণকাৰী যি ভীষণ যুদ্ধ আৰম্ভ হল, তাত ৰাক্ষস আৰু বান্দৰবোৰৰ শৰীৰৰ পৰা নিৰ্গত তেজৰ সোঁতত এখন নদী প্ৰবাহিত হল, ৰাক্ষস আৰু বান্দৰবোৰৰ কেশপাশেই হল তাৰ শেলায় আৰু তেওঁলোকৰ শৰীৰেই হল তাত ওপঙি অহা কাঠ।

১৮—৪১। শতক্ৰতু ইন্দ্ৰই বজ্ৰেৰে আঘাত কৰাৰ দৰে ইন্দ্ৰজিতে গদাৰে শত্ৰু-সৈন্যবিনাশক বীৰ অঙ্গদক প্ৰহাৰ কৰিলে। তেতিয়া মহাবেগবান শ্ৰীমান অঙ্গদে সেই গদাপাট কাঢ়ি আনি তাৰে ইন্দ্ৰজিতৰ সুবৰ্ণ বিভূষিত ৰথ অশ্ব আৰু সাৰথিক নিপাত কৰিলে। ৰাক্ষস প্ৰজঙ্ঘই তিনিপাট শৰৰদ্বাৰা সম্পাতিক আঘাত কৰিলত সম্পাতিয়ে এডাল অশ্বকৰ্ণ গছৰ দ্বাৰা প্ৰজঙ্ঘক বধ কৰিলে। মহাবলশালী জম্বু-মালী ৰাক্ষসে ৰথতে থাকি ক্ৰুদ্ধ হৈ ৰথৰ শক্তিক আশ্ৰয় কৰি শৰ সংযোগে হনুমানৰ স্তনযুগলৰ মাজত আঘাত কৰিলে, তেতিয়া মাৰুতনন্দন হনুমানে একহাতৰ চাপৰতে ৰাক্ষসক বধ কৰিলে আৰু ৰথখন ভাঙি চুৰমাৰ কৰিলে। ঘোৰমূৰ্ত্তি ৰাক্ষস প্ৰতপনে সিংহগৰ্জ্জন কৰি নলক আক্ৰমণ কৰিলে আৰু ক্ষিপ্ৰহস্তে সুতীক্ষ্ণ শৰৰ দ্বাৰা তেওঁৰ শৰীৰ বিদ্ধিব ধৰিলে, তেতিয়া বীৰ নলে তেওঁৰ চকু দুটা নষ্ট কৰি দিয়াত তাতেই তাৰ মৃত্যু হল। ৰাক্ষস প্ৰঘসে বান্দৰসৈন্য গ্ৰাস কৰিবলৈ উপক্ৰম কৰা দেখি বান্দৰাধিপ সুগ্ৰীৱে এডাল সাওতাল গছেৰে তৎক্ষণাৎ তাক নিপাতিত কৰিলে। লক্ষ্মণে প্ৰথমতে শৰজালৰ দ্বাৰা ভীমাকৃত ৰাক্ষস বিৰূপাক্ষক বান্ধি লৈ শেষত এপাট শৰেৰে তাক বধ কৰিলে। দুৰ্দ্ধৰ্ষ ৰাক্ষস অগ্নিকেতু, ৰশ্মিকেতু, মিত্ৰঘ্ন আৰু যজ্ঞকোপে শৰজালৰ দ্বাৰা ৰামক উদ্বিগ্ন কৰি তোলাত তেওঁ ক্ৰুদ্ধ হৈ অগ্নিশিখাসদৃশ চাৰিপাট ঘোৰমূৰ্ত্তি শৰৰ দ্বাৰা সিহঁতৰ চাৰিওজনৰে মূৰ কেইটা কাটি পেলালে। বজ্ৰমুষ্টি নামৰ ৰাক্ষসক হাতৰ মুষ্টিৰ আঘাতত মৈন্দই বধ কৰাত দেৱতাসকলৰ বিমান-বাগৰি পৰাৰ নিচিনাকৈ সি ৰথ আৰু ঘোঁৰাৰে সৈতে মাটিত বাগৰি পৰিল। সূৰ্য্যই তেওঁৰ কিৰণমালাৰে মেঘক ভেদ কৰাৰ নিচিনাকৈ ৰাক্ষস নিকুম্ভই তেওঁৰ তীক্ষ্ণ শৰজালৰ দ্বাৰা ঘনীভূত মেঘবৰ্ণাভ নীলক ভেদ কৰিব ধৰিলে। পিচত ক্ষিপ্ৰহস্তে আৰু এপাট শৰৰদ্বাৰা নীলক বিদীৰ্ণ কৰাৰ পিচত নিকুম্ভই মনৰ আনন্দতে উচ্চস্বৰে হাঁহিব ধৰিলে। তাকে দেখি বীৰ নীলে যুদ্ধক্ষেত্ৰত ভগৱান বিষ্ণুৰ দৰে ৰাক্ষসৰ ৰথৰ চকা এটা উভালি আনি তাৰেই নিকুম্ভ আৰু তেওঁৰ সাৰথিৰ শিৰচ্ছেদন কৰিলে। বজ্ৰ-সমমুষ্টিপ্ৰহাৰবিশিষ্ট কপিপ্ৰবৰ দ্বিবিদে ৰাক্ষসবোৰৰ চকুৰ আগতে বজ্ৰসমস্পৰ্শিত

ৰাক্ষস অশনীপ্ৰভক পৰ্ব্বত শৃঙ্গৰে আঘাত কৰিলে। তেতিয়া অশনীপ্ৰভে বজ্ৰসম শৰসমূহৰ দ্বাৰা ক্ৰমযোধী বীৰ দ্বিবিদক বিদ্ধ কৰিবলৈ ধৰাত দ্বিবিদে অতিশয় ক্ৰুদ্ধ হৈ এডাল শাল গছৰ দ্বাৰা অশ্ব, ৰথ আৰু সেই ৰাক্ষসক যমালয়লৈ পঠালে। বিদ্যুন্মালী নামে যি জন ৰাক্ষস, তেওঁ ৰথৰ ওপৰতে থাকি সুবৰ্ণবিভূষিত শৰসমূহৰ দ্বাৰা বীৰ সুষেণক বাৰে বাৰে তাড়না কৰি গৰ্জ্জিবলৈ ধৰিলে। তেতিয়া বান্দৰশ্ৰেষ্ঠ বীৰ সুষেণে পৰ্ব্বতশৃঙ্গেৰে তেওঁৰ ৰথখন ততালিকে ধৰাশায়ী কৰিলে। ক্ষিপ্ৰগতিবিশিষ্ট নিশাচৰে তৎক্ষণাৎ ৰথৰপৰা নামি গদা হাতত লৈ মাটিত থিয় দিলে। কপিপ্ৰবৰ সুষেণে অত্যন্ত ক্ৰুদ্ধ হৈ বৃহৎ শিল এটা লৈ ৰাক্ষসলৈ খেদা ললে। সুষেণে এইদৰে খেদি অহা দেখি ৰাক্ষস বিদ্যুন্মালীয়ে গদাৰে তেওঁৰ বুকুত আঘাত কৰিলে। গদাঘাতক তৃণ যেন জ্ঞান কৰি সুষেণে সেই শিলৰ আঘাতত তাৰ মাতবোল নোহোৱা কৰিলে। ৰাক্ষস বিদ্যুন্মালীৰ শৰীৰ শিলাঘাতত নিষ্পেষিত হল আৰু তাতেই সি প্ৰাণহীন হৈ মাটিত পৰি থাকিল।

৪২—৪৬। তাহানিকালত দেৱতাসকলে দৈত্যকুলক যিদৰে মথি পেলাইছিল বীৰ বান্দৰ আৰু ৰাসক্ষবোৰৰ ভিতৰত হোৱা দ্বন্দ্বযুদ্ধতো বান্দৰবোৰে ৰাক্ষসবোৰক তেনে-দৰে পিহি পেলালে। লগে লগে যুদ্ধভূমি, ভল্ল, গদা, শক্তি, তোমৰ, শৰ, চুৰমাৰ হোৱা ৰথ, যুদ্ধৰ ঘোঁৰা, মৃত মত্তমাতঙ্গ, আৰু সেইদৰে বান্দৰ আৰু ৰাক্ষসৰ শৰীৰ, মাটিত পৰি থকা ভগ্ন ৰথচক্ৰ, দণ্ড, যুঁৱলি আদিৰে ৰণভূমিয়ে ঘোৰমূৰ্ত্তি ধাৰণ কৰিলে। আৰু সি শিয়াল কুকুৰৰ খেলৰভূমি হল। চাৰিওকালে ৰাক্ষস আৰু বান্দৰৰ কবন্ধ (মূৰ বিহীন গা) বোৰে জপিয়াই জপিয়াই উঠিবলৈ ধৰিলে; সেই সময়ত দেৱতা আৰু অসুৰবোৰৰ ৰণভূমিয়ে যেনে ঘোৰমূৰ্ত্তি ধাৰণ কৰিছিল এই ৰণভূমিৰ অৱস্থাও তদনুৰূপ হল। ৰাত্ৰিকালত ৰাক্ষসবোৰৰ বল দ্বিগুণ পৰিমাণে বৰ্দ্ধিত হয়, এই কাৰণে বীৰ বান্দৰবোৰৰ দ্বাৰা আক্ৰান্ত ৰাক্ষসবোৰে তেজৰ গোন্ধত সংজ্ঞাহীন হৈও সূৰ্য্য অস্ত যোৱা কাললৈ আকাঙ্ক্ষা কৰি সাহসত ভৰ দি পুনঃ যুদ্ধত প্ৰবৃত্ত হল।

**ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত ত্ৰিচত্বাৰিংশ সৰ্গ সমাপ্ত**

# চতুশ্চত্বাৰিংশ সৰ্গ

## ইন্দ্ৰজিতৰ হাতত ৰাম-লক্ষ্মণৰ নাগপাশ বন্ধনৰ উদ্যোগ

১—১৬। এইদৰে বান্দৰ আৰু ৰাক্ষসবোৰে যুদ্ধত লাগি থাকোতে সূৰ্য্যদেৱ অস্ত গল আৰু প্ৰাণসংহাৰক ৰাত্ৰিকাল* আহি উপস্থিত হল। বান্দৰ আৰু ৰাক্ষস উভয়ে বদ্ধবৈৰ আৰু ঘোৰমূৰ্ত্তি; পৰস্পৰে পৰস্পৰৰ ওপৰত জয়লাভৰ বাবে ইচ্ছুক হৈ ৰাতিৰ ভিতৰতে যুদ্ধত প্ৰবৃত্ত হল। বান্দৰবোৰে চিঞঁৰি উঠিল "এই ৰাক্ষস" আৰু সেইদৰে ৰাক্ষসবোৰেও চিঞঁৰিব ধৰিলে, "এই বান্দৰ"। এইদৰে চিঞঁৰ-বাখৰ কৰিয়ে সেই ভীষণ অন্ধকাৰত সংগ্ৰামত পৰস্পৰে পৰস্পৰক হত্যা কৰিবলৈ ধৰিলে। ক্ৰমে যুদ্ধই এনে তুমুল আকাৰ ধাৰণ কৰিলে যে "মাৰ"—, "ফালিপেলা"—, "আহ"—, "পলাব কিয়" এনেবোৰ শব্দহে কাণত পৰিবলৈ ধৰিলে। একে ৰাক্ষসবোৰৰ বৰণ ক'লা তাতে ঘোৰ অন্ধকাৰ ৰাতি, এতেকে সুবৰ্ণকবচ পৰিহিত সিহঁত সেই ৰাতিৰকালত সমুজ্জ্বল ঔষধিপূৰ্ণ একোখন পৰ্ব্বত যেন দেখা হৈছিল। এনেহেন দুৰ্ঘোৰ অন্ধকাৰত ৰাক্ষস-বোৰে ক্ৰোধতে উত্তেজিত হৈ বান্দৰবোৰক গ্ৰাস কৰিহে যেন প্ৰবলবেগে তেওঁলোকক আক্ৰমণ কৰিলে। তাকে দেখি বান্দৰবোৰেও ভীষণ ক্ৰুদ্ধ হৈ জপিয়াই জপিয়াই সিহঁতৰ ওপৰত পৰি সিহঁতৰ সুবৰ্ণবিভূষিত অশ্ব, সৰ্পসদৃশ ধ্বজদণ্ড দাঁতেৰে কামুৰি টুকুৰা টুকুৰ কৰিলে। এইদৰে বলৱান বান্দৰবোৰে যুদ্ধত ৰাক্ষসবোৰক ক্ষুদ্ধ কৰি তুলিলে আৰু ক্ৰোধতে অধীৰ হৈ সিহঁতৰ গজ, গজাৰোহীসৈন্য, ধ্বজপতাকা শোভিত ৰথ হাতেৰে আজুৰি আনি দাঁতেৰে কামুৰি বিনাশ কৰিলে। ইপিনে ৰাম আৰু লক্ষ্মণ দুয়ো তেওঁলোকৰ সৰ্পতুল্য বানসমূহৰ দ্বাৰা দৃশ্য আৰু অদৃশ্য ৰাক্ষসবীৰবোৰক বধ কৰিব ধৰিলে। যুদ্ধৰ সময়ত ঘোঁৰাসমূহৰ খুৰাৰ প্ৰহাৰত, ৰথচক্ৰৰ ঘৰঘৰণিত যি

---

*টীকাকাৰে ৰাত্ৰিযুদ্ধৰ বিষয়ে এইদৰে ব্যাখ্যা কৰিছে :— পুহমাহৰ পূৰ্ণিমা তিথিত ৰামে সুবেল পৰ্ব্বতত আৰোহণ কৰে। তাত সৈন্যবিভাগ আৰু সংস্থাপনত কৃষ্ণপক্ষ অতীত হয়। মাঘমাহৰ শুক্ল প্ৰতিপদত যুদ্ধ আৰম্ভ। যুদ্ধ বহুদিন চলি থকাৰ পিচত নিশা যুদ্ধ আৰম্ভ হয়। পদ্ম পুৰাণত আছে—

ততো যজ্ঞে মহাযুদ্ধং সঙ্কুলং কপিৰক্ষসাম্।

মধ্যাহ্নে প্ৰথমং যুদ্ধং প্ৰাৰব্ধংপ্ৰতি পদ্যভূত ॥—এতেকে মাঘমাহৰ শুক্ল প্ৰতিপদৰ দুপৰীয়াৰ পৰা যুদ্ধ আৰম্ভ হৈ ৰাতিলৈ চলে—এয়ে অৰ্থ।

ধূলিৰাশি ওপৰলৈ উঠিব ধৰিলে তাৰেই সকলোৰে চকু আৰু কাণ বন্ধ হৈ পৰিল। ক্ৰমাৎ যুদ্ধই এনে লোমহৰ্ষণমূৰ্ত্তি ধাৰণ কৰিলে যে সৈন্যসমূহৰ শৰীৰৰ পৰা নিঃসৃত ৰক্তধাৰাতে তেজৰ নৈ প্ৰবাহিত হল। ভেৰী, মৃদঙ্গ, পনৱধ্বনি, শঙ্খ, আৰু ৰথচক্ৰৰ-ধ্বনিৰ লগত মিশ্ৰিত হৈ অদ্ভুত এটা শব্দ উৎপন্ন হল আৰু লগতে ঘোঁৰাৰ হ্ৰেষাৰৱ, ৰাক্ষস আৰু আক্ৰমণকাৰী বান্দৰৰ গৰ্জ্জন তাত সংযুক্ত হৈ যুদ্ধই ভীষণ এটা ঘোৰতৰ মূৰ্ত্তি ধাৰণ কৰিলে। যিবোৰ বান্দৰ হত হল আৰু শক্তি, শূল পৰশুধাৰী কামৰূপী পৰ্ব্বতকাৰ যিবোৰ ৰাক্ষসে তাত প্ৰাণ এৰিলে, সিহঁতৰ শোভাতে ৰণভূমি অস্ত্ৰ-শস্ত্ৰ ৰূপ পুষ্পৰদ্বাৰা উপশোভিত হল ৰণভূমি ৰক্তধাৰামিশ্ৰিত বোকাৰে পৰিপূৰ্ণ হোৱাত তাৰ ৰূপ আনৰ জ্ঞান বা প্ৰৱেশৰ অতীত হল। মুঠতে বান্দৰ আৰু ৰাক্ষসবোৰৰ প্ৰাণহাৰিণী সেই ৰাতিয়ে প্ৰাণীবৰ্গৰ প্ৰলয়কালৰ ৰাতিৰ নিচিনা ভয়ঙ্কৰ ৰূপ ধাৰণ কৰিলে।

১৭—৩১। তাৰ পিচত সেই দাৰুণ অন্ধকাৰৰ ভিতৰতে ৰাক্ষসবোৰে হৃষ্টচিত্তে শৰ-বৃষ্টি কৰি ৰামৰ পিনে খেদি আহিল। এইদৰে খেদি আহোঁতে ক্ৰুদ্ধ ৰাক্ষসবোৰৰ গৰ্জ্জনত যি শব্দ হল, সি প্ৰলয়কালত প্ৰাণীবৰ্গ আৰু সমুদ্ৰৰ মাজৰ পৰা উত্থিত শব্দ যেন হল। তেতিয়া ৰামে ছয়পাট অগ্নিশিখাসদৃশ শৰৰ দ্বাৰা এক নিমেষৰ ভিতৰতে সিহঁতৰ ছয়জনক প্ৰতিহত কৰিলে। এই ছয়জন ৰাক্ষস হৈছে দুৰ্দ্ধৰ্ষ যজ্ঞশত্ৰু, মহাপাৰ্শ্ব, মহোদৰ, মহাকায় বজ্ৰদংষ্ট্ৰ আৰু সেই শুক আৰু সাৰণ*। ছয়োজন ৰাক্ষসে ৰামৰ বাণৰ দ্বাৰা মৰ্ম্মস্থানত বিদ্ধ হৈ আয়ুৰকাল বাকী থকাৰ কাৰণেহে কথমপি প্ৰাণ লৈ যুদ্ধ স্থলৰ পৰা পলাই সাৰিল। তাৰ পিছতেই মহাৰথী ৰামে তেওঁৰ অগ্নিশিখাসম শৰজালৰ দ্বাৰা দশোদিশ উদ্ভাষিত কৰি তুলিলে। তেতিয়া আন যিবোৰ ৰাক্ষস ৰামৰ সন্মুখত বৰ্ত্তমান আছিল, পতঙ্গই জুইৰ শিখাৰ আগত পৰি নষ্ট হোৱাৰ নিচিনাকৈ সিহঁতেও ৰামৰ শৰৰ মুখত পৰি বিনাশপ্ৰাপ্ত হল। সোণৰ পাখি লগোৱা অগ্নিশিখাসদৃশ ৰামৰ শৰবোৰ চাৰিওফালে নিক্ষিপ্ত হব ধৰাত এই শৰৰ জ্যোতিতে সিদিনাৰ ৰাতি জোনাকী পৰুৱাৰে পৰিপূৰ্ণ শৰতকালৰ ৰাতিৰ নিচিনা প্ৰভান্বিত হল। ৰাক্ষসবোৰৰ নিনাদ, ভেৰীৰ শব্দতে তমসাচ্ছন্ন ঘোৰ ৰাত্ৰিয়ে আৰু ঘোৰতৰ ৰূপ

---

* শুক আৰু সাৰণ এই দুইজন ৰাক্ষস এসময়ত ৰাৱণৰ দ্বাৰা তিৰস্কৃত হৈও, পুনঃ যুদ্ধলৈ আহি প্ৰাণ পৰিত্যাগ কৰে এই অৰ্থে বুজিব লাগিব। কাৰণ মূলত আছে ॥ 'শুক আৰু সাৰণ নামৰ সেই দুজন।' গতিকে পাই অহা শুক আৰু সাৰণকে বুজিব লাগিব। মূলৰ 'তৎ' শব্দ প্ৰসিদ্ধ পৰামৰ্শক।

ধাবণ কৰিলে। চাৰিওকালৰ পৰা শব্দ বাঢ়ি আহি ত্রিকুট পৰ্ব্বতৰ গুহাবোৰত প্ৰতিধ্বনিত হব ধৰাত অনুমান হল যে পৰ্ব্বতে কথাহে কব ধৰিছে। অন্ধকাৰসদৃশ বিশিষ্ট মহাকায় গোলাঙ্গুলবোৰে ৰাক্ষসবোৰক দুইহাতেৰে ধৰি ধৰি ভক্ষণ কৰিব ধৰিলে। ইপিনে অঙ্গদে শত্রুকুল নিৰ্ম্মূল কৰিবলৈ বুলি ৰণক্ষেত্রত থিয় দি ইন্দ্রজিতৰ ৰথ আৰু ঘোৰা বধ কৰাত ইন্দ্ৰজিতে মনত বৰ আঘাত পাই ৰথ এৰি তাতেই অন্তৰ্দ্ধান হল। বালীপুত্র অঙ্গদৰ এই কাম দেখি ঋষি আৰু দেৱতাবৰ্গই তেওঁক প্ৰশংসা কৰিব ধৰিলে আৰু ৰাম আৰু লক্ষ্মণেও সাধুবাদ দিলে। যুদ্ধত ইন্দ্ৰজিতৰ যি পৰাক্ৰম তাক সকলোৱে জানে। এতেকে অঙ্গদৰ হাতত পৰাভূত হোৱাৰ কাৰণে সকলো প্ৰাণীয়ে মহাত্মা অঙ্গদৰ পিনে চাই পৰম সন্তুষ্ট হল। শত্রু ইন্দ্ৰজিত এইদৰে পৰাজিত হোৱা দেখি, বিভীষণ আৰু সুগ্ৰীৱকে আদি কৰি সকলো বান্দৰে পৰম আনন্দিত হৈ "উত্তম, উত্তম" বুলি চিৎকাৰ কৰি জয়োল্লাস কৰিব ধৰিলে।

৩২—৩৭। ইপিনে ইন্দ্ৰজিতে বালীপুত্র ভীমকৰ্ম্মা অঙ্গদৰ হাতত যুদ্ধত পৰাভূত হৈ খঙতে জ্বলি উঠিল। তেতিয়া পাপাত্মা বীৰ ৰাৱণপুত্ৰই খঙতে অধীৰ হৈ ব্ৰহ্মাৰ পৰা পোৱা বৰৰ সহায়ত অন্তৰ্হিত হৈ আনে দেখা নোপোৱা অৱস্থাত থাকি বজ্ৰসম তেজস্বী বাণসমূহ নিক্ষেপ কৰিবলৈ ধৰিলে আৰু ৰাম আৰু লক্ষ্মণৰ ওপৰত নাগপাশ ৰূপ শৰ প্ৰয়োগ কৰিলে। মায়াক আশ্ৰয় কৰি ৰাঘৱ ৰাম আৰু লক্ষ্মণক বিমুগ্ধ কৰিলে আৰু ক্ৰোধৰ বশীভূত হৈ তেওঁলোকৰ সৰ্ব্বশৰীৰ বিদ্ধ কৰিলে। এইদৰেই কূটযোদ্ধা ইন্দ্ৰজিতে আনৰ অদৃশ্য হৈ থাকি ভ্ৰাতৃযুগলক নাগপাশ ৰূপ শৰৰ দ্বাৰা বান্ধি পেলালে। বান্দৰবোৰে দেখিলে যে পুৰুষশ্ৰেষ্ঠ বীৰযুগল ৰাম আৰু লক্ষ্মণ সৰ্পসদৃশ তীব্ৰ শৰৰ প্ৰহাৰত হঠাতে এইদৰে বান্ধ খাই পৰিল*।

৩৮। ৰাক্ষস ৰাজপুত্ৰ ইন্দ্ৰজিতে দেখা পোৱা অৱস্থাতে থাকি সন্মুখসমৰত ৰাজনন্দন ৰাম আৰু লক্ষ্মণক পৰাভূত কৰিব নোৱাৰি মায়াক আশ্ৰয় কৰি তেওঁলোকক এইদৰে বান্ধি পেলালে।

---

* ৰাম-লক্ষ্মণ ভগৱান, বিষ্ণুৰ অংশত জন্ম। এতেকে ইন্দ্ৰজিতৰ নাগপাশত বান্ধ খায় কেনেকৈ? ইয়াৰ উত্তৰত টীকাকাৰে ইঙ্গিত কৰিছে যে মনুষ্য দেহ লৈ জন্ম গ্ৰহণ কৰি মনুষ্যভাব ৰক্ষা কৰিয়ে ৰাক্ষসৰ লগত যুদ্ধত প্ৰবৃত্ত হৈছে। তদুপৰি স্বয়ং ঈশ্বৰ হৈ ব্ৰহ্মাই দিয়া বৰৰ প্ৰতি সন্মান দেখুৱাটো তেওঁলোকৰ পক্ষে স্বাভাৱিক ৰীতি। কোনো কোনো টীকাকাৰে কয় ৰামে এই সংসাৰত যি যি কৰিছে সকলো অভিনয়ৰ নাট হিচাপেহে।

**ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত চুতশ্চত্বাৰিংশ সৰ্গ সমাপ্ত**

## পঞ্চ চত্বাৰিংশ সৰ্গ

### ৰাম লক্ষ্মণ নাগ পাশত বন্ধ হোৱা দেখি বান্দৰসকলৰ শোক

১—২১। তাৰপিচত প্ৰতাপবান ৰাজপুত্ৰ ৰামচন্দ্ৰই ইন্দ্ৰজিতৰ গতিবিধি জানিবলৈ সুষেণৰ দুই পুত্ৰ, বান্দৰৰাজ নীল, বালীপুত্ৰ অঙ্গদ, উগ্ৰতেজস্বী শৰভ, দ্বিবিদ, হনুমান, মহাবলশালী সানুপ্ৰস্থ, ঋষভ, আৰু ঋষভস্কন্ধ এই দহজন বান্দৰ দলপতিক অদেশ দিলে। ৰামৰ আদেশ পাই বান্দৰবোৰে বৃহৎ বৃহৎ গছবোৰ হাতত লৈ ইন্দ্ৰজিতক বিচাৰি হৃষ্টচিত্তে আকাশৰ চাৰিওফালে প্ৰবেশ কৰিলে। তেতিয়া অস্ত্ৰবিৎ ৰাৱণ পুত্ৰই অধিকবেগসম্পন্ন শৰজাল ব্ৰহ্মাস্ত্ৰৰ দ্বাৰা অভিমন্ত্ৰিত কৰি বেগশীল বান্দৰবোৰৰ গতি ৰোধ কৰিলে। মেঘৰ আঁৰত থকা সূৰ্য্যক যিদৰে দেখা পাব নোৱাৰি ভীমবেগশীল বান্দৰবোৰেও নাৰাচ অস্ত্ৰৰ দ্বাৰা ক্ষত-বিক্ষত হৈও অন্ধকাৰৰ ভিতৰত থকা ইন্দ্ৰজিতক সেইদৰে দেখা নাপালে। ইপিনে যুদ্ধবিজয়ী ৰাৱণপুত্ৰ ইন্দ্ৰজিতে শৰ নিক্ষেপৰ দ্বাৰা ৰাম আৰু লক্ষ্মণক বিদ্ধ কৰিবলৈ ধৰিলে। ইন্দ্ৰজিত ক্ৰুদ্ধ হৈ নাগময় শৰৰ দ্বাৰা ৰাম আৰু লক্ষ্মণক এনেদৰে বিন্ধিবলৈ ধৰিলে যে তেওঁলেকৰ শৰীৰত শৰনোহোৱা শূন্য ঠাই নোহোৱা হল। তেওঁলোকৰ ক্ষত-স্থান সমূহৰ পৰা প্ৰচুৰ ৰক্তপাত হবলৈ ধৰিলে আৰু ৰাম আৰু লক্ষ্মণ উভয়কে দুটি কিংশুক ফুলৰ নিচিনা দেখা হল। তেতিয়া কজ্জলকান্তি বিশিষ্ট আপ্ৰান্ত আৰক্ত লোচন ৰাৱণনন্দনে অদৃশ্য অৱস্থাতে থাকি ভ্ৰাতৃযুগলক সম্বোধন কৰি কবলৈ ধৰিলে, "হে ৰাঘৱযুগল মই যেতিয়া অদৃশ্য অৱস্থাত থাকি যুদ্ধত অবতীৰ্ণ হওঁ তেতিয়া ত্ৰিদিবেশ্বৰ স্বয়ং ইন্দ্ৰয়ো মোক দেখা নাপায় অথবা চুকি পাব নোৱাৰে, তোমালোকৰতো কথাই নাই। হে ৰাঘৱদ্বয় তোমালোক এতিয়া মোৰ কঙ্কপত্ৰবিশিষ্ট শৰজালৰ বন্ধনত; ক্ৰোধে মোৰ চুলিৰ আগ পাইছে গৈ, মই এতিয়াই তোমালোকক যমৰ আলয়লৈ পঠাম!" এই বুলি কৈ ইন্দ্ৰজিতে ধৰ্ম্মজ্ঞ ভ্ৰাতৃযুগল ৰাম আৰু লক্ষ্মণক তীক্ষ্ণ শৰৰ দ্বাৰা বিন্ধি মনৰ আনন্দতে সিংহনাদে গৰ্জ্জিব ধৰিলে। চিকচিকীয়া কাজলসম কৃষ্ণাভ ইন্দ্ৰজিতে সেই মহাযুদ্ধৰ ভিতৰত বিশাল ধনুখন হাতত লৈ ৰাম লক্ষ্মণৰ ওপৰত পুনঃ বাণ নিক্ষেপ কৰিবলৈ ধৰিলে। এইদৰে শৰীৰৰ মৰ্ম্মস্থানাভিজ্ঞ বীৰ ইন্দ্ৰজিতে শৰজালৰ দ্বাৰা ৰামলক্ষ্মণৰ মৰ্ম্মস্থান আবৃত কৰি বাৰে বাৰে সিংহনাদ কৰিবলৈ ধৰিলে। ৰণক্ষেত্ৰৰ ভিতৰত এইৰূপে শৰবিদ্ধ হৈ

ৰাম আৰু লক্ষ্মণ উভয়ৰে এনে অৱস্থা হল যে দুয়ো এক নিমিষ কাললৈকে আনৰ পিনে চাব নোৱৰা হল। উভয়ে শৰবিদ্ধ আৰু শৰ সমূহৰ দ্বাৰা আচ্ছাদিত হৈ জৰীৰ বান্ধৰ পৰা মুক্ত হোৱা ইন্দ্ৰৰ ধ্বজাৰ দৰে কঁপিবলৈ ধৰিলে আৰু শেহত যি বীৰযুগল জগতৰ পতি আৰু মহাধনুৰ্দ্ধৰ, তেওঁলোকেও মৰ্ম্মস্থানত বিদ্ধ হৈ পাক ঘূৰণি খাই মাটিৰ ওপৰত ঢলি পৰিল। উভয়ৰে শৰীৰ তেজৰ দ্বাৰা আপ্লুত, সকলো অঙ্গ শৰৰ দ্বাৰা আচ্ছন্ন, এতেকে ভীষণভাবে কাতৰ হৈ দুয়োজন বীৰে ৰণক্ষেত্ৰত ঢলি পৰিল। শৰজালত তেওঁলোকৰ শৰীৰ এনেভাবে বিদ্ধ হল যে তাত আঙ্গুলি এটা থবলৈকো ঠাই নোহোৱা হল, হাতৰ আঙ্গুলিৰ আগভাগৰ পৰা সমগ্ৰ শৰীৰত এনে অকণমান ঠাই নাই য'ত শৰে ভেদ কৰা নাই অথবা শৰৰ-কোবত সেই ঠাঁই ক্ষুব্ধ হোৱা নাই। ক্ৰুৰমতি কামৰূপী ৰাক্ষসে তেওঁলোকৰ এনে ভাবে আহত কৰিলে যে নিজৰাৰ পৰা ওলাই অহা পানীৰ নিচিনা তেওঁলোকৰ শৰীৰৰ পৰা ৰক্তধাৰ নিৰ্গত হবলৈ ধৰিলে।

২২—২৭। শৰবিদ্ধ হৈ প্ৰথমতে ৰামেই মাটিত বাগৰি পৰিল ; পূৰ্ব্বতে ইন্দ্ৰজিতে ইন্দ্ৰক যিদৰে পৰাজিত কৰিছিল, এইবাৰো সোণৰ পাখি লোগোৱা সুন্দৰ সুতীক্ষ্ম মুখযুক্ত, বায়ুপ্ৰবাহিত ধূলিকণাসদৃশ দ্ৰুতগতিবিশিষ্ট নাৰাচ, অৰ্দ্ধনাৰাচ, ভল্ল, অঞ্জলিক, বৎসদণ্ড, সিংহদংষ্ট্ৰ, ক্ষুৰ আদি অস্ত্ৰেৰে ৰামক বিন্ধি পেলালে। শৰবিদ্ধ ৰাম বীৰশয্যাত শুই পৰিল আৰু তেতিয়া তেওঁৰ হাতৰ মুঠিৰ পৰা এৰা দি সুবৰ্ণ বিভূষিত তিনিভেজীয়া ধনুখন জ্যাশূন্য হৈ মাটিত সুলকি পৰিল। এইদৰে বাগৰি পৰা দেখি তেওঁৰ জীৱন সম্বন্ধে লক্ষ্মণ হতাশ হল। কমলপত্ৰাক্ষ ৰাম, যিজন সৰ্ব্বজনশৰণ্য আৰু যাৰ যুদ্ধকৌশলত সকলো সন্তুষ্ট হয়। আজি সেইজনো ধৰণীতলশায়ী হল। ককায়েকৰ এনে অৱস্থা দেখি ভায়েক লক্ষ্মণ শোকাকুল হল। ৰামৰ তেনে অৱস্থাত বান্দৰবোৰো তেনেই সন্তপ্ত হল আৰু অশ্ৰুপূৰ্ণনেত্ৰে ব্যাকুল ভাবে কান্দিবলৈ ধৰিলে।

২৮। এনে অৱস্থাত বান্দৰবোৰে বীৰবেশে শুই থকা নাগপাশে বদ্ধ ভ্ৰাতৃযুগলক বেঢ়ি ধৰি তাত বৈ থাকিল আৰু বায়ুপুত্ৰ হনুমান আদি বীৰ বান্দৰসকলেও আহি তাত যোগ দি অতিশয় শোক সন্তপ্ত হল।

**ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত পঞ্চচত্বাৰিংশ সৰ্গ সমাপ্ত**

# ষট্‌চত্বাৰিংশ সৰ্গ

## বান্দৰবোৰৰ বিষাদ আৰু ৰাৱণৰ হৰ্ষ

১—১০। তাৰ পিচত বনাবহাৰী বান্দৰবোৰ আকাশ আৰু পৃথিবীৰ চাৰিওফালে চকু ফুৰাই চাই দেখিলে যে ভায়েক ককায়েক ৰাম-লক্ষ্মণৰ সৰ্ব্বশৰীৰ বাণেৰে আবৃত। বৰষুণ দিয়াৰ পিচত ইন্দ্ৰদেৱ আঁতৰি যোৱাৰ নিচিনাকৈ ৰাক্ষস ইন্দ্ৰজিতে নিজ কৰ্ম্ম সাধি গুচি যোৱাৰ পিচত সুগ্ৰীৱে সৈতে বিভীষণ আহি তাত উপস্থিত হল আৰু লগতে হনুমানে সৈতে নীল, দ্বিবিদ, মৈন্দ, সুষেণ, কুমুদ, আৰু অঙ্গদো আহি উপস্থিত হৈ ৰাঘৱ দুজনাৰ বাবে শোকাভিভূত হল। তেওঁলোকে দেখিলে যে দুয়োজন বীৰ অলপ অলপ উশাহ লৈ শৰৰ দ্বাৰা আবৃত হৈ আছে আৰু তেজেৰে ৰাঙলি হৈ হাত-ভৰি নলৰোৱাকৈ নিস্তব্ধ অবস্থাত শৰশয্যাত পৰি আছে। শক্তিহীন সৰ্পই লৰচৰ নকৰাকৈ উশাহ টানি টানি পৰি থকাৰ দৰে বীৰ ৰঘুনন্দন ৰামলক্ষ্মণেও সোণৰ ধ্বজাসদৃশ ৰক্তাক্ত কলেবৰে প্ৰায়ে অলৰ-অচৰ অৱস্থাত বীৰ-শয্যাশায়ী হৈ পৰি আছে আৰু যূথপতিসকল বাষ্পপূৰ্ণ-নয়নে তেওঁক বেঢ়ি আছে। শৰজালে সৈতে তেওঁক এইদৰে পৰি থকা দেখি বিভীষণ আৰু আন আন বান্দৰগণ সকলো অতিশয় দুখিত হল। তেওঁলোকে ইন্দ্ৰজিতক বিচাৰি আকাশৰ ইফালে সিফালে চাবলৈ ধৰিলে; কিন্তু মায়াক আশ্ৰয় কৰি লুকাই থকা ৰাৱণসুত ইন্দ্ৰজিতক কতো দেখা নাপালে। অকল বিভীষণে নিজ মায়াৰ বলত লুকাই থকা নিজ ভ্ৰাতুষ্পুত্ৰ অপ্ৰতিমকৰ্ম্ম বীৰ, অপ্ৰতিদ্বন্দ্বী যোদ্ধা ইন্দ্ৰজিতক সম্মুখত থিয় হৈ থকা দেখা পালে। তেওঁ ব্ৰহ্মাৰপৰা পোৱা বৰৰ গুণতহে সেই সময়ত শক্তি আৰু যশস্যাৰে পৰিপূৰ্ণ ইন্দ্ৰজিতক অন্তৰ্হিত হৈ থকা অৱস্থাতো দেখা পাব পাৰিছিল।

১১—২৮। ইন্দ্ৰজিতে বীৰযুগলক এইদৰে পৰি থকা দেখি নিজ যুদ্ধকৌশলৰ সাফল্য অনুভৱ কৰি পৰম প্ৰীত হৈ মনৰ আনন্দতে ৰাক্ষসবোৰক কবলৈ ধৰিলে, "চোৱাঁ, খৰ আৰু দূষণৰ হন্তা মহাবলশালী ৰাম আৰু লক্ষ্মণ—এই ভাতৃযুগল মোৰ শৰপ্ৰহাৰত নিহত হৈছে। ঋষিসংঘ আৰু সুৰাসুৰ সকলেও মিলিত হৈ এওঁলোকক এই বন্ধনৰপৰা মুক্ত কৰিব নোৱাৰিব। যি দুজনৰ কাৰণে চিন্তাগ্ৰস্ত হৈ মোৰ পিতৃদেৱে শোকাভিভূত অৱস্থাত ৰাতিৰ তিনি প্ৰহৰ কাল বিচনাত গাল থৈ শুব পৰা

নাছিল, যাৰ কাৰণে বৰ্ষাকালৰ নদীৰ নিচিনা সমগ্ৰ লঙ্কা ব্যাকুল হৈ উঠিছিল, সকলো অনৰ্থৰ মূল সেই ৰামৰপৰা পোৱা ভয়ৰ এতিয়া উপশম হল। শৰৎকালৰ মেঘৰ দৰে ৰাম, লক্ষ্মণ আৰু বনবিহাৰী বান্দৰবোৰৰ বিক্ৰম এতিয়া নিষ্ফল হৈছে।” ৰাক্ষসবোৰক এইদৰে কৈ ৰাৱণপুত্ৰ ইন্দ্ৰজিতে যূথপতি বান্দৰবোৰক তাত দেখি তেওঁলোকক তাড়না কৰিবলৈ ধৰিলে! তেওঁ নপাট শৰেৰে নীল আৰু তিনি তিনি পাট অতি উগ্ৰ শৰেৰে মৈন্দ আৰু দ্বিবিদক আঘাত কৰিলে, তাৰ পিচত মহাধনুৰ্দ্ধৰ ইন্দ্ৰজিতে জাম্ববানক বুকুত বিন্ধাৰ পিচত বেগবান হনুমানৰ ওপৰত ৰাৰপাট শৰ নিক্ষেপ কৰিলে। অসীম বিৰক্ৰমশীল গবাক্ষ আৰু শৰভক দুপাট দুপাট শৰেৰে বিন্ধিলে। তাৰ পিচতে লৰালৰিকৈ গোলাঙ্গুলসকলৰ অধিপতি বালীপুত্ৰ অঙ্গদৰ ওপৰত বহুত বাণ নিক্ষেপ কৰিলে। এইদৰে বলবান মহাসত্ত্ব সেই ৰাৱণনন্দনে প্ৰধান প্ৰধান যূথপতিসকলক শৰবিদ্ধ কৰি সিংহনাদে চীৎকাৰ কৰিবলৈ ধৰিলে। তাৰ পিচত শৰবিদীৰ্ণ বান্দৰবৰ্গৰ মনত আতঙ্কৰ সৃষ্টি কৰি মহাবাহু ইন্দ্ৰজিতে উচ্চহাস্যে হাঁহি হাঁহি পুনঃ কবলৈ ধৰিলে, “হে ৰাক্ষসগণ, শুনা, মই মোৰ ঘোৰ বাণবৰ্ষণৰ দ্বাৰা ৰাম আৰু লক্ষ্মণ উভয়কে নাগপাশত বান্ধি থৈছোঁ।” ইন্দ্ৰজিতৰ কথা শুনি কূটযোদ্ধা ৰাক্ষসবোৰে বিস্ময়ান্বিত হৈ পৰম হৰ্ষান্বিত হল আৰু ইন্দ্ৰজিতৰ প্ৰতি সম্মান দেখুৱাই ৰাম নিহত হৈছে বুলি জানি তেওঁলোকে মেঘসদৃশ গভীৰ স্বৰে সিংহনাদ কৰিবলৈ ধৰিলে। তেওঁলোকে ৰামলক্ষ্মণক নিস্পন্দ-ভাবে উশাহ-নিশাহ নোলোৱাকৈ মাটিত পৰি থকা দেখি নিহত হোৱা বুলিয়ে ধৰিলে। তাৰ পিচত যুদ্ধবিজয়ী ইন্দ্ৰজিত পৰম হৰ্ষান্বিত হৈ ৰাক্ষসবৰ্গক আনন্দিত কৰি সদলবলে লঙ্কাত প্ৰবেশ কৰিলে।

২৯—৪৩। ইপিনে ৰামলক্ষ্মণৰ শৰীৰৰ সকলো অঙ্গপ্ৰত্যঙ্গ শৰজালৰ দ্বাৰা আবৃত হোৱা দেখি সুগ্ৰীৱৰ মনত ভয়ৰ কাৰণ উপস্থিত হল। বান্দৰাধিপতি সুগ্ৰীৱ ক্ৰোধতে ব্যাকুল হৈ ভয়ত্ৰস্ত চিত্তে দীনবদনে এইদৰে থকাদেখি বিভীষণে কবলৈ ধৰিলে, “সুগ্ৰীৱ, ভয়তে সন্ত্ৰস্ত নহবা, তোমাৰ চকুলো সামৰা। যুদ্ধৰ কথাটো প্ৰায়ে এনে ধৰণৰ; জয়ৰ কোনো স্থিৰতা নাই, যদিহে আমাৰ সৌভাগ্য আছে তেন্তে এই বীৰ নিশ্চয় জী উঠিব। মহাবলশালী আৰু মহাত্মা এই দুয়োজনে এতিয়াই এওঁলোকৰ মূৰ্চ্ছাভাব এৰি উঠি বহিব; কপিপ্ৰবৰ, তুমি আশ্বস্ত হোৱাঁ আৰু আশ্ৰয়হীন মোকো আশ্বস্ত কৰা। মই জানো, যিসকলে সত্য আৰু ধৰ্মক আশ্ৰয় কৰি থাকে তেওঁলোকৰ মৃত্যু-ভয় নাই।” সুগ্ৰীৱক এইদৰে কৈ বিভীষণে পানীত হাত তিয়াই লৈ তেওঁৰ চকু দুটা মচি দিলে; আৰু তাৰপিচত হাতত পানী লৈ

সেই পানী মন্ত্রপূত কৰি ধৰ্ম্মাত্মা বিভীষণে সুগ্রীৱৰ চকু দুটা ধুই দিলে। এইদৰে ধীমান কপিৰাজৰ বদন মচি দি কালৰ উপযোগী নিভুৰ্লবাক্যে কবলৈ ধৰিলে, "হে কপিৰাজ, এইটো ব্যাকুল হোৱাৰ সময় নহয়, অতি মাত্রা চেনেহো এনে সময়ত মৃত্যুৰ কাৰণ হব পাৰে, এতেকে সৰ্ব্বকাৰ্য্যবিনাশক তোমাৰ এই ব্যাকুলতা পৰিত্যাগ কৰা; ৰামৰ সম্মুখত যিবোৰ বান্দৰ আছে, যি উপায়ে তেওঁলোকৰ হিতসাধন হব পাৰে তাকে চিন্তা কৰা। অথবা যেতিয়ালৈ ৰাম সংজ্ঞাহীন অৱস্থাত আছে সেই সময়লৈকে তুমি ৰামক ৰক্ষা কৰি থাকাঁ; কাকুৎস্থে ৰাম আৰু লক্ষ্মণ সংজ্ঞা-প্রাপ্ত হলে তেওঁলোকে আমাৰ ভয় দূৰ কৰিব। মই যি দেখিছো ৰামৰ একো হোৱা নাই; তেওঁ মুমূর্ষু অবস্থাতো থকা নাই; মৃত প্রাণীৰ মুখত যি শোভা বিৰাজ কৰিব নোৱাৰে সেই শোভা এওঁৰ মুখত বিৰাজ কৰিছে। এতেকে তুমি নিজে আশ্বস্ত হৈ তোমাৰ নিজৰ সৈন্যবাহিনীক আশ্বস্ত কৰা; ইতিমধ্যে মই সকলো সৈন্যক পুনঃ সংস্থাপিত কৰি লওঁ। চোৱাঁ, এই বান্দৰবোৰে তেওঁলোকৰ চকু মেলি ভয়তে সন্ত্রস্ত হৈ কাণে কাণে ফুচ্ফুচাই কথা কবলৈ ধৰিছে! এতেকে এই সময়ত সৈন্যসংস্থাপনৰ অৰ্থে প্রফুল্লচিত্তে মোক ইপিনে সিপিনে দৌৰাদৌৰি কৰা দেখি, মানুহে পিন্ধি উঠাৰ পিচত ডিঙিৰপৰা পেলাই দিয়া ফুলৰ মালা ধাৰীৰ নিচিনাকৈ বান্দৰবোৰেও তেওঁলোকৰ মনৰপৰা ভয়ৰ ভাৱ আঁতৰাওক।" ৰাক্ষসৰাজ বিভীষণে সুগ্রীৱক এইদৰে আশ্বাসবাণী দি পলায়মান বান্দৰসৈন্যক পুনঃ আশ্বস্ত কৰিবলৈ ধৰিলে।

৪৪—৪৮। ইপিনে মহামায়াবান ইন্দ্রজিত তেওঁৰ সকলো সৈন্য লগত লৈ লঙ্কাত প্রবেশ কৰি তেওঁৰ পিতৃদেৱৰ ওচৰত উপস্থিত হল। ৰাৱণক সাক্ষাৎ কৰি অভি-বাদন জনাই ৰাম-লক্ষ্মণ নিহত হৈছে এই প্রিয় বাতৰিটো তেওঁৰ ওচৰত নিবেদন কৰিলে। ৰাক্ষসবোৰৰ ভিতৰত শত্রু নিহত হৈছে, এই সংবাদ পায়ে ৰাৱণে আনন্দতে জঁপিয়াই উঠি থিয় দিলে আৰু পুতেকক সাবটি ধৰি স্নেহেৰে তেওঁৰ শিৰোভাগ ঘ্রাণ কৰিলে আৰু ঘটনাৰ বিবৰণ যথাযথভাৱে বৰ্ণাবলৈ ইন্দ্রজিতক কলে। তেতিয়া ইন্দ্রজিতে যিদৰে ৰামলক্ষ্মণে নাগপাশত বান্ধ খাই নিস্পন্দ আৰু নিষ্প্রভ অৱস্থাত পৰি আছে সেই সকলো বিবৰণ পিতাকক জনালে। ৰাৱণে তেওঁৰ মহাৰথী পুত্রৰপৰা সকলো কথা শুনি লৈ তেওঁৰ অন্তৰাত্মাৰে সৈতে প্রীত হল আৰু দাশৰথি ৰামৰ কাৰণে তেওঁৰ মনত ওপজা সকলো বিষাদ আঁতৰি গল আৰু অতিশয় হৰ্ষান্বিত হৈ পুত্রক অভিনন্দন জনালে।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত ষট্চত্বাৰিংশ সৰ্গ সমাপ্ত

# সপ্তচত্বাৰিংশ সৰ্গ

## ৰাৱণৰ আদেশত পুষ্পক-ৰথ যোগে সীতাৰ ৰণভূমি দৰ্শন

১—৪। ৰাৱণৰ পুত্ৰ ইন্দ্ৰজিতে কামত সফলতা লাভ কৰি লঙ্কাত প্ৰৱেশ কৰাৰ পিচত মুখ্য মুখ্য বান্দৰসকলে ৰাঘৱ দুজনাক বেঢ়ি ধৰি তেওঁলোকক ৰক্ষা কৰি থাকিল। হনুমান, অঙ্গদ, নীল, সুষেণ, কুমুদ, নল, গজ, গবাক্ষ, পনস, মহান বান্দৰ সানুপ্ৰস্থ, জাম্ববান, ঋষভ, সুন্দ, ৰম্ভ, শতবলি, পৃথু প্ৰভৃতি সেনাধ্যক্ষসকলে সৈন্যৰ ব্যূহ ৰক্ষা কৰি, হাতত গছ লৈ অতি সাৱধানে তেওঁলোকক ৰাখি থাকিল। তলে, ওপৰে, বক্ৰভাবে চাৰিওফালে তেওঁলোকে চকু ৰাখিলে। কৰবাত তৃণ এডাল লৰি উঠিলেও, ৰাক্ষস আহিছে বুলি তেওঁলোকৰ মনত সন্দেহ হবলৈ ধৰিলে।

৫—৯। ইপিনে ৰাৱণে পৰম প্ৰীত হৈ পুতেক ইন্দ্ৰজিতক বিদায় দি সীতাক ৰক্ষা কৰি থকা ৰাক্ষসীবোৰক মাতি পঠালে। আদেশ পাই ত্ৰিজটাকে আদি কৰি ৰাক্ষসীবোৰ আহি উপস্থিত হোৱাত ৰাক্ষসাধিপতিয়ে সিহঁতক কলে, "তোমালোকে গৈ বৈদেহীক কোৱাগৈ ইন্দ্ৰজিতৰ হাতত ৰাম আৰু লক্ষ্মণ নিহত হৈছে। এতিয়া তোমালোকে তেওঁক পুষ্পকৰথত উঠাই লৈ ৰণত তেওঁলোক যিদৰে নিহত হৈছে তাক দেখুৱাগৈ। যাৰ আশ্ৰয়ক গৰ্ব্ব কৰি ইমান দিনে তেওঁ মোক ভজা নাই, ভায়েকে সৈতে সেই ৰামচন্দ্ৰ নিহত হৈ ৰণক্ষেত্ৰত পৰি আছে। গতিকে এতিয়া মনৰ সকলো শঙ্কা, উদ্বিগ্নতা আৰু আকাঙ্ক্ষা এৰি সৰ্ব্বালঙ্কাৰে বিভূষিতা হৈ সীতাই মোক ভজনা কৰিব পাৰিব। লক্ষ্মণে সৈতে ৰাম কালৰ বশবৰ্ত্তী হোৱা দেখিলে, বিশালাক্ষী সীতা তাৰপৰা উভতি আহি উপায়বিহীন হৈ ৰামৰ কাৰণে অপেক্ষা নকৰি এতিয়া নিজেই মোৰ ওচৰ চাপিব।"

১০—২৩। দুৰাত্মা ৰাৱণৰ এই কথা শুনি ৰাক্ষসীবোৰে "যিবা আজ্ঞা" বুলি কৈ পুষ্পক ৰথ থকা ঠাইলৈ গল। তাৰপৰা পুষ্পক ৰথখন আনি যি অশোকবনত সীতা বাসকৰি আছিল তেওঁলোক তালৈ গল। তেতিয়া স্বামী-শোকাভিভূতা সীতাক ৰথত তুলি লোৱাত ৰাৱণে ত্ৰিজটাৰে সৈতে সীতাক লৈ পতাকা আৰু ধ্বজাদি সুশোভিতা লঙ্কাৰ ওপৰত বিচৰণ কৰিবলৈ ধৰিলে, আৰু প্ৰফুল্লচিত্তে চাৰিওফালে ঘোষণা কৰি দিলে ৰণত ৰাম আৰু লক্ষ্মণ উভয়ে ইন্দ্ৰজিতৰ হাতত নিহত হৈছে। ত্ৰিজটাৰে সৈতে সীতাই দেখিলে যে অসংখ্য বান্দৰসৈন্য

নিপাতিত হৈছে আৰু মাংসাশী ৰাক্ষসবোৰ মনৰ আনন্দতে ঘূৰি ফুৰিছে আৰু দেখিলে বান্দৰবোৰ মনৰ অতিশয় দুখতে ৰাম আৰু লক্ষ্মণৰ ওচৰত বৈ আছে। তাৰ পিচত তেওঁ দেখা পালে যে ৰাম আৰু লক্ষ্মণ উভয়ে শৰৰ প্ৰহাৰত সংজ্ঞাহীন হৈ শৰশয্যাত শুই আছে। তেওঁলোকৰ কবচ ছিন্ন-ভিন্ন, ধনু দূৰৈত নিক্ষিপ্ত, সৰ্ব্বশৰীৰ শৰৰ দ্বাৰা বিদ্ধ, দেখিলে অনুমান হয় যেন দুটা শৰৰ বোজাহে তাত পৰি আছে। অগ্নিসুত স্কন্দ আৰু বিশাখাসদৃশ নৰশ্ৰেষ্ঠ কমললোচন বীৰ ভ্ৰাতৃ-যুগল শৰশয্যাশায়ী হৈ এইদৰে পৰি থকা দেখি সীতাদেৱী শোকতে তেনেই অভিভূতা হল। অসিতেক্ষণা সৰ্ব্বাঙ্গ-সুন্দৰী জনকাত্মজা সীতাই ৰাম আৰু লক্ষ্মণক ৰণক্ষেত্ৰৰ ধূলিৰ মাজত এই-দৰে পৰি থকা দেখি ৰোদন কৰিবলৈ ধৰিলে। দেৱসুতসদৃশ প্ৰভাৱবিশিষ্ট ভ্ৰাতৃদ্বয়ৰ পিনে চাই সীতাৰ চকু চকুলোৰে ভৰি পৰিল আৰু দুয়োজনেই নিহত হৈছে বুলি ভাবি পৰম দুখান্বিতা হৈ এইদৰে বিলাপ কৰিবলৈ ধৰিলে।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্গত সপ্তচত্বাৰিংশ সৰ্গ সমাপ্ত

## অষ্টচত্বাৰিংশ সৰ্গ

### সীতাৰ খেদ আৰু ত্ৰিজটাৰ আশ্বাস-বা

১—২১। সীতাদেৱীয়ে তেওঁৰ স্বামী আৰু মহাবলশালী লক্ষ্মণক নিহত হোৱা দেখি শোকত কাতৰ হৈ এইদৰে বিলাপ কৰিবলৈ ধৰিলে, "সামুদ্ৰিক লক্ষণ জনা পুৰুষসকলে কৈছিল যে 'তুমি পুত্ৰৱতী আৰু অবিধৱা হবা'; ৰামৰ মৃত্যুত জ্ঞানী পুৰুষসকলৰ সেই কথা মিছাতহে পৰিণত হল। তেওঁলোকে কৈছিল 'তুমি এনে এজনৰ পত্নী হবা যিজনে অশ্বমেধাদি যজ্ঞ সম্পাদন কৰিব আৰু সুদীৰ্ঘ কাল ব্যাপি হোৱা বহুজনসাধ্য যজ্ঞৰ অনুষ্ঠান কৰিব'। ক'তা এতিয়া ৰামৰ মৃত্যুত তেওঁলোকৰ কথা ৰল কত ? তেওঁলোকৰ কথামতে মই বীৰ ৰজাসকলৰ পূজনীয়া আৰু স্বামীৰ অতি চেনেহৰ সৌভাগ্যৱতী নাৰী হব লাগিছিল। হায়! ৰাম নিহত হোৱাত তেওঁলোক আজি মিথ্যাবাদীহে হল। জ্যোতিঃশাস্ত্ৰবিদ পণ্ডিতসকলে মোৰ সন্মুখত প্ৰতিজ্ঞা কৰি কৈছিল যে মই সৌভাগ্যৱতী আৰু সধৱা হৈ থাকিম, ৰামৰ অবিহনে আজি

তেওঁলোকো মিথ্যাবাদী হ'ল। এই যে মোৰ ভৰিত পদ্মচিহ্ন বিদ্যমান, এইবোৰ কুলস্ত্ৰীৰ লক্ষণ, তাৰ দ্বাৰা বুজায় পতিৰ লগত ৰাজ্যত অভিষিক্ত হৈ মই ৰাজ-সিংহাসনত অধিষ্ঠিত হম। যিবোৰ লক্ষণ থাকিলে দুৰ্ভগা স্ত্ৰীৰ বৈধব্য অৱস্থা বুজায় তেনেবোৰ লক্ষণ মোত দেখা নাপাওঁ; কিন্তু হায়! সুলক্ষণসমূহ মোৰ শৰীৰত বিদ্যমান থকা সত্বেও মই এতিয়া সুলক্ষণহীনা নাৰীৰ নিচিনা হলোঁ।* সামুদ্ৰিক শাস্ত্ৰ আৰু সেই শাস্ত্ৰজ্ঞ পুৰুষসকলে সঁচাকৈয়ে কৈছে যে তিৰোতাৰ হাত আৰু ভৰিত পদ্মৰ চিহ্ন থকাটো শুভলক্ষণ। হায়! আজি ৰাম নিহত হোৱাত মোৰ কাৰণে সেই লক্ষণবোৰো বিফল হল। মোৰ কেশপাশ সূক্ষ্ম সমান আৰু নীলাভ, ভ্ৰূযুগল অসংলগ্ন, মোৰ জঙ্ঘা সুগোল আৰু লোমবিহীন, দাঁতৰ পাঙ্তি অবিৰল, ললাটভাগ, চকু, হাত, ভৰি, আৰু উৰুভাগ সমত্বাযুক্ত, নখবোৰ অনুবৃত্তাকাৰ আৰু আঙুলিবোৰ স্নিগ্ধ আৰু সমমধ্য, স্তনযুগল পৰস্পৰ সংহত আৰু পীন, স্তনৰ আগভাগ তললৈ নামি অহা, নাভিৰ মাজভাগ দ আৰু চাৰিওকাশ ওখ, বুকু উন্নত, বৰণ মণিৰ সদৃশ উজ্জ্বল, নোমৰাজি কোমল; লক্ষণজ্ঞ পণ্ডিতসকলে মোত দ্বাদশ শুভলক্ষণৰ চিহ্ন দেখি মোক সুলক্ষণসম্পন্না বুলি কৈছিল। মোৰ হাত আৰু ভৰি উজ্জ্বলবৰ্ণবিশিষ্ট, তাৰ আঙুলিবোৰ যবচিহ্নযুক্ত আৰু পৰস্পৰ সুসংলগ্ন। ছোৱালীৰ লক্ষণজ্ঞ পণ্ডিতসকলে মোক মৃদুহাসিনী বুলি অভিহিত কৰিছিল আৰু ব্ৰাহ্মণ পণ্ডিত-সকলে পতিৰ লগত ৰাজসিংহাসনত অভিষিক্তা হম বুলি ব্যক্ত কৰিছিল; হায়! লক্ষণজ্ঞ পুৰুষসকলে যি যি উক্তি কৰিছিল সেই সকলো বিফল হল। আহা! এই ভ্ৰাতৃযুগলে জনস্থানত ৰাক্ষসকুল নিৰ্ম্মূল কৰি মোৰ পথ অনুসৰণ কৰি অপাৰ সমুদ্ৰ পাৰ হৈ আহি শেহত গোষ্পদত নিমগ্ন হল। বাৰুণ, আগ্নেয়, বায়ব্য, ব্ৰহ্মশিৰঃ এই সকলো অস্ত্ৰতে ৰাঘৱ দুজনাৰ অধিকাৰ আছিল, তেনেহলে সমৰত কি সেইবোৰ তেওঁলোকৰ স্মৰণ পথত উদিত নহল। নহলে মই অনাথাৰ নাথ ইন্দ্ৰসম পৰাক্ৰমশীল ৰাম আৰু লক্ষ্মণ মায়াক আশ্ৰয় কৰি অদৃশ্য অৱস্থাত থকা ইন্দ্ৰজিতৰ হাতত নিহত হবলৈ পাৰে কেনেকৈ? মই জনাত শত্ৰু যদি মনৰ বেগসদৃশ বেগশীলো হয় এওঁলোকৰ দৃষ্টিপথলৈ আহিলে সি আৰু জীৱন লৈ উভতি যাব নোৱাৰে। মই বুজিছোঁ কালৰ পক্ষে অসম্ভৱ একোৱেই নাই, কৃতান্তক জয় কৰা অসম্ভৱ, কিয়নো মুহূৰ্তত ভায়েক লক্ষ্মণে সৈতে ৰামো নিহত হব পাৰিলে। মই ৰাম আৰু মহাবল লক্ষ্মণৰ কাৰণে তেনেদৰে শোকাভিভূত নহওঁ, মোৰ নিজৰ অথবা নিজৰ জননীৰ কাৰণেও

* মহত্তৰমতে এই শ্লোকটো প্ৰক্ষিপ্ত—টীকাকাৰ।

তেনেদৰে শোক নকৰোঁ। মই শোক পাইছো হতভাগিনী শাহু আইৰ কাৰণে। আহা! বেচেৰীয়ে সদায় চিন্তা কৰি আছে ব্ৰত শেষহোৱাৰ পিচত ৰাঘৱে সৈতে সীতা আৰু লক্ষ্মণক উভতি অহা কেতিয়া দেখা পাব।”

২২—৩৩। সীতাদেৱীয়ে এইদৰে বিলাপ কৰি থাকোঁতে ৰাক্ষসী ত্ৰিজটাই কলে, “হে দেৱী, আপুনি শোক নকৰিব; আপোনাৰ স্বামী জীৱিত আছে। ডাঙৰ ডাঙৰ কাৰণ আৰু অনুভূতিপৰা পোৱা লক্ষণৰ ওপৰত নিৰ্ভৰ কৰি মই কৈছো যে এই ভ্ৰাতৃযুগল জীৱিত আছে; সেইবোৰ কওঁ শুনক। প্ৰথমতে যুদ্ধক্ষেত্ৰত সেনাপতি নিহত হলে তেওঁৰ অধীনস্থ সৈন্যসমূহৰ মুখত ক্ৰোধ আৰু আনন্দৰ ভাব তেনেভাবে প্ৰকাশ পাব নোৱাৰে। তাৰ পিচত হে বৈদেহী, পুষ্পক নামৰ দিব্য যিখন ৰথ আপুনি দেখিছে, এওঁলোক দুয়োজন নিহত হলে, এই ৰথেও আপোনাক বহন কৰি নানিলেহেঁতেন। তদুপৰি যুদ্ধক্ষেত্ৰত প্ৰধান সেনাপতি নিহত হলে তেওঁৰ সৈন্যবোৰে কৰ্ণধাৰবিহীন নৌকাৰ নিচিনা উদ্যম আৰু উৎসাহ বিহীন হৈ ইকালে সিকালে ঘূৰি ফুৰে মাত্ৰ। হে দেৱী, মই মোৰ মনৰ আনন্দে-সৈতে আপোনাক জনাইছোঁ, আপুনি চাওক এই বান্দৰ সৈন্যবোৰে তেনে কোনো ভাব নাৰাখি অকণো ভয়ভীত নোহোৱাকৈ নিৰুদ্বেগে কাকুৎস্থ দুজনাক ৰক্ষা কৰি আছে। এতেকে হে দেৱী, আপুনি আশ্বস্ত হওক, মই ভবিষ্যৎ সুখদায়ক অনুমানৰ ওপৰত নিৰ্ভৰ কৰি মনৰ আনন্দে সৈতে কৈছোঁ, আপুনি দেখিব কাকুৎস্থদ্বয় নিহত হোৱা নাই। মৈথিলী, মই কোনোদিনে মিছা কোৱা নাই আৰু নকওঁ, আপুনি আপোনাৰ সৎ স্বভাৱ আৰু চৰিত্ৰৰ গুণতে মোৰ অন্তৰ অধিকাৰ কৰিছে। আপুনি জানিব ইন্দ্ৰৰে সৈতে স্বয়ং দেৱতাগণেও এই বীৰ দুজনাৰ ওপৰত জয়লাভ কৰিব নোৱাৰে। মই তেনেবিধৰ লক্ষণ দেখা পাইহে আপোনাক এনেদৰে কৈছোঁ। মৈথিলী, এইটো এটা অতি আচৰিত ঘটনা যে শৰবিদ্ধ হৈ এইদৰে সংজ্ঞাহীন হৈ পৰি থকা সত্বেও তেওঁলোকৰ মুখশ্ৰীয়ে তেওঁলোকক এৰি যোৱা নাই। প্ৰায়ে দেখা গৈছে যে মৃতজনৰ মুখশ্ৰীত ভীষণ বিকৃতি ঘটে। এতেকে হে জনকাত্মজা, ৰাম আৰু লক্ষ্মণৰ কাৰণে আপুনি শোক, মোহ আৰু দুখ পৰিত্যাগ কৰক। এনে অৱস্থাত তেওঁলোক জীৱিত নাথাকি নোৱাৰে।”

৩৪—৩৬। দেৱকন্যাসদৃশী সীতাদেৱীয়ে ত্ৰিজটাৰ এই কথা শুনি হাতযোৰ কৰি কলে, “তোমাৰ কথা যেন সত্য হয়।” তাৰ পিচত মনসম গতিশীল বিমান ওভতাই লৈ দীনবদনে ৰাক্ষসী ত্ৰিজটাৰে সৈতে পুনঃ লঙ্কাত প্ৰৱেশ কৰিলে আৰু ত্ৰিজটাৰে সৈতে পুষ্পকৰ পৰা নামি ৰাক্ষসীবোৰে সৈতে পুনঃ অশোকবনত সোমালে।

৩৭। এইদৰে সীতাদেবীয়ে ৰামলক্ষ্মণক দেখি আহি গছ-গছনিৰে পৰিপূর্ণ ৰাক্ষস-ৰাজৰ বিহাৰভূমি অশোকবনত প্রৱেশ কৰি ৰাজপুত্র দুজনৰ কথাকে চিন্তা কৰি অতিশয় বিষণ্ণা হৈ থাকিল।

ইতি যুদ্ধকাণ্ডৰ অন্তর্ভুক্ত অষ্টচত্বাৰিংশ সর্গ সমাপ্ত

## একোনপঞ্চাশ সর্গ

### সংজ্ঞা লাভ কৰাৰ পিচত লক্ষ্মণৰ কাৰণে ৰামৰ খেদ

১২। দশৰথনন্দন ৰাম আৰু লক্ষ্মণ শৰপাশত আবদ্ধ; তেজেৰে ৰাঙলী হৈ দুয়োজনে নাগসদৃশ দীঘল দীঘলকৈ উশাহ টানি শুই আছে। ইপিনে সুগ্রীৱকে আদি কৰি মহাবলশালী শ্রেষ্ঠ বান্দৰগণে শোকাভিভূত হৈ মহাত্মা দুজনাক বেঢ়ি আছে। ঠিক এনে সময়তে বীর্য্যবান ৰামচন্দ্রই তেওঁৰ শৰীৰৰ অসীম শক্তি আৰু দৃঢ়তাৰ গুণত শৰজালত আবদ্ধ থকা সত্ত্বেও সংজ্ঞহীন অৱস্থাৰপৰা সাৰ পাই উঠি ভায়েক লক্ষ্মণক শৰজালত অধিকভাৱে বান্ধ খাই ৰক্তাক্তকলেবৰে মালিনবদনে পৰি থকা দেখি আতুৰ-ভাবে বিলাপ কৰিবলৈ ধৰিলে, "হায়! চকুৰ আগতে মোৰ এই ভ্রাতা লক্ষ্মণক যুদ্ধত পৰাভূত হৈ এইদৰে শুই থকা দেখি সীতাক উদ্ধাৰ কৰি অনা অথবা মই জীয়াই থকাৰ পৰা কি লাভ? এই পৃথিবীত বিচাৰি চালে সীতাৰ নিচিনা নাৰী হয়তো পাব পাৰিম কিন্তু লক্ষ্মণসদৃশ সহায় আৰু যুদ্ধনিপুণ ভ্রাতা মই ক'তো নাপাম। এতেকে সুমিত্রানন্দবর্দ্ধন লক্ষ্মণ যদি প্রকৃততে মৃত্যুমুখত পৰে তেন্তে বান্দৰবোৰৰ চকুৰ আগতে ময়ো মোৰ প্রাণ বিসর্জ্জন দিম। লক্ষ্মণক হেৰুৱাই উঠি মই আই কৌশল্যাক অথবা কৈকেয়ীক কি কম আৰু পুত্রৰ মুখ দেখিবলৈ লালস কৰি থকা আই সুমিত্রাকে বা কি কম? লক্ষ্মণক এৰি থৈ গৈ পুত্রহাৰা হৈ কুৰৰীৰ দৰে কঁপি থকা অৱস্থাত আই সুমিত্রাক মই কি বুলি আশ্বাস দিম? লক্ষ্মণক লগত লৈ বনলৈ আহি এতিয়া তেওঁক এৰি থৈ গৈ মই শত্রুঘ্ন অথবা মহাযশস্বী ভৰতকে বা কি কম? আই সুমিত্রাৰ বিদ্রূপ মই সহিব নোৱাৰিম, এতেকে এই ঠাইতে মই মোৰ প্রাণ পৰিত্যাগ কৰিম, কিয়নো জীয়াই থাকিবলৈ মোৰ আগ্রহ আৰু নাই। মই

দুষ্কৃতকৰ্ম্মকাৰী আৰু অনাৰ্য্য; মোক ধিক্। অকল মোৰে কাৰণে লক্ষ্মণ প্ৰাণহীন হৈ শৰশয্যাশায়ী হৈছে। ভাই লক্ষ্মণ, মই বিষণ্ণ হৈ থকা কালত অকল তুমিয়ে মোক আশ্বাসবাণী দিছিলা, হায়! এতিয়া প্ৰাণ হেৰুৱাই শোকাৰ্ত্ত অৱস্থাত মোৰ লগত কথা পাতিব নোৱাৰা হৈছা! লক্ষ্মণ, আজিৰ এই যুদ্ধত অসংখ্য ৰাক্ষস নিহত কৰি যিজনাই মাটিত পেলাই থৈছা, শেহত শৰৰ প্ৰহাৰত নিহত হৈ তুমিয়ো সেই মাটিতে শুই থাকিব লগা হল। তোমাৰ ৰক্তাক্ত কলেৱৰে অস্তমিত সূৰ্য্যৰ সদৃশ ৰূপ ধাৰণ কৰিছে আৰু শৰশয্যাশায়ী হৈ তুমিও শৰৰ ৰূপত পৰিণত হৈছা। লক্ষ্মণ, কথা নকলেও তোমাৰ চকুৰ পিনে চাই মই বুজিব পাৰিছোঁ যে তোমাৰ মৰ্ম্মস্থান বাণবিদ্ধ হোৱাৰ কাৰণে শৰীৰৰ বেদনাতে তুমি কথা কব পৰা নাই। হে মহাদ্যুতিসম্পন্ন লক্ষ্মণ, বনলৈ অহাৰ সময়ত যিদৰে তুমি মোৰ অনুগামী হৈছিলা এতিয়া মৰণকালত যমালয়লৈ ময়ো সেইদৰে তোমাৰ অনুগামী হম। লক্ষ্মণ, তুমি মোৰ ইষ্টজন আৰু বন্ধু—আৰু সদায় মোৰ অনুব্ৰত হৈ থাকি অকল অনাৰ্য্য মোৰ দুৰ্নীতিৰ কাৰণে তুমি এনে অবস্থা পাব লগা হৈছে। বীৰ লক্ষ্মণ, তুমি ৰুষ্ট হৈ কোনো সময়ত মোক কোনো অপ্ৰিয় অথবা কৰ্কশ কথা শুনাইছা বুলি মোৰ মনত নপৰে। যি লক্ষ্মণে এবাৰতে পাঁচশ বাণ প্ৰয়োগ কৰিব পাৰিছিল এতেকে সহস্ৰবাহু কাৰ্ত্তবীৰ্য্যতকৈও শৰবিদ্যাত যিজন অধিক শক্তিসম্পন্ন বুলি প্ৰমাণিত হৈছিল, যিজনে মহাত্মা ইন্দ্ৰৰ অস্ত্ৰকো নিজ অস্ত্ৰৰ দ্বাৰা প্ৰতিহত কৰিব পাৰিছিল আৰু যিজনে সদায় মহামূল্য শয্যাত হে শয়ন কৰিছিল, হায়! সেইজন নিহত হৈ আজি মাটিৰ ওপৰত শুই থাকিব লগা হৈছে! মই প্ৰতিজ্ঞা কৰিছিলোঁ বিভীষণক ৰাক্ষসসকলৰ ৰজা পাতিম, এতিয়া তেওঁক ৰজা পাতিব নোৱৰাত মোৰ কথা মিছাত পৰিণত হল আৰু এই দুখেই মোক ভেই পুৰি মাৰিব।

২৩—২৯। হে ৰজা সুগ্ৰীৱ, মই কবলৈ হলে, এই মুহূৰ্ত্ততে তুমিও ইয়াৰপৰা উভতি যোৱা উচিত, কিয়নো শোকসন্তপ্ত আৰু দুৰ্ব্বল মোৰ লগত থাকি তুমিও বীৰ্য্যহীন হোৱাত বাৱণে তোমাক অভিভূত কৰিব। এতেকে হে সুগ্ৰীৱ, অঙ্গদক আগত লৈ নল, নীল আৰু সৈন্যসামন্তেৰে সৈতে সাগৰ পাৰ হৈ যোৱাঁগৈ। তোমালোকে যি কাম কৰিছা সি প্ৰকৃততে অতি মহৎ আৰু আনৰ পক্ষে দুষ্কৰণীয়; মই ঋক্ষৰাজ আৰু গোলাঙ্গুলাধিপতিৰ ওপৰত বৰ সন্তুষ্ট। সমৰক্ষেত্ৰত অঙ্গদ, মৈন্দ, দ্বিবিদ, কেশৰী সম্পাতি, গবয়, গবাক্ষ, শৰভ, আৰু গজে যি যুদ্ধ কৰিলে সি প্ৰকৃততে অতি ঘোৰতৰ আৰু আৰু আন যিসকলে জীৱন ত্যাগ কৰিও যুদ্ধ কৰিলে তেওঁলোকো সঁচাকৈয়ে বৰ দুৰ্দ্ধৰ্ষ। তথাপিতো হে সুগ্ৰীৱ, মানুহে দৈৱক অতিক্ৰম কৰিব নোৱাৰে।

সুগ্ৰীৱ, তুমি মোৰ বয়স্য আৰু পৰম ধৰ্মভীৰু সুহৃদ; তুমি যিখিনি কৰিব পাৰাঁ সেই সকলোখিনি কৰিছা আৰু তাৰ দ্বাৰা মিত্ৰৰ কাৰণে কৰিব লগা সকলো কাম কৰিলা। এতিয়া মই অনুমতি দিছোঁ তোমালোক শ্ৰেষ্ঠ বান্দৰগণ, য'লৈকে ইচ্ছা গুচি যোৱাঁগৈ।

৩০—৩২। ৰামৰ বিলাপ শুনি পিঙ্গলাক্ষ যিসকল বান্দৰ তাত উপস্থিত আছিল তেওঁলোক আটায়ে চকুৰ পানী মচিবলৈ ধৰিলে। ঠিক এনে সময়তে বিভীষণে সৈন্যসমূহক যথাস্থানত সংস্থাপিত কৰি, গদা হাতত লৈ ৰাঘৱ ৰাম যি ঠাইত উপস্থিত আছিল তাত উপনীত হলহি। নীলবৰ্ণাভ বিভীষণক লৰালৰিকৈ ওচৰ চাপি অহা দেখি, বান্দৰবোৰে তেওঁক ৰাৱণপুত্ৰ ইন্দ্ৰজিৎ বুলি অনুমান কৰি পলোৱাৰ ভাবত চাৰিও ফালে দৌৰি যাবলৈ ধৰিলে।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত একোনপঞ্চাশ সৰ্গ সমাপ্ত

## পঞ্চাশ সৰ্গ

### গৰুড়ৰ সহায়ত ৰাম-লক্ষ্মণৰ নাগপাশৰপৰা মুক্তি

১—৬। ঠিক এনে সময়তে মহাতেজস্বী বলশালী বান্দৰৰাজ সুগ্ৰীৱে কৈ উঠিল, "দিগন্তবিমোহনকাৰী প্ৰবল বতাহৰ কোবত পানীৰ মাজত থকা নৌকাৰ নিচিনা সৈন্যদল ব্যথিত হোৱাৰ কাৰণ কি?" সুগ্ৰীৱৰ কথা শুনি বালীপুত্ৰ অঙ্গদে কলে, "আপুনি দেখা নাই নে যে দশৰথতনয় ৰাম আৰু লক্ষ্মণ মহাৰথী মহাত্মা এই বীৰ-যুগল শৰজালত বিদ্ধ হৈ ৰক্তাক্ত কলেবৰে শৰশয্যাশায়ী হৈ আছে?" পুত্ৰ অঙ্গদৰ উত্তৰ শুনি বান্দৰৰাজ সুগ্ৰীৱে তেওঁক কলে, "নহয়, এয়ে ইয়াৰ (অৰ্থাৎ ব্যথিত হৈ চাৰিওফালে পলাবলৈ চেষ্টা কৰাৰ) কাৰণ নহয়, সম্ভৱতঃ আকস্মিক কোনো ভয়ৰ কাৰণতহে পলোৱা যেন লাগে। চোৱাঁ, এই বান্দৰবোৰ অস্ত্ৰ-শস্ত্ৰ এৰি বিষণ্ণবদনে চতুৰ্দ্দিকে পলাবলৈ ধৰিছে; ভয়তে সিহঁতৰ চকু মেল খাই গৈছে, আৰু বাকী কোনেও কাৰো ওচৰত লজ্জিত হোৱাৰ ভাবো ধৰা নাই, পিছফালে ঘূৰি নাচাই ইজনে সিজনক ধৰি সম্মুখলৈ টানিছে নিছে, আনকি কোনোবাটো পৰি গলেও তাক এৰি থৈ ডেই পাৰ হৈহে গৈছে।"

৭—১০। এনে সময়তে বীৰ বিভীষণে গদা হাতত লৈ ওচৰলৈ আহি জয়াশিস বাণীৰে সুগ্ৰীৱ আৰু ৰাঘৱ ৰামক সম্বৰ্দ্ধনা জনালে। বিভীষণক দেখি সুগ্ৰীৱে ওচৰতে থকা মহাত্মা ঋক্ষৰাজক সম্বোধন কৰি কলে, "ঋক্ষৰাজ, উপস্থিত এইজন বিভীষণ; তেওঁক দেখিয়ে মহা মহা বান্দৰগণে ৰাৱণনন্দন ইন্দ্ৰজিৎ বুলি ভয়তে বিহ্বল হৈ দৌৰি পলাবলৈ ধৰিছে। আপুনি চাৰিওফালে পলাবলৈ ধৰা ভয়ত্ৰস্ত এই বান্দৰবোৰক কওক গৈ যে বিভীষণহে আহি উপস্থিত হৈছে আৰু সেই বুলি কৈ তেওঁলোকক ওভতাই আনি সংস্থাপিত কৰক।"

৭—১। সুগ্ৰীৱৰ আদেশ পাই পলায়মান বান্দৰবোৰক ওভতাই আনি ঋক্ষৰাজে তেওঁলোকক সুস্থিৰ কৰিলে আৰু বান্দৰবোৰেও তেওঁৰ কথা শুনি বিভীষণৰ পিনে চাই ভয় আঁতৰাই থৈ উভতি আহি সান্ত্বনা লাভ কৰিলে। তেতিয়া বিভীষণে ৰাম আৰু লক্ষ্মণ দুয়োজনকে শৰবিদ্ধ অৱস্থাত দেখি মনত বৰ দুখ পালে; পানীত হাত তিয়াই দুয়োজনৰে চকু মচি দিলে আৰু শোকসন্তপ্ত হৈ কান্দি কান্দি কবলৈ ধৰিলে, "হায়! এই বীৰযুগল পৰমসত্ত্বসম্পন্ন, পৰাক্ৰমশালী আৰু সমৰ-প্ৰিয়; কূটযোদ্ধা ৰাক্ষসৰ হাতত পৰি এতিয়া এওঁলোকক এনে অৱস্থা হবলৈ পালে! এওঁলোক সৰল যোদ্ধা আৰু এই কাৰণতে মোৰ ভ্ৰাতুষ্পুত্ৰ কুপুত্ৰ দুৰাত্মা ইন্দ্ৰজিতে ৰাক্ষসবোৰৰ কূটযুদ্ধ প্ৰণালীক আশ্ৰয় কৰি এওঁলোকক প্ৰবঞ্চনা কৰিলে। সমগ্ৰ শৰীৰ শৰবিদ্ধ কৰি তেজেৰে ৰাঙলী কৰিছে আৰু এনে অৱস্থাত ধৰাশায়ী হৈ উভয়ে কেটেলা পহুৰ ৰূপ ধৰিছে। হায়! যি দুজনাৰ বীৰ্য্যক আশ্ৰয় কৰিয়ে মই ৰাজ্যত স্থিতি লাভ কৰিবলৈ বিচাৰিছিলোঁ, এতিয়া পুৰুষশ্ৰেষ্ঠ সেই দুজনেই মাটিত পৰি শুই আছে। মোৰ জীৱিত অৱস্থাতেই ৰাজ্যনষ্ট আৰু বিফলমনোৰথ হৈ বিপন্ন হলো আৰু আনপক্ষে মোৰ শত্ৰু ৰাৱণে সফল মনোৰথ হৈ তেওঁৰ প্ৰতিজ্ঞা ৰক্ষা কৰিলে।"

২০—২৫। বিভীষণে এইদৰে বিলাপ কৰি থাকোঁতে সত্ত্বসম্পন্ন হৰিৰাজ সুগ্ৰীৱে তেওঁক সাবট মাৰি ধৰি কবলৈ ধৰিলে, "হে ধৰ্ম্মজ্ঞ, আপুনি লঙ্কাৰাজ্য পাব, তাত কোনো সংশয় নাই। ৰাৱণ তেওঁৰ পুত্ৰগণে সৈতে লঙ্কাত সফলকাম হব নোৱাৰিব। এই ৰাম লক্ষ্মণ গৰুড়ৰ উপাসক; * সোনকালে এই মোহভাৱ এৰি দুয়োজন থিয় দিব আৰু তেতিয়া উভয়ে সবংশে ৰাৱণক বধ কৰিব।" এইদৰে আশ্বাসবাণীৰে ৰাক্ষস বিভীষণক সান্ত্বনা দি উঠি সুগ্ৰীৱে ওচৰতে থকা তেওঁৰ শহুৰ সুষেণক কলে, "আপুনি

---

* সুগ্ৰীৱে জানিছিল গৰুড়ৰ উপস্থিতিত নাগপাশৰপৰা মুক্তি আৰু গৰুড়ৰ লগত এই বীৰ যুগলৰ সম্প্ৰীতিভাৱ, এতেকে গৰুড় আহি উপস্থিত হবই। অথবা বিষ্ণু অংশে এওঁলোকৰ জন্ম; বিষ্ণুৰ লগত গৰুড়ৰ অতি নিকট সম্বন্ধ, ইত্যাদি।

অৰিদমন এই ভ্ৰাতৃযুগল সংজ্ঞাপ্ৰাপ্ত হোৱাৰ লগে লগে তেওঁলোকক লৈ বীৰ বান্দৰগণে সৈতে কিষ্কিন্ধালৈ যাওক। মই পুত্ৰ আৰু বান্দৰগণে সৈতে ৰাৱণক বধ কৰি ইন্দ্ৰই তেওঁৰ নষ্ট-লক্ষ্মী উদ্ধাৰ কৰাৰ নিচিনাকৈ মৈথিলীক উদ্ধাৰ কৰি আনিম।"

২৬—৩২। বানৰেন্দ্ৰ সুগ্ৰীৱৰ কথা শুনি সুষেণে কলে, "শুনা, পুৰণি কালত দেৱতা আৰু অসুৰবিলাকৰ ভিতৰত এখন ঘোৰতৰ যুদ্ধ হৈছিল। দেৱতাসকল অস্ত্ৰ বিদ্যাত পাৰ্গত আৰু শৰনিক্ষেপ বিষয়ত সিদ্ধহস্ত হলেও দানৱবোৰে অদৃশ্যভাবে লুকাই থাকি তেওঁলোকক আহত কৰিবলৈ আৰম্ভ কৰে। তেতিয়া বৃহস্পতিয়ে তেওঁৰ মন্ত্ৰযুক্ত বিদ্যা আৰু ওষধিৰ বলত প্ৰাণহীন নষ্টসংজ্ঞ আৰ্ত্ত দেবতাসকলক চিকিৎসা কৰিবলৈ আৰম্ভ কৰে। বৰ্ত্তমানে সেই ঔষধ আনিবলৈ সম্পাতি আৰু পনস আদি বান্দৰবোৰে অতি শীঘ্ৰে ক্ষীৰোদ সাগৰলৈ গতি কৰক। পৰ্ব্বতজাত সেই ঔষধবোৰৰ কথা বান্দৰবোৰৰ জনা আছে। দেৱতা-সৃষ্ট এই ঔষধ দুটাৰ নাম সঞ্জীৱনী আৰু বিশল্য-কৰণী। সমুদ্ৰশ্ৰেষ্ঠ ক্ষীৰোদসাগৰত চন্দ্ৰ আৰু দ্ৰোণ নামে দুখন পৰ্ব্বত আছে। যি ঠাইত অমৃত মন্থন কৰা হৈছিল, অত্যুৎকৃষ্ট এই ঔষধ দুবিধো তাতেই আছে। সেই মহাসমুদ্ৰৰ মাজত দেৱতাসকলে পৰ্ব্বত দুখন সৃষ্টি কৰিছে। হে ৰাজন, বায়ুপুত্ৰ হনুমানেই তালৈ যাওক, কিয়নো তেওঁ শীঘ্ৰগামী।"

৩৩—৪৪। ঠিক এনে সময়তে সাগৰৰ ওপৰেদি পানী আৰু পৰ্ব্বত কঁপাইহে যেন বতাহ আৰু বিদ্যুৎযুক্ত মেঘ বলিবলৈ ধৰিলে। চৰাইৰ পাখিৰ প্ৰবল বতাহৰ কোবত দ্বীপসমূহত থকা মহা মহা বৃক্ষসমূহৰ ঠাল ঠেঙুলি ছিগি লৱণ-সমুদ্ৰত পৰিবলৈ ধৰিলে। তাকে দেখি তাত থকা পন্নগ আৰু ফণাযুক্ত বিষধৰ সৰ্পকুল ভীত হৈ উঠিল আৰু সাগৰত বাস কৰি থকা ভীষণ জলচৰ জন্তুবোৰ লৱণ-সমুদ্ৰত জঁাপ দি পৰিল। তাৰ পিচ মুহূৰ্ত্ততে জ্বলন্ত অগ্নিসম মহাবলশালী বিনতাপুত্ৰ গৰুড়ক বান্দৰসকলে তাত দেখা পালে। গৰুড়ক তাত দেখা মাত্ৰকে যিবোৰ মহাবলশালী সৰ্পই শৰৰূপ ধাৰণ কৰি পুৰুষপ্ৰৱৰ দুজনক মেৰাই আছিল সিহঁত তাৰপৰা পলাই দৌৰ মাৰিলে। তেতিয়া সুপৰ্ণই ৰাম-লক্ষ্মণক অভিনন্দন জনাই হাত দুখনৰে চন্দ্ৰসম প্ৰভাযুক্ত তেওঁ-লোকৰ বদনমণ্ডল মচি দিলে। বিনতানন্দনে স্পৰ্শ কৰাৰ লগে লগে দুয়োজন বীৰৰে ক্ষতস্থানবোৰ সুস্থ হৈ উঠিল আৰু তেওঁলোকৰ কলেৱৰে স্নিগ্ধ সুন্দৰ বৰণ লাভ কৰিলে আৰু লগে লগে তেওঁলোকৰ বল, বীৰ্য্য, শক্তি, উৎসাহ আদি মহা মহা গুণসমূহ দ্বিগুণ পৰিমাণে বাঢ়ি উঠিল। তাৰ পিচত মহাতেজস্বী গৰুড়ে ইন্দ্ৰসম দুয়োজনকে তুলি লৈ আলিঙ্গন কৰিলে আৰু তেতিয়া ৰামে পৰম আনন্দেৰে কবলৈ ধৰিলে, "আপোনাৰ অনুগ্ৰহতে ৰাৱণপুত্ৰ ইন্দ্ৰজিতৰ প্ৰভাৱত হোৱা আমাৰ সকলো

আপদ কাটি গল আৰু তত্তালিকে শৰীৰত বল পালেঁ।। পিতা দশৰথ অথবা পিতামহ অজক লগ পালে মনত যেনে আনন্দ পালেহেঁতেন আপোনাক পাই, আমাৰ মনত তেনে আনন্দ উপস্থিত। আপোনাৰ পৰিধানত দিব্য মাল্য, শৰীৰভাগ দিব্য অনুলেপে ৰঞ্জিত আৰু স্বয়ং আপুনি দিব্যৰূপসম্পন্ন,* আপোনাৰ বসনো নির্ম্মল আৰু আপোনাৰ সৰ্ব্ব শৰীৰ দিব্য আভৰণে ভূষিত, আপুনি কোন?"

৪৫—৬০। তেতিয়া মহাতেজস্বী আৰু মহাবলশালী বিনতানন্দন পতত্রিৰাজ গৰুড়ে পৰম প্রীত হৈ আনন্দাশ্রুপূর্ণ নয়নবিশিষ্ট ৰামক উদ্দেশ্য কৰি কলে, "কাকুৎস্থ মই আপোনাৰ বহিশ্চৰ প্রাণসম প্রিয় সখা; মোৰ নাম গৰুত্মান, আপোনালোক দুজনাক সহায় কৰাৰ উদ্দেশ্যে আহি ইয়াত উপস্থিত হৈছোঁহি। ক্রূৰকৰ্ম্মা ইন্দ্রজিতে মায়াবলক আশ্রয় কৰি নিদাৰুণ শৰজালৰ দ্বাৰা আপোনালোকক বান্ধি থৈছিলে। কোনো অসুৰ, মহাবীৰ্য্যশালী এই বান্দৰবোৰে অথবা স্বয়ং ইন্দ্ৰক আগত লৈ দেৱতা আৰু গন্ধৰ্ব্বসকলেও আপোনালোকক তাৰপৰা মুক্ত কৰিব নোৱাৰিলে-হেঁতেন। কদ্রুনন্দন এই সর্পকুল তীক্ষ্নদন্তবিশিষ্ট আৰু অতিশয় বিষধৰ, বৰ্ত্তমানে ৰাক্ষসৰ মায়াৰ প্ৰভাৱত আপোনালোকক আক্রমণ কৰি ৰৈ আছে। এতেকে হে সত্যপৰাক্রম, ধৰ্ম্মজ্ঞ ৰাম, আপুনি শত্রুবিনাশক আপোনাৰ ভ্রাতা লক্ষ্মণে সৈতে যে তাৰপৰা মুক্তি পালে এইটো আপোনাসকলৰ সৌভাগ্যৰ ফল। আপোনালোকৰ এই ঘটনাটোৰ বিষয়ে শুনি আপোনালোকৰ স্নেহতে আপোনাৰ লগত মোৰ বন্ধুত্ব ৰক্ষা কৰি লৰালৰিকৈ মই ইয়ালৈ আহিঁলো। যি হওক আপোনালোকে ঘোৰতৰ এই শৰবন্ধনৰ পৰা ৰক্ষা পালে। ইয়াৰ পিচত আপোনালোকে সততে সতর্ক হৈ চলাটো উচিত হব। যুদ্ধক্ষেত্ৰত ৰাক্ষসবোৰ পায়েই কূটযোদ্ধা আৰু আপোনালোকৰ নিচিনা শুদ্ধভাবাপন্ন বীৰসকলৰ পক্ষে সৰলতাই একমাত্র বল। এতেকে ৰণক্ষেত্রত ৰাক্ষসবোৰক কেতিয়াও বিশ্বাস নকৰিব। এই ঘটনাৰ লগত তুলনা কৰিয়ে বুজিব যে ৰাক্ষসবোৰ সদায় কুটিল স্বভাৱ-সম্পন্ন।" ৰাঘৱ ৰামক এইবুলি কৈ মহাবলশালী সুপর্ণই তেওঁক গাঢ়ভাবে আলিঙ্গন কৰি পুনঃ কবলৈধৰিলে, "হে ৰিপুবৎসল ধৰ্ম্মজ্ঞ সখা ৰাঘৱ, মই এতিয়া আপোনাৰপৰা বিদায় মাগিব খুজিছোঁ, অনুমতি দিয়ক মই যথাসুখে নিজ স্থানলৈ গতি কৰোঁ। আপোনাৰ লগত মোৰ বন্ধুত্ব কিদৰে সংস্থাপিত হৈছে তাক জানিবলৈ ইচ্ছা কৰি বিস্ময়ান্বিত নহব। ৰণক্ষেত্রত কৃতকাৰ্য্য হৈ উঠাৰ পিচত এই বন্ধুত্বৰ বিষয়ে সকলো জানিব পাৰিব। আপোনাৰ শৰজালৰ কোবত লঙ্কাত যিসকল অৱশিষ্ট থাকিব সেই-

---

* টীকাকাৰে ইঙ্গিত কৰিছে যে আকাশৰপৰা নামি আহোঁতে গৰুড়ে পক্ষীৰ ৰূপ ধৰি আহিছিল, পিছত ৰামৰ ওচৰত তেওঁ এই দিব্যৰূপ প্রকাশ কৰি উপস্থিত হৈছে।

বোৰ কেবল বৃদ্ধ আৰু বালকহে মাত্ৰ। আপুনি আপোনাৰ শত্ৰু ৰাৱণক বধ কৰি সীতাক পুনৰায় লাভ কৰিব।" দ্ৰুতগামী সুপৰ্ণই ৰামক এই বুলি কৈ, তেওঁক ৰোগমুক্ত কৰি বনবিহাৰী বান্দৰসকলৰ ভিতৰতে ৰামক প্ৰদক্ষিণ কৰিলে আৰু তাৰ পিচত মহাবীৰ্য্যবান গৰুড়ে ৰামক আলিঙ্গন কৰি বায়ুৰ নিচিনাকৈ আকাশলৈ উঠি গতি কৰিলে।

৬১—৬৫। ৰাঘৱ দুজনাক ৰোগমুক্ত হোৱা দেখি বান্দৰ যূথপতিসকলে সিংহনাদে গৰ্জ্জন কৰিবলৈ ধৰিলে আৰু নেজৰ আস্ফালনৰ দ্বাৰা শব্দ কৰিবলৈ ধৰিলে। তাৰ পিচতেই ভেৰী আৰু মৃদঙ্গ বজাবলৈ ধৰিলে আৰু পৰম আনন্দে শঙ্খধ্বনি কৰি আগৰ নিচিনাকৈ খেল-ধেমালিত মত্ত হল। লগে লগে আন আন পৰাক্ৰমশালী বান্দৰবোৰে হাত চাপৰি বজাই গছ উভালি লৈ শই শই হাজাৰে হাজাৰে যুঁজলৈ সাজু হল। এইদৰে যুদ্ধ কৰিবলৈ আকাঙ্ক্ষা কৰি তেওঁলোকৰ মহানাদৰ দ্বাৰা ৰাক্ষসবোৰৰ মনত আতঙ্ক ওপজাই তেওঁলোক লঙ্কাৰ দ্বাৰদেশত উপনীত হলহি। গ্ৰীষ্মকালৰ অৱসানত অথবা দুপৰ ৰাতি গৰ্জ্জনকাৰী মেঘসমূহৰ নাদ যিদৰে ঘোৰতৰ হয় সেই সময়ত বান্দৰদলপতিসকলৰ গৰ্জ্জন ধ্বনিয়েও তদনুৰূপ ঘোৰতৰ মূৰ্ত্তি ধাৰণ কৰিলে।

**ইতি যুদ্ধকাণ্ডৰ অন্তৰ্গত পঞ্চাশ সৰ্গ সমাপ্ত**

## একপঞ্চাশ সৰ্গ

### ধূম্ৰাক্ষৰ যুদ্ধ যাত্ৰা

১—১৩। বিভীষণাদি ৰাক্ষসগণ আৰু মহাশক্তিশালী বান্দৰবোৰৰ গৰ্জ্জনধ্বনিৰ পৰা উৎপত্তি হোৱা তুমুল শব্দ ৰাৱণে শুনিবলৈ পালে। স্নিগ্ধ অথচ গম্ভীৰ সেই ভীষণ সিংহনাদ কাণত পৰাত ৰাৱণে তেওঁৰ মন্ত্ৰীবৰ্গৰ আগত কবলৈ ধৰিলে। "গৰ্জ্জনশীল বহুত মেঘৰ সমাবেশত হোৱা ভীষণ ৰব সদৃশ আনন্দতে উৎফুল্ল বান্দৰবোৰৰ মাজৰ পৰা যি ঘোৰতৰ ৰব শুনা গৈছে, তাৰপৰা অনুমান হয় যে সিহঁতৰ ভিতৰত বিশেষ এটা আনন্দৰ কাৰণ উপস্থিত হৈছে, তাত কোনো সংশয় নাই। অনুমান হৈছে যে সিহঁতৰ সিংহনাদতে লবণ সমুদ্ৰ যেন ক্ষুব্ধ হৈ উঠিছে। ৰাম-লক্ষ্মণ সেই ভ্ৰাতৃযুগল এই মাত্ৰ তীক্ষ্ণ শৰাঘাতত বান্ধ খাই আছিল। তাৰ পিচতেই এতিয়া

এই মহান সিংহনাদৰ ধ্বনি শুনি মোৰ মন শঙ্কিত হৈ পৰিছে।” এইদৰে কৈ ৰাক্ষসেশ্বৰ ৰাৱণে তেওঁৰ ওচৰতে তেওঁক বেঢ়ি থকা মন্ত্ৰী ৰাক্ষসসকলক কবলৈ ধৰিলে, “ৰাক তোমালোকে জানি আহাচোন বান্দৰবোৰৰ শোকৰ কালত আনন্দ উৎসৱৰ কি কাৰণ হব পাৰে।” এইদৰে কোৱামাত্ৰকে ৰাক্ষসবোৰে লৰালৰিকৈ প্ৰাচীৰৰ ওপৰত উঠি সুগ্ৰীৱ-পালিত সৈন্যদল দেখা পালে, আৰু দেখিলে যে ঘোৰ শৰ জালত বান্ধখাই থকা মহাভাগ ৰাঘৱ দুজনাও থিয় হৈ আছে,; তাকে দেখি ৰাক্ষসবোৰ অতিশয় বিষন্ন হল। তেতিয়া ঘোৰমূৰ্ত্তি ৰাক্ষসগণে সন্ত্ৰস্তমনে প্ৰাচীৰৰ পৰা নামি শুকান মুখে ৰাক্ষসেন্দ্ৰ ৰাৱণৰ ওচৰ চাপিল আৰু বাক্যপটু সেই ৰাক্ষসবোৰে মলিন বদনে অপ্ৰিয় সেই ঘটনাটো যথাযথ ভাৱে তেওঁৰ ওচৰত বৰ্ণনা কৰিলে। তেওঁলোকে কলে, “মহৰাজ, ৰাম আৰু লক্ষ্মণ এই ভ্ৰাতৃযুগল, যাক ইন্দ্ৰজিতে শৰপাশত বান্ধি হাত লৰচৰ কৰিব নোৱাৰাকৈ থৈছিল, এতিয়া গজেন্দ্ৰবিক্ৰমশীল সেই দুয়োজনকে পাশমুক্ত হৈ দোল ছিঙি মুকলিমনে ঘূৰি ফুৰা হাতীৰ নিচিনাকৈ মনৰ সুখে ৰণক্ষেত্ৰত বিচৰণ কৰি থকা দেখা গৈছে।”

১৪—১৭। সিহঁতৰ সেই কথা শুনি মহাবলশালী ৰাক্ষসৰাজ ৰাৱণে চিন্তা আৰু ক্ৰোধৰ দ্বাৰা অভিভূত হোৱাত তেওঁৰ মুখশ্ৰী বিবৰ্ণ হল। তেওঁ ভাবিবলৈ ধৰিলে “সুদীৰ্ঘকাল তপস্যাৰ ফলত সূৰ্য্যসমতেজস্বী সৰ্পবৎ ঘোৰ অমোঘ এই শৰসমূহ ইন্দ্ৰজিতে লাভ কৰি যুদ্ধত ৰাম-লক্ষ্মণক বান্ধি থলে। এনেবিধ শৰজালৰ দ্বাৰা বান্ধ খায়ো যদি মোৰ শত্ৰু দুজনে মুক্তিলাভ কৰিব পাৰিলে তেনেহলে দেখিছো মোৰ সকলো শক্তি এতিয়া নিৰ্ভৰ কৰিব নোৱাৰা অৱস্থাত। যি শৰসমূহৰ সহায়ত শত্ৰুৰ জীৱন আমাৰ হাতৰ মুঠিলৈ আহিছিল শেহত সিহঁতো নিষ্ফল হল।”

এইবুলি কৈ ৰাৱণে ক্ৰোধতে অধিৰ হৈ বিষাল সাপৰ নিচিনাকৈ ঘনাই ঘনাই উশাহ লৈ ৰাক্ষসবোৰৰ ভিতৰত ধূম্ৰাক্ষ নামে ৰাক্ষসক উদ্দেশ্য কৰি কলে,

১৮—২৯। “ধূম্ৰাক্ষ, ভীষণ পৰাক্ৰমশালী সুবৃহৎ সৈন্যদল এটা লগত লৈ বান্দৰবোৰে সৈতে ৰামক বধ কৰিবলৈ যাত্ৰা কৰা। ধীমান ৰাক্ষসৰাজে এইদৰে কোৱাত ধূম্ৰাক্ষই তেওঁক প্ৰদক্ষিণ কৰি ৰাজভৱনৰ পৰা তেতিয়াই ওলাই গল। ৰাজভৱনৰ দুৱাৰ-মুখ এৰি আহিয়ে তেওঁ সেনাধ্যক্ষক কলে, “সেনাধাক্ষ, লৰালৰি কৰা আৰু সৈন্য-সমূহক উলিয়াই দিয়া, যিজন যুদ্ধলৈ সাজু হৈছে তেওঁৰ পক্ষে বিলম্ব কৰাৰ কোনো প্ৰয়োজন নাই।” ধূম্ৰাক্ষৰ কথা শুনি সৈন্যপৰিবেশক সেনাধ্যক্ষই ৰাজআদেশ বুলি মানি সেনাদল সাজু কৰিলে আৰু লগে লগে বলবান ঘোৰৰূপী সৈন্যদলে ককালত ঘণ্টা বান্ধি লৈ প্ৰফুল্লচিত্তে সিংহনাদ কৰি ধূম্ৰাক্ষৰ চাৰিওফালে তেওঁক

বেঢ়ি ধৰিলে। শূল, মুদ্গৰ, গদা, পট্টিশ, দণ্ড, আয়স মুষল,পৰিঘ, ভিন্দিপাল, ভল্ল, পাশ, পৰশ্বৰ আদি বিবিধ অস্ত্র হাতত লৈ মেঘৰ নিচিনাকৈ গৰ্জ্জন কৰি কৰি তেওঁলোক যুদ্ধলৈ ওলাই গল। সিহঁতৰ কিছুমানে কবচ পিন্ধি নানান ৰঙে ৰঞ্জিত ধ্বজমণ্ডিত ৰথত আৰোহণ কৰিলে, কিছুমানে সোণৰ জাল পিন্ধোৱা বিভিন্ন মুখাকৃতি গাধত উঠিল, কিছুমানে বা দ্রুতগামী ঘোঁৰাত উঠিল, আৰৌ কিছুমানে মদোদ্ধত হাতীতে আৰোহণ কৰিলে; এইদৰে ব্যাঘ্রবৎ দুৰ্দ্ধৰ্ষ ৰাক্ষসশ্রেষ্ঠ এই সৈন্যদলে নগৰৰ পৰা বাহিৰ হল। তেতিয়া গৰ্দ্ধভস্বৰ বিশিষ্ট মহাবীৰ্য্যশালী ধূম্রাক্ষয়ো মৃগ আৰু সিংহমুখাকৃতি গৰ্দ্ধভ সংযুক্ত দিব্য ৰথত আৰোহণ কৰি ৰাক্ষসগণৰ দ্বাৰা পৰিবৃত হৈ হাঁহি হাঁহি যুদ্ধলৈ ওলাই আহিল আৰু যি ঠাইত হনুমান থিয় দি আছিল সেই পশ্চিম দুৱাৰত উপস্থিত হলহি।

৩০—৩৬। গৰ্দ্ধভসংযুক্ত ৰথত আৰোহণ কৰি গৰ্দ্ধভস্বৰবিশিষ্ট ভীমদৰ্শন ঘোৰাকৃতি ৰাক্ষস ধূম্রাক্ষ ওলাই অহাৰ লগে লগে অন্তৰীক্ষত উৰিফুৰা অমঙ্গলসূচক শগুণ আদি চৰাইবোৰে তেওঁক বাধা দিবলৈ ধৰিলে আৰু ভীষণাকাৰ শগুণ এটা উৰি আহি ৰথৰ ওপৰত বহিল। আন আন শগুণ জাতীয় চৰাইয়েও তেওঁৰ ধ্বজাৰ ওপৰত মালা গথাদি পৰিবলৈ ধৰিলে আৰু তেওঁৰ সম্মুখতে মাটিৰ ওপৰত ৰক্তাক্ত ভীষণাকাৰ শুভ্রবর্ণ কবন্ধ (মূৰহীন শ) এটা পৰি গল। ধূম্রাক্ষৰ আগত পৰাৰ লগে লগে এই কবন্ধটোৱে ভীষণস্বৰে শব্দ কৰিবলৈ ধৰিলে। আকাশৰ পৰা ৰক্তবৃষ্টি হল আৰু পৃথিবী কঁপি উঠিল। বজ্রসমস্বৰে বতাহ ওলোটা মুখে বলৈ ধৰিলে, চাৰিওফাল অন্ধকাৰে আবৃত কৰি ধৰিলে আৰু দিক-বিদিক নেদেখা হল। ৰাক্ষসবোৰৰ প্রতি ভয়াবহ ঘোৰ এই উৎপাত সমূহ দেখি ধূম্রাক্ষই মস্তন বৰ বেজাৰ পালে আৰু ধূম্রাক্ষৰ আগে পিচে গৈ থকা ৰাক্ষসবোৰো বিমূঢ় হল। তথাপিতো মহাবলশালী ৰণৰ নামত উন্মত্ত ভীমদৰ্শন ৰাক্ষস ধূম্রাক্ষই বহু ৰাক্ষসসৈন্য লগত লৈ নগৰৰ পৰা ওলাই গৈ ৰাঘৱ ৰামৰ বাহুবলৰ দ্বাৰা পালিত সমুদ্রসদৃশ সুবিস্তৃত বান্দৰৰ সৈন্য বাহিনী দেখা পালে।

**ইতি যুদ্ধকাণ্ডৰ অন্তর্ভুক্ত একপঞ্চাশ সৰ্গ সমাপ্ত**

# দ্বিপঞ্চাশ সৰ্গ

## হনুমানৰ হাতত ধূম্ৰাক্ষৰ নিধন

১—১৭। ভীম পৰাক্ৰমশালী ৰাক্ষস ধূম্ৰাক্ষ ওলাই যোৱা দেখি যুদ্ধাকাঙ্ক্ষী বান্দৰবোৰে মনৰ আনন্দত তুমুল নাদে গৰ্জ্জন কৰিবলৈ ধৰিলে। লগে লগে বান্দৰ আৰু ৰাক্ষসৰ ভিতৰত ভীষণ যুদ্ধ আৰম্ভ হল আৰু পৰস্পৰে পৰস্পৰক বৃক্ষ, শূল, মুদ্গৰ আদি ঘোৰতৰ অস্ত্ৰৰ দ্বাৰা প্ৰহাৰ কৰিবলৈ ধৰিলে। চাৰিওফালৰপৰা ৰাক্ষসবেৰে বান্দৰবোক যিদৰে বিতাৰিত কৰিবলৈ ধৰিলে বান্দৰবোৰেও সেইদৰে পাদৰ প্ৰহাৰৰ দ্বাৰা ৰাক্ষসবোৰক ধৰাশায়ী কৰিবলৈ ধৰিলে। অতিপাত ক্ৰোধৰ বশবৰ্ত্তী হৈ ৰাক্ষসবোৰে সিহঁতৰ কুটিলগামী ঘোৰৰূপ কঙ্কপত্ৰ শৰৰ দ্বাৰা বান্দৰসমূহক বিন্ধিবলৈ ধৰিলে আৰু লগতে ভয়ঙ্কৰ গদা, পট্টিশ, বক্ৰ মুদগৰ, ঘোৰমূৰ্ত্তি পৰিঘ, বিচিত্ৰ ত্ৰিশূল আদিৰ সহায়ত বান্দৰবোৰক উৎপীড়ন কৰিবলৈ ধৰাত সিহঁত যুদ্ধৰ বাবে অধিক উৎসাহিত হল আৰু নিৰ্ভীকচিত্তে ৰাক্ষসৰ দ্বাৰা শৰীৰ ক্ষত-বিক্ষত হবলৈ ধৰাতো গছ আৰু বৃহৎ বৃহৎ শিলবোৰ হাতত লৈ তুমুলনাদে গৰ্জ্জন কৰি নিজ নাম উচ্চাৰণ কৰি ৰাক্ষসবীৰসমূহক মথি পেলাবলৈ ধৰিলে। বান্দৰ আৰু ৰাক্ষস-বোৰৰ যুদ্ধই ক্ৰমে ঘোৰ ৰূপ ধাৰণ কৰিলে। নিৰ্ভীক বান্দৰ যোদ্ধাৰ নানাবিধৰ শিল, বহুশাখাবিশিষ্ট গছৰ প্ৰহাৰত ৰাক্ষসবোৰ বিব্ৰত হল আৰু ৰক্তপায়ী ৰাক্ষস-বোৰে মুখেদি তেজ বঁতিয়াবলৈ ধৰিলে। কিছুমানৰ একাল খহি পৰিল। কোনো পাদপ প্ৰহাৰত স্তূপীকৃত হল আৰু কোনো কোনো শিলৰ কোবত চূৰ্ণবিচূৰ্ণ হল, কোনোবা দন্তাঘাততে খণ্ড-বিখণ্ড হল। কাৰো ধ্বজা ভাগি পৰিল, কাৰো খড়্গ টুকুৰা-টুকুৰ হল, কাৰো ৰথ চূৰ্ণাকৃতি হল, এইদৰে নিশাচৰ দল বিধ্বস্ত হবলৈ ধৰিলে। পৰ্ব্বতাকাৰ হাতী, বান্দৰসকলৰ নিক্ষিপ্ত শিল, বিধ্বস্ত অশ্ব আৰু সিহঁ-তত আৰোহী ৰাক্ষসবোৰৰ শৰীৰৰ দ্বাৰা ৰণভূমি পৰিপূৰ্ণ হল। ভীমপৰাক্ৰমশীল বান্দৰবোৰে ক্ষিপ্ৰগতিত ওপৰলৈ জঁপিয়াই জঁপিয়াই তেওঁলোকৰ তীক্ষ্ণ নখাঘাতৰ দ্বাৰা ৰাক্ষসবোৰৰ মুখ বিদীৰ্ণ কৰি দিলে। এইদৰে ৰাক্ষসবোৰৰ মুখ আৰু মূৰৰ চুলি নেকা-নেক কৰি দিয়াত সিহঁতৰ মনত বৰ বেজাৰ লাগিল আৰু ৰক্তৰ-গোন্ধতে মূৰ্চ্ছিত হৈ সিহঁত মাটিত বাগৰি পৰিবলৈ ধৰিলে। এনে অৱস্থাত আন আন যিবোৰ ভীমপৰাক্ৰমশালী ৰাক্ষস তাত আছিল, অতিশয় ক্ৰুদ্ধ হৈ সিহঁতে বজ্ৰসম

কঠোৰ হাতৰ চাপৰিকে শোধাব বুলি বান্দৰবোৰৰ ওচৰলৈ খেদি গল। ৰাক্ষসবোৰে দ্ৰুতগতিত আগ বাঢ়ি আহিলেও, সিহঁতকৈ দ্ৰুততৰ গতিবিশিষ্ট বান্দৰবোৰে হাতৰ মুঠি, ভৰিৰ লাঠি, দন্তাঘাত আৰু গছৰ কোবত ৰাক্ষসবোৰক নিপাতিত কৰিলে।

১৮—৩৭।—সৈন্যবোৰ এইদৰে পৰাঙ্মুখ হোৱা দেখি ৰাক্ষসপ্ৰবৰ ধূম্ৰাক্ষই ভীষণ ক্ৰুদ্ধ হৈ যুদ্ধৰত বান্দৰবোৰক আক্ৰমণ কৰিলে। ফলত বান্দৰবোৰৰ কিছুমান বল্লমৰ আঘাতত, কিছুমান মুদগৰৰ প্ৰহাৰত, কিছুমান ভিন্দিপালৰ আঘাতত আৰু কিছুমান পট্টিশৰ প্ৰহাৰত ব্যাকুল হৈ ৰক্তাক্ত কলেবৰে প্ৰাণ পৰিত্যাগ কৰি ধৰাশায়ী হল। সংক্ৰুদ্ধ ৰাক্ষসৰ সম্মুখত কিছুমান বান্দৰে তেজেৰে ৰাঙলী হৈ জীৱন ত্যাগ কৰিলে, আৰু কিছুমান বা দৌৰি পলাল। বান্দৰবোৰৰ কিছুমানৰ বুকু ভাগি গল, কিছুমান কাতি হৈ পৰি থাকিল আৰু কিছুমান ত্ৰিশূলৰ খোচত নাড়ী-ভুৰি ওলাই পৰাত তাতেই পৰি মৰিল। এইদৰে বহুল অস্ত্ৰসম্ভাৰ আৰু শিলাপাদপৰ সংঘাতত ৰাক্ষস আৰু বান্দৰবোৰৰ ভিতৰত যুদ্ধই ঘোৰতৰ মূৰ্ত্তি ধাৰণ কৰিলে। অস্ত্ৰ-শস্ত্ৰৰ ঝনঝননি আৰু মৰণোন্মুখ প্ৰাণীৰ শব্দৰ ধ্বনিত অনুভূত হল যেন গান্ধৰ্ব্ব নৃত্যগীত হে তাত চলিবলৈ ধৰিছে—ধনুৰ জ্যাৰ শব্দই হল তাৰ মধুৰ তন্ত্ৰীলয়, মুমূৰ্ষু প্ৰাণীৰ হেঁকটি আৰু অশ্বৰ হ্ৰেষাৰৱ তাৰ তাল আৰু হাতীৰ নাদ তাৰ গুৰু গম্ভীৰ স্বৰ। ঠিক এনে সময়ত হাতত ধনু লৈ ধূম্ৰাক্ষই হাঁহি হাঁহি শৰবৃষ্টিৰ দ্বাৰা বান্দৰবোৰক চাৰিওফালে বিতাৰিত কৰিবলৈ ধৰিলে। মাৰুতনন্দন হনুমানে বান্দৰসৈন্যবোৰ ধূম্ৰাক্ষৰ দ্বাৰা এইদৰে প্ৰপীড়িত হোৱা দেখি ভীষণ ক্ৰুদ্ধ হল আৰু বৃহৎ শিল এটা লৈ ধূম্ৰাক্ষলৈ খেদা ললে। খঙৰ জ্বালতে তেওঁৰ চকু দ্বিগুণ পৰিমাণে ৰঙা হৈ উঠিল আৰু পিতৃতুল্য পৰাক্ৰমশীল হনুমানে সেই শিলটো ধূম্ৰাক্ষৰ ৰথলৈ নিক্ষেপ কৰিলে। শিলটো পৰিবলৈ ধৰা দেখি ৰাক্ষসে তৎক্ষণাত ৰথৰপৰা জাপ দি গদা হাতত লৈ মাটিত থিয় দিলে, ইতিমধ্যে শিলটো আহি চক্ৰ, যুৱলী, ধ্বজ আৰু শৰাসনে সৈতে ৰথ চূড়মাৰ কৰি মাটিত পৰিল। তেতিয়া পৱনাত্মজ হনুমানে ৰথ এৰি গুৰি আৰু শাখা প্ৰশাখাৰে সৈতে উভালি লোৱা গছৰ কোবত ৰাক্ষসবোৰক প্ৰহাৰ কৰিবলৈ ধৰিলে। ফলত ৰাক্ষসবোৰৰ মূৰ ছিন্নবিচ্ছিন্ন হবলৈ ধৰিলে আৰু তেজেৰে ৰাঙলী হৈ বৃক্ষাঘাতত সিহঁত ধৰাশায়ী হবলৈ ধৰিলে। ৰাক্ষসবোৰক এইদৰে বিতাৰিত কৰি মাৰুতনন্দন হনুমানে পৰ্ব্বত-শৃঙ্গ এটা হাতত লৈ ধূম্ৰাক্ষলৈ খেদা দিলে, তেতিয়া মহাবলশালী ধূম্ৰাক্ষয়ো হনুমানক এই দৰে খেদি অহা দেখি গদা তুলি লৈ ভীষণ গৰ্জ্জনে হনুমানৰ পিনে খেদি গল আৰু ভীষণ ক্ৰুদ্ধ হৈ বহুকণ্টকবিশিষ্ট সেই গদাৰে হনুমানৰ মূৰত আঘাত কৰিলে। ক্ষিপ্ৰগতিবিশিষ্ট সেই গদাৰ প্ৰহাৰৰ আঘাত পায়ো পৱনবলসম্পন্ন হনুমানে

তাৰ লৈ লক্ষ্য নকৰি, ধূম্ৰাক্ষৰ শিৰোভাগত পৰ্ব্বতশৃঙ্গ নিক্ষেপ কৰিলে। শৃঙ্গৰ আঘাতত ধূম্ৰাক্ষৰ সৰ্ব্বশৰীৰ চূড়মাৰ হ'ল আৰু পৰ্ব্বত খহি পৰাৰ নিচিনাকৈ ধূম্ৰাক্ষ মাটিত বাগৰি পৰিল। ধূম্ৰাক্ষ নিপাতিত হোৱা দেখি যিবোৰ ৰাক্ষসসেনা অৱশিষ্ট আছিল সিহঁতে ভয়ত বিভূত হৈ বান্দৰবোৰৰ মাৰ খাই খায়ে লঙ্কাত প্ৰৱেশ কৰিলে।

৩৮। ইপিনে পৱনসুত হনুমানে এইদৰে শত্ৰুনিপাত কৰি, শত্ৰুৰ তেজেৰে নৈৰ সোঁত বোৱাই, শত্ৰুবধশ্ৰমত পৰিশ্ৰান্ত হৈও, বান্দৰবোৰৰ দ্বাৰা সুপূজিত হৈ পৰম আনন্দ উপভোগ কৰিলে।

**ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত দ্বিপঞ্চাশ সৰ্গ সমাপ্ত**

## ত্ৰিপঞ্চাশ সৰ্গ

### অঙ্গদ আৰু বজ্ৰদংষ্ট্ৰৰ যুদ্ধ

গুজৰিবলৈ ধৰিলে আৰু খঙতে অধীৰ হৈ মনৰ তাপত দীঘলে দীঘলকৈ উশাহ লৈ মহাবলশালী অত্যন্ত নিষ্ঠুৰ বজ্ৰদংষ্ট্ৰ নামে ৰাক্ষসক কলে, "হে বীৰ, ৰাক্ষসসেনাৰ দ্বাৰা পৰিবৃত হৈ তুমি ৰণলৈ যাত্ৰা কৰা। আৰু দশৰথতনয় ৰাম আৰু বান্দৰবোৰে সৈতে সুগ্ৰীৱক মাৰি থৈ আহাঁগৈ।" ৰাজ আদেশত তথাস্তু বুলি মায়াবী ৰাক্ষস দলপতি বজ্ৰদংষ্ট্ৰই অলেখ সৈন্যৰ দ্বাৰা পৰিবৃত হৈ অতি শীঘ্ৰে ওলাই আহিল। হাতী, ঘোঁৰা, গাধ, উট লগত লৈ ধ্বজ, নানান ৰঙৰ পতাকাৰে সুশোভিত হৈ বিচিত্ৰ কেয়ূৰ আৰু মুকুট পৰিধান কৰি, সৰ্ব্ব-শৰীৰ কৱচেৰে ঢাকি লৰালৰিকৈ যুদ্ধলৈ যাত্ৰা কৰিলে। পতাকাদিৰে অলঙ্কৃত সমুজ্জ্বল কাঞ্চনভূষিত ৰথ প্ৰদক্ষিণ কৰি তাত তেওঁ আৰোহণ কৰিলে। তেওঁৰ লগে লগে ঋষ্টি, তোমৰ, বিচিত্ৰ মুষল, মুসুণ্ডি, ভিন্দিপাল, ধনু, শক্তি, পট্টিশ, খড়্গ গদা, চোকা পৰশু আৰু আন আন বিবিধ অস্ত্ৰে সজ্জিত হৈ পদাতি সৈন্য যুদ্ধলৈ ওলাল। সকলোৰে পৰিধানত বিচিত্ৰ বসন আৰু প্ৰত্যেকজন ৰাক্ষসপ্ৰবৰেই সমুজ্জ্বল কান্তিবিশিষ্ট; যিবোৰ হাতী তেওঁলোকৰ লগত নিছিল, সেইবোৰ মদোন্মত্ত, বীৰত্বপূৰ্ণ আৰু চলন্ত পৰ্ব্বতসদৃশ আছিল। তোমৰ আৰু অঙ্কুশ হাতত লৈ যোদ্ধাসকলে যিবিলাক হাতীত আৰোহণ কৰি গৈছিল সেইবিলাক যুদ্ধবিদ্যাত সুনিপুণ আছিল আৰু মহাবলশালী বীৰযোদ্ধাই যিবোৰ অশ্ব আদি আন আন বাহনত আৰোহণ কৰিছিল সেইবোৰো অতি সুলক্ষণযুক্ত আছিল। বৰ্ষাকালত বিদ্যুৎমণ্ডিত

গৰ্জ্জনশীল মেঘমালাৰ যেনে ৰূপ, এইদৰে সুসজ্জিত হৈ ওলাই যোৱাৰ সময়ত ৰাক্ষস-সেনাবাহিনীয়েও তেনে ৰূপ ধাৰণ কৰিলে। যি দক্ষিণ দুৱাৰত অঙ্গদ অৱস্থান কৰিছিল ৰাক্ষসসেনাবাহিনীও সেই দুৱাৰমুখেদি ওলাই যোৱাত অশেষ অমঙ্গল-সূচক লক্ষণবোৰ তাত ঘটিবলৈ ধৰিলে। মেঘহীন আকাশৰপৰা উল্কাপাত হবলৈ ধৰিলে, শিয়ালবোৰে মুখেৰে অগ্নি উদ্গীৰণ কৰি ঘোৰতৰ শব্দ কৰিবলৈ ধৰিলে। ঘোৰাকৃতি মৃগসমূহেও সিহঁতৰ চিঞৰ-বাখৰ আৰু গতিবিধিৰ দ্বাৰা ৰাক্ষসবোৰৰ বিনাশ সূচনা কৰিলে। যোদ্ধাগণ আগবাঢ়ি যাওঁতে হঠাতে ভৰি পিছলি দাৰুণভাবে পৰি যাব ধৰিলে। উৎপাতসমূহ দেখিও মহাবলশালী তেজস্বী বজ্ৰদংষ্ট্ৰ যুদ্ধৰ কাৰণে আগ্ৰহ দেখুৱাই ওলাই গল।

১৭—৩২। ৰাক্ষসবোৰ এইদৰে ওলাই অহা দেখি নিৰ্ভীকচিত্তে বান্দৰবোৰে ভীষণ নাদে শব্দ কৰিবলৈ ধৰিলে আৰু সেই শব্দতে দশোদিক ভৰি পৰিল। তাৰ পিচতেই ইপক্ষই সিপক্ষক বিনাশ কৰিবলৈ আগ্ৰহান্বিত হৈ ঘোৰমূৰ্ত্তি ভীমাকৃতি বান্দৰ আৰু ৰাক্ষসবোৰ তুমুল যুদ্ধত প্ৰবৃত্ত হল। সকলোৱে ভীষণ উৎসাহিত হৈ যুদ্ধ কৰি থাকোঁতে সিহঁতৰ শৰীৰ ক্ষত-বিক্ষত হল আৰু তেজেৰে ৰাঙলী হৈ মাটিত পৰিবলৈ ধৰিলে। কিছুমানে হাতত যাঠি লৈ আক্ৰমণ কৰিলে, কিছুমানে বা অব্যৰ্থ অস্ত্ৰ প্ৰহাৰৰ দ্বাৰায়ে যুঁজিবলৈ ধৰিলে। এইদৰে অস্ত্ৰ, দ্ৰুম আৰু শিলৰ নিক্ষেপত ৰণক্ষেত্ৰৰ ভিতৰত হৃদয়-বিদাৰক ভীষণ শব্দ হবলৈ ধৰিলে। ৰথচক্ৰৰ ঘৰ্‌ঘৰ্‌ণি, ধনুৰ টঙ্কাৰ আৰু শঙ্খ, ভেৰী মৃদঙ্গৰ তুমুল ধ্বনি তাত সমুত্থিত হল। কিছুমানে বা অস্ত্ৰ ত্যাগ কৰি বাহু যুদ্ধতে প্ৰবৃত্ত হল আৰু কিছুমানে চৰ, লাঠি, ভুকু আৰু বৃক্ষাঘাতৰ দ্বাৰায়ে যুদ্ধ চলাবলৈ ধৰিলে, কাৰো আঠুৰ খুন্দাতে শৰীৰ ভাগি পৰিল আৰু কোনো কোনো ৰাক্ষস ৰণদুৰ্ম্মদ বান্দৰবোৰৰ শিলৰ প্ৰহাৰতে চূৰ্ণীকৃত হল। এনে অৱস্থা দেখি বজ্ৰদংষ্ট্ৰই প্ৰলয়কালৰ পাশহস্ত যমসদৃশ ৰূপ লৈ বান্দৰবোৰৰ মনত আতঙ্ক ওপজাই ৰণক্ষেত্ৰত বিচৰণ কৰি ফুৰিবলৈ ধৰিলে ; আৰু লগে লগে অস্ত্ৰনিপুণ ৰাক্ষসবোৰে ক্ৰোধান্ধ হৈ নানান অস্ত্ৰ-শস্ত্ৰ হাতত লৈ বান্দৰসৈন্যক নিপাতিত কৰিবলৈ ধৰিলে। ৰাক্ষসবোৰৰ এনে উৎপীড়ন দেখি উগ্ৰসাহসী বায়ুসুত হনুমানে* দ্বিগুণ ক্ৰোধান্বিত হৈ প্ৰলয়কালৰ অগ্নিসদৃস হৈ

---

*বায়ুসুত হনুমানৰ নাম ইয়াত অসঙ্গত হলেও মূলত বায়ুসুত শব্দটো থকাৰ কাৰণে সেইদৰেই লিখা হল। প্ৰকৃততে এইটো ছপাৰ অথবা সংগ্ৰাহক সম্পাদকৰ ভুল যেন লাগে। দক্ষিণ দুৱাৰৰ ৰক্ষক অঙ্গদ বালীসুত। হনুমান তালৈ অহাৰ কোনো কাৰণ নাই। শ্ৰীৰামচন্দ্ৰৰ সৈন্য সমাৱেশ আৰু শৃঙ্খলা সুচিন্তিত ; তাৰ পৰিবৰ্ত্তন তেওঁৰ বিনা অনুমতিত হব নোৱাৰে। অঙ্গদ ৰাজপুত্ৰ, তেওঁৰ কাৰ্য্যত হস্তক্ষেপ কৰাৰ অধিকাৰ হনুমানৰ নাই। পিচৰ শ্লোকবোৰতো অঙ্গদৰে নাম উল্লেখ কৰা আছে, এতেকে "বায়ুসুত"ৰ ঠাইত বালীসুত পঢ়াই শ্ৰেয়।

ৰাক্ষসবোৰক নিপাতিত কৰিলে। ক্ৰোধতে ইন্দ্ৰতুল্য পৰাক্ৰমশীল অঙ্গদৰ চকুযুৰি তামৰ নিচিনা হল আৰু ভীমপৰাক্ৰমশীল তেওঁ ৰাক্ষসবোৰৰ ওপৰত ঘোৰতৰ আক্ৰমণ চলালে। বহুতৰ মূৰ বিদীৰ্ণ হোৱাত গুৰিতে কাটি দিয়া গছৰ নিচিনাকৈ মাটিত বাগৰি পৰিল। এইদৰে যুদ্ধ চলি থকাৰ ফলত ৰণভূমিয়ে ৰথ, বিচিত্ৰ ধ্বজা, অশ্ব বান্দৰ আৰু ৰাক্ষসসৈন্যৰ মৃত শৰীৰ আৰু তেজৰ স্ৰোতত ভয়ঙ্কৰ ৰূপ ধাৰণ কৰিলে আৰু হাৰ, কেয়ূৰ, বিবিধ বস্ত্ৰ আৰু ছত্ৰৰ দ্বাৰা সুশোভিত হৈ সেই ৰণভূমিয়ে শৰত-কালৰ ৰাতিৰ নিচিনাকৈ শোভা ধাৰণ কৰিলে। অঙ্গদৰ আক্ৰমণৰ ফলত পৱনচালিত মেঘসদৃশ ৰাক্ষসসেনা কম্পিত হৈ উঠিল।

**ইতি যুদ্ধকাণ্ডৰ অন্তৰ্গত ত্ৰিপঞ্চাশ সৰ্গ সমাপ্ত**

# চতুঃপঞ্চাশ সৰ্গ

## অঙ্গদৰ হাতত বজ্ৰদংষ্ট্ৰৰ নিধন

১—৩৫। আত্মপক্ষীয় সৈন্যৰ নিধন আৰু অঙ্গদৰ বল লক্ষ্য কৰি মহাবলী ৰাক্ষস বজ্ৰ-দংষ্ট্ৰ ভীষণ ক্ৰোধান্বিত হল। তেতিয়া তেওঁ ইন্দ্ৰৰ বজ্ৰসম প্ৰভাযুক্ত ঘোৰ ধনুখন আস্ফালন কৰি কপিসৈন্যৰ ওপৰত শৰবৃষ্টি কৰিবলৈ ধৰিলে; আৰু লগতে মুখ্য মুখ্য বীৰ ৰাক্ষসসকলেও ৰথত আৰোহণ কৰি নানান অস্ত্ৰ-শস্ত্ৰৰ দ্বাৰা যুদ্ধত প্ৰবৃত্ত হল। ইপিনে প্ৰধান প্ৰধান বীৰ বান্দৰবোৰেও শিল হাতত লৈ সমবেত হৈ চাৰিওকালৰ-পৰা যুদ্ধ কৰিবলৈ ধৰিলে। ঘোৰতৰ যুদ্ধত ৰাক্ষসবোৰে হাজাৰ হাজাৰ অস্ত্ৰ প্ৰধান প্ৰধান বান্দৰবোৰৰ ওপৰত নিক্ষেপ কৰিলে, আনপিনে বীৰ বান্দৰবোৰেও শিল, পৰ্ব্বত আৰু গছবোৰ ৰাক্ষসৰ ওপৰত নিপাতিত কৰিলে। কোনোদলে পৰাঙ্মুখ নোহোৱাকৈ যুদ্ধত প্ৰবৃত্ত হোৱাত বীৰ বান্দৰ আৰু ৰাক্ষসবোৰৰ ভিতৰত যুদ্ধই ঘোৰতৰমূৰ্ত্তি ধাৰণ কৰিলে। কাৰো মূৰ ভাগিল, গছৰ কোবত কাৰো হাত ছিগি গল আৰু কোনোৱে বা অস্ত্ৰৰ প্ৰহাৰত তেজেৰে ৰাঙলী হৈ বাগৰি পৰিল; এইদৰে বান্দৰ আৰু ৰাক্ষসবোৰ ক্ষত-বিক্ষত হৈ মাটিত আশ্ৰয় লোৱাত যুদ্ধক্ষেত্ৰ, শিয়াল কাউৰী আৰু শগুণৰ দলেৰে ভৰি পৰিল। হাত, বাহু আৰু মস্তকবিহীন নিহত সৈন্য-

বোৰৰ কবন্ধবোৰে বাৰে বাৰে লফিয়াই উঠি আকৌ মাটিতে পৰিল, এইদৰেই বান্দৰ আৰু ৰাক্ষসসৈন্য ধৰাশায়ী হ'বলৈ ধৰিলে। বান্দৰসৈন্যৰ আক্ৰমণত ৰাক্ষসবোৰ এইদৰে আক্ৰান্ত হোৱা দেখি আৰু তেওঁৰ চকুৰ আগতে ভয়ত্ৰস্ত হৈ ৰাক্ষসবোৰে যুদ্ধত ভঙ্গ দিয়া দেখি ক্ৰোধতে প্ৰতাপবান বজ্ৰদংষ্ট্ৰৰ খং উঠিল। তেওঁৰ চকু দুটা তামৰ নিচিনাকৈ ৰঙা হ'ল আৰু তেওঁ হাতত ধনু লৈ বান্দৰসৈন্যৰ মাজত আতঙ্ক জন্মাই যুদ্ধক্ষেত্ৰৰ মাজত সোমাল আৰু একো একো বাৰতে সাত, আঠ, ন বা পাঁচপাটকৈ পোনপটীয়া কঙ্কপত্ৰ শৰ নিক্ষেপ কৰি বান্দৰবোৰক বিন্ধিবলৈ ধৰিলে। শৰীৰ এইদৰে শৰবিদ্ধ হব ধৰা দেখি বান্দৰবোৰে ভীত হৈ, প্ৰজাসমূহে প্ৰজাপতি ব্ৰহ্মাৰ ওচৰ চপা দি, অঙ্গদৰ ওচৰলৈ লৰ দিলে। তেওঁলোকক পৃষ্ঠভঙ্গ দিয়া দেখা পাই বালীপুত্ৰ অঙ্গদে লক্ষ্য কৰিলে যে বজ্ৰদংষ্ট্ৰই ক্ৰোধপূৰ্ণভাবে তেওঁৰ পিনে চাই আছে। উভয়ৰে চকুৰ মিল হোৱাৰ লগে অঙ্গদ আৰু বজ্ৰদংষ্ট্ৰ উভয়ে যুদ্ধত প্ৰবৃত্ত হ'ল আৰু ক্ৰোধতে অস্থিৰ হৈ সিংহ আৰু মত্তহস্তীৰ নিচিনাকৈ উভয়ে ৰণ-ক্ষেত্ৰত ঘূৰি ফুৰিবলৈ ধৰিলে। শত সহস্ৰ শৰ নিক্ষেপ কৰি বজ্ৰদংষ্ট্ৰই মহাবলশালী হৰিৰাজপুত্ৰ অঙ্গদৰ মৰ্ম্মস্থানত আঘাত কৰাত অঙ্গদে ৰক্তাক্ত কলেবৰে ভীমপৰাক্ৰমে বজ্ৰদংষ্ট্ৰৰ ওপৰত এজোপা গছ নিক্ষেপ কৰিলে। গছজোপা পৰিবলৈ ধৰা দেখি ৰাক্ষসে অকণো ভীত নহৈ গছডাল খণ্ড-বিখণ্ডকৈ কাটি দিয়াত সি মাটিত পৰিল। বজ্ৰদংষ্ট্ৰৰ পৰাক্ৰমৰ প্ৰকোপ দেখি অঙ্গদে বৃহৎ এটা শিল হাতত লৈ ৰাক্ষসৰ ওপৰত নিক্ষেপ কৰিলে আৰু সিংহনাদে গৰ্জি উঠিল। শিলটো পৰিবলৈ ধৰা দেখি বীৰ্য্যবান বজ্ৰদংষ্ট্ৰই অকণো ভীত নহৈ গদা হাতত লৈ ৰথৰপৰা নামি মাটিত থিয় দিলে। অঙ্গদৰ দ্বাৰা নিক্ষিপ্ত শিল বান্দৰৰ ৰথৰ ওপৰত পৰাত ৰথৰ চকা, যুঁৱলী আৰু ঘোঁৰা সকলো চূৰমাৰ হ'ল। তাৰ পিচত গুছ-গছনিৰে ভৰি থকা পৰ্ব্বতশৃঙ্গ এটা তুলি লৈ অঙ্গদে বজ্ৰদংষ্ট্ৰৰ মূৰলৈ নিক্ষেপ কৰিলে। শৃঙ্গৰ আঘাতত বজ্ৰদংষ্ট্ৰই তেজ বতিয়াবলৈ ধৰিলে আৰু ক্ষণকাল গদাৰ ওপৰত আশ্ৰয় লৈ মূৰ্চ্ছিত হোৱাদি দীঘল দীঘলকৈ উশাহ লবলৈ ধৰিলে। অলপ সময়ৰ পিচতে সংজ্ঞা লাভ কৰি নিশাচৰ ভীষণ ক্ৰোধান্বিত হ'ল আৰু বালীপুত্ৰ অঙ্গদৰ বক্ষঃস্থলত গদাৰে কোৱ শোধালে। তাৰ পিচত গদা এৰি বান্দৰ আৰু ৰাক্ষস উভয় মুষ্টিযুদ্ধত প্ৰবৃত্ত হৈ পৰস্পৰে পৰস্পৰক আক্ৰমণ কৰিবলৈ ধৰিলে। পৰস্পৰৰ আঘাতত উভয়ে পৰিশ্ৰান্ত, উভয়ৰে মুখৰপৰা ৰক্তৰ উদগীৰণ, দেখোঁতে অনুমান হ'ল যেন পৰমবিক্ৰমশালী মঙ্গল আৰু বুধগ্ৰহহে যুদ্ধত প্ৰবৃত্ত হৈছে। এনেতে বান্দৰপ্ৰৱৰ পৰম তেজস্বী বীৰ অঙ্গদে ফুল-ফুলে ভৰি থকা গছ এডাল উভালি লৈ থিয় দিলে। অলপ সময়ৰ পিচতে বান্দৰ

আৰু ৰাক্ষস উভয়ে চৰ্ম্মনিৰ্ম্মিত ঢাল আৰু জুমুকা লগোৱা ছালৰ খাপত ভৰাই থোৱা খড়্গ হাতত লৈ, পৰস্পৰে জয়লাভৰ আকাঙ্ক্ষা কৰি মনোহৰ বিচিত্ৰ গতিত ঘূৰি ফুৰিবলৈ ধৰিলে। তেওঁলোকৰ ক্ষতবিক্ষত স্থানবপৰা ৰক্তপাত হবলৈ ধৰাত ৰুধিৰলিপ্ত শৰীৰে সৈতে উভয়ে ফুলি থকা ডুভাল কিংশুক বৃক্ষৰ শোভা ধাৰণ কৰিলে। পৰিশ্ৰান্ত হৈও যুদ্ধ কৰি কৰি দুয়ো আঠু কাঢ়ি মাটিত বহিল। তাৰ পিচত এক চকুৰ নিমিষতে মাৰিবে আঘাত কৰা সাপৰ নিচিনাকৈ কপিকুঞ্জৰ অঙ্গদ জাঁপ মাৰি থিয় দিলে, তেওঁৰ চকুযুৰি জ্বলি উঠিল আৰু লগে লগে বালীপুত্ৰ মহাবল অঙ্গদে সুন্দৰ ৰূপে ধাৰ দিয়া বিমল খড়্গৰ আঘাতত বজ্ৰদংষ্ট্ৰৰ মূৰটো কাটি পেলালে। শৰীৰ দ্বিখণ্ডিত হোৱাত, তেওঁৰ শৰীৰ পৰা তেজৰ ধাৰা বৰবলৈ ধৰিলে আৰু খড়্গৰ আঘাতত চকুযুৰি ঘূৰি গল।

৩৬—৩৭। বজ্ৰদংষ্ট্ৰ নিপাতিত হোৱা দেখি ৰাক্ষসবোৰৰ মনত আতঙ্ক উপস্থিত হল। আৰু সন্ত্ৰস্ত হৈ বান্দৰবোৰৰ প্ৰহাৰৰ ভিতৰতে দীনভাবে বিষণ্ণবদনে মূৰ তললৈ কৰি লঙ্কাত প্ৰৱেশ কৰিলে। আনপিনে বজ্ৰধৰ সমবীৰ বালীপুত্ৰ মহাবলশালী অঙ্গদে ৰাক্ষসক বধ* কৰি সহস্ৰলোচন ইন্দ্ৰ দেৱতাসকলৰ দ্বাৰা পূজিত হোৱাদি বান্দৰ-সকলৰ দ্বাৰা অভ্যৰ্থিত হৈ পৰম আনন্দ লাভ কৰিলে।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত চতুঃপঞ্চাশ সৰ্গ সমাপ্ত

## পঞ্চপঞ্চাশ সৰ্গ

### ৰাক্ষস অকম্পনৰ যুদ্ধ-যাত্ৰা

১—৫। বালীপুত্ৰ অঙ্গদৰ হাতত বজ্ৰদংষ্ট্ৰ নিহত হোৱা শুনি ৰাৱণে কৃতাঞ্জলিপুটে ওচৰত থিয় হৈ থকা সেনানায়কজনক কলে, "আৰু তোমেছলে, মোৰ দুৰ্দ্ধৰ্ষ তীক্ষ্ণ-পৰাক্ৰমশীল ৰাক্ষসবোৰে সকলো অস্ত্ৰ আৰু শস্ত্ৰবিদ্যাত পাৰ্গত অকম্পনক আগত লৈ যুদ্ধলৈ যাত্ৰা কৰক। এই অকম্পন শত্ৰুশাসন আৰু নিজ সৈন্য পৰিৰক্ষণ-বিষয়ত পটু; তেওঁ এজন উত্তম পৰিচালক আৰু যুদ্ধ-বিষয়ত অতি পাৰ্গত; তেওঁ

* আদিমাহৰ মতে তৃতীয়া তিথিত বজ্ৰদংষ্ট্ৰ ব বধ।

মোৰ হিতকাঙ্ক্ষী সেনাপতি আৰু যুদ্ধপ্ৰিয়। এওঁেই কাকুৎস্থ ৰাম, লক্ষ্মণ আৰু মহাবলশালী সুগ্ৰীৱৰ ওপৰত জয় লাভ কৰিব পাৰিব আৰু ঘোৰমূৰ্ত্তি আন আন বান্দৰবোৰকো বধ কৰিব পাৰিব, তাত কোনো সংশয় নাই।

৬—১৪। ৰাৱণৰ আজ্ঞা শিৰোধাৰ্য্য কৰি মহাবল ক্ষিপ্ৰ পৰাক্ৰমশীল অকম্পনে তেওঁৰ সৈন্যবোৰক যুদ্ধলৈ প্ৰেৰণা দিলে। এইদৰে বলাধ্যক্ষৰ অনুপ্ৰেৰণা পাই নানা অস্ত্ৰে-শস্ত্ৰে সজ্জিত ডাঙৰ ডাঙৰ চকুবিশিষ্ট ভীমাকৃতি ৰাক্ষসবোৰ যুদ্ধলৈ যাত্ৰা কৰিলে। স্বয়ং অকম্পন যিখন ৰথত আৰোহণ কৰিলে সেই বিপুল ৰথখন উৎকৃষ্ট সুবৰ্ণেৰে বিভূষিত। সেই ৰথত উঠি ঘোৰাকৃতি ৰাক্ষসবোৰৰ দ্বাৰা পৰিবৃত হৈ মেঘবৰ্ণ আৰু মেঘগৰ্জ্জনসদৃশ গুৰুগম্ভীৰ মহাস্বৰযুক্ত অকম্পনে যুদ্ধলৈ যাত্ৰা কৰিলে। অকম্পন এনে বীৰ যে দুৰ্ঘোৰ ৰণক্ষেত্ৰত স্বয়ং দেৱতাসকলেও তেওঁক বিচলিত কৰিব নোৱাৰে। ৰাক্ষসবোৰৰ মাজত নিজ তেজোবলে আদিত্যসদৃশ প্ৰকাশমান হৈ অকম্পনে যুদ্ধৰ অভিলাষ কৰি ওলাই অহাৰ লগে তেওঁ দেখিলে যে ৰথবাহী তেওঁৰ ঘোঁৰাবোৰ হঠাতে দুৰ্ব্বল হৈ হীন ভাবাপন্ন হল, তেওঁৰ বাঁও চকু নাচিবলৈ ধৰিলে, আৰু যুদ্ধৰ নামত উৎফুল্ল হৈও তেওঁৰ মুখৰ বৰণ মলিন হল আৰু কণ্ঠস্বৰ ক্ষীণ হল। শুভদিনত মেঘাবৃত দুৰ্দ্দিন উপস্থিত হলে যেনে ভাব হয় সেই সময়তো তেনে এটা লক্ষণে দেখা দিলে, ৰুক্ষ বতাহ প্ৰৱাহিত হবলৈ ধৰিলে, পশু-পক্ষীবোৰে উৎকটস্বৰে শব্দ কৰিবলৈ ধৰিলে। তথাপিতো শাৰ্দ্দূলসম বিক্ৰমযুক্ত সিংহস্কন্ধ অকম্পনে সেইবোৰলৈ লক্ষ্য নকৰি ৰণক্ষেত্ৰলৈ ওলাই আহিল। এইদৰে ৰাক্ষসবোৰক লগত লৈ যুদ্ধক্ষেত্ৰত অৱতীৰ্ণ হোৱাত যি ঘোৰ সিংহনাদ উপস্থিত হল তাতেই সমুদ্ৰ বিক্ষুব্ধ হৈ উঠিল আৰু ভয়তে বান্দৰ-সৈন্যবাহিনীবো বুকু কঁপি উঠিল।

১৫—৩২। শিল, গছ আদি প্ৰহৰণৰ দ্বাৰা সুসজ্জিত হৈ বান্দৰবোৰ যুদ্ধৰ কাৰণে সাজু হল আৰু লগে লগে বান্দৰ আৰু ৰাক্ষসবোৰৰ ভিতৰত ঘোৰতৰ সংগ্ৰাম আৰম্ভ হল। প্ৰত্যেক পক্ষই ৰাম আৰু ৰাৱণৰ কাৰণে শৰীৰ নিপাত কৰিবলৈ সাজু, প্ৰত্যেকেই মহাবলশালী বীৰ আৰু পৰ্ব্বতসদৃশ কায়াবিশিষ্ট। বান্দৰবোৰ ৰাক্ষসবোৰক বধ কৰিবলৈ যিদৰে আগ্ৰহান্বিত, ৰাক্ষসবোৰো বান্দৰসমূহক নিপাত কৰিবলৈ তেনেদৰেই ইচ্ছুক। মহাতেজস্বী উভয়পক্ষই ক্ৰোধতে পৰস্পৰৰ প্ৰতি গৰ্জ্জন কৰাৰ ফলত ভীষণ সিংহনাদ হল। বান্দৰ আৰু ৰাক্ষসবোৰৰ পাদস্খলনত যুদ্ধক্ষেত্ৰত ৰক্তিমাভ ধূলিকণা এনেভাৱে উৰিবলৈ ধৰিলে যে তাৰে দশোদিক পৰিপূৰ্ণ হল, আৰু কোনোও কাকো নেদেখা হল। পাটকাপোৰৰ দৰে অলপ বগা ধূলিজালৰ দ্বাৰা আবৃত হোৱাত ৰণক্ষেত্ৰত ধ্বজ-পতাকা, কবচ, অশ্ব, অস্ত্ৰ আনকি ৰথ পৰ্য্যন্ত দেখা নোপোৱা

হল। পৰস্পৰৰ গৰ্জ্জনৰ ফলত কেবল ঘোৰতৰ শব্দহে শুনিবলৈ পোৱা গল। কিন্তু কোনেও কাৰো ৰূপ দেখা নাপালে। ঘোৰ অন্ধকাৰৰ ভিতৰত ক্ৰোধমত্ত বান্দৰে বান্দৰক আৰু ৰাক্ষসে ৰাক্ষসক বধ কৰিবলৈ ধৰিলে। এইদৰে শত্ৰু আৰু আত্মীয় পক্ষৰ ভিতৰত সৈন্যসমূহ নিপাতিত হবলৈ ধৰাত মহীতল তেজেৰে তিতি গল আৰু ৰক্তাক্ত বোকাই ধৰাতল ঢাকি পেলালে, আনকি যি ধূলিকণা ওপৰতে উৰি আছিল সিও তেজৰ সোঁতত তিতিবলৈ ধৰিলে। পৃথিৱী মৰাশৰে ভৰি পৰিল। গছ, শক্তি, গদা, বল্লম আৰু শিলৰ আঘাতত পৰস্পৰে পৰস্পৰক বধ কৰিবলৈ ধৰিলে। অৰ্গলসদৃশ বাহুৰে যুদ্ধ কৰি ভয়ঙ্কৰ পৰাক্ৰমশীল বান্দৰবোৰে পৰ্ব্বতপ্ৰমাণ ৰাক্ষসবোৰক নিপাতিত কৰিবলৈ ধৰিলে, আনপিনে ৰাক্ষসবোৰেও অতিশয় ক্ৰোধান্বিত হৈ যাঠি, বল্লম আদি অতি দাৰুণ অস্ত্ৰবোৰ লৈ বান্দৰবোৰক বধ কৰিবলৈ ধৰিলে। এনে সময়ত ৰাক্ষস সেনাপতি অকম্পনে খঙতে জ্বলি উঠি ভীমপৰাক্ৰমশালী ৰাক্ষসবোৰক যুদ্ধলৈ উদগনি দিবলৈ ধৰিলে, ইপিনে বান্দৰবোৰেও মহা মহা বৃক্ষ আৰু শিলবোৰ লৈ নিজ বীৰ্য্যবলে ৰাক্ষসৰ অস্ত্ৰসমূহ চূৰমাৰ কৰি ৰাক্ষস সৈন্যক ছেদেলি-ভেদেলি কৰিবলৈ ধৰিলে। ঠিক এনে সময়তে কুমুদ, নল আৰু মৈন্দ প্ৰভৃতি বীৰ বান্দৰসকলে ভীষণ ক্ৰোধান্বিত হৈ ৰাক্ষসবোৰৰ ওপৰত অক্ৰমণ চলালে আৰু প্ৰকাণ্ড প্ৰকাণ্ড গছৰ সহায়ত ৰাক্ষসবোৰক ভীষণৰূপে আহত কৰি সিহঁতক পিহি পেলাবলৈ ধৰিলে।

ইতি যুদ্ধকাণ্ডৰ অন্তভু্ৰ্ক্ত পঞ্চপঞ্চাশ সৰ্গ সমাপ্ত

## ষট্-পঞ্চাশ সৰ্গ

### হনুমানৰ হাতত অকম্পনৰ নিধন

১—৫। যুদ্ধক্ষেত্ৰত প্ৰধান প্ৰধান বান্দৰবোৰৰ অদ্ভুত এই পৰাক্ৰম দেখি অকম্পন ভীষণ ক্ৰুদ্ধ হল। শত্ৰুৰ কাৰ্য্যৰ বিষয়ে চিন্তা কৰি খঙতে তেওঁৰ চৈতন্য হেৰাল আৰু উগ্ৰৰূপ ধাৰণ কৰি তেওঁৰ শ্ৰেষ্ঠ ধনুখন ঘুৰাই সাৰথিক কলে, "সাৰথি, ৰণক্ষেত্ৰৰ যি ঠাইত বলশালী এই বান্দৰবোৰে আমাৰ অসংখ্য ৰাক্ষস বধ কৰিবলৈ ধৰিছে, মোৰ ৰথখনো তালৈ বেগতে লৈ বলা। মোৰ সন্মুখতে যিবোৰ বলবান বান্দৰে

উগ্র কোপ ধাৰণ কৰি গছ, শিল আদি অস্ত্ৰৰ দ্বাৰা সুসজ্জিত হৈ বৈ আছে, যুদ্ধ গৰ্ব্বে গৰ্ব্বিত সেই বান্দৰবোৰক বধ কৰিবলৈ মই ইচ্ছা কৰিছোঁ। মই দেখিছো, ইহঁতেই আমাৰ ৰাক্ষস সৈন্যক বিধ্বস্ত কৰিবলৈ ধৰিছে।"

৬—৩০। অকম্পনে এইদৰে কোৱাত সাৰথিয়ে ৰথ তালৈ নিলে আৰু তেতিয়া ৰথীপ্ৰবৰ ৰাক্ষসে শৰজালৰ দ্বাৰা দূৰৰপৰা বান্দৰবোৰক প্ৰপীড়িত কৰিবলৈ ধৰিলে। শৰ নিক্ষেপৰ প্ৰকোপ এনেদৰে বাঢ়িবলৈ ধৰিলে যে বান্দৰবোৰে যুদ্ধ কৰা দূৰৈৰ কথা ৰণক্ষেত্ৰত স্থিতি লাভ কৰাটোৱেই তেওঁলোকৰ পক্ষে টান হৈ পৰিল। অকম্পনৰ শৰৰ কোবত সকলোৱে ভঙ্গ দি তাৰপৰা দৌৰি পলাবলৈ ধৰিলে। অকম্পনৰ শৰজালত বান্দৰবোৰ মৃত্যু-মুখত প্ৰৱিবলৈ ধৰা দেখি মহাবলবান হনুমান তেওঁৰ জ্ঞাতিবৰ্গৰ সহায়ৰ অৰ্থে আত উপস্থিত হলহি। মহাবীৰ বান্দৰ হনুমানক আহা দেখি বান্দৰ বীৰসকলে এক গোট হৈ অকম্পনক নিৰোধ কৰিবলৈ ধৰিলে। বলবানক আশ্ৰয় কৰি আনে মনত বল পোৱাৰ নিচিনাকৈ হনুমান আহি আত উপস্থিত হোৱা দেখি বীৰ বান্দৰগণবো মনলৈ বল আহিল। তেতিয়া অকম্পনে পৰ্ব্বতপ্ৰমাণ মহাকায় হনুমানক তাত উপস্থিত হোৱা দেখি ইন্দ্ৰই বৃষ্টিপাত কৰাৰ নিচিনাকৈ তেওঁৰ ওপৰত শৰ বৃষ্টি কৰিবলৈ ধৰিলে। ঝাকে ঝাকে তেওঁৰ শৰীৰৰ ওপৰত পৰিবলৈ ধৰা শৰসমূহলৈ লক্ষ্য নকৰি মহাবলশালী হনুমানে অকম্পনক বধ কৰিবলৈ মন কৰিলে। তেতিয়া মহাতেজস্বী মাৰুত-নন্দন হনুমানে ডাঙৰকৈ হাঁহি এটি মাৰি পৃথিৱী কঁপাই সেই ৰাক্ষসৰ পিনে খেদি ললে। হনুমানে গৰ্জ্জন কৰি নিজ তেজোবলে দীপ্তিমান হৈ সমুজ্জ্বল অগ্নিসদৃশ যি ৰূপ ধাৰণ কৰিলে সি আনৰ পক্ষে অসহনীয় হৈ উঠিল। হনুমানে দেখিলে যে তেওঁৰ হাতত কোনো অস্ত্ৰ নাই। তথাপিতো ক্ৰোধান্ধ হৈ প্ৰকাণ্ড শৃঙ্গ এটাকে উভালি ললে; আৰু মহা নাদে গৰ্জ্জন কৰি শৃঙ্গটো এখন হাতত লৈ ঘূৰাবলৈ ধৰিলে। তাহানি কালত পুৰন্দৰ ইন্দ্ৰই বজ্ৰ হাতত লৈ নমুচিক খেদা লৈছিল, হনুমানেও সেই শৃঙ্গটো লৈ ৰাক্ষস অকম্পনৰ পিনে খেদি গল। পৰ্ব্বত-শৃঙ্গটো তুলি লোৱা দেখি অকম্পনে দূৰতে অৰ্দ্ধচন্দ্ৰবাণৰ দ্বাৰা তাক খণ্ড-বিখণ্ড কৰিলে। ৰাক্ষসৰ বাণত জ্বলন্ত শৃঙ্গটো আকাশতে খণ্ড-বিখণ্ড হৈ পৰি যাবলৈ ধৰা দেখি হনুমানৰ খং হঠাতে চৰি উঠিল। আৰু ক্ৰোধতে জ্ঞানশূন্য হৈ গিৰিশৃঙ্গসদৃশ এখন এজোপা অশ্বকৰ্ণ গছ উভালি লৈ বৃহৎ গুৰিৰে সৈতে সেই গছ জোপা মনৰ আনন্দেৰে মূৰৰ ওপৰত ঘূৰাবলৈ ধৰিলে। তাৰ পিছত পৰ্ব্বতৰ বেগত গ্ৰাহ্য নকৰি আক্ৰমি ভৰিৰে খোজত পৃথিৱী বিদীৰ্ণ কৰি প্ৰচণ্ডবেগে খেদি গৈ গজ, গজাৰোহী, ৰথ, ৰথাৰোহী

আৰু ভীমাকৃতি অসংখ্য পদাতি সৈন্য বধ কৰিলে। বৃক্ষহস্তে কালান্তক যমসদৃশ প্ৰাণসংহাৰক হনুমানৰ মূৰ্ত্তি দেখি ৰাক্ষসবোৰে চাৰিওফালে দৌৰি পলাবলৈ ধৰিলে। ৰাক্ষসবোৰৰ কাৰণে ভয়াবহ, ক্ৰুদ্ধ হনুমানৰ পিনে লক্ষ্য কৰি বীৰ অকম্পন খঙতে জ্বলি উঠিল আৰু সিংহনাদে গৰ্জ্জিবলৈ ধৰিলে; আৰু চৈধপাট অতি তীক্ষ্ণ শৰীৰ-বিদাৰক বাণৰ দ্বাৰা মহাবীৰ্য্যবান হনুমানৰ শৰীৰ বিন্ধিলে। সুতীক্ষ্ণ শক্তি-সম্পন্ন নাৰাচ শৰসমূহে শৰীৰ বিন্ধি ধৰাত বীৰ হনুমানে বহুবৃক্ষযুক্ত গিৰিশৃঙ্গ-সদৃশ ৰূপ ধাৰণ কৰিলে। শৰবোৰ গাত লৈ মহাকায় বীৰ্য্যবান হনুমান পুষ্পিত অশোক অথবা ধূম্ৰবিহীন অগ্নিসদৃশ প্ৰতিভাত হল। পিচতেই আন এডাল গছ উভালি লৈ প্ৰবলবেগে খেদি গৈ ৰাক্ষসবীৰ অকম্পনৰ শিৰদেশত আঘাত কৰিলে। এইদৰে মহাবেগবান মহাত্মা হনুমানে ক্ৰুদ্ধ হৈ ৰাক্ষসৰ ওপৰত বৃক্ষৰ প্ৰহাৰ কৰাত ৰাক্ষস তাতেই বাগৰি পৰি মৰি থাকিল।

৩১—৩৭। ৰাক্ষসবীৰ অকম্পন এইদৰে নিহত হোৱা দেখি আন আন ৰাক্ষস-বোৰে ভূমিকম্পনত জোকাৰ খাই কঁপিবলৈ ধৰা বৃক্ষসদৃশ কঁপিবলৈ ধৰিলে। সিহঁত পৰাজিত হৈ অস্ত্ৰ-শস্ত্ৰ পৰিত্যাগ কৰি ভয়তে বান্দৰবোৰৰ খেদা খাই লঙ্কাৰ পিনে দৌৰ দিলে। এইদৰে পৰাজিত আৰু অৱমানিত অৱস্থাত সন্ত্ৰস্ত হৈ ৰাক্ষসবোৰ মুক্তকেশে লঙ্কালৈ দৌৰি পলাল আৰু পলোৱাৰ সময়ত ভয়তে সিহঁতৰ সৰ্ব্বশৰীৰ ঘামতে তিতি গল। পলায়নৰ সময়ত সিহঁতৰ ভয়ৰ মাত্ৰা এনেদৰে চৰি উঠিছিল যে সম্মুখত আত্মপক্ষীয় যাকে দেখা পাইছিল তাকে গচকি গৈছিল, বাৰে বাৰে কেৱল পিচৰ ফালে উভতি চাই ভ্ৰান্তচিত্তে পলাবলৈহে ধৰিছিল। এইদৰে ৰাক্ষসবোৰ পলাবলৈ ধৰাত বান্দৰসকলে সমবেত হৈ হনুমানক অভিনন্দন জনালে আৰু লগতে সত্বসম্পন্ন হনুমানেও যথাযোগ্যভাবে বান্দৰসকলৰ প্ৰতি প্ৰত্যভিবাদন জনাই সন্তোষ লাভ কৰিলে। মনৰ আনন্দত বিজয়ী বান্দৰবোৰে প্ৰাণ ভৰি জয়ধ্বনি কৰিবলৈ ধৰিলে আৰু যিবোৰ ৰাক্ষস সেই সময়তো তাত জীৱিত আছিল সেইবোৰক টনাটনি কৰিবলৈ ধৰিলে। বিষ্ণুৱে মহাবলশালী মধুকৈটভ অসুৰক বধ কৰি যিদৰে বীৰসুলভ শোভা ধাৰণ কৰিছিল, মাৰুতনন্দন মহাকপি হনুমানেও ৰাক্ষস অকম্পন আৰু সমবেত ৰাক্ষসবোৰক বধ কৰি তেনে শোভা ধাৰণ কৰিলে। তেতিয়া দেৱতা-সকল মহাবলবান ৰাম, লক্ষ্মণ, সুগ্ৰীৱ প্ৰমুখ বান্দৰগণ আৰু মহাশক্তিসম্পন্ন বিভীষণ সকলোৱে হনুমানক প্ৰশংসা কৰিবলৈ ধৰিলে।

**ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত ষট্‌পঞ্চাশ সৰ্গ সমাপ্ত**

## সপ্তপঞ্চাশ সৰ্গ

### প্ৰহস্তৰ যুদ্ধ-যাত্ৰা

১—১১। অকম্পন নিহত হোৱা শুনি ৰাক্ষসেশ্বৰ ৰাৱণে ভীষণ ক্ৰুদ্ধ হৈ কিঞ্চিৎ মলিনবদনে মন্ত্ৰীবৰ্গৰ পিনে মুখ দাঙি চালে। অলপ সময় নিজৰ মনতে চিন্তা কৰি মন্ত্ৰীবৰ্গৰ লগত আলোচনা কৰিলে। তাৰ পিচত দিনৰ প্ৰথম ভাগতে তেওঁৰ সৈন্যৰ ঘাটিবোৰ পৰিদৰ্শন কৰিবলৈ নিজে লঙ্কানগৰীৰ ভিতৰত সোমাল। ৰজাই দেখিলে যে সমগ্ৰ নগৰী সৈন্যবাহিনীৰ দ্বাৰা সুৰক্ষিত আৰু ধ্বজ পতাকাদিৰে সুশোভিত হৈ আছে। তেতিয়া ৰাক্ষসৰাজ ৰাৱণে নিজ নগৰী এইদৰে অবৰুদ্ধ হৈ থকা দেখি কি কৰিলে নিজৰ হিত হব পাৰে তাকে উদ্দেশ্য কৰি যুদ্ধবিশাৰদ প্ৰহস্তক কলে, "হে যুদ্ধবিশাৰদ, শত্ৰুপক্ষই নগৰৰ ওচৰতে শিবিৰ স্থাপন কৰি আমাক আক্ৰমণ কৰিবলৈ ধৰিছে, এনেস্থলত যুদ্ধদান ভিন্ন আমাৰ ৰক্ষাৰ আন উপায় আমি একো দেখা নাপাওঁ। এতেকে হয় মই অথবা কুম্ভকৰ্ণ, অথবা মোৰ প্ৰধান সেনাপতি তুমি, বা ইন্দ্ৰজিৎ অথবা নিকুম্ভ এই কেইজনৰ ভিতৰত কোনোৱে এই যুদ্ধৰ ভাৰ বহন কৰিব লাগিব। এতেকে জয় লাভ কৰিবলৈ বলবান সৈন্য সমূহ লগত লৈ তুমি বনবিহাৰী সেই বান্দৰবোৰ য'ত আছে তালৈ যাত্ৰা কৰাঁ! তুমি যাত্ৰা কৰাৰ লগে লগে ৰাক্ষসবীৰবোৰৰ সিংহনাদ শুনি বান্দৰ সৈন্যবাহিনী এনেয়ে পলাই ফাট মাৰিব। বান্দৰবোৰ চঞ্চলমতি, যুদ্ধবিদ্যাত অশিক্ষিত, এতেকে হাতীয়ে সিংহৰ নাদ যিদৰে সহ্য কৰিব নোৱাৰে সিহঁতেও তোমালোকৰ এই ভৈৰব ৰৱ সহ্য কৰিব নোৱাৰিব। তোমাৰ সিংহনাদ শুনি বান্দৰ সৈন্য পলাই ফাট মাৰিলে, লক্ষ্মণে সৈতে ৰাম আশ্ৰয়বিহীন হৈ শক্তিহীন হব আৰু তেতিয়া, হে প্ৰহস্ত, সিহঁত তোমাৰ বশ হব। যুদ্ধলৈ গলেই যে মৃত্যুৰূপ আপদ উপস্থিত হব পাৰে তাৰ কোনো স্থিৰতা নাই, আনপক্ষে যুদ্ধত তোমাৰ জয় সুনিশ্চিত। তদুপৰি যুদ্ধৰ ফল সদায় মঙ্গলময়, কিয়নো জীৱিত থাকিব পাৰিলে ৰাজ্যাদি সুখ লাভ আৰু মৃত্যু হলেও উত্তমলোক লাভ। এতেকে যুদ্ধ কৰাটোৱেই মোৰ পক্ষে হিতকৰ বুলি মনত ধৰিছে। তথাপি ইয়াৰ অনুকূল বা প্ৰতিকূলে যদি তোমাৰ কব লগীয়া কিবা আছে তাক কোৱাঁ**।"

---

**ৰাৱণৰ কথাৰ মৰ্ম্ম এই—যুদ্ধ নকৰিলেও মৃত্যু সুনিশ্চিত। যুদ্ধ কৰিলে বৰং জীৱন ৰক্ষা পৰিবও পাৰে। এতেকে যুদ্ধ কৰাটোৱেই হিত।

১২—১৬। ৰাৱণে এইদৰে কোৱাত শুক্ৰাচাৰ্য্যই অসুৰাধিপতিক কোৱাৰ নিচিনাকৈ সেনাপতি প্ৰহস্তই ৰাক্ষসৰাজক কলে, "হে ৰাজন, মন্ত্ৰণাকুশল মন্ত্ৰীবৰ্গৰ দ্বাৰাত (যেনে বিভীষণ, মাল্যবান আদি) এই বিষয়ে পূৰ্ব্বতে আলোচনা কৰা হৈছে; আমাৰ ভিতৰত মতভেদ হোৱাৰ কাৰণে আমি সকলোটি একমত হব নোৱাৰিলোঁ। সীতাক প্ৰত্যৰ্পণ কৰাই শ্ৰেয়ঃ বুলি সেই সময়তে কৈছিলোঁ, আৰু কৈছিলোঁ যে সীতাক ওভতাই দিয়া নহলে যুদ্ধ কৰিবই লাগিব। আপুনি দান, মান আদি সৎকাৰৰ দ্বাৰা সদায় মোক সম্বৰ্দ্ধনা কৰি আহিছে আৰু সান্ত্বনাপূৰ্ণ বাক্যৰ দ্বাৰাও সদায় মোৰ মনত আনন্দ দি আছে, এতেকে আপোনাৰ হিতৰ অৰ্থে মোৰ কৰিব নোৱৰা কাম একো নাই। মই মোৰ জীৱন, পুত্ৰ, দাৰা, ধন-সম্পত্তি কোনো-বিধকে বচাই ৰাখিবলৈ ইচ্ছা কৰা নাই, এতেকে অগ্নিপুঞ্জকে ঘিউৰে অগ্নিত আহুতি প্ৰদান কৰাৰ দৰে যুদ্ধত মোৰ এই জীৱনো উচৰ্গা কৰা আপুনি দেখা পাব।"

১৭—৩০। সেনাপতি প্ৰহস্তই তেওঁৰ প্ৰভু ৰাৱণক এইদৰে কৈ তেওঁৰ সন্মুখতে উপস্থিত থকা সৈন্যাধ্যক্ষক কলে, "সেনাধ্যক্ষ, ৰাক্ষস সৈন্যবোৰৰ ভিতৰত যিবোৰ মহাবলশালী তেনেবোৰ সৈন্য উপস্থিত কৰা, যুদ্ধক্ষেত্ৰত মোৰ বাণৰ প্ৰকোপত মৃত বনবিহাৰী বান্দৰবোৰৰ মাংস ভক্ষণ কৰি মাংসাশী পশু-পক্ষীবোৰে তৃপ্তি লাভ কৰক।" প্ৰহস্তৰ কথা শুনি মহাবলশালী সেনাধ্যক্ষসকলে ৰাক্ষসপুৰীৰ ভিতৰত সৈন্যৰ সাজ-সজ্জা কৰিলে। এইদৰে সুসজ্জিত সৈন্যৰ নানাবিধ অস্ত্ৰ-শস্ত্ৰৰ সম্ভাৰ আৰু হাতীবোৰৰ সমাবেশত লঙ্কা নগৰীত তোলপাৰ লাগিল। অগ্নিত আহুতি প্ৰদান আৰু ব্ৰাহ্মণসকলৰ প্ৰতি অভিবাদন কাৰ্য্যতে লঙ্কাত হুলস্থুল লাগিল আৰু লগে লগে ঘৃতাহুতিৰ ফলত তাত সুগন্ধি বতাহ ববলৈ ধৰিলে। সৈন্যবোৰৰ প্ৰত্যেকে মন্ত্ৰপূত নানাবিধ মাল্য ধাৰণ কৰিলে আৰু কবচ পৰিধান কৰি হাতত ধনু-শৰ লৈ আনন্দিতচিত্তে সমৰ সাজেৰে সজ্জিত হল। পিচত ৰাৱণক দেখি সকলোৱে নিজ নিজ বাহনৰপৰা নামি সেনাপতি প্ৰহস্তক বেঢ়ি ধৰিলে। তাৰ-পিচত ৰজাৰপৰা বিদায় লৈ সেনাপতি প্ৰহস্তই অস্ত্ৰাদি সম্ভাৰে সজ্জিত ৰথত আৰোহণ কৰিলে আৰু লগে লগে ভীষণভাবে ভেৰী বাজি উঠিল। প্ৰহস্তৰ ৰথ মহাবেগবান অশ্বৰ দ্বাৰা সুসংযুক্ত আৰু তাৰ সাৰথিজনো সুনিপুণ। ৰথখন সুন্দৰভাবে নিৰ্ম্মিত, তাৰ শব্দ মহামেঘৰ গৰ্জ্জনসদৃশ, দেখোঁতে সাক্ষাৎ চন্দ্ৰ-সূৰ্য্যৰ নিচিনা সমুজ্জ্বল, সৰ্পচিহ্নিত পতাকাৰে এই ৰথ সুশোভিত; এই ৰথ সহজে

কোনেও আক্ৰমণ কৰিব নোৱাৰে; মুঠতে গুপ্তিস্থান *সংযুক্ত এই ৰথ সৰ্ব্বাঙ্গ-সুন্দৰ আৰু সুবৰ্ণ-জালৰ দ্বাৰা বিভূষিত হোৱাত অনুমান হয় নিজ জ্যোতিতেহে যেন ৰথখনে হাঁহি আছে। এনেহেন ৰথত আৰোহন কৰি প্ৰহস্তই ৰাৱণৰ আদেশ মানি লৈ বৃহৎ সৈন্যদল এটাৰে সৈতে অতি শীঘ্ৰে লঙ্কাৰপৰা ওলাই গল। লগে লগে মহামেঘ-নিনাদ-সদৃশ দুন্দুভিধ্বনি হল আৰু বাদ্য যন্ত্ৰৰ শব্দত পৃথিৱীত খলকনি লাগিল। এইদৰে সেনাপতিৰ যাত্ৰাৰ কালত শঙ্খধ্বনি বাজি উঠিল আৰু ৰাক্ষসবোৰেও ঘোৰতৰৰূপে শব্দ কৰি আগে আগে খোজ ললে। ভীমাকৃতি, মহাকায় নৰান্তক, কুম্ভহনু, মহানাদ আৰু সমুন্নত এই চাৰিজন প্ৰহস্তৰ মন্ত্ৰীয়েও তেওঁক বেঢ়ি ধৰি তেওঁৰ আগে আগে যাবলৈ ধৰিলে।

৩১—৩৩। এইদৰে ঘোৰমূৰ্ত্তি ৰাক্ষসসৈন্যৰ দ্বাৰা সুৰক্ষিত হৈ সেনাপতি প্ৰহস্তই হাতীৰ পালৰ নিচিনা ৰূপ লৈ সসৈন্যে লঙ্কাৰ পূব দুৱাৰেদি ওলাই গল। যাত্ৰাকালত সাগৰসদৃশ সুবিস্তৃত সৈন্যৰ দ্বাৰা পৰিবৃত ভীষণ ক্ৰুদ্ধমূৰ্ত্তি প্ৰহস্তক কালান্তক যম সদৃশ দেখা গল। তেওঁৰ যাত্ৰা কালৰ শব্দ আৰু ৰাক্ষসবোৰৰ গৰ্জ্জনতে আনকি লঙ্কাত থকা প্ৰাণীপৰ্য্যন্ত আতঙ্কিত হৈ বিকৃতস্বৰে চীৎকাৰ কৰিবলৈ ধৰিলে।

৩৪—৩৯। ঠিক এনে সময়তে মাংসভোজী কাউৰী, শগুণ আদি পক্ষীবোৰে আকাশলৈ উঠি প্ৰহস্তৰ ৰথৰ ওপৰত সোঁফালে মণ্ডলাকাৰে ঘূৰিবলৈ ধৰিলে। শিয়ালবোৰে ঘোৰমূৰ্ত্তি ধাৰণ কৰি মুখেৰে জুইৰ শিখা উদগীৰণ কৰিলে, আকাশৰ পৰা উল্কাপাত হল আৰু বায়ু ৰুক্ষভাবে ববলৈ ধৰিলে। গ্ৰহগণে পৰস্পৰ বিৰুদ্ধ ভাব লৈ প্ৰভাহীন হল; প্ৰহস্তৰ ৰথৰ ওপৰতে মেঘবোৰে ঘোৰ গৰ্জ্জন কৰি ৰথ আৰু তেওঁৰ আগে আগে যোৱা সৈন্যবোৰৰ ওপৰত ৰক্তবৃষ্টিপাত কৰিবলৈ ধৰিলে। শগুণবোৰে তেওঁৰ ধ্বজৰ ওপৰত বহি দক্ষিণফালে মুখ কৰি চিঞৰিবলৈ ধৰিলে আৰু ধ্বজাৰ দুয়োফাল ঠোঁটেৰে আছাৰি যুদ্ধোদ্যোগৰ সকলো শ্ৰী নষ্ট কৰি দিলে। প্ৰহস্তৰ যি সাৰথি কোনোদিনে যুদ্ধত পৰাঙ্মুখ হৈ ঘূৰি অহা নাছিল আৰু অশ্ব-শিক্ষণ কাৰ্য্যত যিজন সিদ্ধহস্ত আছিল, সিদিনা তেওঁৰ হাতৰপৰাও ঘোঁৰাৰ চাবুক বাৰে বাৰে সুলকি পৰিবলৈ ধৰিলে। এইবোৰ দেখি শুনি যাত্ৰাকালৰ সমুজ্জ্বল সকলো শ্ৰীতেনেই নষ্ট হল, ঘোঁৰাবোৰে সমতলভূমিতে উজুটি খাবলৈ ধৰিলে।

৪০—৪৩। খ্যাতনামা বীৰ প্ৰহস্তই এইদৰে যুদ্ধযাত্ৰা কৰি যোৱা দেখি বান্দৰ সৈন্যবোৰে শিল, বৃক্ষ আদি নানা অস্ত্ৰ-শস্ত্ৰ লৈ ৰাক্ষসসৈন্যৰ ওপৰত জাঁপ দি

---

*যি ঠাইত থাকিলে শত্ৰুপক্ষই আৰোহীক আক্ৰমণ কৰিব নোৱাৰি।

পৰিল। বান্দৰবোৰৰ মাজৰপৰা তুমুল শব্দ উঠিল ; গোট গোট গছ, প্ৰকাণ্ড শিলা, ৰাক্ষস আৰু বান্দৰৰ গৰ্জ্জন সকলো মিলিত হৈ শব্দই ক্ৰমাৎ ভীষণ ৰূপ ধাৰণ কৰিলে। যুদ্ধৰ নামত উভয় পক্ষীয় সৈন্যৰ মাজতে ভীষণ আনন্দ। প্ৰত্যেকেই দ্ৰুতগামী, প্ৰত্যেকেই শক্তিশালী আৰু পৰস্পৰে পৰস্পৰক বধ কৰিবলৈ আগ্ৰহান্বিত। এনেস্থলত উভয় পক্ষৰপৰা যুদ্ধলৈ আহ্বানধ্বনিহে মাত্ৰ কৰ্ণগোচৰ হবলৈ ধৰিলে।

৪৪। ইয়াৰ ভিতৰতে মৃত্যুৰ কামনা কৰি পতঙ্গই যিদৰে জুইত জঁাপ দিয়ে দুৰ্ম্মতি সেনাপতি প্ৰহস্তয়ো জয় লাভৰ আশা কৰি অধিকতৰ বেগে কপিৰাজ সুগ্ৰীবৰ সেনাবাহিনীৰ ভিতৰত প্ৰৱেশ কৰিলে।

**ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত সপ্তপঞ্চাশ সৰ্গ সমাপ্ত**

# অষ্টপঞ্চাশ সৰ্গ

## প্ৰহস্ত বধ

১—৩। প্ৰহস্তই যুদ্ধৰ কাৰণে সকলো সম্ভাৰে সৈতে সাজু হৈ এইদৰে ওলাই অহা দেখি শত্ৰুদমন ৰামচন্দ্ৰই হাঁহি * এটা মাৰি বিভীষণক সুধিলে, "বৃহৎ সৈন্যদল এটা লগত লৈ ক্ষিপ্ৰ গতিৰে আহিবলৈ ধৰা সুমহাকায় এইজন কোন ? তেওঁৰ শক্তি আৰু বল কেনেকুৱা ? হে মহাবাহু, বীৰ্য্যবান এই নিশাচৰৰ বিষয়ে মোক কওক।" ৰাঘৱৰ কথা শুনি বিভীষণে কলে, "ৰাঘৱ, এইজন ৰাৱণৰ সেনাপতি, তেওঁৰ নাম প্ৰহস্ত, লঙ্কাত ৰাক্ষসৰাজ ৰাৱণৰ তিনিভাগ সৈন্য এওঁৰ লগত বিচৰণ কৰে। তেওঁ বীৰ্য্য-বান, অস্ত্ৰবিদ্যাত পাৰ্গত, বীৰ আৰু সুবিখ্যাত পৰাক্ৰমশালী।"

৪—১৮। তাৰপিচত ভয়ঙ্কৰ ৰূপধাৰী মহাকায় ভীমপৰাক্ৰম প্ৰহস্ত ৰাক্ষসসৈন্যৰ দ্বাৰা পৰিবেষ্টিত হৈ গৰ্জ্জন কৰি কৰি ওলাই অহা দেখি সিহঁতকৈ অধিক বল-সম্পন্ন বান্দৰ সৈন্যবাহিনীয়েও প্ৰবলভাৱে গৰ্জ্জন কৰিবলৈ ধৰিলে। বান্দৰবোৰে

*টীকাকাৰে ব্যাখ্যা কৰিছে—"ৰাক্ষসে পয়োভৰে যুদ্ধলৈ আহি আমাক ভয় দেখুৱাবলৈ বিচাৰিছে—" এই ভাৱত ৰামে হাঁহিছে। ইয়াৰ আন বাহুত অৰ্থ হব পাৰে। ভগবান বাল্মীকিয়ে এনেধৰণৰ বিশেষণৰ দ্বাৰা ৰামৰ বিষ্ণুঅংশে অৱতাৰৰ ইঙ্গিত বহু ঠাইত কৰিছে। ৰাক্ষসৰ নিধন অৱশ্যম্ভাৱী, তথাপি ঐহিক শক্তিৰ ওপৰত নিৰ্ভৰ কৰি যুদ্ধৰ এনে আয়োজন, ইত্যাদি।

দেখিলে যে সিহঁতৰ ওচৰলৈ খেদি অহা জয়াকাঙ্ক্ষী ৰাক্ষস সৈন্যৰ খড়্গ, শক্তি, শূল, যাঠি, বাণ, মুষল, গজ, পৰিঘ, প্ৰাস, পৰশুধ, বিচিত্ৰ ধনু আদি অস্ত্ৰবোৰে জক্‌মকাবলৈ ধৰিছে। তাকে দেখি বান্দৰবোৰো যুদ্ধলৈ আগ্ৰহ কৰি পুষ্পিত তৰু, গিৰিশৃঙ্গ, বৃহৎ বৃহৎ শিলবোৰ হাতত লৈ যুঁজৰ বাবে সাজু হল। ক্ৰমে দুইপক্ষই সিপক্ষক আক্ৰমণ কৰাত যুদ্ধই ঘোৰতৰ ৰূপ ধাৰণ কৰিলে। বিপুল শিলাবৃষ্টি আৰু বাণবৰ্ষণৰ ফলত অসংখ্য ৰাক্ষস আৰু বহুত বান্দৰ নিহত হবলৈ ধৰিলে। কোনোৱে শূল, যাঠিৰ আঘাতত, কিছুমানে আন শ্ৰেষ্ঠ অস্ত্ৰৰ প্ৰহাৰত, কিছুমানে পৰিঘৰ কোবত আৰু কিছুমানে পৰশুধৰ আঘাতত ছিন্ন-বিচ্ছিন্ন হৈ প্ৰাণ এৰি মাটিত পৰিল; কাৰো হৃদয় বিদীৰ্ণ হল, আৰু কাৰোবাৰ দেহা শৰাঘাততে খণ্ড-বিখণ্ড হল, কোনো-জনে খড়্গাঘাতত দ্বিখণ্ড হৈ মাটিত ধৰফৰাই থাকিল। এইদৰে বীৰ ৰাক্ষসবোৰে এফালৰ পৰা বান্দৰসৈন্যক নিপাতিত কৰিবলৈ ধৰিলে। তাকে দেখি বান্দৰবোৰেও অত্যন্ত ক্ৰুদ্ধ হৈ গছ আৰু শিলবোৰ লৈ চাৰিওফালৰপৰা ৰাক্ষসবোৰক পিহি পেলাবলৈ ধৰিলে। তেওঁলোকৰ বজ্ৰসম হাতৰ চাপৰ আৰু মুষ্টিৰ প্ৰহাৰত ৰাক্ষসবোৰে তেজ বতিয়াই ভগা দাঁত মুখ আৰু ওলাই পৰা চকুৰে সৈতে বিকৃতবদন হৈ ধৰাশায়ী হল। এইদৰে বান্দৰ আৰু ৰাক্ষসবোৰৰ ভীষণ আৰ্ত্তস্বৰ আৰু ঘোৰতৰ গৰ্জ্জনৰ ফলত যুদ্ধক্ষেত্ৰত ভীষণ কোলাহল উপস্থিত হল। বান্দৰ আৰু ৰাক্ষস উভয়ে ভীষণ ক্ৰুদ্ধ, উভয়ে নিৰ্ভীকচিত্তে আৰু উৎফুল্লবদনে বীৰপৰাক্ৰমে নিষ্ঠুৰভাবে যুদ্ধত এনে-ভাবে প্ৰবৃত্ত যে তাৰ ফলত অতি উগ্ৰ আৰু ভীষণ ঘটনাবোৰো তাত ঘটিবলৈ ধৰিলে।

১৯—৩৩। প্ৰহস্তৰ সেনাপতি নৰান্তক, কুম্ভহনু, মহানাদ আৰু সমুন্নতই বনবাসী বান্দৰবোৰক বধিবলৈ ধৰিলে; বান্দৰবোৰ এইদৰে নিপাতিত হোৱা দেখি কপি-প্ৰবৰ দ্বিবিদে গিৰিশৃঙ্গৰ দ্বাৰা নৰান্তক নামে এজনক বধ কৰিলে, তাৰ পিচতে দুৰ্ম্মুখ নামে আন এজন বান্দৰে প্ৰকাণ্ড গছ এজোপা উভালি ক্ষিপ্ৰহস্তে সমুন্নত নামে আন এজনক বধ কৰিলে। থিক এনে সময়তে জাম্ববানে ভীষণ ক্ৰুদ্ধ হৈ বৃহৎ শিল এটা লৈ মহানাদৰ বুকুলৈ নিক্ষেপ কৰিলে। তাৰ পিচত বীৰ্য্যবান কুম্ভহনু তাৰৰ সৈতে যুজত লাগিল আৰু তাৰই কুম্ভহনুক আক্ৰমণ কৰি বৃহৎ গছ এজোপাৰ সহায়ত তাৰ জীৱন নাশ কৰিলে। ৰথ ৰপৰা বীৰ প্ৰহস্তই বান্দৰবোৰৰ এনেখন কাম দেখি, হাতত ধনু লৈ তেওঁলোকৰ ওপৰত ঘোৰ উৎপীড়ন আৰম্ভ কৰিলে। উভয়পক্ষৰ যুদ্ধৰ প্ৰকোপত যুদ্ধস্থলত ভীষণ এক বা-মাৰলি হোৱাদি হ'ল আৰু সৰ্ব্ব-গ্ৰাসী অসীম সমুদ্ৰৰ ভীষণ গৰ্জ্জনসদৃশ এটা ঘোৰতৰ শব্দ সমুত্থিত হল। ৰণদুৰ্দ্ধৰ্ষ প্ৰহস্তই ভীষণ ক্ৰুদ্ধ হৈ তেওঁৰ শৰজালৰ দ্বাৰা সেই মহাযুদ্ধত বান্দৰবোৰক বিন্ধিবলৈ

ধৰিলে। বান্দৰ আৰু ৰাক্ষসবোৰৰ শৰীৰৰ দ্বাৰা ৰণস্থল ভৰি পৰিল, অনুমান হল যেন পৰ্ব্বতবোৰেহে ইতস্ততঃ বিক্ষিপ্ত হৈ ৰণস্থল আবৃত কৰি ৰাখিছে। বসন্তকালত পুষ্পিত পলাশকুলৰ দ্বাৰা আবৃত হলে পৃথিবীৰ যেনে শোভা হয়, তেজৰ নদীৰ স্ৰোতত ৰণক্ষেত্ৰয়ো তেনে ৰূপ ধাৰণ কৰিলে। সেই সময়ত ৰণভূমি যেন ৰূপ সাগৰাভিমুখী নৈত পৰিণত হল। হত বীৰগণ হল তাৰ তীৰ, ভগ্ন অস্ত্ৰসমূহ হল তাত উটি-ভাহি অহা গছ, তেজৰ স্ৰোত হল তাৰ পানী, যকৃত প্লীহা তাৰ বোকা, নাড়ীভুৰি তাৰ শেলুৰৈ, শৰীৰৰ শৰাবিচ্ছিন্ন মূৰবোৰ মীন মকৰ, আন আন অঙ্গপ্ৰত্যঙ্গবোৰ তাৰ তৃণৰাজি; তাত পৰি থকা শগুণ হল তাৰ হংস, কাউৰী হল সাৰস, বীৰগণৰ মেদ হল নদীৰ ফেন, আৰু ঘোৰতৰ নিনাদ হল চাকনৈয়াৰ শব্দ। হংসসাৰস সমাকীৰ্ণ গভীৰ জলপূৰ্ণ নদী যিদৰে সহজে পাৰ হব নোৱাৰি কাপুৰুষজনৰ পক্ষে এই নদীও সেইদৰে দুস্তৰ হৈ উঠিল। তথাপি হাতীৰ দলপতিয়ে পদুম ফুলৰ ৰেণুৰে পৰিব্যাপ্ত জলাশয় যিদৰে উত্তীৰ্ণ হয়, প্ৰধান প্ৰধান বান্দৰ আৰু ৰাক্ষসবোৰো এই নদীৰূপ ৰণভূমিত জাপ দি পাৰ হবলৈ ধৰিলে।

৩৪—৫৫। থিক এনেসময়তে বান্দৰ সেনাপতি নীলে দেখিলে যে ৰথৰ ভিতৰতে থাকি প্ৰহস্তই তেওঁৰ শৰজালৰ দ্বাৰা বান্দৰবোৰক বিধ্বস্ত কৰিবলৈ ধৰিছে। তাকে দেখি নীল প্ৰহস্তৰ সম্মুখলৈ খেদি আহিল। তেতিয়া আকাশত পবনচালিত মেঘখণ্ডৰ নিচিনা নীলে এইদৰে অহা দেখি, প্ৰহস্তই তেওঁৰ সূৰ্য্যাভ ৰথখন চলাই লৈ নীলৰ পিনে খেদা ললে আৰু ধনুৰ্দ্ধৰপ্ৰবৰ ৰাক্ষসসেনাপতিয়ে ধনুৰ গুণ আকৰ্ষণ কৰি নীলৰ ওপৰত বাণবৰ্ষণ কৰিবলৈ ধৰিলে। বাণজালে নীলৰ শৰীৰ ভেদ কৰিলে আৰু ক্ৰুদ্ধ সৰ্পবৎ মাটি ভেদ কৰি ভিতৰলৈ সোমাই গল। তেতিয়া অগ্নিসম সমুজ্জ্বল তীক্ষ্ণ বাণৰাশিয়ে তেওঁক এইদৰে বিন্ধিবলৈ ধৰা দেখি বীৰ্য্যশীল নীলে এজোপা গছ উভালি লৈ পৰম দুৰ্দ্ধৰ্ষ সেই ৰাক্ষসক আক্ৰমণ কৰিলে। নীলে এইদৰে আক্ৰমণ কৰাত প্ৰহস্ত খঙত জ্বলি উঠিল আৰু ভীষণ সিংহনাদ কৰি বান্দৰ সেনাপতি নীলৰ ওপৰত শৰবৰ্ষণ কৰিবলৈ ধৰিলে। দুৰাত্মা সেই ৰাক্ষসৰ বাণসমূহ নিবাৰণ কৰিব নোৱাৰি, শৰৎকালত হঠাতে উপস্থিত হোৱা বৰষুণৰ ধাৰা পথাৰত থিয় হৈ থকা বলধ গৰুৱে আধামুদা চকুৰে যিদৰে সহি থাকে বান্দৰবীৰ নীলেও নিমীলিত নয়নে সেই শৰজাল তেনেদৰে সহি থাকিল। কিছুকাল এইদৰে সহি থাকি মহাবলশালী নীল ভীষণ ক্ৰুদ্ধ হৈ উঠিল আৰু বৃহৎ শালগছ এডালেৰে প্ৰহস্তৰ ঘোঁৰাবোৰ বধ কৰিল; আৰু লগে লগে সিংহনাদ কৰি খঙৰ কোবত দুৰাত্মা ৰাক্ষসৰ ধনুখন তৎক্ষণাৎ ভাঙি পেলালে। ৰাক্ষস সেনপতি ধনুহীন হোৱাত হাতত গদা এপাট লৈ ৰথৰ-

পৰা নামি পৰিল। উভয়দলৰ সেনাপতি দুয়োজনেই বীৰ, ঘোৰতৰ শক্ৰতা-পাশত আবদ্ধ; উভয়ে তেজস্বী, উভয়ৰে শৰীৰ তেজেৰে ৰাঙলী আৰু মদোদ্ধত কুঞ্জৰৰ-সদৃশ; যুদ্ধত প্ৰবৃত্ত হৈ সিংহ আৰু বাঘৰ নিচিনাকৈ পৰস্পৰে পৰস্পৰক দাঁতেৰে কামোৰা-কামুৰি কৰিবলৈ ধৰিলে। উভয়ে পৰাক্ৰমত জয়শীল আৰু যুদ্ধত অপৰাং-মুখ, আৰু বৃত্ৰাসুৰ আৰু বাসবসদৃশ যুদ্ধত জয়াকাঙ্ক্ষী। এইদৰে যুঁজত প্ৰবৃত্ত হৈ থাকোঁতে প্ৰহস্তই সমুদ্যত মুসলেৰে নীলৰ কপালত এটা কোব শোধালে আৰু তাতে তেওঁৰ কপালৰপৰা তেজ ববলৈ ধৰিলে। তেতিয়া ৰক্তাক্ত কলেবৰ নীলে ভীষণ ক্ৰুদ্ধ হৈ এজোপা সুবৃহৎ গছ হাতত লৈ প্ৰহস্তৰ বুকুলৈ মাৰি পঠিয়ালে। প্ৰহস্তই সেই গছলৈ ভ্ৰূক্ষেপ নকৰি তেওঁৰ বৃহত গদাপাত লৈ বলবান বান্দৰ নীলৰ গুৰিলৈ খেদা মাৰিলে। ৰাক্ষসে উগ্ৰ বেগ ধাৰণ কৰি ক্ৰুদ্ধ হৈ খেদি অহা দেখি মহাবেগশালী নীলেও সুবৃহৎ এটা শিল তুলি ললে আৰু যুদ্ধাভিকাঙ্ক্ষী মুসলযোদ্ধা প্ৰহস্তৰ মূৰলৈ নিক্ষেপ কৰিলে। এইদৰে নীলৰ নিক্ষিপ্ত শিলৰ আঘাতত প্ৰহস্তৰ মূৰ খণ্ড-বিখণ্ড হল আৰু প্ৰাণশক্তি আৰু বলবীৰ্য্য হীন হৈ গুৰি কাটি দিয়া গছৰ নিচিনাকৈ হঠাতে বাগৰি পৰিল। মূৰ খণ্ড-বিখণ্ড হোৱাত ৰাক্ষসৰ মূৰ আৰু শৰীৰৰপৰা পৰ্ব্বতৰপৰা ববলৈ ধৰা নিজৰাৰ পানীৰ নিচিনা ৰক্তৰ স্ৰোত ববলৈ ধৰিলে।

৫৬—৫৮। অবিচলিত যোদ্ধা মহাবলশালী প্ৰহস্ত এইদৰে নিপতিত হোৱা দেখি ৰাক্ষসবোৰে মনৰ দুখতে লঙ্কালৈ দৌৰ দিলে। সেনাপতি নিপতিত হোৱাত বান্ধ ভাগি গলে পানী ৰাখিব নোৱৰাৰ নিচিনাকৈ কোনেও সিহঁতক ৰাখিব নোৱাৰা হল। সেনাপতিৰ মৃত্যুত ৰাক্ষসবোৰ উদ্যমবিহীন হৈ তেওঁলোকৰ অধিপতি ৰাৱণৰ ভৱনলৈ গৈ ভাবিচিন্তি মাতবোল নোহোৱা হৈ ৰল আৰু ভীষণ শোকাতুৰ হৈ সংজ্ঞাহীন হোৱাৰ নিচিনা হল।

৫৯। ইপিনে বিজয়ী বীৰ নীলে তেওঁৰ সুকৃতিৰ ফলত সকলোৰে প্ৰশংসাভাজন হৈ ৰাম আৰু লক্ষ্মণৰ লগত মিলিত হবলৈ পাই পৰম আনন্দিত হল।

**ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত অষ্টপঞ্চাশ সৰ্গ সমাপ্ত**

# একোনষষ্টিতম সর্গ

## ৰাৱণৰ যুদ্ধ-যাত্ৰা আৰু পৰাভৱ

১—৬। কপিপ্ৰৱৰ নীলৰ হাতত ৰাক্ষস-সেনাপতি প্ৰহস্ত এইদৰে নিহত হোৱাত ভীষণ অস্ত্ৰধাৰী সমুদ্ৰসম বেগৱান্ ৰাক্ষসৰাজৰ সৈন্যদলে ৰণভূমি এৰি লঙ্কালৈ লৰ দিলে। তালৈ গৈ তেওঁলোকে তেওঁলোকৰ অধিপতি ৰাৱণৰ ওচৰত নিবেদন কৰিলে যে অগ্নিসুত নীলৰ হাতত সেনাপতি প্ৰহস্ত নিহত হৈছে। ৰাক্ষসৰাজ ৰাৱণ তেওঁলোকৰ মুখৰপৰা এই কথা শুনামাত্ৰকে ভীষণ ক্ৰুদ্ধ হৈ উঠিল আৰু যুদ্ধত প্ৰহস্ত নিহত হৈছে বুলি জানিব পাৰি ক্ৰোধ আৰু শোকতে তেওঁ তেনেই অভিভূত হল, তেতিয়া ইন্দ্ৰই দেৱতাসকলৰ দলপতিসকলক কোৱাৰ নিচিনাকৈ ৰাৱণেও তেওঁৰ ৰাক্ষস-সেনাপতিসকলক কবলৈ ধৰিলে, "মোৰ এই সেনাপতিয়ে ইন্দ্ৰৰ বল ধ্বংস কৰিছিল, এনেস্থলত সদলবলে গজাৰোহীসৈন্য লগত লৈ যুদ্ধ লৈ যাত্ৰা কৰিও যিহেতু তেওঁ শত্ৰুৰ হাতত নিহত হল, এতেকে বান্দৰ বুলি সেই শত্ৰুদলক উপেক্ষা কৰা উচিত নহব। শত্ৰু বিনাশৰ অৰ্থে অদ্ভুত সেই ৰণক্ষেত্ৰলৈ মই নিজেই যাম, আৰু প্ৰদীপ্ত বনাগ্নিয়ে যিদৰে বন পুৰি ছাই কৰেময়ো মোৰ শৰজালৰ দ্বাৰা ৰাম, লক্ষ্মণ আৰু সেই বান্দৰসৈন্যক বিদগ্ধ কৰিম।"

৭—১০। এইবুলি কৈ অমৰৰাজশত্ৰু ৰাৱণে নিজ শৰীৰৰ জ্যোতিত চাৰিওফাল উদ্ভাসিত কৰি অসংখ্য শ্ৰেষ্ঠ শ্ৰেষ্ঠ তুৰগ সংযুক্ত অগ্নিসম সমুজ্জল ৰথত আৰোহণ কৰিলে। তেওঁ যোৱাৰ লগে লগে শঙ্খ, ভেৰী, পণৱৰ ধ্বনিতে চাৰিওফাল মুখৰিত হল, সৈন্যবোৰে সিংহনাদ, হাতৰ চাপৰি আৰু আস্ফালনৰ দ্বাৰা তুমুল শব্দ কৰিবলৈ ধৰিলে আৰু বহুতো পুণ্যশ্লোকৰ দ্বাৰা ৰাৱণক স্তুতি কৰিলে। অমৰনাথ ৰুদ্ৰ ভূতগণৰ দ্বাৰা আবৃত হলে যেনে শোভা ধাৰণ কৰে যাত্ৰাৰ কালত ৰাক্ষসৰাজপ্ৰধান ৰাৱণেও পৰ্ব্বত আৰু মেঘসদৃশ ৰূপধাৰী, অগ্নিসম সমুজ্জল নেত্ৰবিশিষ্ট মাংসাশী ৰাক্ষস গণৰ দ্বাৰা আবৃত হৈ তেনে শোভা ধাৰণ কৰিলে। নগৰৰপৰা বাহিৰ হৈয়ে তেওঁ দেখিলে যে মহাশক্তিশালী উগ্ৰ বান্দৰসৈন্যবাহিনীয়ে মহাসমুদ্ৰসন্নিভ মেঘখণ্ডৰ দৰে গৰ্জ্জন কৰি গছ আৰু শিলবোৰ হাতত লৈ সাজু হৈ আছে।

১১—১৩। অতি প্ৰচণ্ড ৰাক্ষস সৈন্যবাহিনীক দেখি ভুজগৰাজসদৃশ দীৰ্ঘবাহু বিশাল শ্ৰীসম্পন্ন ৰামচন্দ্ৰই সেনাসমূহক লগত লৈ অস্ত্ৰধাৰীসকলৰ অগ্ৰণী বিভীষণক সুধিলে

"বিভীষণ, নানাধ্বজপতাকামণ্ডিত, প্রাস, খড়্গ, শূল আদি অস্ত্রে সুশোভিত মহেন্দ্র পর্ব্বতসদৃশ গজবাহিনীযুক্ত অদম্য আৰু নির্ভীক এই সৈন্যবাহিনীক কোনে পৰিচালিত কৰিছে ?" ইন্দ্রসম বীর্য্যশীল বিভীষণে ৰামৰ প্রশ্ন শুনি মহাশক্তিসম্পন্ন ৰাক্ষসবোৰৰ বলৰ পৰিচয় দি কবলৈ ধৰিলে ঃ

১৪—২৫। "হে ৰাজন, হাতীৰ ওপৰত উঠি নতুনকৈ উঠি অহা সূর্য্যসদৃশ তাম্রবর্ণ মুখযুক্ত যিজনে হাতীৰ মূৰ কঁপাই কঁপাই আহিবলৈ ধৰিছে তেওঁৰ নাম অকম্পন।* সিংহধ্বজাচিহ্নিত ৰথত আৰোহণ কৰি, ইন্দ্রধনুসদৃশ ধনুত টঙ্কাৰ দি যিজনে উন্নতদন্তবিশিষ্ট হাতীৰ নিচিনা শোভা ধাৰণ কৰিছে তেওঁৰ নাম ইন্দ্রজিত; ব্রহ্মাৰ বৰত তেৱেঁই প্রধান। যিজন বিন্ধ্য, অস্তাচল আৰু মহেন্দ্র পর্ব্বতসম ওখ আৰু বৃহৎ, যিজনে হাতত ধনু লৈ ৰথাৰোহণ কৰি অতুলনীয় ধনুত টঙ্কাৰ দিবলৈ ধৰিছে তেৱেঁই হৈছে সুবৃহৎ শৰীৰ বিশিষ্ট অতিকায় নামৰ ৰাক্ষস; তেওঁ অতিৰথ মহাবীৰ। যিজন নৱোদিত সূর্য্যসদৃশ উন্নত তাম্রচক্ষুবিশিষ্ট আৰু যিজনে ঘণ্টাধ্বনি-সমন্বিত গজত আৰোহণ কৰি নিষ্ঠুৰভাৱে ঘোৰতৰ গর্জ্জন কৰিবলৈ ধৰিছে, সেইজনেই মহোদৰ নামৰ এজন বিখ্যাত বীৰ। যিজনে সুবর্ণাভৰণ শোভিত ঘোঁৰাত আৰোহণ কৰি বিচিত্র মণিযুক্ত প্রাস উত্তোলন কৰি সন্ধ্যাকালৰ মেঘাবৃত পর্ব্বতসদৃশ শোভা ধাৰণ কৰিছে তেওঁৰ নাম পিশাচ, তেওঁ বজ্রসমবেগৱান। যিজনে বিদ্যুৎসম প্রভাৱান, বজ্রসম বেগৱান সুতীক্ষ্ণ শূল হাতত লৈ চন্দ্রকান্তিসম প্রভান্বিত বৃষৰাজৰ ওপৰত বহি আছে তেৱেঁই ত্রিশিৰা নামৰ যশস্বী বীৰ*। চাওক, সৌজন কুম্ভ, তেওঁৰ ৰূপ মেঘসদৃশ, তেওঁৰ বক্ষস্থল বহল আৰু সুগঠিত, তেওঁৰ পতাকা সর্পৰাজৰ চিহ্নে; চিহ্নিত তেওঁ ঐকান্তিক মনে ধনুত টঙ্কাৰ দি ধনু ঘূৰাই ঘূৰাই আহিবলৈ ধৰিছে। সোণ আৰু বজ্রমণি খচিত ধোঁৱাবৰণৰ প্রদীপ্ত অর্গল হাতত লৈ ৰাক্ষসকুলৰ বলৰ নিদর্শনস্বৰূপ যিজনে আগবাঢ়ি আহিব ধৰিছে তেওঁৰ নাম নিকুম্ভ, তেওঁ অদ্ভুত বীৰ আৰু কর্ম্মী। যিজনে ধনু, খড়্গ আৰু শৰজালে পৰিপূর্ণ প্রদীপ্ত অগ্নিসম সমুজ্জ্বল পতাকামণ্ডিত ৰথত আৰোহণ কৰি উগ্ৰৰূপ ধাৰণ কৰি বৈ আছে তেওঁৰ নাম নৰান্তক। তেওঁ এনে বীৰ যে তেওঁৰ সমকক্ষ যোদ্ধা নথকাৰ কাৰণে হাতৰ খজুৰতি পলাবলৈ সময়ত পর্ব্বতশৃঙ্গৰ লগতে তেওঁ যুদ্ধ কৰে। হে ৰাঘৱ, যিজনক ব্যাঘ্র, উষ্ট্র, নাগ, মৃগ আৰু অশ্বৰ মুখাকৃতি, বিকৃত নেত্র, নানাবিধ ঘোৰৰূপ ভূতসমূহৰ দ্বাৰা আবৃত হৈ থকা দেখিছে, যিজন দেৱতাসকলৰো দর্পহন্তা, যাৰ ওপৰত শুভ্র শলাকবিশিষ্ট চন্দ্রাকৃতি ছত্র জিলিকি আছে সেইজনেই ভূতগণপৰিবেষ্টিত ৰুদ্রসদৃশ ৰাক্ষসসকলৰ অধিপতি ৰাৱণ, তেওঁৰ মূৰত কিৰীটি, কাণত

*নাগতে নিহত হোৱা অকম্পন নহয়; সেই নামৰ আন এজন ৰাক্ষস।

চঞ্চলকুণ্ডল, যাৰ প্ৰভাত তেওঁৰ বদন পৰিশোভিত হৈ আছে; হিমালয় অথবা বিন্ধ্য পৰ্ব্বতসদৃশ তেওঁ মহাকায়বিশিষ্ট। তেৱেঁই ইন্দ্ৰ আৰু যমৰ দৰ্পহন্তা ৰাক্ষসৰাজ ৰাৱণ-যিজন ইয়াত সূৰ্য্যসম প্ৰভাৱান হৈ জিলিকি আছে।"

২৬—৩২। বিভীষণৰ বৰ্ণনা শুনি শত্ৰুদমন ৰামে কলে, "আহা! মহাতেজস্বী ৰাক্ষসেশ্বৰ ৰাৱণে তেজৰ বলত কেনে দীপ্তি ধাৰণ কৰি আছে। নিজৰ জ্যোতিতে তেওঁৰ আদিত্যসম ৰূপৰ পিনে চকুকে দিব নোৱাৰি। তেজপুঞ্জেসমাবৃত হোৱাত তেওঁৰ প্ৰকৃত ৰূপ মই চকুৰে ধৰিবকে পৰা নাই। ৰাক্ষসৰাজ ৰাৱণৰ শৰীৰৰ যেনে কান্তি দেৱতা আৰু দানৱকূলৰ বীৰসকলোৰো ৰূপ তেনে নহয়। মহাকায় এই ৰাৱণৰ সকলো যোদ্ধাই পৰ্ব্বতাকাৰ শৰীৰবিশিষ্ট, পৰ্ব্বতযোধী আৰু প্ৰদীপ্ত অস্ত্ৰধাৰী। সমুজ্জ্বল ভীমকায় এই সৈন্যবৰ্গৰ দ্বাৰা পৰিবৃত হৈ লক্ষোৰাজে উগ্ৰ ৰূপধাৰী শৰীৰবিশিষ্ট ভূতগণৰ দ্বাৰা আবৃত যমসদৃশ শোভা ধাৰণ কৰিছে। ভাগ্যক্ৰমে এই পাপাত্মা আজি মোৰ দৃষ্টিপথত পৰিছে, সীতাক হৰণ কৰি অনাৰ বাবে যি ক্ৰোধ মোৰ অন্তৰত জ্বলি আছে আজি সেই সকলো মই তেওঁৰ ওপৰত ঢালি দিব পাৰিম"—এইবুলি কৈ মহাবীৰ্য্যৱান ৰামে লক্ষ্মণক লগত লৈ শৰাসন তুলি থিয় দিলে।

৩৩—৩৫। ইপিনে মহাপৰাক্ৰম ৰাৱণে মহাবলশালী ৰাক্ষসবিলাকক সম্বোধন কৰি কলে, "তোমালোকে ইয়াৰপৰা উভতি গৈ লঙ্কাৰ চাৰিটা প্ৰৱেশদ্বাৰ, ৰাজপথ, থকা ঘৰ আৰু প্ৰাসাদসমূহৰ বাহিৰৰ দুৱাৰমুখবোৰ কোনো ভয়ভীত নোহোৱাকৈ ভালদৰে ৰক্ষা কৰি থাকাঁগৈ। তোমালোক মোৰ লগত ইয়ালৈ অহা দেখিলে বনবিহাৰী এই বান্দৰবোৰে এই সুযোগতে আনে প্ৰৱেশ কৰিব নোৱৰা শূন্য লঙ্কাপুৰীত দল বান্ধি ভিতৰলৈ সোমাই যাব।" এইবুলি কৈ তেওঁ মন্ত্ৰীবৰ্গক বিদায় দিলে। তাৰ পিচত তেওঁৰ নিৰ্দ্দেশমতে ৰাক্ষসবোৰ উভতি যোৱাত, সমুদ্ৰবিহাৰী মহা মহা মৎস্যসমূহে সমুদ্ৰৰ ঢৌ কাটি যিদৰে সাগৰত প্ৰৱেশ কৰে ৰাৱণো সমুদ্ৰবৎ বিস্তীৰ্ণ বান্দৰসৈন্যৰ মাজত তেনেদৰে প্ৰৱেশ কৰিলে।

৩৬—৫০। সমুজ্জ্বল শৰ আৰু ধনু লৈ ৰাক্ষসৰাজ এইদৰে প্ৰৱেশ কৰা দেখি বান্দৰাধিপতি সুগ্ৰীৱে বৃহৎ শৃঙ্গ এটা উভালি লৈ ৰাৱণৰ গুৰিলৈ খেদা ললে আৰু বহুবৃক্ষপূৰ্ণ এই শৃঙ্গটো ৰাক্ষসৰ গালৈ দলিয়াই দিলে। শৃঙ্গটো তেওঁৰ ওপৰত পৰিবলৈ ধৰা দেখি ৰাৱণে সোণৰ পাখি লগোৱা শৰজালৰ দ্বাৰা তাক ছিন্নবিচ্ছিন্ন কৰিলে। বৃহৎ বৃক্ষসমন্বিত শৃঙ্গটো কাটি দিয়াত সেইটো যেতিয়া মাটিত পৰি গল তেতিয়া ৰাক্ষসৰাজে সুগ্ৰীৱক শেষ কৰিবৰ ইচ্ছা কৰি মহাসৰ্পসদৃশ এপাট শৰ তেওঁলৈ তুলি ললে। বায়ু আৰু বজ্ৰসম বেগবান ফিৰিঙতিযুক্ত জুইৰ নিচিনা সমুজ্জ্বল শৰপাট তুলি

লৈয়ে ৰাৱণে অতি ক্ৰুদ্ধভাৱে সুগ্ৰীৱৰ গালৈ তাক নিক্ষেপ কৰিলে। শৰ ৰাৱণৰ হাতেদি নিক্ষিপ্ত হোৱাত, দেৱসেনাপতি কাৰ্ত্তিকেয়ৰ উগ্ৰশক্তিসম্পন্ন শৰে ক্ৰৌঞ্চ পৰ্ব্বতক যিদৰে বিদীৰ্ণ কৰিছিল, ইও প্ৰবলবেগে উৰি গৈ ইন্দ্ৰৰ বজ্ৰসদৃশ সুকঠিন সুগ্ৰীৱৰ শৰীৰ ভেদ কৰিলে। শৰৰ আঘাতত সুগ্ৰীৱ কাতৰ হল আৰু সংজ্ঞাহীন হৈ চীৎকাৰ কৰি মাটিত বাগৰি পৰিল; তেওঁক এইদৰে পৰি থকা দেখি ৰাক্ষসবোৰে আনন্দতে সিংহ-নাদ কৰি চিঞৰিবলৈ ধৰিলে। তেতিয়া গৱাক্ষ, গৱয়, সুষেণ, শৰভ, জ্যোতিৰ্ম্মুখ আৰু নলে আন আন বহুত শিল হাতত লৈ শৰীৰৰ আয়তন বঢ়াই ৰাৱণৰ ওচৰলৈ খেদি গল। কিন্তু ৰাৱণে শই শই সুতীক্ষ্ণ শৰ নিক্ষেপ কৰি তেওঁলোকৰ শিলাবৃষ্টিকো ব্যৰ্থ কৰি তুলিলে আৰু সুবৰ্ণপুঙ্খ শৰজালৰ দ্বাৰা বান্দৰবীৰসকলক বিদ্ধিবলৈ ধৰিলে। লগে লগে ভীমকায় বান্দৰবীৰবোৰ দেখাৰি ৰাৱণৰ দ্বাৰা বাণবিদ্ধ হৈ মাটিত বাগৰি পৰিল। এইদৰে ৰাৱণে তেওঁৰ বাণজালৰ দ্বাৰা উগ্ৰতেজস্বী বান্দৰসৈন্যবাহিনীক ঢাকি পেলোৱাত, বান্দৰ-সৈন্যবোৰ নিহত হৈ পৰি যাবলৈ ধৰিলে আৰু ভয়তে শেলবিদ্ধ হোৱাদি চিঞৰ-বাখৰ কৰি শৰৰ কোবত ৰব নোৱাৰি তেওঁলোকৰ আশ্ৰয়ৰ স্থল ৰামৰ শৰণ ললে। তেতিয়া ধনুৰ্দ্ধাৰী বীৰ মহাত্মা ৰামে ধনুখন হাতত লৈ ঘপ্‌কৰে যাবলৈ ওলাল; এনেতে লক্ষ্মণে তাত উপস্থিত হৈ হাত যোৰ কৰি পৰম অৰ্থযুক্তবাক্যে কবলৈ ধৰিলে, "হে আৰ্য্য, এই দুৰাত্মাক বধ কৰিবলৈ অকল ময়ে সমৰ্থ। হে বিভু, আপুনি আদেশ দিয়ক, ময়ে ইয়াক বধ কৰিম।" লক্ষ্মণৰ কথা শুনি মহাতেজস্বী সত্যপৰাক্ৰম ৰামে কলে, "লক্ষ্মণ, তেন্তে তুমিয়ে যোৱাঁ, কিন্তু যুদ্ধক্ষেত্ৰলৈ গৈ বিশেষ যত্নেৰে সৈতে যুদ্ধত প্ৰবৃত্ত হবা। ৰাৱণৰ বীৰ্য্যবল বৰ বেছি আৰু যুদ্ধক্ষেত্ৰত তেওঁৰ পৰাক্ৰমো অদ্ভুত। এইটো নিশ্চয় যে তেওঁ সংক্ৰুদ্ধ হলে তিনিওলোকৰে কাৰণে অসহ্য হৈ উঠিব পাৰে। এতেকে সতৰ্ক হৈ তেওঁৰ ছিদ্ৰবোৰ অনুসন্ধান কৰিবা আৰু সেইদৰে নিজৰ য'ত য'ত দুৰ্ব্বলতা আছে চকুৰে ভালদৰে পৰীক্ষা কৰি সেইবোৰো লুকাই থৈ ধনুৰ সহায়ত যুদ্ধ কৰিবা।" ৰাঘৱ ৰামৰ কথা শুনি লক্ষ্মণে তেওঁক সেৱা জনাই আলিঙ্গন কৰিলে আৰু তেওঁৰ চৰণ চিন্তা কৰি যুঁজলৈ ওলাই গল।

৫১—৬২। ওলাই গৈ তেওঁ দেখিলে যে হাতীৰ শুঁৰসদৃশ সুদীৰ্ঘবাহুযুক্ত ৰাৱণে তেওঁৰ সমুজ্জল ভয়ঙ্কৰ ধনুখন উত্তোলন কৰি বান্দৰসৈন্যবোৰৰ ওপৰত শৰবৃষ্টি কৰি সিহঁতৰ শৰীৰ ছিন্ন-বিচ্ছিন্ন কৰিবলৈ ধৰিছে। ইতিমধ্যে ৰাৱণে এইদৰে কাম কৰি থকা দেখি পৱননন্দন মহাতেজস্বী হনুমানে শৰজাল ভেদ কৰি তেওঁৰ ফালৈ খেদি গল। ৰাৱণৰ ৰথৰ ওপৰত উপস্থিত হৈ দক্ষিণহস্ত ওপৰলৈ তুলি লৈ তেওঁক ভয় দেখুৱাই কবলৈ ধৰিলে, "হে ৰাৱণ, দেৱ, দানৱ, যক্ষ, ৰক্ষ গন্ধৰ্ব্ব এই সকলোৰে তুমি অবধ্য হোৱাৰ বৰ

তুমি পাইছা সঁচা, কিন্তু তোমাৰ যি ভয় সি কেৱল বান্দৰবোৰৰপৰাহে। এই যে মোৰ পাঁচ আঙুলিযুক্ত সোঁ হাত ওপৰলৈ তুলি লোৱা দেখিছা, ইয়ে আজি ইয়াৰ দিনে তোমাৰ শৰীৰত বাস কৰি থকা তোমাৰ জীৱাত্মা শৰীৰৰপৰা উলিয়াই দিব।" হনুমানৰ কথা শুনি ভীমপৰাক্ৰমশালী ৰাৱণে খঙতে চকুযুৰি ৰঙা কৰি কবলৈ ধৰিলে, "হনুমান, মনত কোনো শঙ্কা নৰখাকৈ বেগেতে মোক প্ৰহাৰ কৰা আৰু তাৰ দ্বাৰা অক্ষয়কীৰ্ত্তি লাভ কৰা। তাৰ পিচত তোমাৰ পৰাক্ৰম বুজি লৈ, হে বান্দৰ, তোমাক মই ধ্বংস কৰিম।" ৰাৱণৰ কথা শুনি বায়ুপুত্ৰ হনুমানে কলে, "ৰাৱণ, ইয়াৰ আগতে তোমাৰ পুত্ৰ অক্ষক মই নিহত কৰিছোঁ, তুমি সেই কথাটো সোঁৱৰণ কৰি চোৱাঁ।" হনুমানে এইদৰে কোৱাৰ লগে লগে মহাতেজস্বী ৰাক্ষস ৰজাই হাতৰ তলুৱাৰে তেওঁৰ বুকুত আঘাত কৰিলে। ৰাৱণৰ হাতৰ চাপৰ পাই হনুমান কিঞ্চিৎ স্তম্ভিত হল আৰু ক্ষন-কাললৈ অলপ ধৈৰ্য্য ধৰি থাকি মহামতি তেজস্বী কপিপ্ৰৱৰে দেৱাৰি ৰাৱণক এক চাপৰ শোধালে। মহাত্মা বান্দৰৰ চাপৰৰ আঘাত পাই ভূমিকম্পত পৰ্ব্বত কঁপি উঠাৰ নিচিনা ৰাৱণৰো শৰীৰ কঁপি উঠিল। যুদ্ধত ৰাৱণৰ তদৱস্থা দেখি দেৱতা, অসুৰ, সিদ্ধ, ঋষি আৰু বান্দৰসকলে আনন্দতে সিংহনাদ কৰিব ধৰিলে।

৬৩—৭০। তাৰ পিচত মহাতেজস্বী ৰাৱণে অলপ আশ্বস্ত হৈ কবলৈ ধৰিলে, "ধন্যবাদ হনুমান, বীৰ্য্যবিষয়ে তোমাক মই শলাগিলো, তুমি মোৰ উপযুক্ত শত্ৰু।" ৰাৱণে এইদৰে কোৱাত মাৰুত নন্দন হনুমানে কলে, "ৰাৱণ, এই মোৰ বীৰ্য্যক ধিক, যিহেতু মোৰ এই চাপৰ খায়ো তুমি এতিয়ালৈ জীয়াই আছা। বাৰু তোমাৰ গৰ্ব্ব কৰাৰ কোনো প্ৰয়োজন নাই, তুমি আকৌ এবাৰ মোক প্ৰহাৰ কৰি চোৱাঁ, তাৰ পিচত মোৰ এই মুষ্টি-প্ৰহাৰত তুমি যমালয় পাবাগৈ।" হনুমানৰ কথা শুনি ৰাৱণৰ খং চৰি উঠিল; চকু ৰঙা কৰি সোঁহাতৰ আঙুলি কোঁচাই লৈ তেওঁ হনুমানৰ বুকুত হাতৰ মুঠিৰে প্ৰহাৰ কৰিলে। বিশাল বুকুত মুষ্টিৰ প্ৰহাৰ পাই হনুমানৰ শৰীৰ কঁপি উঠিল। তেতিয়া প্ৰতাপবান অতি-ৰথ ৰাৱণে মহাবলশালী হনুমানক বিচলিত হোৱা দেখি সৰ্পবৎ ভয়ঙ্কৰ মৰ্ম্মভেদী বাণ-সমূহৰ দ্বাৰা বান্দৰসেনাপতি নীলক জৰ্জৰ কৰিবলৈ ধৰিলে। বাণজালে এইদৰে খেদি অহা দেখি নীলে একহাতেৰে গিৰিশৃঙ্গ এটা লৈ ৰাৱণৰ ওপৰত নিক্ষেপ কৰিলে।

৭১—৯০। ইতিমধ্যে মহাবল তেজস্বী হনুমানে অলপ আশ্বস্ত হৈ পুনৰ যুদ্ধ কৰিবলৈ ইচ্ছা কৰি দেখিলে যে ৰাৱণ নীলৰ লগত যুদ্ধত প্ৰবৃত্ত হৈছে। তাক দেখি তেওঁ স্থিৰ কৰিলে যে আনৰ লগত যুদ্ধ কৰি থকা কালত ৰাৱণৰ লগত তেওঁ পুনঃ যুদ্ধত প্ৰবৃত্ত হোৱাটো উচিত নহব। ইপিনে মহাতেজস্বী ৰাৱণে সাতপাচ শৰৰ দ্বাৰা নীলে মাৰি পঠিওৱা শৃঙ্গটো কাটি টুকুৰা-টুকুৰ কৰিলে আৰু তাতে মাটিত পৰি গল। বান্দৰ-

সেনাপতি শত্রুবীৰহন্তা নীলে শৃঙ্গটো খণ্ড-বিখণ্ড হোৱা দেখি খণ্ডত কালাগ্নিসম হৈ জ্বলি উঠিল। তেতিয়া অশ্বকৰ্ণ, শাল, আৰু পুষ্পিত আম্ৰবৃক্ষ আৰু আন আন বহুত গছ তেওঁ ৰাৱণলৈ নিক্ষেপ কৰিবলৈ ধৰিলে। সেই সকলো গছ ৰাৱণে শৰবৃষ্টিৰ দ্বাৰা ছেদন কৰি অগ্নিসুত নীলৰ ওপৰত আৰু অধিক পৰিমাণে শৰ নিক্ষেপহে কৰিবলৈ ধৰিলে। মেঘে বৰষুণ ঢালি দিয়াৰ নিচিনাকৈ ৰাৱণেও তেওঁৰ ওপৰত শৰবৃষ্টি কৰিবলৈ ধৰা দেখি মহাবলবন্ত নীলে তৎক্ষণাৎ নিজক ক্ষুদ্ৰাকৃতি কৰি ৰাৱণৰ ধ্বজাৰ ওপৰত বহিল। অগ্নিপুত্ৰ নীল এইদৰে ৰথৰ ধ্বজাৰ ওপৰত বহি লোৱা দেখি ৰাৱণে ভীষণ ক্ৰুদ্ধ হল আৰু তাকে দেখি নীলে সিংহ-নাদে গৰ্জ্জন কৰিবলৈ ধৰিলে। এইদৰে কেতিয়াবা ধ্বজাৰ ওপৰত, কেতিয়াবা ধনুৰ ওপৰত, আকৌ কেতিয়াবা ৰাৱণৰ কিৰীটিৰ ওপৰত বহি বীৰত্ব প্ৰকাশ কৰা দেখি, ৰাম, লক্ষ্মণ আৰু হনুমান সকলোটি বিস্ময়ান্বিত হল; আনকি ৰাৱণো বান্দৰৰ এই ক্ষিপ্ৰগতি আৰু ক্ষুদ্ৰ ৰূপ ধাৰণ কৰা দেখি আচৰিত হল আৰু প্ৰদীপ্ত অদ্ভুত আগ্নেয় অস্ত্ৰ তুলি ললে। যুদ্ধক্ষেত্ৰত নীলে তেওঁৰ ক্ষিপ্ৰতাৰ দ্বাৰা ৰাৱণক এইদৰে বিভ্ৰান্ত কৰি তোলা দেখি বান্দৰবোৰৰ মনত বৰ আনন্দ হল আৰু হৰ্ষধ্বনি কৰি তেওঁ-লোকে চিঞৰিবলৈ ধৰিলে। বান্দৰবোৰৰ হৰ্ষধ্বনিত ৰাৱণ আৰু অধিক ক্ৰুদ্ধ হল, কিন্তু সেই সময়ত তেওঁ কি কৰা উচিত তাকে জানিব নোৱাৰি বিমোৰত পৰিল। এনে অৱস্থাত শৰৰ লগত আগ্নেয় অস্ত্ৰ সংযোগ কৰি ৰাক্ষসে ধ্বজাস্থিত নীলৰ পিনে এবাৰ চাই লৈ তেওঁক উদ্দেশ্য কৰি কবলৈ ধৰিলে, "হে বান্দৰ, তুমি বিশেষ মায়া আশ্ৰয় কৰি লঘুভাব লৈছা; বাৰু যদি তোমাৰ শক্তি আছে তেন্তে এইবাৰ তোমাৰ জীৱন ৰক্ষা কৰা। তুমি বাৰে বাৰে ইটো সিটো নানান ৰূপ লৈ আছা, তথাপি তোমাক উদ্দেশ্য কৰি মোৰ এই শৰ নিক্ষেপ কৰিলোঁ; এতিয়ালৈ তুমি যি জীৱন ৰক্ষা কৰি আছা মোৰ এই শৰে তোমাৰ সেই জীৱন ধ্বংস কৰিব।" এইবুলি কৈ ৰাক্ষসেশ্বৰ মহাবাহু ৰাৱণে বাণাস্ত্ৰ এৰি দি বান্দৰ-সেনাপতিক আঘাত কৰিলে। ৰাৱণপ্ৰযুক্ত শৰে নীলৰ বুকুত আঘাত কৰাত তেওঁ বিদগ্ধ হৈ মাটিত বাগৰি পৰিল। কিন্তু তেওঁৰ পিতৃদেৱ অগ্নি দেৱতাৰ মাহাত্ম্য আৰু নিজ শক্তিৰ বলত মাটিত আঠু কাঢ়ি পৰি গলেও তেওঁৰ প্ৰাণ বায়ু উৰি নগল। নীলক এইদৰে সংজ্ঞাহীন হৈ পৰি থকা দেখি ৰাৱণে যুদ্ধ-বিষয়ে আৰু আগ্ৰহান্বিত হৈ মেঘগৰ্জ্জনবৎ গৰ্জ্জনবিশিষ্ট ৰথত আৰোহণ কৰি লক্ষ্মণৰ ওচৰলৈ খেদি গ'ল।

৯১—১১১। লক্ষ্মণৰ ওচৰত উপনীত হৈ, বান্দৰ-সৈন্যদলক এৰাই নিজ প্ৰভাৱলে ৰণভূমিৰ মাজত উজ্জ্বল ৰূপ ধাৰণ কৰি ধনুত টঙ্কাৰ দিবলৈ ধৰিলে। এইদৰে

অতুলনীয় ধনু আস্ফালন কৰি থাকোঁতে মহাসত্ত্বসম্পন্ন লক্ষ্মণে কবলৈ ধৰিলে, "হে ৰাক্ষসৰাজ, তুমি মোৰ পিনে লক্ষ্য কৰা; বান্দৰবোৰবোৰ তোমাৰ উপযুক্ত প্ৰতি-যোদ্ধা নহয়।" লক্ষ্মণে ৰণক্ষেত্ৰত উপস্থিত হৈ এইদৰে কোৱাৰ পিচতে তেওঁৰ ধনুৰ টঙ্কাৰ আৰু জ্যাৰ আস্ফালনৰ তীব্ৰস্বৰ তেওঁৰ কাণত পৰাত ৰাক্ষসে ভীষণ ক্ৰোধান্বিত হৈ কবলৈ ধৰিলে, "হে ৰাঘৱ, মোৰ ভাগ্যক্ৰমে তুমি আজি মৃত্যুৰ সন্মুখীন হৈ মোৰ দৃষ্টিপথত উপনীত হৈছা ; তোমাৰ বুদ্ধিৰ বিপৰ্য্যয় ঘটিছে, মোৰ বাণজালৰ কোবত এই মুহূৰ্ত্তে মৃত্যুলোকলৈ প্ৰস্থান কৰিবা।"

৯৪—১১১। ৰাৱণে তেওঁৰ সুতীক্ষ্ণ শুভ্ৰ দাঁতৰ আগভাগ উলিয়াই এইদৰে গৰ্জ্জন কৰি উঠাত লক্ষ্মণে অকণো বিস্ময়ান্বিত নহৈ তেওঁক কবলৈ ধৰিলে, "হে ৰাজন, মহানুভৱ পৰাক্ৰমশালী পুৰুষে কেতিয়াও গৰ্জ্জন কৰি নিজ প্ৰভাবৰ কথা নকয়, তুমি পাপাত্মাসকলৰ ভিতৰত নিকৃষ্ট, সেয়েহে মিছাতে গৰ্ব্ব কৰিছা। হে ৰাক্ষসেন্দ্ৰ, তোমাৰ বল, বীৰ্য্য পৰাক্ৰম সকলো মোৰ জনা আছে। মিছাতে গৰ্ব্ব কৰাৰপৰা তোমাৰ কি লাভ ? মই শৰ-ধনু হাতত লৈ ইয়াতেই থিয় দি আছো, আহাঁ কি কৰিব পাৰা কৰা।" লক্ষ্মণে এইদৰে কোৱাত ৰাৱণে ক্ৰুদ্ধ হৈ সুন্দৰ পাখী লগোৱা সাতপাট শৰ নিক্ষেপ কৰিলে ; লক্ষ্মণে সোণৰ পাখী লগোৱা সুতীক্ষ্ণ শৰৰ দ্বাৰা সেই সকলো শৰ কাটি পেলালে। সৰ্পৰাজৰ ফণা কাটি পেলোৱাৰ নিচিনাকৈ ৰাৱণৰ সেই শৰসমূহে কাটি পেলোৱাত তেওঁৰ খং দুগুণে চৰি উঠিল আৰু আন আন বহুত ক্ষিপ্ৰগতিসম্পন্ন শৰ-নিক্ষেপ কৰিবলৈ ধৰিলে। তেতিয়া ৰামানুজ লক্ষ্মণেও ক্ষুৰ, অৰ্দ্ধচন্দ্ৰ, উত্তমকৰ্ণ, ভল্ল আদি অতি তীব্ৰ শৰসমূহৰ দ্বাৰা ৰাৱণৰ সকলো শৰ ছিন্ন-ভিন্ন কৰি অকণমানো বিচলিত নোহোৱাকৈ তাতে ৰৈ থাকিল। লক্ষ্মণে এইদৰে শৰজাল ব্যৰ্থ কৰি দিয়াত ত্ৰিদশাৰি ৰাৱণে তেওঁৰ হাতৰ ক্ষিপ্ৰতা দেখি বিস্মিত হল আৰু পুনশ্চ তেওঁৰ শৰীৰলৈ তীক্ষ্ণশৰসমূহ নিক্ষেপ কৰিবলৈ ধৰিলে। তেতিয়া বজ্ৰসম বেগবান মহেন্দ্ৰতুল্য বীৰ লক্ষ্মণেও অতি তীক্ষ্ণ তীক্ষ্ণ অগ্নিসম প্ৰদীপ্ত বাণসমূহ ৰাক্ষসৰজাৰ বধৰ অৰ্থে প্ৰয়োগ কৰি-বলৈ ধৰিলে। ৰাৱণে সেই সুতীক্ষ্ণ বাণবোৰ বিচ্ছিন্ন কৰি ব্ৰহ্মদত্ত কালাগ্নিসম এপাট শৰেৰে লক্ষ্মণৰ ললাটপ্ৰদেশত আঘাত কৰিলে। তেতিয়া ৰাৱণৰ দ্বাৰা শৰবিদ্ধ হৈ লক্ষ্মণ অলপ কাতৰ হল,তেওঁৰ হাতৰ ধনু শিথিল হল,কিন্তু অলপ পিচতে সংজ্ঞা লাভ কৰি অতি কষ্টে ত্ৰিদশাৰি ৰাৱণৰ হাতত থকা ধনুখন কাটি দিলে। ধনুখন কাটি দিয়াৰ পিচত লক্ষ্মণে তিনিপাট তীক্ষ্ণশৰৰ দ্বাৰা ৰাৱণক আঘাত কৰিলে, ফলত অলপ সময়ৰ কাৰণে ৰাৱণ বিমুগ্ধ হৈ থাকি তাৰ অলপ পিচতেই সংজ্ঞা লাভ কৰিলে। এই সময়ত ৰাৱণৰ হাতৰ ধনু বিচ্ছিন্ন, নিজে শৰৰ আঘাতত অৱশ, শৰীৰ তেজ আৰু মেদে অবলিপ্ত ; তথাপি ভগৱান ব্ৰহ্মাৰপৰা

পোৱা উগ্ৰশক্তিসম্পন্ন শক্তিপাট তুলি লৈ তেওঁ লক্ষ্মণলৈ নিক্ষেপ কৰিলে। এই শক্তি ধূম্ৰমিশ্ৰিত বহ্নিসম সমুজ্জ্বল; ৰাক্ষসৰাজ্যাধিপতি ৰাৱণে তাক তুলি লোৱা মাত্ৰকে বান্দৰবোৰৰ মনত আতঙ্কৰ সৃষ্টি হল। শক্তি অস্ত্ৰ পৰিবলৈ ধৰাৰ লগে লগে ভৰতানুজ লক্ষ্মণে আহুতিপ্ৰদত্ত অগ্নিসদৃশ বাণসমূহৰ দ্বাৰা তাক প্ৰতিৰোধ কৰাৰ চেষ্টা কৰা সত্বেও সেই শক্তিশেলে লক্ষ্মণৰ দুই বাহুৰ মাজৰ বিশাল বক্ষঃস্থলত আঘাত কৰিলে। পৰমশক্তিশালী ৰঘুপ্ৰবীৰ লক্ষ্মণ ৰাৱণৰ শক্তি অস্ত্ৰৰ দ্বাৰা আহত হৈ মাটিত ঢলি পৰিল আৰু লগে লগে ৰজা ৰাৱণে তেওঁক বিতত হৈ পৰি থকা দেখি দুই হাতেৰে তেওঁক তুলি লবলৈ চেষ্টা কৰিলে।* কিন্তু কি আচৰিত যিজনে দুই হাতেৰে হিমাচল মন্দৰ পৰ্ব্বত, মেৰুগিৰি আনকি দেৱতাসকলে সৈতে ত্ৰৈলোক্যকো তুলি লব পাৰে, সেইজনেই আজি ভৰতানুজ লক্ষ্মণক তুলি লব নোৱাৰিলে। যেতিয়া ব্ৰহ্মাৰ শক্তি অস্ত্ৰই লক্ষ্মণৰ বুকুভেদ কৰিব পাৰিলে, সেই সময়ত তেওঁ বিষ্ণুৰে সুনিশ্চিত এক অংশ এই কথাটো লক্ষ্মণৰ স্মৰণ হোৱাত ৰাৱণে তেওঁক তুলি লব নোৱাৰিলে। লক্ষ্মণ দানব দৰ্পহাৰী এই কাৰণতে হাতেৰে আকোঁৱালি ধৰিও দেৱাৰি দানবে তেওঁক লবাবকে নোৱাৰিলে।

১১২—১২০। ঠিক এনে সময়তে বায়ুপুত্ৰ হনুমান ভীষণ ক্ৰুদ্ধ হৈ তালৈ লৰি আহিল আৰু ৰাৱণৰ বুকুত বজ্ৰসদৃশ এক মুষ্টি প্ৰহাৰ কৰিলে। হনুমানৰ এই মুষ্টিৰ প্ৰহাৰ পাই ৰাক্ষসৰাজ ৰাৱণ আঁঠুকাঢ়ি কঁপি কঁপি মাটিত পৰিল আৰু তেওঁৰ মুখ, চকু আৰু কাণেদি তেজৰ স্ৰোত বৱলৈ ধৰিলে, আৰু লগে লগে মূৰ ঘূৰাই চৈতন্যবিহীন হৈ ৰথত বহি পৰিল আৰু তেনেই সংজ্ঞাশূন্য হৈ ভিঠিব নোৱৰা হল। ভীমপৰাক্ৰমশীল ৰাৱণ এইদৰে সংজ্ঞাশূন্য হোৱা দেখি ঋষিকুল, বান্দৰসকল আৰু দেৱতা আৰু অসুৰগণে হৰ্ষধ্বনি কৰিবলৈ ধৰিলে। ইতিমধ্যে তেজস্বী হনুমানে ৰাৱণৰ শৰাঘাতত পীড়িত লক্ষ্মণক দুই হাতেৰে তুলি ৰামৰ বাসৰ ওৰিলৈ লৈ আহিল। বায়ুপুত্ৰ হনুমান লক্ষ্মণৰ সুহৃদ, আৰু তেওঁৰ পৰম ভক্ত, এতেকে শত্ৰুৱে যাক লবাবকে নোৱাৰিছিল, বান্দৰ হনুমানৰ ওচৰত তেৱেঁই আকৌ নিচেই পাতল হৈ পৰিল। ইতিমধ্যে যি শক্তি অস্ত্ৰই লক্ষ্মণক বিন্ধি ধৰিছিল, লক্ষ্মণক এৰি সেই অস্ত্ৰই পুনঃ ৰাৱণৰ ৰথৰ সেই স্থানলৈ গল। তাৰ পিচত ঘোৰতৰ সেই যুদ্ধত ৰাৱণে চৈতন্য লাভ কৰি পুনঃ তেওঁৰ মহৎ ধনু

---

* পৰিবোৱা অৱস্থাত ৰাৱণে এইদৰে হাতেৰে তুলি লবলৈ চেষ্টা কৰাৰ টীকাকাৰ সকলে এটা গুঢ় অৰ্থ ইয়াত প্ৰকাশ কৰিবলৈ বিচাৰিছে। ইয়াৰ আগতে ইন্দ্ৰজিতৰ শক্তিশেলত বাদ্ধ খাই থকাৰপৰা লক্ষ্মণ পুনৰ্জীৱিত হোৱা দেখি ৰাৱণৰ আশঙ্কা হল এইবাৰো মূৰ্চ্ছিত অৱস্থাৰপৰা লক্ষ্মণ আকৌ উঠি বহিব। এতেকে ইয়াৰপৰা নিব পাৰিলে তেওঁক সম্পূৰ্ণৰূপে বধ কৰিব পাৰিব অথবা সাগৰত নিক্ষেপ কৰি দিলে, ৰাম লক্ষ্মণবিহীন হৈ দুখতে এনেয়ে উক্তি যাব।

আৰু সুতীক্ষ্ণ শৰবোৰ হাতত তুলি ললে। ইপিনে শত্ৰুহন্তা লক্ষ্মণেও বিষ্ণুৰ এক অংশ— এই কথা স্মৰণ কৰি অস্ত্ৰৰ আঘাতৰ পৰা মুক্ত হৈ সুস্থিৰ হল।

১২১—১৩০। ইতিমধ্যে ৰাম বৃহৎ বান্দৰসৈন্যবাহিনীৰ বীৰবোৰ নিপাতিত হোৱা দেখি ৰাৱণৰ ওচৰলৈ খেদি গল। তেতিয়া হনুমানে তেওঁৰ পিচকালৰপৰা গৈ তেওঁক কবলৈ ধৰিলে, "হে ৰাম, বিষ্ণুৱে গৰুড়ৰ পিঠিত উঠি যিদৰে দেৱতাসকলৰ শত্ৰুবোৰক শাসন কৰিছিল, আপুনিও সেইদৰে মোৰ পিঠিত আৰোহণ কৰি এই ৰাক্ষসক এসেকা দিয়ক।" তেতিয়া বায়ুপুত্ৰৰ কথা শুনি ৰামেও তেওঁৰ পিঠিত উঠি ৰাৱণক ৰথৰ ওপৰত ৰহি থকা দেখা পালে। ৰাৱণক দেখা মাত্ৰকে বিষ্ণুৱে যিদৰে বিৰোচনপুত্ৰ বলিক আক্ৰমণ কৰিছিল তেনেঁ অস্ত্ৰ তুলি লৈ ৰাৱণৰ গুৰিলৈ খেদি গল। ধনুৰ জ্যাত বজ্ৰধ্বনিসদৃশ শব্দ কৰি গম্ভীৰস্বৰে ৰাক্ষসৰাজ ৰাৱণক সম্বোধন কৰি তেওঁ কবলৈ ধৰিলে, "হে ৰাক্ষসপ্ৰবৰ; মোৰ ঘোৰতৰ অপ্ৰিয় এই কাম কৰি এতিয়া তোৰ ৰক্ষা ক'ত? তই ইন্দ্ৰ, যম, আদিত্য ব্ৰহ্মা, অগ্নি অথবা শঙ্কৰৰ আশ্ৰয় ললেও, অথবা দশোদিকৰ যি কোনো ঠাইলৈ পলাই গলেও আজি তোৰ ৰক্ষা নাই। যিহেতুকে তোৰ শক্তি-অস্ত্ৰৰ প্ৰভাৱত লক্ষ্মণ আহত আৰু পৰম বিষন্ন হৈ আছে এই কাৰণতে পুত্ৰ-পৌত্ৰে সৈতে তোৰ আৰু এই ৰাক্ষসকুলৰ মৃত্যু স্বৰূপে মই এই যুদ্ধস্থলত অৱতীৰ্ণ হৈছো। তই জানি ৰাখিবি, এই ময়েই শৰসমূহৰ দ্বাৰা অতিশয় ঘোৰাকৃতি অতি উন্নত অস্ত্ৰ-শস্ত্ৰে সুসজ্জিত জনস্থান নিবাসী চৈধ হাজাৰ ৰাক্ষস বধ কৰিছো।"

১৩১—১৪১। ৰাঘৱ ৰামৰ কথা শুনি মহাবলশালী ৰাক্ষসৰ খং বাঢ়ি উঠিল। পূৰ্ব্বৰ বৈৰভাৱ স্মৰণ কৰি কালাগ্নিসম প্ৰদীপ্ত শৰসমূহৰ দ্বাৰা তেওঁ ৰামক বহন কৰি অনা হনুমানক আঘাত কৰিবলৈ ধৰিলে। ৰাক্ষসে শৰজালৰ দ্বাৰা আঘাত কৰাত স্বভাৱতে উগ্ৰতেজস্বী হনুমানৰ তেজ আৰু বাঢ়ি উঠিল। ইতিমধ্যে মহাতেজস্বী ৰামচন্দ্ৰই বান্দৰপ্ৰৱৰ হনুমান এইদৰে আহত হোৱা দেখি তেওঁ আৰু অধিক ক্ৰুদ্ধ হৈ উঠিল। তেওঁ ৰাৱণক আক্ৰমণ কৰিলে আৰু তীক্ষ্ণ শৰসমূহৰ দ্বাৰা তেওঁৰ ৰথ, চক্ৰ, ৰথৰ অশ্ব, ধ্বজা, বৃহৎ পতাকা, সাৰথি, শূল আৰু খড়্গ সকলো ছেদন কৰিলে আৰু তাৰ পিচতেই ভগবান ইন্দ্ৰই তেওঁৰ বজ্ৰৰ দ্বাৰা মেৰু পৰ্ব্বত বিদীৰ্ণ কৰাৰ নিচিনাকৈ শ্ৰীমান ৰামচন্দ্ৰয়ো তেওঁৰ বজ্ৰসদৃশ শৰৰ দ্বাৰা ৰাৱণৰ সুগঠিত বিশাল বক্ষঃস্থল ভেদ কৰিলে। কি আশ্চৰ্য্য! যি জনে বজ্ৰপাত হোৱাৰ সময়তো অধীৰ বা বিচলিত হোৱা নাছিল আজি ৰামৰ শৰত লৈই বীৰেই ভীষণভাৱে পীড়িত হল আৰু তেওঁৰ হাতৰ ধনু সুলকি পৰিল। শৰজালত ৰাৱণ ব্যাকুল হৈ উঠা দেখি মহাত্মা ৰামে প্ৰদীপ্ত অৰ্দ্ধচন্দ্ৰবাণ নিক্ষেপ কৰি

ৰাক্ষসৰাজৰ আদিত্যসমবৰ্ণবিশিষ্ট কিৰীটিটো কাটি দিলে। এনে অৱস্থাত ৰাৱণ বিষহীন সৰ্প অথবা ৰশ্মিবিহীন সূৰ্য্যসদৃশ ৰূপ ধাৰণ কৰি শ্ৰীহীন আৰু কিৰীটিবিচ্ছিন্ন হোৱাত ৰামে যুদ্ধক্ষেত্ৰতে তেওঁক কলে, "ৰাৱণ, তুমি অতি ভয়ঙ্কৰ সুমহৎ এটা কাম কৰিলা আৰু মোৰ বহুত বীৰসৈন্যৰ বিনাশ কৰিলা, কিন্তু তুমি এতিয়া বৰ পৰিশ্ৰান্ত এতেকে আজিয়েই তোমাক বধ নকৰো। মই বুজিব পাৰিছো তুমি এতিয়া যুদ্ধত বিশেষ-ভাৱে ক্লান্ত হৈছা, এতেকে হে নিশাচৰ, তুমি এতিয়া লঙ্কালৈ গৈ অলপ আশ্বস্ত হোৱা-গৈ আৰু পিচত ৰথত আৰোহণ কৰি ধনু হাতত লৈ আহি মোৰ বল-বীৰ্য্য বুজি লবা।"

১৪২—১৪৪। ৰামে এইদৰে কোৱাত হতদৰ্প ৰাৱণে লঙ্কাত প্ৰৱেশ কৰিলে: তেওঁৰ ধনু খণ্ডিত, ৰথৰ অশ্ব আৰু সাৰথি নিহত, শৰীৰ শৰজালত জৰ্জ্জৰিত আৰু কিৰীটি বিচ্ছিন্ন, মনৰ উৎসাহ আৰু আনন্দ তেনেই বিলুপ্ত। মহাবলশালী দেৱদানৱশত্ৰু ৰাক্ষসৰাজ ৰাৱণ লঙ্কাত প্ৰৱেশ কৰাত ৰামে যুদ্ধক্ষেত্ৰতে লক্ষ্মণে সৈতে শৰবিদ্ধ সকলো বান্দৰ সৈন্যকে শৰমুক্ত কৰিলে। দেৱতাসকলৰ পৰমশত্ৰু ৰাৱণে এইদৰে যুদ্ধত ভঙ্গ দিয়াত সুৰাসুৰ, ভূতগণ, সমুদ্ৰকে লৈ সকলো দিঙ্মণ্ডল, সকলো মহোৰগ-গণ আৰু জলচৰ আৰু স্থলচৰ সকলো প্ৰাণীয়েই পৰম হৰ্ষান্বিত হল।*

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত একোনষষ্ঠিতম সৰ্গ সমাপ্ত

## ষষ্ঠিতম সৰ্গ

### কুম্ভকৰ্ণৰ নিদ্ৰাভঙ্গ আৰু ৰাৱণৰ ওচৰলৈ গমন

১—২১। ৰামৰ বাণৰ ভয়ত জৰ্জ্জৰিত হৈ ৰাৱণে লঙ্কাত প্ৰৱেশ কৰিলে, তেওঁৰ দৰ্প চূৰ্ণ হোৱাত তেওঁৰ মন শোকত অভিভূত হ'ল। সিংহৰ হাতত মাতঙ্গৰ অথবা গৰুড়ৰ হাতত সাপৰ যেনে দশা হয় মহাত্মা ৰামৰ হাততো ৰজা ৰাৱণৰ তেনে দশা হল। বিদ্যুতৰ দৰে চঞ্চল জ্যোতিপূৰ্ণ ব্ৰহ্মদণ্ড সদৃশ ৰামৰ বাণসমূহৰ কথা ভাবি তেওঁৰ অন্তৰ ব্যথিত হল। তাৰপিচত সৰ্ব্বশ্ৰেষ্ঠ সোণৰ দিব্য আসনত বহি ৰাক্ষসবোৰৰ পিনে চাই তেওঁ কবলৈ ধৰিলে, "ইমান দিনে যি উগ্ৰ-

* টীকাকাৰৰ মতে ভাদ মাহৰ শুক্লা ষষ্ঠী তিথিত ৰামৰ হাতত ৰাৱণৰ এই পৰাজয়।

তপস্যা সাধন কৰিছিলোঁ। সেই সকলো ব্যৰ্থ হল, যিহেতু ইন্দ্ৰসম পৰাক্ৰমশালী হৈয়ো এজন মানুহৰ হাতত পৰাজিত হব লগীয়া হল। এতেকে বুজিলো "মানুহৰ পৰাহে তোমাৰ ভয়" ব্ৰহ্মাৰ এই ঘোৰ উক্তি এতিয়া কাৰ্য্যত প্ৰতিফলিত হোৱাৰ উপক্ৰম হৈছে। ব্ৰহ্মাৰ ওচৰত দেৱ-দানব, গন্ধৰ্ব্ব, যক্ষ, ৰাক্ষস, পন্নগ এই সকলোৱে যেন মোক বধ কৰিব নোৱাৰে- এই বৰহে মই বিচাৰিছিলোঁ, মানুহেও যেন বধ কৰিব নোৱাৰে তেনে বৰ মই বিচৰা নাছিলোঁ। পূৰ্ব্বতে ইক্ষাকুকুল জাত ৰজা অনাৰণ্যই* যিদৰে কৈছিল, মোৰ অনুমান হৈছে দশৰথপুত্ৰ এই ৰামচন্দ্ৰই সেই মনুষ্য। অনাৰণ্যই কৈছিল, "হে ৰাক্ষসাধম দুৰ্ম্মতি ৰাৱণ, মোৰ বংশত এনে এজন পুৰুষ উপজিব যি পুত্ৰই অমাত্য, সৈন্যবল, অশ্ব আৰু সাৰথিৰে সৈতে তোমাক যুদ্ধত নিহত কৰিব। একালত বেদবতীৰ ওপৰত বল প্ৰয়োগ কৰিবলৈ চেষ্টা কৰাত তেওঁ মোক অভিসম্পাত দিছিল; এতিয়া বুজিলোঁ সেই বেদবতীয়ে মহাভাগা জনকনন্দিনী সীতা ৰূপে জন্মগ্ৰহণ কৰিছে। **উমা, নন্দীশ্বৰ, ৰম্ভা, বৰুণকন্যা (পুঞ্জিকস্থলা) এই সকলোৱে মোক যিদৰে অভিশাপ দিছিল, এতিয়া সেইবোৰ কাৰ্য্যত প্ৰতিফলিত হবলৈ ধৰিছে, ঋষিবাক্য কেতিয়াও মিছা নহয়। এতেকে এইবোৰ বুজিগুনি তোমালোকে এই আপদৰ পৰা হাত সাৰিবৰৈ যত্ন কৰা উচিত। মোৰ মতে তোমালোক ৰাক্ষসবোৰে সকলো ৰাজপথ, প্ৰাসাদদ্বাৰ আৰু চাৰিও ফালৰ প্ৰাচীৰৰ উচ্চতম স্থানবোৰ ৰক্ষা কৰি থাকা; আৰু দেৱতা আৰু দানবকুলৰ দৰ্পহাৰী অসীম শক্তিসম্পন্ন কুম্ভকৰ্ণক জগাই তোলা; ব্ৰহ্মাৰ শাপত তেওঁ এতিয়া নিদ্ৰিত অৱস্থাত।" তাৰপিচত প্ৰহস্তৰ নিধন আৰু নিজৰ পৰাভৱৰ কথা উপলব্ধি কৰি মহাবলশালী ৰাৱণে ভীমপৰাক্ৰম ৰাক্ষসবোৰক কলে, "তোমালোকে দ্বাৰদেশবোৰ ৰক্ষা কৰি থাকিবলৈ যত্নপৰায়ণ হোৱা আৰু প্ৰাচীৰসমূহত আৰোহণ কৰি সেইবোৰো ৰক্ষা কৰি থাকা। কুম্ভকৰ্ণ এতিয়া নিদ্ৰাভিভূত, তেওঁ কামমুগ্ধ হৈ সুখতে

---

*বালকাণ্ড ১৩৩—১৩৪ পৃষ্ঠা দ্ৰষ্টব্য।

**উমা— মহাদেৱে সৈতে ৰতিক্ৰিয়াত মত্ত থকা কালত হাতেৰে খামোচ মাৰি ধৰি কৈলাস পৰ্ব্বত লৰাই দিয়াত উমাই শাপ দিছিল যে তিৰোতাৰ কাৰনেহে ৰাৱণৰ মৃত্যু হব।
নন্দীশ্বৰ— শিৱদূত নন্দীশ্বৰৰ ৰূপদেখি ইতিকিং কৰাত নন্দীশ্বৰে শাপ দিছিলে "মোৰে নিচিনা ৰূপবিশিষ্ট বান্দৰৰ হাতত হে তোৰ কুল ধ্বংস হব।"

ৰম্ভা— ৰম্ভাক পাবলৈ ইচ্ছা কৰাত নলকুবৰে শাপ দিছিল যে স্বামীপদত বৰণ কৰিবলৈ ইচ্ছা নকৰা কোনো ৰমণীৰ গাত হাত দিলেই ৰাৱণৰ মূৰ সাত খণ্ডত শীৰ্ণ বিশীৰ্ণ হব।
বৰুণ কন্যা— বৰুণ কন্যা পুঞ্জিকাস্থলাৰ ওপৰত বল প্ৰকাশ কৰিবলৈ ইচ্ছা কৰাত ব্ৰহ্মাই শাপ দিছিল যে অকামাৰ্ত্তা স্ত্ৰীৰ ওপৰত হাত দিলে ৰাৱণৰ মৃত্যু হব।

টোপনি গৈ আছে, তেওঁক জগাই তোলা। এই ৰাক্ষসে একেৰাহে সাত, আঠ ন, বা দহমাহ শুই থাকে। অলপতে মন্ত্রণা কৰি উঠি পুনঃ নিদ্ৰাভিভূত হোৱাৰ আজি ন দিন হল। যুদ্ধত তেওঁ সকলো ৰাক্ষসৰ ভিতৰতে শ্ৰেষ্ঠ। অকল তেৱেঁই বান্দৰবোৰ আৰু ৰাজপুত্ৰ দুজনক থিতাতে বধ কৰিব। যুদ্ধত তেওঁ সৰ্ব্বশ্ৰেষ্ঠ আৰু পৰমবিক্ৰমশীল। হায়! এনেহেন বীৰ কুম্ভকৰ্ণই মূঢ়জনৰ নিচিনাকৈ গ্ৰাম্য সুখত মত্ত হৈ থাকি এতিয়াও নিদ্ৰাৰ অধীন হৈ আছে। বৰ্ত্তমানে কুম্ভকৰ্ণক জগাই তুলিব পাৰিলে এই দাৰুণ যুদ্ধত ৰামৰ পৰা হোৱা পৰাভৱৰ দুখ মোৰ আৰু নাথাকিব। কুম্ভকৰ্ণৰ শক্তি ইন্দ্ৰতুল্য, কিন্তু মোৰ এই ঘোৰ বিপদত যদি সহায়-স্বৰূপে মই তেওঁক নাপাওঁ তেন্তে তেওঁৰ সেই শক্তিৰ পৰা মোৰ কি লাভ হব ?”

২২—৪৪। ৰাক্ষসৰাজৰ কথা শুনি ৰাক্ষসবোৰে তেওঁৰ আদেশ মতে তেজমঙহে পৰিপূৰ্ণ খাদ্য, গন্ধ মাল্য আৰু আন আন ভোজন সামগ্ৰী লগত লৈ সসম্ভ্ৰমে কুম্ভকৰ্ণৰ থকা ঠাইলৈ প্ৰস্থান কৰিলে। চাৰিওকালে এক যোজন বিস্তৃত বৃহৎ বৃহৎ দুৱাৰ সমন্বিত, ফুলৰ গন্ধে সুবাসিত কুম্ভকৰ্ণৰ ৰমণীয় গুহাৰ ভিতৰত প্ৰৱেশ কৰি মহাবলশালী ৰাক্ষসবোৰে কুম্ভকৰ্ণৰ নাকৰ নিঃশ্বাসতে ইকালে সিকালে বাগৰি পৰিও অতিকষ্টে বহুত যত্ন কৰি তাত প্ৰৱেশ কৰিলে। তাত প্ৰৱেশ কৰি ৰাক্ষসবীৰ সকলে দেখিলে যে গুহাৰ ভিতৰত সোণৰত্নে বন্ধোৱা মজিয়াৰ ওপৰত ভীম পৰাক্ৰমশীল কুম্ভকৰ্ণ শুই আছে। তেওঁলোকে দেখিলে টোপনিতে তেওঁৰ শৰীৰে বিকৃতাকাৰ ধাৰণ কৰাত খহিপৰা পৰ্ব্বত এখনৰ সমান হৈ তেওঁ তাত পৰি আছে, এনে অৱস্থাত তেওঁলোক সকলোৱে এক গোট হৈ তেওঁক এই মহানিদ্ৰাৰ পৰা জগাই তুলিবলৈ যত্নবান হল। তেওঁলোকে দেখিলে যে টোপনিতে ভীমপৰাক্ৰম-শালী তেওঁ মহাসৰ্পবৎ গুজৰি আছে, তেওঁৰ শৰীৰৰ নোমবোৰ থিয় থিয় আৰু তেওঁৰ নাকৰ নিঃশ্বাসতে ৰাক্ষসবোৰ চাৰিওকালে ঘূৰি ঘূৰি বাগৰি পৰিছে। তেওঁৰ নাকৰ ফুটা দুটা ভয়ঙ্কৰ, মুখখন পাতালপুৰীৰ সমান বহল আৰু বিচনাৰ ওপৰত সৰ্ব্বশৰীৰৰ মঙহৰ তেল আৰু তেজৰ গোন্ধে পৰিপূৰ্ণ। তেওঁৰ হাতত সোণৰ অঙ্গদ * আৰু তেওঁৰ কিৰীটি সূৰ্য্যসম প্ৰভান্বিত। এনে অৱস্থাত ৰাক্ষসবোৰে শত্ৰুদমন সেই কুম্ভ-কৰ্ণক দেখা পালে। তাৰপিচত মহা মহা ৰাক্ষসবোৰে ৰাক্ষসশ্ৰেষ্ঠ কুম্ভকৰ্ণৰ তৃপ্তিৰ অৰ্থে অসংখ্য জীৱজন্তু দ'মাই থলে, পহু, ম'হ আৰু গাহৰিবোৰ আনি তাত ৰাখিলে আৰু পৰ্ব্বতাকাৰ কৰি তাত দ'মাই থলে ; তেজৰ কলহ আঁক নানাতৰহৰ মঙহো তাত যতনাই

* ওপৰ হাতত পিন্ধা বালাৰ সদৃশ।

থ'লে। তাৰপিচত বহুমূল্য চন্দনেৰে তেওঁৰ শৰীৰটো লেপি দিলে আৰু দিব্য মাল্য আৰু সুগন্ধি দ্ৰব্য ঘ্ৰাণ কৰালে। তেওঁৰ চাৰিকালে ধূপ জ্বলাই দি সকলোফাল সুগন্ধময় কৰিলে, কিছুমানে তেওঁক স্তুতি ক'ৰিব ধৰিলে আৰু কিছুমানে মেঘ গম্ভীৰ স্বৰে তেওঁৰ চাৰিওকালে গৰ্জ্জন কৰিবলৈ ধৰিলে; কোনোৱে চন্দ্ৰসদৃশ বিমল শঙ্খত ফু-দিলে আৰু কিছুমানে আমনি লগি গুণ্ডতে একেলগে চিঞৰিবলৈ ধৰিলে, কিছুমানে হাতেৰে চাপৰি বজালে, কিছুমানে হাতেৰে টনাটনি কৰিবলৈ ধৰিলে, এইদৰে কুম্ভকৰ্ণক জগাই তুলিবলৈ চাৰিওকালে ভীষণ শব্দ কৰিবলৈ ধৰিলে। ক্ৰমাৎ শঙ্খ, ভেৰী পণৱৰ ধ্বনি, হাতৰ চাপৰি, ৰাক্ষসবোৰৰ সিংহনাদ সকলো মিলিত হৈ দশোদিশ পৰিপূৰ্ণ কৰি তোলাত তাৰ প্ৰভাৱত ওপৰলৈ উৰি যোৱা গগণবিহাৰী চৰাইবিলাক ভৎ-মৎ হেৰুৱাই তললৈ পৰি যাবলৈ ধৰিলে। এনেবোৰ ভীষণ শব্দতো মহাবলবান কুম্ভকৰ্ণ সাৰ নোপোৱা দেখি ৰাক্ষসবোৰৰ ভুশুণ্ডী, মুষল, গদা, শেল শৃঙ্গ আদি হাতত লৈ সুখেৰে শুই থকা কুম্ভৰ্ণৰ বুকুত আঘাত কৰিবলৈ ধৰিলে আৰু কিছুমানে মুষ্টি প্ৰহাৰো শোধালে। এনেবোৰ কৰাতো কুম্ভকৰ্ণই সাৰ নাপালে, বৰং তেওঁৰ নাকৰ নিঃশ্বাসত ৰাক্ষসবোৰ তেওঁৰ সন্মুখত থিয় দি থাকিব নোৱাৰা হল। তাৰ পিচত ভীমপৰাক্ৰমশীল ৰাক্ষসবোৰে সাজসজ্জাৰে সজ্জিত হৈ ভেৰী, মৃদঙ্গ, পণৱ, শঙ্খ আৰু কুম্ভবাদ্য বজাব ধৰিলে আৰু দহ হাজাৰ ৰাক্ষসে একেলগে গোটখাই পুঞ্জীভূত নীলবৰ্ণৰ কাজলৰাশিৰ নিচিনা কুম্ভকৰ্ণক বেঢ়ি ধৰিলে। কিছুমানে তেওঁক আঘাত কৰিলে আৰু কিছুমানে চীৎকাৰ কৰিব ধৰিলে, কিন্তু তথাপিতো কুম্ভকৰ্ণই সাৰ নাপালে।

৪৫—৪৭। এইদৰে চেষ্টা কৰিও ৰাক্ষসবিলাকে তেওঁক সাৰ পোৱাব নোৱৰাত তেওঁলোকে তাতোকৈ দাৰুণ আৰু গুৰুতৰ প্ৰণালী হাতত লবলৈ ব্যৱস্থা কৰিলে। তেওঁলোকে হাতী, ঘোঁৰা, উট, গাধবোৰ পালে পালে ওপৰত তুলি দি হাতৰ মাৰি আৰু অঙ্কুশেৰে সিহঁতক শৰীৰত যিমানখিনি শক্তি আছে তাৰে তাড়না কৰিবলৈ ধৰিলে, কিছুমানে শঙ্খ, ঘণ্টা, মৃদঙ্গ, আদি বজাবলৈ ধৰিলে আৰু কিছুমানে ডাঙৰ ডাঙৰ কাঠবিলাকেৰে তেওঁৰ শৰীৰৰ আঘাত কৰিব ধৰিলে। এইদৰে মুদগৰ মুষলৰ প্ৰহাৰ আৰু নানাবিধ বাদ্য বাদনত পৰ্ব্বত পাহাৰ বনভূমিকে আদি কৰি সমগ্ৰ লঙ্কানগৰী পৰিপূৰ্ণ হৈ উঠিল, কিন্তু কুম্ভকৰ্ণই হলে সাৰ নাপালে।

৪৮—৬১। তাৰপিচত চিক্‌চিকীয়া সোণৰ মাৰিৰে একেলগে এহেজাৰ ভেৰীত কোব দিয়াতো যেতিয়া কুম্ভকৰ্ণই সাৰ নাপাই ব্ৰহ্মাৰ শাপত নিদ্ৰাৰ বশীভূত হৈয়ে থাকিল, তেতিয়া ৰাক্ষসবোৰে ভীষণ ক্ৰুদ্ধ হৈ উঠিল আৰু সেই ৰাক্ষসক জগাই

তুলিবলৈ তেওঁলোকে আনৰকমৰ পৰাক্ৰম দেখুৱাবলৈ আৰম্ভ কৰিলে। কিছুমানে ভীষণ শব্দযুক্ত ভেৰী বজালে, কিছুমানে তেওঁৰ চুলি উভাৰিব ধৰিলে আৰু কিছুমানে কাণকে কামুৰি দিলে, কিছুমানে শই শই পানীৰ কলহ কাণত ঢালি দিলে আৰু কিছুমানে তেওঁৰ বুকুত, শৰীৰৰ সকলো অঙ্গত আৰু মূৰত মুদ্গৰেৰে আঘাত কৰিবলৈ ধৰিলে আৰু জৰি লগাই শতঘ্নী অস্ত্ৰ তেওঁৰ শৰীৰলৈ নিক্ষেপ কৰিলে। কিন্তু এইদৰে আঘাত প্ৰাপ্ত হৈয়ো মহাকায় সেই ৰাক্ষসে সাৰ নাপালে। তাৰ পিচত হাজাৰ হাতী তেওঁৰ শৰীৰৰ ওপৰেদি চলাই দিয়া হল। তেতিয়া কুম্ভকৰ্ণই প্ৰবল স্পৰ্শৰ জ্ঞান লাভ কৰি সাৰ পাই গ'ল। গাত পৰিবলৈ ধৰা গিৰিশৃঙ্গ আৰু বৃক্ষৰ ভীষণ প্ৰহাৰৰ কথা তেওঁ তেতিয়া অনুভৱ কৰিবলৈ ধৰিলে আৰু টোপনিয়ে এৰা দিয়াত ভোক আৰু ভয়ৰ তাড়নাত তেওঁ হামি এটা মাৰি থিতাতে উঠি ৰহিল। সাপৰ ফণা আৰু পৰ্ব্বতশৃঙ্গ সদৃশ বজ্ৰৰ নিচিনা সুকঠিন হাত দুখন নিক্ষেপ কৰি বড়বাৰ* দৰে মুখখন মেলি বিকত আকাৰে হামিয়াবলৈ ধৰিলে। এইদৰে বাৰে বাৰে হামি মাৰোতে পাতাল সদৃশ তেওঁৰ মুখমণ্ডল মেৰুপৰ্ব্বতৰ শিখৰত উদিত হোৱা সূৰ্য্যৰ নিচিনা দেখা হৈছিল। মহাবলশালী কুম্ভকৰ্ণই হামিয়াই হামিয়াই ভালদৰে জাগৃত হলত তেওঁৰ নাকৰ পৰা যি নিঃশ্বাস বলিবলৈ ধৰিলে তাক এনে লাগিছিল যেন পৰ্ব্বতৰ পৰা বতাহ হে বলিব ধৰিছে। সাৰ পাই সম্পূৰ্ণৰূপে থিয় দিয়াত তেওঁৰ শৰীৰৰ ৰূপ যুগান্তকালৰ সৰ্ব্বলোক বিধ্বংসী কালাগ্নিসদৃশ দেখা হৈছিল। তেওঁৰ চকু দুটিয়ে অগ্নিসদৃশ বিদ্যুজ্জ্যোতিসম্পন্ন হোৱাত দুটা প্ৰদীপ্ত মহাগ্ৰহ সদৃশ ৰূপ ধাৰণ কৰিছিল।

৬২—৭০। তাৰ পিচত ৰাক্ষসবোৰে বিবিধ প্ৰকাৰৰ খাদ্য বস্তু দেখুৱাই দিয়াত মহাবলশালী কুম্ভকৰ্ণই গাহৰি আৰু ম'হ সকলোবোৰ খাই পেলালে। কুম্ভকৰ্ণই বহুদিন একো নোখোৱাকৈ থাকি ক্ষুধিত আৰু তৃষ্ণাৰ্ত্ত হৈ আছিল, গতিকে মাংস, তেজ, মঙহৰ তেল আৰু মদ কলহে কলহে পান কৰিলে। তাৰ পিচত তেওঁ পৰিতৃপ্ত হৈছে বুলি বুজি নিশাচৰবিলাক তেওঁৰ ওচৰ চাপি গ'ল আৰু মূৰ দোৱাই নমস্কাৰ জনাই তেওঁৰ চাৰিও কালে আগুৰি ৰহিল। টোপনিৰ আলাতে তেওঁৰ চকু তেতিয়াও আধামুদা অৱস্থাতে ফেচকুৰীয়াই আছিল। এই চকুৰেই চাৰিওফালে এবাৰ চাই লৈ তেওঁ ৰাক্ষসবোৰক কলে। ৰাক্ষস প্ৰবৰ কুম্ভকৰ্ণই সান্ত্বনাপূৰ্ণ বাক্যে সকলোকে সম্ভাষণ জনাই তেওঁক অসময়ত জগাই তোলাৰ বাবে অলপ আচৰিত হৈ কবলৈ ধৰিলে, "তোমালোকে আদৰ-সাদৰ কৰি মোক এইদৰে

*বড়বা—ভূগৰ্ভ অথবা সমুদ্ৰত থকা মাইকী ঘোঁৰা, যাৰ মুখেদি অগ্নি বাহিৰ হয়।

জগালা কিয় ? ৰজাৰ কুশল নে ? তেওঁৰ কোনো প্ৰকাৰৰ ভয়ৰ কাৰণ উপস্থিত হোৱা নাইতো ? অথবা হয়তো কোনো ভয়ৰ কাৰণেই উপস্থিত হৈছে নেকি যাৰ বাবে তোমালোকে লৰালৰিকৈ মোক জগাব লগা হৈছে। মই আজিয়েই ৰাক্ষসৰাজৰ সকলো ভয় নিৰ্মূল কৰিম, লাগিলে মহেন্দ্ৰ পৰ্ব্বত বিদীৰ্ণ কৰিম, আৰু অগ্নিকো শীতল কৰিম। নিশ্চয় অলপীয়া কাৰণত মই এইদৰে শুই থকা অৱস্থাত মোক জগাব লগা হোৱা নাই।এতেকে মোক কিয় জগালা তাৰ প্ৰকৃত কথাষটো মোক কোৱাঁ।

৭১–৭৭। অৰিন্দম কুম্ভকৰ্ণই অকালতে জগোৱাৰ বাবে আসন্ন কোনো বিপদৰ আশঙ্কা কৰি ক্ৰুদ্ধ হৈ এইদৰে কোৱাত ৰজাৰ সচিব যূপাক্ষই কৃতাঞ্জলিপুটে কব ধৰিলে, "হে ৰাজন, দেৱতাসকলৰ পৰা আমাৰ কোনো ভয়ৰ কাৰণ উপস্থিত হোৱা নাই, কেৱল মানুহৰ পৰা পোৱা ভয়েই আমাক ভীষণভাৱে আতঙ্কিত কৰিছে। মানুহৰ পৰা আমাৰ যেনে ভয়ৰ কাৰণ উপস্থিত হৈছে কোনো কালতে দৈত্য আৰু দানৱৰ পৰা আমাৰ তেনে ভয়ৰ কাৰণ উপস্থিত হোৱা নাছিল। বৰ্ত্তমানে পৰ্ব্বতাকাৰ বান্দৰবোৰে এই লঙ্কা অৱৰোধ কৰি আছে; সীতাক হৰণ কৰি অনা শোকতে ৰামে আমাক যিদৰে আক্ৰমণ কৰিছে তাৰ কাৰণেহে আমাৰ ভীষণ ভয় হৈছে। আপুনি জানে যে পূৰ্ব্বতে এটা মাত্ৰ বান্দৰে এই লঙ্কানগৰী পুৰি ছাই কৰি থৈছে আৰু কুমাৰ অক্ষই সদলবলে নাগসৈন্যৰ দ্বাৰা পৰিবৃত হৈ যুদ্ধ কৰা সত্বেও সেই বান্দৰে তেওঁক বধ কৰিলে। আনকি দেৱতাসকলৰ কণ্টকস্বৰূপ পুলস্ত্যনন্দন স্বয়ং ৰক্ষোধিপতি ৰাৱণেও আদিত্যসম তেজস্বী ৰামে 'আজিলৈ যোৱাগৈ' বুলি কোৱাতহে ৰামৰ হাতৰ পৰা মুক্তি পাই উভতি আহিব পাৰিলে। হায়! ৰজা ৰাৱণৰ প্ৰাণ সংশয়স্বৰূপ যিটো অৱস্থা দেৱতা, দৈত্য, দানৱসকলৰ হাততো হোৱা নাছিল তেনে অৱস্থা হ'ল ৰামৰ হাতত; অথচ শেহত ৰামৰ নিৰ্দ্দেশমতে মুক্তি লাভো কৰিলে।

৭৮—৮০। যূপাক্ষৰ উক্তি আৰু তেওঁৰ ককায়েকৰ পৰাভৱৰ কথা শুনি, কুম্ভকৰ্ণৰ চকুযুৰি সম্পূৰ্ণভাবে মেল খালে; তেওঁ যূপাক্ষক কলে, "যূপাক্ষ মই আজিয়েই প্ৰথমতে লক্ষ্মণে সৈতে সকলো কপি সৈন্য আৰু ৰাঘৱ ৰামৰ ওপৰত জয় লাভ কৰি পিচতহে ৰাৱণৰ লগত দেখা কৰিম। এই বান্দৰবোৰৰ তেজ মাংসৰে ৰাক্ষসবোৰৰ পৰিতৃপ্তি সাধন কৰিম আৰু ৰাম আৰু লক্ষ্মণৰ ৰক্ত মই নিজে পান কৰিম।"

৮১—৯৪। কুম্ভকৰ্ণৰ গৰ্ব্বপূৰ্ণ আৰু খঙতে নীতিবিৰুদ্ধকৰ এই কথা শুনি ৰাক্ষস

সেনাৰ অধিনায়ক মহোদৰে হাতযোৰ কৰি কবলৈ ধৰিলে, "হে মহাবাহু আদিতে ৰাৱণৰ মুখৰ পৰা সকলো কথা শুনি লৈ দোষ-গুণ বিচাৰ কৰি চাইহে শত্রুপক্ষৰ ওপৰত যুদ্ধত জয়লাভ কৰা উচিত হব।" মহোদৰৰ কথা শুনি ৰাক্ষসগণৰ দ্বাৰা পৰিবৃত হৈ মহাবল আৰু শক্তিসম্পন্ন কুম্ভকৰ্ণই ৰাৱণৰ গুৰিলৈ যাবলৈ সাজু হল। ইতি-মধ্যে ভয়ঙ্কৰ চক্ষুযুক্ত ভীমপৰাক্রমশালী কুম্ভকৰ্ণ শুই উঠা দেখি ৰাক্ষসবোৰ লৰালৰিকৈ ৰজা দশগ্ৰীৱৰ প্ৰাসাদলৈ লৰ দিলে। তাত ৰজা ৰাৱণক শ্ৰেষ্ঠ আসনত বহি থকা দেখি তেওঁলোকে হাতযোৰ কৰি তেওঁক নিবেদন কৰিলে, "হে ৰাক্ষসেশ্বৰ, আপোনাৰ ভ্ৰাতা কুম্ভকৰ্ণ জাগৃত হৈছে; এতিয়া তেওঁ তাৰ পৰাই যুদ্ধলৈ যাত্ৰা কৰিব অথবা ইয়ালৈ অহাটোকে আপুনি বিচাৰে তেওঁ জানিব খুজিছে।" বাতৰি শুনি ৰাৱণ অতিশয় তুষ্ট হৈ তাত উপস্থিত থকা ৰাক্ষসবোৰক কলে, "তেওঁক মই ইয়াত দেখা পাবলৈ ইচ্ছা কৰিছোঁ। তোমালোকে যথাবিধি তেওঁক পূজা-অৰ্চনা কৰাগৈ। ৰাৱণে এইদৰে কোৱাত ৰাক্ষসবোৰে পুনঃ তেওঁৰ ওচৰলৈ আহি কলে, "সকলো ৰাক্ষস-কুলৰ শিৰোমণি ৰজাই আপোনাক তাত দেখা পাবলৈ ইচ্ছা কৰি আছে, এতেকে তেওঁৰ ওচৰলৈ গৈ আপোনাৰ ভ্ৰাতাৰ মন হৰ্ষান্বিত কৰক এয়ে তেওঁৰ ইচ্ছা।" দুৰ্দ্ধৰ্ষ বীৰ কুম্ভকৰ্ণই ককায়েকৰ আদেশ মানি বিচনাৰ পৰা জাপ দি উঠিল। তাৰ পিচত হাত মুখ ধুই স্নান কাৰ্য্য সমাপন কৰি পৰম আনন্দিত হৈ মদ্যপান ইচ্ছা কৰি বলবৃদ্ধিকাৰক মদ আনিবলৈ আদেশ দিলে। আজ্ঞা পোৱা মাত্ৰকে ৰাক্ষসবোৰে তেওঁৰ পৰিতৃপ্তিৰ অৰ্থে ৰজাৰ আদেশ মানি ততালিকে মদ আৰু নানা তৰহৰ ভক্ষ্য বস্তুৰ যোগান ধৰিলে। দুহাজাৰ কলহ মদ পান কৰি উঠি তেওঁ মদৰ আলাত ইষৎ উন্মত্ত হল। তেতিয়া তেওঁৰ তেজ আৰু বলবৃদ্ধি পোৱাত ক্ৰুদ্ধ কুম্ভকৰ্ণ দেখিবলৈ কালান্তক যমসদৃশ হল। ৰাক্ষস সৈন্যবোৰে সৈতে ককায়েকৰ ভৱনলৈ যাত্ৰা কৰোতে তেওঁৰ খোজৰ ভৰত পৃথিৱী কঁপি উঠিল।

৯৫—৯৮। সহস্ৰৰশ্মি সূৰ্য্যই যিদৰে পৃথিৱী উদ্ভাসিত কৰে কুম্ভকৰ্ণয়ো তেওঁৰ শৰীৰৰ দীপ্তিতে সমগ্ৰ ৰাজপথ তেনেদৰে পোহৰ কৰি তুলিলে; আৰু ব্ৰহ্মাই ইন্দ্ৰৰ ভৱনলৈ যোৱাৰ নিচিনাকৈ চাৰিওকালে হাতযোৰ কৰি মালা গঁথাদি থকা ৰাক্ষসবোৰৰ দ্বাৰা পৰিবৃত হৈ ককায়েকৰ ভৱনলৈ যাত্ৰা কৰিলে। হঠাতে বাহিৰলৈ ওলাই বনবাসী বান্দৰবোৰে শত্রুঘাতী পৰ্ব্বতশৃঙ্গ সদৃশ উন্নত অতুলনীয় সেই বীৰজনক দেখি তেওঁলোকৰ দলপতিবে সৈতে তেওলোক ভয়তে কঁপিবলৈ ধৰিলে। নিৰুপায় হৈ কিছুমানে সৰ্ব্বজনশৰণ্য ৰামৰ শৰণ ললে, কিছুমানে ভয়তে ত্ৰস্ত হৈ বাগৰি পৰিল, কিছুমানে চতুৰ্দ্দিকে পলাবলৈ ধৰিলে আৰু কিছুমান বা মাটিতে শুই পৰিল। তেও-

লোকে দেখিলে যে কিৰীটিধাৰী এই বীৰজন গিৰিশৃঙ্গ সদৃশ উন্নত আৰু নিজ তেজবলে আদিত্যকহে যেন তেওঁ স্পৰ্শ কৰি আছে। বনবিহাৰী বান্দৰবোৰে তেওঁৰ বিবৃদ্ধ অদ্ভুত এই ৰূপ দেখি ভয়তে ব্যাকুল হল আৰু যেনি তেনি দৌৰি পলাবলৈ ধৰিলে।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্গত ষষ্ঠিতম সৰ্গ সমাপ্ত

## একষষ্ঠিতম সৰ্গ

### বিভীষণৰ দ্বাৰা ৰামৰ ওচৰত কুম্ভকৰ্ণৰ পৰিচয়-প্ৰদান

১—৭। বান্দৰবোৰৰ এই বিপৰ্য্যয় দেখি বীৰ্য্যবান মহাতেজস্বী ৰামচন্দ্ৰই ধনুখন হাতত লৈ কিৰীটিধাৰী মহাকায় কুম্ভকৰ্ণৰ পিনে চকু ঘূৰাই চালে। পুৰণিকালত ভগৱান নাৰায়ণে নিজৰ শৰীৰ বঢ়াই আকাশ ঢাকি পেলোৱাৰ নিচিনাকৈ ৰাক্ষসৰ সজল মেঘসদৃশ সোণৰ অঙ্গদে বিভূষিত বৰ্দ্ধমান পৰ্ব্বতাকাৰ শৰীৰটোলৈ চাই আৰু লগতে বান্দৰ সৈন্যবাহিনী পলাবলৈ ধৰা দেখি আচৰিত হৈ ৰামে বিভীষণক সুধিলে, "সখা, লঙ্কাৰ ভিতৰত পৰ্ব্বতাকাৰ এই যে পুৰুষজনক দেখা যায়, এওঁ কোন? তেওঁৰ মূৰত কিৰীটি, চকুযুৰি পিঙ্গল বৰণৰ আৰু দেখোঁতে বিদ্যুৎপূৰ্ণ মেঘখণ্ডৰ নিচিনা। তেওঁক পৃথিৱীৰ ধূমকেতুসদৃশ কোনোবা এটা সুবৃহৎ প্ৰাণী যেন দেখা গৈছে; তেওঁক দেখিয়েই বান্দৰবোৰে ইকালে সিফালে দৌৰি পলাবলৈ ধৰিছে। সুবৃহদাকাৰ এইজন কোন? ৰাক্ষসেই হওক অথবা অসুৰেই হওক তেওঁ কোন মোক কওক। এনেবিধৰ প্ৰাণীতো মই কোনো দিনে দেখা নাই।"

৮—২০। অক্লান্তকৰ্ম্মী ৰাজপুত্ৰ ৰামচন্দ্ৰই এইদৰে সোধাত মহাপ্ৰাজ্ঞ বিভীষণে তেওঁক কলে, "সখা, যিজনে যুদ্ধত যম আৰু ইন্দ্ৰক পৰাজিত কৰিছিল, ঋষি বিশ্ৰবাৰ পুত্ৰ এওঁৱেই প্ৰতাপৱান কুম্ভকৰ্ণ। এওঁৰ সমকক্ষ প্ৰতাপৱান ৰাক্ষস আন কোনো নাই। হে ৰাঘৱ, তেওঁ যুদ্ধত দেৱ, দানৱ, যক্ষ, ভুজঙ্গ, মাংসাশী ৰাক্ষস, গন্ধৰ্ব্ব, বিদ্যাধৰ আৰু পন্নগক হাজাৰে হাজাৰে পৰাজিত কৰিছে। বিকৃত নেত্ৰবিশিষ্ট শূলপাণি মহাবলশালী এই ৰাক্ষসক দেৱতাসকলে বধ কৰিব নোৱাৰি সাক্ষাৎ কাল

বুলি সকলো তেওঁৰ পৰাক্ৰমত বিমূঢ় হৈছিল। এই কুম্ভকৰ্ণ স্বভাৱতে জন্মৰেপৰা তেজ আৰু শক্তিসম্পন্ন, আন আন ৰাক্ষসপ্ৰধান বীৰসকলে বৰ লাভৰ কলতহে বলবান বুলি প্ৰসিদ্ধি লাভ কৰিছে। এই ৰাক্ষস উপজি যেতিয়া নিচেই কেচুৱা অৱস্থাত আছিল তেতিয়াই ক্ষুধাৰ্ত্ত হৈ হাজাৰে হাজাৰে বহুত প্ৰজা ভক্ষণ কৰে। এইদৰে ভক্ষিত হবলৈ ধৰাত প্ৰজাবৰ্গই ভয়ত অস্থিৰ হৈ ইন্দ্ৰৰ শৰণ ললে আৰু তেওঁৰ ওচৰত সকলো কথা বৰ্ণনা কৰিলে। তেতিয়া বজ্ৰধাৰী ইন্দ্ৰই অত্যন্ত ক্ৰুদ্ধ হৈ কুম্ভকৰ্ণৰ ওপৰত তীক্ষ্ণ বজ্ৰ নিক্ষেপ কৰিলে, বজ্ৰৰ আঘাত পাই মহাবলশালী কুম্ভকৰ্ণই বিচলিত হৈ ভীষণৰৱে চিৎকাৰ কৰিবলৈ ধৰিলে। কুম্ভকৰ্ণৰ চিঞৰ-বাখৰ শুনি প্ৰজাবৰ্গ আৰু অধিকতৰ ভীত হৈ উঠিল। তাৰ পিচত মহাবলবান কুম্ভকৰ্ণই ভীষণ ক্ৰুদ্ধ হৈ ইন্দ্ৰৰ ঐৰাৱতৰ দাঁত উভালি আনি ইন্দ্ৰৰ বুকুত আঘাত কৰিলে। এই আঘতত ইন্দ্ৰৰ সমগ্ৰ শৰীৰৰ জ্বলি যোৱাৰ নিচিনা হল। তেতিয়া দেৱ, দানৱ আৰু ব্ৰহ্মৰ্ষিসকল পৰম বিষণ্ণ হল আৰু প্ৰজাবৰ্গ আৰু ইন্দ্ৰক লৈ তেওঁলোকে ব্ৰহ্মালোকলৈ গল। তালৈ গৈ তেওঁলোকে প্ৰজাৰ ভক্ষণ, দেৱতাসকলৰ ওপৰত অত্যাচাৰ, আশ্ৰম ধ্বংস, পৰস্ত্ৰীহৰণ আদি কুম্ভকৰ্ণৰ দৌৰাত্ম্যৰ কথা প্ৰজাপতিৰ ওপৰত নিবেদন কৰিলে। তেওঁলোকে কলে যে কুম্ভকৰ্ণই যদি এইদৰে প্ৰজাসমূহক ভক্ষণ কৰি থাকে তেন্তে অতিশীঘ্ৰে পৃথিৱী লোকশূন্য হব।

২১—২৮। ইন্দ্ৰৰ কথা শুনি সৰ্ব্বলোক-পিতামহ ব্ৰহ্মাই ৰাক্ষসবোৰক মতাই পঠালে আৰু লগতে কুম্ভকৰ্ণক দেখামাত্ৰকে ব্ৰহ্মাৰো মনত আতঙ্ক উপস্থিত হল। তাৰ পিচত তেওঁ অলপ আশ্বস্ত হৈ কুম্ভকৰ্ণক কলে, "নিশ্চয় লোকসমূহক ধ্বংস কৰিবা বুলিয়ে পুলস্ত্যনন্দন বিশ্ৰৱাই তোমাক সৃষ্টি কৰিছে; আজিৰপৰা তুমি মৰাৰ নিচিনা হৈ শুই থাকিবা।" ব্ৰহ্মাই শাপ দিয়াৰ লগে লগে কুম্ভকৰ্ণ নিদ্ৰাভিভূত হৈ তেওঁৰ আগতে পৰি গল। কুম্ভকৰ্ণৰ তেনে অৱস্থা দেখি ৰাৱণে বৰ ভীত হৈ তেওঁক কলে, "হে প্ৰভু, সোণৰ গছ এজোপা বাঢ়ি উঠাৰ লগে লগে এতিয়া ফল ধৰিবলৈ ধৰা অৱস্থাতে আপুনি তাক কাটি দিলে। এই কুম্ভকৰ্ণ আপোনাৰ নিজৰ নাতি, এতেকে হে প্ৰজাপতি, আপুনি তেওঁক এইদৰে শাপ দিয়াটো উচিত নহয়। আপোনাৰ কথা কেতিয়াও মিছা নহয়, এতেকে তেওঁ যে এইদৰে শুয়েই থাকিব তাত কোনো সংশয় নাই। এতেকে আপুনি তেওঁৰ শুই থকা আৰু জাগৰণৰ কাল নিৰ্দ্ধাৰিত কৰি দিয়ক।" ৰাৱণৰ কথা শুনি স্বয়ম্ভুৱে ক'লে, "ৰাৱণ, এই কুম্ভকৰ্ণ ছমাহ কাল শুই থাকিব, তাৰ পিচত এদিনৰ কাৰণে জাগ্ৰত হব। সেই এদিনতে ক্ষুধাৰ্ত্ত হৈ তেওঁ পৃথিৱী পৰ্য্যটন কৰি প্ৰদীপ্ত অগ্নিসম মুখ মেলি লোকসমূহক ভক্ষণ কৰিব।"

২৯—৩২। বৰ্ত্তমান ৰজা ৰাৱণে আপোনাৰ পৰাক্ৰম দেখি ভীত হৈ বিপন্ন হোৱাত কুম্ভকৰ্ণক জগাই তুলিছে। এইমাত্ৰ ভীমপৰাক্ৰমশালী কুম্ভকৰ্ণ নিজ শিবিৰৰ-পৰা ওলাই আহিছে আৰু ভীষণ ক্ৰুদ্ধ হৈ বান্দৰবোৰক খোৱাৰ উদ্দেশ্যে দৌৰা-দৌৰি কৰিছে। বৰ্ত্তমানে কুম্ভকৰ্ণক দেখিয়েই এই বান্দৰবোৰ লৰি পলাইছে; তেনেস্থলত যুদ্ধত এই কুম্ভকৰ্ণক বান্দৰবোৰে কেনেকৈ প্ৰতিৰোধ কৰিব? পতিকে এতিয়া বান্দৰবিলাকৰ মাজত প্ৰচাৰ কৰি দিয়ক যে এইটো ৰাৱণে মায়াৰ দ্বাৰা উলিয়াই দিয়া যন্ত্ৰহে মাত্ৰ; বান্দৰবোৰে তেনেদৰে জানিলে তেওঁলোকৰ মনৰপৰা ভয়ৰ ভাব আঁতৰি যাব।

২৯—৩৮। বিভীষণৰ যুক্তিপূৰ্ণ সুখকৰ এই উক্তি শুনি ৰাঘৱ ৰামে সেনাপতি নীলক কলে, "হে পাৱকনন্দন, তুমি সবলো সৈন্যকে যথাস্থানত ভাগ কৰি ৰাখাগৈ আৰু লঙ্কাৰ দুৱাৰ, ৰাজপথ আৰু সংক্ৰমণৰ স্থলবোৰ ৰক্ষা কৰি থাকাগৈ। পৰ্ব্বতশৃঙ্গ, বৃক্ষ, শিল আদি সংগ্ৰহ কৰি সকলো বান্দৰসৈন্যকে অস্ত্ৰেশস্ত্ৰে সজ্জিত কৰি ৰাখা।" বান্দৰ সেনাপতি কপিকুঞ্জৰ নীলে ৰামৰ আদেশ শুনি বান্দৰসৈন্যক সেইদৰে আদেশ দিলে আৰু পৰ্ব্বতাকাৰ গবাক্ষ, শৰভ, হনুমান, অঙ্গদ আদি বান্দৰবোৰে পৰ্ব্বতৰ শৃঙ্গবিলাক আনি দ্বাৰ দেশলৈ প্ৰস্থান কৰিলে। ৰামৰ কথা শুনি জয়-গৰ্ব্বী বান্দৰবোৰে বৃক্ষৰ প্ৰহাৰৰ দ্বাৰা শত্ৰুসৈন্যক উৎপীড়ন কৰিবলৈ সাজু হল।

৩৯। বান্দৰসৈন্যবোৰে এইদৰে সুসজ্জিত হৈ শিল বৃক্ষাদি হাতত লৈ উগ্ৰ ৰূপ কৰি থিয় দিয়াত তেওঁলোকৰ ৰূপ পৰ্ব্বতৰ ওচৰত বৈ থকা প্ৰচণ্ড মহামেঘমালা-সদৃশ হৈ উঠিল।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত একষষ্টিতম সৰ্গ সমাপ্ত

## দ্বিষষ্টিতম সৰ্গ

### কুম্ভকৰ্ণৰ প্ৰতি ৰাৱণৰ অনুৰোধ

১—৫। ৰাক্ষসপ্ৰৱৰ কুম্ভকৰ্ণ তেতিয়াও নিদ্ৰা আৰু মদৰ জ্বালতে অস্থিৰ; তথাপিতো নিজ প্ৰভা-বলেৰে ৰাজমাৰ্গ সুশোভিত কৰি বিপুল বিক্ৰমে তেওঁ যাবলৈ ধৰিলে। হাজাৰ হাজাৰ ৰাক্ষসে পৰম দুৰ্জ্জয় তেওঁক বেঢ়ি আছে আৰু তেওঁ যোৱাৰ সময়ত ঘৰৰ ওপৰৰপৰা তেওঁৰ ওপৰত পুষ্পবৃষ্টি পৰিবলৈ ধৰিলে। দূৰতে সুবৰ্ণজালে পৰিবেষ্টিত

প্ৰখৰ সূৰ্য্যৰ নিচিনা জ্যোতিবিশিষ্ট ৰমণীয় বিশাল ৰাক্ষসৰাজভৱন তেওঁৰ চকুত পৰিল। সূৰ্য্যই মেঘমালা ভেদ কৰি প্ৰৱেশ কৰাৰ নিচিনাকৈ কুম্ভকৰ্ণয়ো ৰক্ষোধিপতি ৰাৱণৰ ভৱনত প্ৰৱেশ কৰি ইন্দ্ৰই আসনস্থিত স্বয়ম্ভুক দেখাৰ নিচিনা ককায়েকক আসনত বহি থকা তেওঁ দেখা পালে। ৰাক্ষসগণৰ দ্বাৰা পৰিবৃত হৈ ককায়েকৰ ঘৰলৈ যোৱাৰ সময়ত কুম্ভকৰ্ণই তেওঁৰ খোজৰ ভৰত মেদিনী কঁপাই তুলিছিল।

৬—২২। প্ৰাসাদৰ দুৱাৰবিলাক পাৰ হৈ গৈ ককায়েকৰ ঘৰত প্ৰৱেশ কৰি তেওঁ দেখিলে যে ককায়েক উদ্বিগ্নমনে পুষ্পক বিমানত বহি আছে। কুম্ভকৰ্ণক দেখামাত্ৰকে দশগ্ৰীৱ ৰাৱণ পৰম হৰ্ষান্বিত হৈ আসনৰপৰা থিয় দিলে আৰু ভায়েকক ওচৰলৈ টানি নিলে। তেতিয়া দশানন আসনত বহি লোৱাত মহাবলশালী কুম্ভকৰ্ণই ককায়েকৰ চৰণবন্দনা কৰি সুধিলে বোলে সেই সময়ত কৰিব লগীয়া তেওঁৰ কি কাম আছে। কুম্ভকৰ্ণৰ প্ৰশ্ন শুনি ৰাৱণ আনন্দিত হল, আৰু আসনৰপৰা উঠি তেওঁক আলিঙ্গন কৰিলে। ককায়েকৰ আলিঙ্গন আৰু অভিনন্দন পোৱাৰ পিচত তেওঁ পৰম উৎকৃষ্ট আসন গ্ৰহণ কৰি ক্ৰোধতে চকু দুটি ৰঙা কৰি ককায়েকক সুধিলে, "ৰাজন, আপুনি ইমান আদৰ-সাদৰ কৰি মোক জগাই তোলাৰ কাৰণ কি? আপুনি কওক, আপুনি কাৰপৰা ভয় পাইছে অথবা আপোনাৰ কাৰণে কাক বধ কৰি যমালয়লৈ পঠাব লাগে।" কুম্ভকৰ্ণই ক্ৰোধতে অধীৰ হৈ চকুযুৰি ঘূৰাই থকা দেখি ৰাৱণে কলে, "হে মহাবলশালী ভ্ৰাতৃ, তুমি টোপনিত পৰি থাকোঁতে বহুত সময় অতীত হল। নিদ্ৰাভিভূত হৈ থকাৰ কাৰণে তুমি জানিব পৰা নাই ৰামৰপৰা মোৰ যি মহৎ ভয় উপস্থিত হৈছে। দশৰথ পুত্ৰ বলৱান শ্ৰীমান ৰামচন্দ্ৰই সুগ্ৰীৱক লগত লৈ সাগৰ পাৰ হৈ আহি আমাৰ জ্ঞাতিকুল উচ্ছন্ন কৰিলে।" হায়! চোৱাঁ, লঙ্কাৰ কি দুৰৱস্থা হৈছে, ইয়াৰ বন-উপবন সকলো নষ্ট হৈছে। বান্দৰবোৰে সেতু বান্ধি পৰম সুখে সাগৰ পাৰ হৈ আহি সকলোকে একাকাৰ কৰি দিলে। আমাৰ যিসকল প্ৰধান প্ৰধান ৰাক্ষস আছিল, যুদ্ধত বান্দৰৰ হাতত তেওঁলোক নিহত হৈছে, কিন্তু সিহঁতৰ ক্ষয় হোৱা দেখা নাই, আৰু এতিয়ালৈ সিহঁত কোনো যুদ্ধত পৰাজিত হোৱা নাই। এই কাৰণতে মোৰ মহৎ ভয় উপস্থিত হৈছে; হে মহাবলশালী বীৰ, তুমি মোক এই সময়ত পৰিত্ৰাণ কৰা। এই সকলোকে তুমি বধ কৰা আৰু এই কাৰণতে তোমাক জগাই তোলা হৈছে। মোৰ ধন-ভঁড়াল এতিয়া শেষপ্ৰায়, অনুগ্ৰহ কৰি তুমি এতিয়া মোক ৰক্ষা কৰা আৰু সকলো ৰাক্ষস মৰি যোৱাৰ পিচত যিকেইটা বালক আৰু বৃদ্ধ জী আছে সিহঁতক লৈ এই লঙ্কা নগৰী ৰক্ষা কৰা। হে ভ্ৰাতৃ, তোমাৰ ককায়েৰাৰ অৰ্থে সুদুষ্কৰ এই কামটো কৰা। হে পৰন্তপ, ভ্ৰাতা বুলি মই আগতে

কোনোদিনে তোমাক এনে কোনো অনুৰোধ কৰা নাছিলোঁ। তোমাৰ প্ৰতি মোৰ বিশেষ স্নেহ সদায় আছে, এতিয়া কাৰ্য্য সিদ্ধিৰ সম্ভাবনাও তোমাৰ ওপৰত নিৰ্ভৰ কৰিছে। হে ৰাক্ষসপ্ৰধান, দেৱাসুৰৰ বহুত যুদ্ধত ব্যূহ ৰচনা কৰি তুমিয়ে যুদ্ধত দেৱতাসকলক পৰাজিত কৰিছিলা, এতেকে হে ভীমপৰাক্ৰমশীল কুম্ভকৰ্ণ, তোমাৰ সকলো বীৰ্য্য খটাবলৈ সাজু হোৱাঁ; প্ৰাণীবৰ্গৰ ভিতৰত তোমাৰ সদৃশ বলশালী পুৰুষ আন কোনো নাই। হে ৰণপ্ৰিয়, তুমি মোৰ প্ৰিয় আৰু হিতকৰ এই কামটো কৰা; হে বান্ধৱ-প্ৰিয়, শৰৎ কালত প্ৰবল বতাহে মেঘমালা যিদৰে বিনাশ কৰে, তুমিও তোমাৰ নিজ শক্তিবলে শত্ৰু সৈন্যবাহিনী প্ৰপীড়িত কৰি তোলা।

**ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত দ্বিষষ্টিতম সৰ্গ সমাপ্ত**

## ত্ৰিষষ্টিতম সৰ্গ

### ৰাৱণৰ কাৰ্য্যৰ নিন্দাৰ পিচত ৰাৱণৰ প্ৰতি কুম্ভকৰ্ণৰ আশ্বাস-বাণী

১—২১। ৰাক্ষসৰাজৰ শোকপূৰ্ণ বিননি শুনি কুম্ভকৰ্ণই দীঘলকৈ হাঁহি এটা মাৰি কলে, "হে ৰাজন, আগতে মন্ত্ৰণা কৰাৰ সময়ত আমি যিবোৰ দূষণীয় কাম বুলি উল্লেখ কৰিছিলো, হিত হলেও আপুনি সেইবোৰলৈ কাণ নকৰিলে, এতিয়া তাৰ ফল আপুনি ভুগিব লগা হৈছে। দুষ্কৃতকৰ্ম্মপৰায়ণ মানুহ যিদৰে নৰকগামী হয়, আপুনিও সেইদৰে আপোনাৰ পাপ-কৰ্ম্মৰ ফল সোনকালেই ভোগ কৰিব লগা হৈছে। হে মহাৰাজ, আপুনি প্ৰথমতেই এই কামটো সৰ্ব্বনাশ প্ৰাপ্তিৰ কাৰণ বুলি চিন্তা নকৰিলে, আপুনি আপোনাৰ বল আৰু বীৰ্য্যৰ গৰ্ব্বতে তাৰ পৰিণাম কি হব পাৰে সেই বিষয়ে বিচাৰ কৰি নাচালে। যি ৰজাই ঐশ্বৰ্য্যৰ গৰ্ব্বতে গৰ্ব্বিত হৈ আগতে কৰিব লগীয়া কাম পিচত আৰু পিচত কৰিব লগীয়া কাম আদিতে কৰে, বুজিব লাগিব, সেই ৰজাৰ নীতি-অনীতিৰ বিষয়ে সম্যক জ্ঞান নাই। সংস্কাৰ নোহোৱা অগ্নিত ঘিঁউ ঢালি দিলে যিদৰে তাৰ ফল বিপৰীত হয়, দেশ আৰু কাল বিচাৰ নকৰাকৈ কামত প্ৰবৃত্ত হলে তাৰ ফলো সেইদৰে বিপৰীতহে হয়। যি ৰজাই মন্ত্ৰীবৰ্গৰ লগত মিলিত হৈ নিজৰ ক্ষয়, বৃদ্ধি আৰু স্থান (অৰ্থাৎ সাম্যাৱস্থা) এই মিত্ৰবৰ্গৰ লগত কৰ্ম্মাৰম্ভ, ধন আৰু জনবল, দেশ-কাল বিভাগ, আপদৰ প্ৰতিকাৰ

আৰু কাৰ্য্যসিদ্ধি এই পাঁচ প্ৰকাৰ বিধিৰ সংযোগ ৰাখি কামত প্ৰবৃত্ত হয় তেৱেঁই প্ৰকৃতপক্ষে ন্যায়সঙ্গত পথত আছে বুলি ধৰিব লাগিব। যি ৰজাই নীতিশাস্ত্ৰৰ শাসন মানি মন্ত্ৰীবৰ্গৰ লগত নিজৰ ক্ষয়, বৃদ্ধি আদিৰ লগত সামদানাদি নীতিৰ সম্বন্ধ ৰাখি কাম কৰিবলৈ বিচাৰে আৰু সুবুদ্ধি আৰু মন্ত্ৰণাদায়কসকলৰ বুদ্ধিৰ দ্বাৰা মিত্ৰামিত্ৰ বিচাৰ কৰিব পাৰে তেওঁ কৰ্ত্তব্যাকৰ্ত্তব্য সম্বন্ধে বিবেক-বুদ্ধিৰ অধিকাৰী হব পাৰে। হে ৰক্ষোধিপতি, কালভেদে ৰজাই ধৰ্ম্ম, অৰ্থ আৰু কাম এই তিনিওটাকে একেলগে অথবা পৃথক-পৃথকে অথবা দুটা দুটাকৈ ভজনা কৰা উচিত।* এই তিনিওটাৰ ভিতৰত যিটো (অৰ্থাৎ ধৰ্ম্মই) শ্ৰেষ্ঠ, যি ৰজা বা ৰাজপুত্ৰই এই কথা জানিও জানিব নোখোজে তেওঁৰ বহুশাস্ত্ৰ অধ্যয়ন মিছাতে মাত্ৰ। হে ৰাজন, যিজনে যথাকালত সাম, দান, ভেদ-বিক্ৰম আৰু ইহঁতৰ প্ৰয়োগ-প্ৰণালী আৰু সেইদৰে নীতি, অনীতি আৰু সময়ত ধৰ্ম্ম, অৰ্থ আৰু কাম এই সকলো বিষয়ে মন্ত্ৰীবৰ্গৰ লগত আলোচনা কৰি কামত খটুৱায় তেৱেঁই পৃথিৱীত আত্মবান বুলি খ্যাতি লাভ কৰে, তেনেজনৰ কোনো দিনেই বিপদ নহয়। কাৰ্য্যৰ অৰ্থৰ বিষয়ে সম্পূৰ্ণৰূপে অভিজ্ঞতা থকা বুদ্ধিমান মন্ত্ৰীবৰ্গৰ লগত আলোচনা কৰি ৰজাই ফল হিতকৰ হব বুলি জানিহে কাৰ্য্য সম্পন্ন কৰা উচিত। মন্ত্ৰীবৰ্গৰ ভিতৰত এনে কিছুমান আছে, যিসকলে শাস্ত্ৰৰ প্ৰকৃত অৰ্থ গম নাপায় আৰু পশুৰ নিচিনা বুদ্ধি-সম্পন্ন, তেনেবিধৰ মন্ত্ৰীয়ে কেবল বাক্‌চাতুৰ্য্য দেখুৱাবলৈ গৈহে কথা কবলৈ বিচাৰে, শাস্ত্ৰজ্ঞান বিষয়ে অনভিজ্ঞ তেনে মন্ত্ৰীয়ে কেৱল বিপুল ঐশ্বৰ্য্য কামনা কৰি যি কথা কয় ৰজাই সেইমতে কাম কৰা উচিত নহয়। যিসকল মন্ত্ৰীয়ে নিজৰ ধৃষ্টতা বশতঃ অহিত কামকে হিত বুলি প্ৰতিপন্ন কৰিবলৈ বিচাৰে, মন্ত্ৰণাকালত তেনেবিধৰ মন্ত্ৰীয়ে স্থান পোৱা উচিত নহয়, কিয়নো সিহঁতৰ দ্বাৰা কাৰ্য্য দোষযুক্ত হয়। কিছুমান মন্ত্ৰীয়ে কুমন্ত্ৰণাৰ ফলত তেওঁৰ প্ৰভুৰ বিনাশ অৱশ্যম্ভাৱী বুলি জানি সৰ্ব্বজ্ঞ সাধু শত্ৰুপক্ষৰ লগত মিলিত হয় আৰু কিছুমানে প্ৰভুক বিনাশ কৰাৰ উদ্দেশ্যে নীতি-বিৰুদ্ধ বিপৰীত কাৰ্য্যত প্ৰবৃত্ত কৰায়।* এতেকে ৰজাই মন্ত্ৰণা-বিচাৰ কৰোঁতে মিত্ৰতুল্য

---

* পুৱাৰ ধৰ্ম্ম, দুপৰীয়া অৰ্থ চিন্তা আৰু সন্ধ্যাকালত কাম; অথবা ধৰ্ম্ম আৰু অৰ্থ, অৰ্থ আৰু কাম এনেভাৱে দ্বন্দ্ব।

* মূলৰ শ্লোকটো এই—

বিনাশয়ন্তো ভৰ্ত্তাৰং সাহিতাঃ শত্ৰুভিৰ্বুধৈঃ।
বিপৰীতানি কৃত্যানি কাৰয়ন্তীহি মন্ত্ৰিণঃ॥ ৬৩—১৭

তিলক টীকাকাৰৰ মতে এই শ্লোকটোৰ অৰ্থ ওপৰত যেনেভাৱে দিয়া হৈছে সেইটো সমীচীন বুলি ভাব হয়। ইয়াৰ পিচৰ ২১নং শ্লোকত কুম্ভকৰ্ণই বিভীষণৰ যি প্ৰশংসা কৰিছে, তাৰ পৰাও টীকাকাৰৰ এই অৰ্থ যুক্তিযুক্ত বুলি ধৰিব পাৰি। নহলে এই শ্লোকৰ অৰ্থ আনভাৱেও কৰিব পৰা হয়।

শত্ৰুভাবাপন্ন আৰু ভেটী খুৱাই শত্ৰুৱে নিজৰকলীয়া কৰি লোৱা মন্ত্ৰীক তেওঁৰ ব্যৱহাৰৰ দ্বাৰা বুজি লোৱা উচিত। যি ৰজা চঞ্চল প্ৰকৃতিৰ বশ হৈ মন্ত্ৰীৰ আপাতমধুৰ বাক্যতে ভোল গৈ কামত প্ৰবৃত্ত হয়, দেৱসেনাপতি কাৰ্ত্তিকেয়ই শক্তি প্ৰয়োগ কৰি ক্ৰৌঞ্চ পৰ্ব্বত বিদীৰ্ণ কৰি দিয়াত সেই ছিদ্ৰৰ সহায়ত পক্ষীয়ে ক্ৰৌঞ্চ পৰ্ব্বতত প্ৰৱেশ লাভ কৰাৰ নিচিনাকৈ শত্ৰুপক্ষয়ো তেনে ৰজাৰ সেই ছিদ্ৰবোৰ অনুধাৱন কৰি তেওঁৰ ভিতৰত প্ৰৱেশ কৰে। শত্ৰুৰ প্ৰতি অৱজ্ঞা দেখুৱাই যি ৰজাই নিজক ৰক্ষা নকৰাকৈ থাকে, তেওঁ অনৰ্থৰ সন্মুখীন হয় আৰু শেহত স্থানচ্যুত হয়। হে ৰাজন, পূৰ্ব্বতে আপোনাৰ ভাৰ্য্যা মন্দোদৰী আৰু মোৰ কনিষ্ঠ ভ্ৰাতা বিভীষণে যি কৈছিল, সেয়ে অমাৰ পক্ষে হিতকৰ আছিল, বৰ্ত্তমান ক্ষেত্ৰত আপোনাৰ যেনে ইচ্ছা হয় তেনে কৰক।"

২২—২৭। কুম্ভকৰ্ণৰ সেই কথা শুনি দশগ্ৰীৱ ৰাৱণে ভ্ৰূকুটিপূৰ্ণ চকুৰে ক্ৰুদ্ধ হৈ কৰলৈ ধৰিলে, "কুম্ভকৰ্ণ, মই তোমাৰ গুৰুজন আৰু আচাৰ্য্যবৎ মাননীয়, এতেকে তুমি মোক উপদেশ দিবলৈ বিচাৰিছা কিয়, তোমাৰ এই বাক্যৰ প্ৰয়োগ মিছাতে মাত্ৰ, এতেকে মই যি কওঁ তুমি সেইমতে কাম কৰা। বিপৰীত বুদ্ধি, অজ্ঞানতা অথবা বলবীৰ্য্যৰ গৰ্ব্বতে হিত বুলি তোমালোকে যি কৈছিলা, সেইমতে কাম কৰা নহল, এতিয়া আকৌ সেই কথাৰ উত্থাপন কৰি কি লাভ? বৰ্ত্তমান সময়ত যিটো কৰা উচিত তাকেহে চিন্তা কৰা, মোৰ দুৰ্নীতিৰ ফলত যি দুখ উৎপন্ন হৈছে, তোমাৰ পৰাক্ৰমৰ দ্বাৰা সেই দুখ দূৰ কৰা। মোলৈ যদি তোমাৰ স্নেহ আছে আৰু শৰীৰতো তোমাৰ শক্তি আছে আৰু যদি মই যিটো কৈছোঁ তাকেই উৎকৃষ্ট বুলি তোমাৰ মনে কয়, তেন্তে যুদ্ধলৈ তুমি সাজু হোৱাঁ। হীনাৱস্থাত বিপন্নজনক যিজনে অনুগ্ৰহ কৰে তেৱেঁই সুহৃদ, সজ নীতি এৰাৰ কাৰণে যি দুখত পৰে তেওঁক যিজনে সহায় কৰে তেওঁ প্ৰকৃত বন্ধু।"

২৮—৪৭। ৰাৱণে ধীৰ আৰু নিদাৰুণভাবে এইদৰে কোৱাত কুম্ভকৰ্ণই তেওঁ ৰুষ্ট হৈছে বুলি জানি মধুৰ আৰু শান্ত ভাব ললে। ককায়েক অত্যন্ত ক্ষুব্ধ হোৱা যেন দেখি তেওঁক সান্ত্বনা দিবলৈ তেওঁ ধীৰে ধীৰে কবলৈ ধৰিলে, "হে শত্ৰুবিমৰ্দ্দক ৰাক্ষসৰাজ, আপুনি মন দি শুনক, আপোনাৰ শোক কৰাৰ কোনো প্ৰয়োজন নাই, ক্ৰোধৰ ভাব এৰি আপুনি এতিয়া সুস্থ হওক। হে ৰাজন, আপুনি নাভাবিব যে মই জীয়াই থকা কালত কোনোৱাই আপোনাৰ অন্যায় কৰিব পাৰিব, যাৰ কাৰণে আপুনি পৰিতপ্ত হৈছে মই তাক বিনাশ কৰিমেই। আপোনাৰ সকলো অৱস্থাতে আপোনাৰ হিতত হিত হব পাৰে তেনে কথা কোৱাটো উচিত, আপোনাৰ প্ৰতি

মোৰ যি বন্ধু বা ভ্ৰাতৃভাব বিদ্যমান আছে তাৰ ওপৰত নিৰ্ভৰ কৰিহে মই এইদৰে কৈছিলোঁ। আপোনাৰ স্নেহ আৰু বন্ধু ভাব থকাৰ কাৰণে এই সময়ত শত্ৰুৰ প্ৰতি যেনে আচৰণ কৰা উচিত, তেনে ভাবে শত্ৰুৰ ওপৰত মই কি উৎপীড়ন কৰিব পাৰোঁ আপুনি চাই থাকক। হে মহাবাহু, আপুনি চাই থাকক আজিয়েই ৰণক্ষেত্ৰত মই ভায়েক লক্ষ্মণে সৈতে ৰামক বধ কৰিম আৰু তাৰ ফলত বান্দৰ সৈন্যবাহিনী পলাই পত্ৰং দিব। ৰণক্ষেত্ৰৰপৰা ৰামৰ মূৰটো ছিঙি লৈ অহা অপুনি দেখিব, তাকে দেখি আপুনি পৰম সুখী হব আৰু সেইদৰে সীতা দুখতে অভিভূতা হব। ৰামক নিহত হোৱা দেখি লঙ্কাৰ যিবোৰ ৰাক্ষসৰ বন্ধু-বান্ধৱ নিহত হৈছে তেওঁলোক পৰম প্ৰীত হব। যিসকল ৰাক্ষস তেওঁলোকৰ আত্মীয়স্বজন নিহত হোৱাৰ বাবে শোক-সন্তপ্ত হৈ আছে, এই শত্ৰুৰ নিধনত তেওঁলোক চকুৰ পানী মচি শান্তি লাভ কৰিব। হে ৰাজন, আপুনি দেখিব সূৰ্য্যেৰে সৈতে বিৰাজমান পৰ্ব্বতপ্ৰমাণ মেঘখণ্ড-সদৃশ শৰীৰবিশিষ্ট বান্দৰৰাজ সুগ্ৰীৱ শীৰ্ণ বিশীৰ্ণ হৈ ৰণক্ষেত্ৰত পৰি আছে। হে অনঘ, মোৰে সৈতে এই ৰাক্ষসবোৰে আপোনাক সান্ত্বনা দিবলৈ দশৰথপুত্ৰ ৰামক বধ কৰিবলৈ উদ্‌গ্ৰীৱ হৈ আছে, এনেস্থলতো আপুনি মনত দুখ কৰি আছে কিয়? ৰাঘৱে মোক বধ কৰি উঠিহে পিচত আপোনাক বধ কৰিব পাৰিব। হে ৰাক্ষসাধিপ, মই মোৰ কাৰণে অকণো দুখ নকৰোঁ। হে পৰন্তপ, আপুনি পৰম সন্তুষ্টচিত্তে মোক যুদ্ধলৈ যাবলৈ অনুমতি দিয়ক, শত্ৰুৰ লগত সাক্ষাৎ কৰাৰ আপোনাৰ কোনো আৱশ্যকে নাথাকিব। আপোনাৰ মহাবলশালী সেই সকলো শত্ৰুকে অকল ময়ে বিনাশ কৰিম; ইন্দ্ৰ, যম, অগ্নি, মাৰুত, কুবেৰ আৰু বৰণেও আহি তাত বাধা দিব নোৱাৰে, তীক্ষ্ণ শূলধাৰী পৰ্ব্বতপ্ৰমাণ গৰ্জ্জনকাৰী তীক্ষ্ণ দন্ত যুক্ত মোৰ এই শৰীৰ দেখি স্বয়ং ইন্দ্ৰও ভীত হব। অথবা মই অস্ত্ৰত্যাগ কৰি কেৱল নিজ শক্তি প্ৰয়োগ কৰি যেতিয়া শত্ৰুবিলাকক গচকি যাবলৈ ধৰিম তেতিয়াও জীয়াই থাকিবলৈ ইচ্ছা কৰা কোনো শত্ৰুৱেই মোৰ সম্মুখীন হব নোৱাৰিব। মোৰ এই শক্তি, গদা, খড়্গ অথবা তীক্ষ্ণ শৰসমূহৰ কোনো প্ৰয়োজন নাই, অকল মোৰ এই হাত দুখনেৰেই ইন্দ্ৰকো বধ কৰিব পাৰোঁ। যুদ্ধত ৰাঘৱ ৰামে মোৰ মুষ্টিৰ প্ৰহাৰ সহ্য কৰিব পাৰিলেও মোৰ এই বাণজালে তেওঁৰ ৰক্তপাণ কৰিব। এতেকে হে ৰাজন, মই জীয়াই থাকোঁতে আপুনি চিন্তাত অধীৰ হৈছে কিয়?

৪৫—৫৪। "এনেহেন শক্তিলৈ মই আপোনাৰ শত্ৰুবধৰ কাৰণে যাবলৈ ওলাইছো। ৰামৰপৰা আপুনি যি দুৰ্ঘোৰ ভয় পাইছে তাক আপুনি পৰিত্যাগ কৰক, মই যুদ্ধত তেওঁক বধ কৰিমেই। যুদ্ধ আৰম্ভ হলে সেই ৰামত মই বায়ু, লক্ষ্মণ,

মহাবলশালী সুগ্ৰীৱ, লঙ্কা দহনকাৰী আৰু ৰাক্ষসগণৰ হন্তা হনুমান, আৰু বান্দৰবোৰক মই ভক্ষণ কৰিম আৰু তাৰ দ্বাৰা আপোনাৰ অনন্যসাধাৰণ মহান কৰ্ত্তা উপাৰ্জ্জন কৰিবলৈ ইচ্ছা কৰিছো। হে ৰাজন, অধিক কি, ইন্দ্ৰ আৰু ব্ৰহ্মাৰপৰাও যদি আপোনাৰ ভয়ৰ কাৰণ থাকে, তেনেহলে জানিব, দেৱতাসকলোকো মই ভূতলশায়ী কৰিম। স্বয়ং যমৰাজক মই সংযত কৰিম, অগ্নিক পান কৰিম আৰু নক্ষত্ৰগণে সৈতে আদিত্যকো ধৰাশায়ী কৰিম; ইন্দ্ৰক বধ কৰিম, সাগৰ পান কৰিম, পৰ্ব্বত সমূহ চূৰ্ণ-বিচূৰ্ণ কৰিম, পৃথিবী ফালি পেলাম। যি কুম্ভকৰ্ণই সুদীৰ্ঘকাল শুইয়েই কটাইছে, সকলো প্ৰাণীয়ে চাই লওক কিদৰে তেওঁ সকলোকে গ্ৰাস কৰিব পাৰে। বেচি আৰু কি কম, সমগ্ৰ স্বৰ্গয়ো মোৰ আহাৰ সম্পূৰ্ণৰূপে যোগাব নোৱাৰিব।

৫৫—৫৬। "হে ৰাজন, দশৰথনন্দন ৰামৰ বধতে আপোনাৰ মনৰ যি সুখ, সেই সুখ আহৰণ কৰিবলৈ মই যাত্ৰা কৰিলোঁ। মই লক্ষ্মণে সৈতে ৰামক বধ কৰাৰ পিচত প্ৰধান প্ৰধান বান্দৰদলপতিসকলক ভক্ষণ কৰিম। হে ৰাজন, আপুনি আনন্দ কৰক, বাৰুণী (মদ) পান কৰক, আৰু দুখ দূৰ কৰি আপোনাৰ কৰ্ত্তব্য কাৰ্য্যত প্ৰবৃত্ত হওক। ৰামক যমালয়লৈ পঠিওৱাৰ লগে লগে সীতা আপোনাৰ বশবৰ্ত্তিনী হব।"

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত ত্ৰিষষ্ঠিতম সৰ্গ সমাপ্ত

## চতুঃষষ্ঠিতম সৰ্গ

### কুম্ভকৰ্ণৰ নীতিবাদৰ নিন্দা আৰু মহোদৰৰ উপায়-উদ্ভাৱন

১—১০। অতিকায় মহাবলবান মহাবলশালী কুম্ভকৰ্ণৰ কথা শুনি মন্ত্ৰী মহোদৰে কলে, "কুম্ভকৰ্ণ, উচ্চ কুলত তোমাৰ জন্ম সঁচা, কিন্তু তোমাৰ আচাৰ ব্যৱহাৰ সাধাৰণ মানুহৰ নিচিনা আৰু ধৃষ্টতাপূৰ্ণ, তুমি মদগৰ্ব্বে গৰ্ব্বিত, এতেকে কৰ্ত্তব্য-অকৰ্ত্তব্য বুজাৰ শক্তি তোমাৰ নাই। ৰজাই যে নীতি-অনীতিৰ কথা নাজানে তেনে নহয়; সৰু কালৰেপৰা তুমি উদ্ধত আৰু সেয়েহে যিটোকে মনলৈ আহে তাকে কৰ খোজা। নিজৰ আৰু শত্ৰুপক্ষৰ ক্ষয়, বৃদ্ধি আৰু সাম্যাৱস্থা আৰু দেশ-কালভেদে

কৰিব লগীয়া কামৰ ব্যৱস্থা ৰাক্ষসপ্ৰবৰ ৰজা ৰাৱণে জানে। যিজনে কোনোদিনে প্ৰাজ্ঞ বৃদ্ধলোকৰ ওচৰত শিক্ষা লাভ নকৰি ইতৰজনৰসুলভ বুদ্ধিসম্পন্ন হৈয়ে আছে, তেনেজন পুৰুষ বলবান হলেও যিটো কাম কৰিব নোৱাৰে, কোন বুদ্ধিমান ৰজাই অথবা মানুহে তেনে কাম কৰিবলৈ ইচ্ছা কৰিব ? তুমি কৈছা যে ধৰ্ম্ম, অৰ্থ আৰু কাম এই তিনিওটা পৃথক্ পৃথক্‌ভাবে সেৱনীয়, মোৰ মতে এই তিনিওটাৰ স্বৰূপ-তত্ত্ব অবগত হোৱাৰ শক্তি তোমাৰ স্বভাৱতে নাই। (কিয়নো, ধৰ্ম্ম, অৰ্থ আৰু কাম,এই কেয়োটাকে একেজনেই অনুষ্ঠান কৰিব পাৰে) চোৰা—কৰ্ম্মই হৈছে ধৰ্ম্ম, অৰ্থ আৰু কাম এই তিনিওটাৰে মুলীভূত কাৰণ, এতেকে একপুৰুষসাধ্যবিলাকৰ ভিতৰত কৰ্ম্মই শ্ৰেয়ঃ। সেইদৰে পাপাত্মাসকলৰো শুভাশুভ ফল একেজন কৰ্ত্তাৰ প্ৰতি অফল কৰ্ম্মৰপৰাই হয়। ধৰ্ম্ম আৰু অৰ্থ *মুক্তিৰ সাধক, কিন্তু কামনা-বিশেষৰ সৈতে অনুষ্ঠিত ধৰ্ম্ম (জপাদি) আৰু অৰ্থ (অৰ্থসাধ্য যজ্ঞাদি) স্বৰ্গ আৰু সম্পদ লাভৰো হেতু হয়। জপাদি ধৰ্ম্ম আৰু যজ্ঞাদি অৰ্থ অনুষ্ঠিত নোহোৱাকৈ থাকিলে ক্ৰমে তাৰ বিপৰীত অধৰ্ম্ম আৰু অনৰ্থ হৈ প্ৰত্যবায়ৰ (দোষৰ) হেতু হয়। অধৰ্ম্ম আৰু অনৰ্থৰপৰা মানুহে ইহ জগতত ঋণ আৰু দাৰিদ্ৰ্যাদি দুখৰ ভাগী হয় আৰু পৰলোকত নৰক যন্ত্ৰণা ভোগ কৰে, এইদৰে ধৰ্ম্ম আৰু অৰ্থৰো ফল ইহলোক আৰু পৰলোক দুই ঠাইতে হয়। কিন্তু কামৰপৰা যি ফল উৎপন্ন হয় সি সম্পূৰ্ণৰূপে স্বতন্ত্ৰ; যিজনে পুৰুষাৰ্থ প্ৰয়োগ কৰি কাম সিদ্ধি কৰিবলৈ বিচাৰে তেওঁ এই জন্মতে বহু কাল ধৰি তাৰ ফল ভোগ কৰে, ধৰ্ম্মৰ নিচিনাকৈ পৰকাললৈ কামৰ ফলৰ বাবে অপেক্ষা কৰাৰ কোনো প্ৰয়োজন নাই। গতিকে একেজন লোকেই ধৰ্ম্ম, অৰ্থ আৰু কাম এই তিনিওটাৰে সেৱা কৰিব পাৰে। অৱশ্যে কামনা যদি ধৰ্ম্মবিৰুদ্ধ হয় তেন্তে তেনে কামনা নিজ তপোবল আৰু বিক্ৰমৰ দ্বাৰাইহে সিদ্ধ হব লাগিব। এই কাৰণতে মহাৰাজে তেওঁৰ অন্তৰত সীতাহৰণ সম্বন্ধে যিটো স্থিৰ কৰি লৈছিল, আমিও তাত মত দিছিলোঁ; শত্ৰুৰ প্ৰতি মহাৰাজে সাহসৰ যিটো পৰিচয় দিছে তাত দুষণীয় কোনো কাম হোৱা নাই।

১১—১৮। "কুম্ভকৰ্ণ, তুমি অকলেই যুদ্ধলৈ যাত্ৰা কৰিবৰ কাৰণে নিজ বাহুবল ৰূপ যি কাৰণ দেখুৱাইছা সি কেনেকৈ যুক্তিহীন আৰু দোষ যুক্ত হব পাৰে মই কওঁ শুনা। যি ৰাঘৱে জনস্থানত বহুত অতিবলশালী ৰাক্ষস ধ্বংস কৰিছে, তুমি অকলে তেনে এজনৰ ওপৰত জয় লাভ কৰিব পাৰিবা কেনেকৈ ? তুমি দেখা নাইনে যে যিসকল

*ধৰ্ম্ম জপধ্যানাদি, য'ত অৰ্থৰ আৱশ্যকতা নাথাকে; অৰ্থ—যাগ যজ্ঞাদি কৰ্ম্ম, য'ত ধনৰ আৱশ্যক

মহাশক্তিশালী ৰাক্ষস জনস্থানত পৰাজিত হৈ ইয়ালৈ উভতি আহিছে, তেওঁলোক এতিয়ালৈকে ভয়তে অস্থিৰ হৈ আছে। দশৰথাত্মজ ৰাম ক্ৰুদ্ধ সিংহ অথবা সৰ্পবৎ বুলি জানিও তেওঁক জগাই তুলিবলৈ বিচাৰিছা কিয়? ৰাম নিজ তেজোবলে জ্বলন্ত অগ্নিসদৃশ, তেওঁ ক্ৰুদ্ধ হলে আনৰ পক্ষে দুৰ্দ্ধৰ্ষ হয়, এতেকে মৃত্যুসদৃশ অসহ্য তেনে এজন বীৰৰ ওচৰ চাপিব পাৰে কোনে? সৈন্যদল এটাও যদি এই শত্ৰুৰ সম্মুখীন হয় তেনেহলে সিহঁতৰো জীৱন সংশয়াপন্ন, এনেস্থলত তুমি অকলে তেওঁৰ সম্মুখীন হোৱাটো ভাল বুলি মোৰ মনেও সমুলি নধৰে। নিজৰ হীন অৱস্থা জানিও জীৱন পণ কৰি সকলোপিনে উন্নত আৰু সহায়বান শত্ৰু এজনক সাধাৰণ লোক যেন ভাবি নিজৰ অধীনলৈ আনিবলৈ কোনেনো চেষ্টা কৰিব? হে ৰাক্ষসপ্ৰৱৰ, মনুষ্যসমাজত ৰামৰ সমকক্ষ বীৰ নাই, তেওঁ পৰাক্ৰমত ইন্দ্ৰ আৰু যমৰ সদৃশ, এতেকে তেনে এজনৰ লগত তুমি অকলে যুদ্ধ কৰিবা বুলি কব পাৰা কেনেকৈ?"

১৯—৩৪। ক্ৰোধপূৰ্ণ কুম্ভকৰ্ণক এইদৰে কৈ মহোদৰে ৰাক্ষসবোৰৰ মাজতে লোকৰাৱণ ৰাৱণক কলে, "হে মহাৰাজ, পূৰ্ব্বতে বৈদেহীক আনি এতিয়া আৰু বিলম্ব কৰাৰ কোনো আৱশ্যক নাই; আপুনি ইচ্ছা কৰিলে সীতা এতিয়াই আপোনাৰ আজ্ঞানুবৰ্ত্তিনী হব। মই এনে এটা উপায় পাইছোঁ যাৰ সহায়ত সীতা আপোনাৰ অধীনলৈ নাহি নোৱাৰে। কথাটো যদি আপোনাৰ মনোমত হয় তেনেহলে শুনক। আপুনি ঘোষণা কৰি দিয়ক যে মই, দ্বিজিহ্ব, সংহ্ৰাদী, কুম্ভকৰ্ণ আৰু বিতৰ্দ্দন এই পাঁচজনে ৰামক বধ কৰিবলৈ গৈছোঁ। তালৈ গৈ আপ্ৰাণ চেষ্টা কৰি ৰামৰ লগত যুদ্ধ কৰিম। যদি জয় লাভ কৰিব পাৰোঁ তেনেহলে যি উপায়ৰ কথা ভাবিছো তাৰ কোনো প্ৰয়োজন নাথাকিব। আমি যুদ্ধ কৰা সত্বেও যদি শত্ৰু জীৱিত থাকে, তেনেহলে আমি উভতি আহি মনত যিটো পাঙিছো তাকে কৰিম। আমি ৰাম-নামাঙ্কিত শৰৰ দ্বাৰা বিদ্ধহৈ শৰীৰ ক্ষত-বিক্ষত কৰি তেজেৰে ৰাঙলী হৈ উভতি আহিম। আমি প্ৰকাশ কৰি দিম যে ৰাম আৰু লক্ষ্মণ উভয়কে আমি খাই পেলাইছোঁ, আৰু তাৰ পিচত আপোনাৰ শ্ৰীচৰণত সেৱা জনাম আৰু তেতিয়া আপুনি আমাৰ মনোবাঞ্ছা পূৰণ কৰিব। হে ৰাজন, আপুনি হাতীৰ পিঠিত মানুহ তোলাই নগৰত ঘোষণা কৰি দিব যে 'ৰাম তেওঁৰ ভায়েক লক্ষ্মণে সৈতে নিহত হৈছে আৰু লগতে সৈন্যদলো ধ্বংস হৈছে।' তেতিয়া হে অৰিন্দম, প্ৰীত হোৱাৰ ভাব দেখুৱাই আপুনি আপোনাৰ ভৃত্যবৰ্গক ভোগ্যবস্ত্ৰ আৰু তেওঁলোকৰ পৰিবাৰবৰ্গক ধন-ৰত্নাদি দান কৰিব। তাৰ পিচত আপোনাৰ বীৰসকলৰ আৰু যোদ্ধাবৰ্গক মাল্য, বস্ত্ৰ, অনুলেপন আদি দান কৰিব আৰু আপুনিও সন্তুষ্ট হৈ প্ৰচুৰ মদ্যপান কৰিব।" তাৰ পিচত

সুগ্রীৱগৰাই সৈতে ৰামক ৰাক্ষসবোৰে খাই পেলাইছে, এই প্ৰবাদটো চাৰিওফালে প্ৰচাৰিত হলে আপুনি অশোকবনত প্ৰৱেশ কৰি, গোপনে প্ৰবোধবাক্যেৰে সীতাক সান্ত্বনা দিব আৰু ধন-ধান্য-ৰত্ন আদিৰ দানৰ দ্বাৰা তেওঁৰ মনোবাঞ্ছা পূৰণ কৰিব বুলি তেওঁক প্ৰলোভন দেখুৱাব। এইদৰে সীতাৰ শোকপৰিবৰ্দ্ধক প্ৰতাৰণাৰ দ্বাৰা সীতাক ঠগাব পাৰিলে, তেওঁ অনাথা হব, তেতিয়া তেওঁৰ উদ্দেশ্য সিদ্ধ নোহোৱাত তেওঁ আপোনাৰ অধীন হব। তেওঁ যেতিয়া দেখিব যে তেওঁৰ সুন্দৰ সেই স্বামী নিহত হৈছে, তেতিয়া তেওঁ নিৰাশ হব আৰু স্ত্ৰীসুলভ চঞ্চলতা হেতু আপোনাৰ বশ হব। সীতা সদায় সুখতে ডাঙৰ দীঘল হৈছে আৰু সদায় সুখকে কামনা কৰে, ইমানদিনে দুখ-কষ্ট ভুগি থকাৰ পিচত তেওঁ যেতিয়া দেখিব যে আপোনাৰ অধীনলৈ আহিলে সুখৰ অধিকাৰিণী হব পাৰিব, তেতিয়া সম্পূৰ্ণৰূপে আপোনাৰ বশবৰ্ত্তিনী হব।

৩৫—৩৬। "হে, ৰাজন মোৰ মতে এইটোৱেই সুন্দৰ উপায়, ৰামৰ লগত সাক্ষাৎ হোৱা মানে অনৰ্থৰ সৃষ্টি কৰা। যুদ্ধৰ কাৰণে আপুনি বিশেষ আগ্ৰহ নেদেখুৱাব, যুদ্ধ নকৰাকৈ ইয়াতেই আপোনাৰ মহা সুখ লাভ হব। হে জনাধিপ, যিজন মহান মহীপতিয়ে সৈন্য নষ্ট হ'বলৈ নিদিয়াকৈয়ে, প্ৰাণ-সংশয়ত নপৰাকৈ আৰু যুদ্ধ নকৰাকৈয়ে শত্ৰুক জয় কৰিব পাৰে তেৱেঁই চিৰকাললৈ যশস্যা পুণ্য, শ্ৰী আৰু কীৰ্ত্তি লাভ কৰে।"

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত চতুঃষষ্ঠিতম সৰ্গ সমাপ্ত

## পঞ্চষষ্ঠিতম সৰ্গ

### কুম্ভকৰ্ণৰ যুদ্ধযাত্ৰা

১—৮। মহোদৰে এইদৰে কোৱাৰ পিচত কুম্ভকৰ্ণই তেওঁক ভৰ্ৎসনা কৰি ৰক্ষকুলৰ শ্ৰেষ্ঠ ৰাৱণক কলে, "মহাৰাজ, দুৰাত্মা সেই ৰামক বধ কৰি আপোনাৰ দুৰ্যোগ ভয় আঁতৰাম আৰু তেতিয়া শত্ৰুশূন্য হৈ আপুনি সুখী হব পাৰিব। বীৰপুৰুষ-সকলে জলশূন্য মেঘৰ নিচিনাকৈ মিছাতে গৰ্জ্জন নকৰে; আজি যুদ্ধক্ষেত্ৰত মোৰ

গৰ্জ্জনৰ অনুৰূপ ফল আপুনি নিজ চকুৰে চাই লওক। বীৰপুৰুষে নিজকে নিজে প্ৰশংসা কৰিবলৈ ভাল নাপায়। তেওঁলোকে মুখেৰে কোনো কথা প্ৰকাশ নকৰাকৈয়ে দুষ্কৰ কামবোৰ সমাধা কৰে। মহোদৰ, তুমি যিবোৰ কথা কলা, পণ্ডিতাভিমানী বুদ্ধিহীন ৰজাই বিপন্ন অৱস্থাত তেনেবোৰ কথা ভাল পাব পাৰে। যুদ্ধকালত তোমাৰ নিচিনা কাপুৰুষ মন্ত্ৰীয়ে ৰজাৰ মতত মত দি সকলো কাম নষ্ট কৰিছে। তাৰ ফলত একমাত্ৰ ৰজাজনৰ বাহিৰে লঙ্কাত এতিয়া একো নাই, ইয়াৰ ধনকোষ শেষ হৈছে, সৈন্যদল ধ্বংস হৈছে. তোমালোকৰ নিচিনা শত্ৰুৰূপী মিত্ৰসকলে ৰজাক পাই লঙ্কাৰ এই অৱস্থা কৰিছা। যি হওক, তোমালোকৰ দুৰ্নীতিৰ ফলত যি দুৰ্দ্দশা উপস্থিত হৈছে, শত্ৰুক পৰাজিত কৰি তাক বিদূৰিত কৰাৰ উদ্দেশ্যে মই যুদ্ধলৈ ওলালোঁ।"

৯—২৪। ধীমান কুম্ভকৰ্ণই এইদৰে কোৱাত ৰাক্ষসাধিপ ৰাৱণে হাঁহি এটা মাৰি কলে, "হে যুদ্ধবিশাৰদ কুম্ভকৰ্ণ, মহোদৰে নিশ্চয় ৰামৰপৰা বৰ ভয় পাইছে, সেই কাৰণত ৰামৰ লগত যুদ্ধ কৰিবলৈ তেওঁৰ ইচ্ছা হোৱা নাই। হে ভ্ৰাতঃ, বলবীৰ্য্য আৰু মোৰ প্ৰতি স্নেহবিষয়ত তোমাৰ নিচিনা সুহৃদ মোৰ আন কোনো নাই, এতেকে হে কুম্ভকৰ্ণ, শত্ৰুক বধ কৰিবলৈ তুমি যোৱাঁ আৰু জয়লাভ কৰাগৈ; শত্ৰুক বিনাশ কৰাৰ কাৰণে নিদ্ৰিত অৱস্থাতে মই তোমাক জগাই তুলিছোঁ। হে অৰিন্দম, ৰাক্ষসবোৰৰ কাৰণে এয়ে উপযুক্ত সময়। শূল আৰু পাশ হাতত লৈ কালান্তক ৰূপ ধাৰণ কৰি যুদ্ধলৈ গৈ বান্দৰবোৰক আৰু সূৰ্য্যসম তেজস্বী ৰাজপুত্ৰ দুজনক ভক্ষণ কৰাগৈ। তোমাৰ ৰূপ দেখিয়ে বান্দৰবোৰ দৌৰি পলাব, আৰু তাকে দেখি ৰামলক্ষ্মণৰ হৃদয় এনেয়ে বিদীৰ্ণ হব।" মহাতেজস্বী ৰাৱণে অসীম শক্তিশালী কুম্ভকৰ্ণক এইদৰে কৈ নিজক পুনৰ্জীৱিত হোৱা যেন অনুমান কৰিলে। কুম্ভকৰ্ণৰ বলশক্তি আৰু পৰাক্ৰমৰ কথা জানি নিৰ্ম্মল চন্দ্ৰৰ দৰে প্ৰফুল্লিত হল। ৰজাই এইদৰে কোৱাত মহাবলশালী কুম্ভকৰ্ণ পৰম আনন্দিত হল আৰু ৰাজ-আদেশ পালি যুদ্ধ কৰিবলৈ উদ্যত হল। কুম্ভকৰ্ণ মহাবেগবান আৰু শত্ৰুবিমৰ্দ্দক। তেওঁ যিপাট শেল হাতত ললে সেইপাট সৰ্ব্বতোভাবে কৃষ্ণলৌহৰ দ্বাৰা নিৰ্ম্মিত উজ্জ্বল আৰু সোণৰ দ্বাৰা বিভূষিত, তাৰ গৌৰৱ আৰু সুখ্যাতি ইন্দ্ৰৰ বজ্ৰৰ সদৃশ, তাৰ সহায়তে দেৱদানৱ, গন্ধৰ্ব্ব, যক্ষ আৰু পন্নগসমূহক তেওঁ পৰাভূত কৰিছিল। প্ৰচুৰ ৰক্তমাল্যৰ দ্বাৰা বিভূষিত এই শূলৰ মুখেদি আপোনা-আপুনি অগ্নি নিৰ্গত হৈ থাকে। শত্ৰুৰ ৰক্তে ৰঞ্জিত বিপুল এই শূলপাট লৈ মহাতেজস্বী কুম্ভকৰ্ণই ৰাৱণক কলে, "ৰাজন, মই অকলে যুদ্ধলৈ যাম, এই বৃহৎ সৈন্যদল ইয়াতেই থাকক।

ক্ষুধিত অৱস্থাত মই অকলে বান্দৰবোৰক খাই পেলাম।" কুম্ভকর্ণই এইদৰে কোৱাত ৰাৱণে কলে, "ভ্রাতঃ, তুমি শূল আৰু মুদগৰৰ দ্বাৰা সুসজ্জিত সৈন্যদল লগত লৈয়ে যোৱাঁ, বান্দৰবোৰ মহাবলবান, বীৰ আৰু কার্য্যক্ষেত্রত বৰ পটু। তুমি অকলে গলে অলপ অসাৱধান হলেই সিহঁতে দাঁতেৰে কামুৰি তোমাক বিনাশ কৰিব। এতেকে অতি দুর্দ্ধর্ষ সৈন্যৰ দ্বাৰা পৰিবৃত হৈ ৰাক্ষসবোৰৰ ঘোৰ অনিষ্টকাৰী এই শত্রুপক্ষক বিনাশ কৰা।"

২৫—৩৩। তাৰ পিচত আসনৰপৰা গিৰিপকৈ উঠি মহাতেজস্বী ৰাৱণে, মাজে মাজে মণিগাথা সোণৰ মালা, অঙ্গদ, আঙঠি, বুকুৰ কবচ, উত্তম আভৰণ আৰু চন্দ্রসম-সমুজ্জ্বল হাৰ কুম্ভকর্ণৰ গাত পিন্ধাই দিলে; ডিঙিত সুগন্ধি দিব্য মাল্য আৰু কাণত কুণ্ডলো আঁৰি দিলে। তেওঁৰ কঁকাল গাঢ় নীলবৰণৰ হাৰে সুশোভিত হোৱাত অমৃতমন্থনৰ সময়ত ভুজঙ্গ পৰিবেষ্টিত মন্দৰপর্ব্বতৰ যেনে শোভা হৈছিল কুম্ভকর্ণৰো শোভা তদ্রূপ হৈছিল। তেওঁৰ কবচ সুবর্ণনির্ম্মিত, বিজুলীৰ নিচিনা প্রভাযুক্ত, কোনো অস্ত্রই তাক ভেদ কৰিব নোৱাৰে, আৰু যিকোনো অস্ত্রৰ ভাৰকে সি সহ্য কৰিব পাৰে; এনেবিধৰ কবচ পৰিধান কৰি কুম্ভকর্ণই নিজ শৰীৰৰ জ্যোতিতে সন্ধ্যাকালৰ মেঘৰ দ্বাৰা আবৃত পর্ব্বতৰাজৰ নিচিনা শোভা ধাৰণ কৰিলে। এইদৰে সকলো আভৰণে সুসজ্জিত হৈ হাতত শূল লৈ থিয় দিয়াত অনুমান হল যে তিনি খোজতে ত্রিভুবন আক্রমণ কৰাৰ সময়ত নাৰায়ণ যিদৰে উৎসাহপূর্ণ হৈছিল, কুম্ভকর্ণও তেনেদৰে উৎসাহান্বিত হৈহে তাত বিৰাজ কৰিছে। তাৰ পিচত ককায়েক ৰাৱণক আলিঙ্গন কৰি তেওঁক প্রদক্ষিণ কৰিলে আৰু মূৰেৰে ভৰি ছুই প্রণাম কৰি মহাবলশালী তেওঁ যুঁজলৈ সাজু হল, তেতিয়া ৰাৱণে সর্ব্বান্তঃকৰণে আশীর্ব্বাদ দি তেওঁক ৰণলৈ পঠালে।

৩৪—৪৬। তেওঁ যোৱাৰ সময়ত শঙ্খ, দুন্দুভি বাজি উঠিল, অসংখ্য সৈন্য প্রধান প্রধান অস্ত্রেৰে সুসজ্জিত হৈ হাতী, ঘোঁৰা মেঘগর্জ্জনবৎ গর্জ্জনশীল ৰথত আৰোহণ কৰি ৰথীশ্রেষ্ঠ মহাশক্তিসম্পন্ন কুম্ভকর্ণৰ লগে লগে খোজ ললে আৰু সাপ, উট, গাধ, সিংহ, ব্যাঘ্র, পশু-পক্ষীযুক্ত বাহনত আৰোহণ কৰি অসংখ্য ৰাক্ষস পিচে পিচে যাবলৈ ধৰিলে। কুম্ভকর্ণৰ ওপৰত পুষ্পবৃষ্টি হবলৈ ধৰিলে, তেওঁৰ মূৰৰ ওপৰত ছত্রই শোভা পালে; এইদৰে হাতত সুতীক্ষ্ণ শূল গ্রহণ কৰি দেৱদানৱসকলৰ শত্রু মদোৎকট কুম্ভকর্ণই ৰক্তগন্ধত উন্মত্ত হৈ যুদ্ধলৈ ওলাই গল। অসংখ্য পদাতি-সৈন্য তেওঁৰ পিচে পিচে যাবলৈ ধৰিলে। তেওঁলোক মহাশক্তি আৰু বলশালী, তেওঁলোকৰ আকৃতি অতি ভয়ঙ্কৰ, চকুবোৰ ৰঙা আৰু দেখিলেই ভয়লগা, বুকুৰ পতা সুবৃহৎ

গাৰ বৰণ নীলাঞ্জনসদৃশ। ঘোৰমূৰ্ত্তি, মহাতেজস্বী কুম্ভকৰ্ণই, শূল, তীক্ষ্ণ খড়্গ, ভিন্দিপাল পৰিঘ, গদা, মুষল ত লক্ষ্ক, ক্ষেপণাস্ত্ৰ আদি নানাতৰহৰ অস্ত্ৰে সুসজ্জিত এই সৈন্য দলক লৈ যুদ্ধলৈ প্ৰস্থান কৰিলে। তেওঁৰ শৰীৰ এশ ধনু প্ৰমাণ বহল আৰু ছশ ধনুৰ সমান ওখ, চকু দুটা গাৰীৰ চকাৰ দৰে ডাঙৰ আৰু চেহেৰা ভয়ঙ্কৰ আৰু মহাপৰ্ব্বতসদৃশ। দগ্ধপৰ্ব্বতাকৃতি ভয়ঙ্কৰ মুখবিশিষ্ট কুম্ভকৰ্ণই সৈন্যসকলক ব্যূহাকাৰত সংস্থাপিত কৰি হাঁহি এটা মাৰি কবলৈ ধৰিলে, "সৈন্যগণ, অগ্নিয়ে পতঙ্গক যিদৰে দগ্ধ কৰে মইয়ো ভাগে ভাগে বান্দৰ সৈন্যৰ সেনাপতিবোৰক এটা এটাকৈ সেইদৰে বিদগ্ধ কৰিম। অথবা এই বান্দৰবোৰৰে বা অপৰাধ কি, সিহঁত বনচাৰী; আমাৰ নিচিনা প্ৰাণীবোৰৰ নগৰৰ উদ্যানবোৰৰ শোভা বৰ্দ্ধন কৰি থাকে মাত্ৰ। আমাৰ এই নগৰ-অবৰোধৰ কাৰণ হ'ল ভায়েক লক্ষ্মণে সৈতে এই ৰাঘৱ ৰাম। ৰাম নিহত হলে সকলো নিহত হব, এতেকে যুদ্ধত ৰামকেই বধ কৰিম।" কুম্ভকৰ্ণই এইদৰে কোৱাৰ লগে লগে ৰাক্ষসবোৰ সাগৰ কঁপাই তুলি ভীষণৰবে গৰ্জ্জন কৰি উঠিল।

৪৭—৫৪। ধীমান কুম্ভকৰ্ণই যাত্ৰা আৰম্ভ কৰাৰ লগে লগে, চাৰিওফালৰপৰা ঘোৰৰূপ অশুভ লক্ষণবোৰ দেখা দিবলৈ ধৰিলে। মেঘবোৰ উল্কাপাতৰ লগত সংযুক্ত হৈ গাধৰ দৰে ধোঁৱাবৰণীয়া হৈ পৰিল। সাগৰ আৰু বনৰাজিৰে সৈতে পৃথিবী কঁপি উঠিল, শিয়ালবোৰে পিণ্ডাকাৰ অগ্নি মুখতলৈহে যেন ঘোৰ মূৰ্ত্তি ধৰি চিঞৰিবলৈ ধৰিলে আৰু চাৰাইবোৰে মণ্ডলাকাৰে সোঁমুখীয়াকৈ ঘূৰিবলৈ ধৰিলে। কুম্ভকৰ্ণ গৈ থাকোঁতে বাটতে শগুণ এটা উৰি আহি তেওঁৰ শূলৰ ওপৰত পৰিল, তেওঁৰ বাঁও চকু আৰু বাঁও হাত নাচি উঠিল। ভীষণ শব্দে জ্বলি থকা উল্কাপাত হবলৈ ধৰিলে, আদিত্য প্ৰভাহীন হল আৰু সুখকৰ মৃদু বতাহো ববলৈ এৰিলে। লোমহৰ্ষণকাৰী এই ঘোৰ মহা উৎপাতসমূহলৈ লক্ষ্য নকৰি কালপ্ৰেৰিত বলৰ উদ্‌গনিতহে যেন তেওঁ যুদ্ধলৈ আগ বাঢ়িল। পৰ্ব্বতসদৃশ কুম্ভকৰ্ণই ভৰিৰে বেৰা মেলিয়েই প্ৰাচীৰ পাৰ হৈ মেঘবৎ সুবিস্তৃত অদ্ভুত বান্দৰসৈন্যবাহিনী দেখা পালে। বান্দৰবোৰে পৰ্ব্বতসদৃশ ৰাক্ষসপ্ৰৱৰক দেখা পোৱা মাত্ৰে বতাহে ঠেলি দিয়া মেঘমালাৰ নিচিনাকৈ চতুৰ্দ্দিকে দৌৰি পলাবলৈ ধৰিলে।

৫৫—৫৭। কুম্ভকৰ্ণই অতি প্ৰচণ্ড বান্দৰ সৈন্যবাহিনী মেঘমালাৰ নিচিনাকৈ চাৰিওফালে দৌৰি পলাব ধৰা দেখি হৰ্ষান্বিত হৈ বাৰে বাৰে মেঘগৰ্জ্জনস্বৰে গৰ্জ্জন কৰিবলৈ ধৰিলে। আকাশত মেঘৰ গৰ্জ্জনসদৃশ কুম্ভকৰ্ণৰ এই ঘোৰ গৰ্জ্জন-ধ্বনিত শুনি কাটি দিয়া শালগছৰ নিচিনাকৈ বহুত বান্দৰ মাটিত বাগৰি পৰিল। শত্ৰু-বধৰ অৰ্থে

বিপুল পৰিঘ হাতত লৈ কুম্ভকৰ্ণ এইদৰে ওলাই অহাত বান্দৰবোৰৰ মনত ভীষণ আতঙ্ক উপস্থিত হল; তেওঁলোকে অনুমান কৰিলে যেন কালাগ্নিস্বৰূপ ৰুদ্ৰহে কালদণ্ড হাতত লৈ তাত উপস্থিত হৈছে।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত পঞ্চষষ্ঠিতম সৰ্গ সমাপ্ত

## ষট্‌ষষ্ঠিতম সৰ্গ

### কুম্ভকৰ্ণৰ ৰূপ দেখি বান্দৰবোৰৰ ত্ৰাস

১—১৭। পৰ্ব্বতশৃঙ্গসদৃশ ওখ অতিকায় মহাবলশালী কুম্ভকৰ্ণই নগৰ এৰি দ্ৰুত পদে প্ৰাচীৰ পাৰ হৈ হুঙ্কাৰেৰে বজ্ৰনিনাদ তল পেলাই পৰ্ব্বত আৰু সমুদ্ৰক কঁপাই তুলিলে। ইন্দ্ৰ, বৰুণ, আৰু যমৰো অবধ্য সুবৃহৎ নেত্ৰবিশিষ্ট কুম্ভকৰ্ণক যুদ্ধলৈ আগবাঢ়ি অহা দেখি বান্দৰবোৰে ইফালে সিফালে দৌৰি পলাবলৈ ধৰিলে। বান্দৰবোৰ পলাবলৈ ধৰা দেখি ৰাজপুত্ৰ অঙ্গদে, নল, নীল, গবাক্ষ, আৰু মহাবলশালী কুমুদক সম্বোধন কৰি কলে, "হে বান্দৰগণ নিজ বল বীৰ্য্য আৰু আভিজাত্যৰ কথা পাহৰি ভয়ত্ৰস্ত হৈ সাধাৰণ বান্দৰবোৰৰ দৰে তোমালোক ক'লৈ পলাবলৈ বিচাৰিছা? হে সাধুমণ্ডলী, তোমালোক উভতি আহা, পলাই প্ৰাণৰক্ষা কৰিব লাগিছে কিয়? এই ৰাক্ষস এটা বিভীষিকা মাত্ৰ,* যুদ্ধ কৰাৰ শক্তি ইয়াৰ নাই। ৰাক্ষসবোৰৰ মাজৰ পৰা উৎপন্ন এই ভয়ঙ্কৰ মূৰ্ত্তিক আমি বিনাশ কৰিম, তোমালোক উভতি আহা।" অতিকষ্টে বান্দৰবোৰ আশ্বস্ত হোৱাত তেওঁলোকে ইফালে সিফালে গৈ গছবোৰ হাতত লৈ ৰণক্ষেত্ৰত নামিল আৰু ভীষণ ক্ৰুদ্ধ হৈ মদোন্মত্ত হাতীৰ নিচিনাকৈ কুম্ভকৰ্ণক আক্ৰমণ কৰিলে। কিন্তু অত্যুচ্চ গিৰিশৃঙ্গ, বৃহৎ শিল আৰু ফুলেৰে জকমকাই থকা বৃক্ষসমূহৰ দ্বাৰা আহত হৈয়ো কুম্ভকৰ্ণ অকণো নটলিল। তেওঁৰ গাত লাগি শিলবোৰ টুকুৰা-টুকুৰ হল আৰু ফুলাম গছবিলাক ছিন্ন-বিচ্ছিন্ন হৈ মাটিত পৰিবলৈ ধৰিলে। তেতিয়া প্ৰদীপ্ত অগ্নিয়ে বনভাগ ধ্বংস কৰাৰ নিচিনাকৈ বিপুলাকাৰ কুম্ভকৰ্ণই পৰম ক্ৰুদ্ধ হৈ মহাশক্তিশালী বান্দৰ সৈন্যবোৰক পিহি পেলাবলৈ ধৰিলে।

---

* ভয় খুৱাবলৈ নিৰ্ম্মাণকৰা এটা মূৰ্ত্তি বা কৌশল।

ফলত বহুত শ্ৰেষ্ঠ শ্ৰেষ্ঠ বান্দৰ ৰক্তাক্ত কলেবৰে মাটিত বাগৰি পৰিল আৰু নিহত হৈ তামবৰণীয়া ফুল থকা গছৰ দৰে মাটিত পৰি ৰ'ল। কুম্ভকৰ্ণৰ আক্ৰমণত বান্দৰবোৰ লফিয়াই লফিয়াই পলাবলৈ ধৰিলে, পিচৰ ফালে আৰু লক্ষ্য নাই, কিছুমানে সমুদ্ৰত জাপ দিলে কিছুমানে বা জাপ দি আকাশলৈকে উঠিল। বীৰ বান্দৰগণক ৰাক্ষসে এইদৰে হেলাৰঙে বধ কৰিবলৈ ধৰাত তেওঁলোকে যি বাটেদি আহি সাগৰ পাৰ হৈছিল, পুনঃ সেই বাটেদিয়ে উভতি পলাবলৈ ধৰিলে ; সকলোৰে মুখ শুকান আৰু বিবৰ্ণ, কিছুমানে মাটিৰ ওপৰেদি তলৰ ফাললৈ লৰ দিলে ; তাৰ ভিতৰত যিবোৰ ঋক্ষ তেওঁলোকৰ কিছুমানে গছত উঠিল আৰু কিছুমানে পৰ্ব্বতত আৰোহণ কৰিলে ; কিছুমানে যুজিবলৈ আকৌ নামি অহিল আৰু কিছুমানে ৰব নোৱাৰি মাটিত বাগৰি পৰিল আৰু কিছুমানে মৰাৰ নিচিনা হৈ শুই থাকিল।

১৮—২৭। বান্দৰবোৰ এইদৰে পলাবলৈ ধৰা দেখি অঙ্গদে কলে, "ৰবা তোমালোক উভতি আহা এতিয়া আমিয়ে যুদ্ধ কৰিম। যুদ্ধৰ পৰা পলাই গৈ এই পৃথিবী পৰিভ্ৰমণ কৰিও তোমালোকে ৰক্ষা নাপাবা, এতেকে সকলোৱে নিজ নিজ ঠাইলৈ উভতি আহা, এই জীৱন ৰক্ষা কৰি কি লাভ? হে কাপুৰুষগণ, তোমালোকে অস্ত্ৰ-শস্ত্ৰ এৰি এইদৰে পলাই গলে তোমালোকৰ পত্নীবৰ্গই তোমালোকক পৰিহাস কৰিব ; যিসকলে সগৌৰবে জীৱন ধাৰণ কৰি থাকিবলৈ বিচাৰে তেওঁলোকৰ পক্ষে সেই পৰিহাস মৃত্যুতকৈয়ো অধিক দুঃখদায়ক। তোমালোক সকলোৰে জন্ম মহৎকুলত, এতিয়া এই যুদ্ধক্ষেত্ৰত ভয়ত্ৰস্ত হৈ তোমালোকে ইতৰ বান্দৰৰ নিচিনাকৈ ক'লৈ পলাবলৈ বিচাৰিছা? যি সকলে নিজ বীৰ্য্য পৰিত্যাগ কৰি ভয়তে দৌৰি পলাবা তেওঁলোক নিশ্চয় অনাৰ্য্য। ডাঙৰ ডাঙৰ কথাকৈ জনসমাজত যি গৰ্ব্ব কৰিছিলা সেই সকলো মিছাত পৰিণত হৈ এতিয়া ক'লৈ গল? যিবোৰে ধিক্কাৰপূৰ্ণ জীৱন লৈ জীয়াই থাকে তেওঁলোক ভীৰু বুলি জনাজাত হয়, এতেকে বীৰপুৰুষে যি পথ অৱলম্বন কৰে তোমালোকেও তেনে পথ লোৱাঁ, ভয় এৰা। হয়, অল্পায়ু হৈ নিহত আৰু ধৰাশায়ী হম আৰু তাৰদ্বাৰা কাপুৰুষ যোদ্ধাৰ দুষ্প্ৰাপ্য ব্ৰহ্মলোক প্ৰাপ্ত হম, অথবা যুদ্ধত শত্ৰুক বধ কৰি অক্ষয় কীৰ্ত্তি লাভ কৰিম ; অথবা যদি নিহত হওঁ তেতিয়া বীৰলোকৰ স্থান লাভ কৰি সকলো ভোগ্য বস্তু লাভ কৰিম। বান্দৰগণ, তোমালোকে জানিবা যে পতঙ্গই প্ৰদীপ্ত অগ্নিত প্ৰৱেশ কৰি যিদৰে ওলাই আহিব নোৱাৰে, কাকুৎস্থ ৰামৰ লগত সাক্ষাৎ হলে এই কুম্ভকৰ্ণয়ো জীৱন লৈ তেনেদৰে উভতি যাব নোৱাৰিব। বীৰসমাজত আমাৰ সুনাম আছে, এতেকে এজনক পলোৱা দেখি যদি বহুতে ৰণভঙ্গ দিয়ে তেনেহলে জানিবা আমাৰ যশস্যা বিলুপ্ত হব।"

২৮—৩২। কণকাঙ্গদপৰিধানকাৰী বীৰ অঙ্গদে এইদৰে কৈ থাকোতে পলায়মান বান্দৰসমূহে বীৰজন বিগৰ্হিত বাক্যে কলে, "এই ৰাক্ষস কুম্ভকৰ্ণই আমাৰ ওপৰত ভীষণ উৎপাত লগাইছে, আমি তেওঁৰ সম্মুখত তিষ্ঠিব পৰা নাই; জীৱনৰ প্ৰতি আমাৰ মায়া আছে, এতেকে পলায়নেই শ্ৰেয়ঃ।" এইদৰে কৈ বান্দৰদলপতিসমূহে ভীমাক্ষ কুম্ভকৰ্ণক আগবাঢ়ি অহা দেখি দশোদিশে পলাবলৈ ধৰিলে। পলায়নমান অৱস্থাত অঙ্গদে বান্দৰবোৰক পুনঃ সান্ত্বনাপূৰ্ণবাক্যৰ দ্বাৰা ফিৰাই আনিলে। তেতিয়া সকলোৱে হৰ্ষান্বিত হৈ অঙ্গদৰ আদেশলৈ অপেক্ষা কৰি তাতে ৰৈ থাকিল।

**ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত ষট্‌ষষ্ঠিতম সৰ্গ সমাপ্ত**

# সপ্তষষ্ঠিতম সৰ্গ

## কুম্ভকৰ্ণ বধ

১—৮। মহাকায় বান্দৰবোৰে অঙ্গদৰ কথা শুনি মন স্থিৰ কৰিলে আৰু যুদ্ধৰ কাৰণে উৎসুক হৈ উভতি আহিল। বলবান অঙ্গদৰ কথাত তেওঁলোকৰ মনলৈ বল আৰু বীৰ্য্য ঘূৰি আহিল আৰু সকলোৱে নিজ পৰাক্ৰমৰ ওপৰত ভৰ দি যুদ্ধলৈ সাজু হল। হয় মৰণেই হব—তাকে ঠিক কৰি সকলো হৰ্ষান্বিত হল আৰু জীৱন ত্যাগ কৰিও তুমুল যুদ্ধ আৰম্ভ কৰিলে। মহাকায় সকলোবোৰ বান্দৰে বৃহৎ বৃহৎ বৃক্ষ আৰু প্ৰকাণ্ড গিৰিশৃঙ্গবোৰ লৈ কুম্ভকৰ্ণলৈ খেদা দিলে। তেতিয়া কুম্ভকৰ্ণই ভীষণ ক্ৰুদ্ধ হৈ গদাপাট তুলি ললে আৰু তাৰে আক্ৰমণ কৰি শত্ৰুদলক চাৰিওফালে বিক্ষিপ্ত কৰিলে। ফলত সাত, আঠ, শ, আনকি হাজাৰ বান্দৰো কুম্ভককৰ্ণৰ তাড়নাত ছেদেলি-ভেদেলি হৈ গল, আৰু গৰুড়ে সাপ গিলি খোৱাৰ নিচিনাকৈ একোবাৰতে সাত, আঠ, যোল বা বিশটাকৈ বান্দৰ হাতেৰে ধৰি মুখত ভৰাই খাই খাই আগ বাঢ়ি যাবলৈ ধৰিলে। তাৰ ভিতৰতো আশ্বস্ত হৈ বান্দৰবোৰে পৰ্ব্বত আৰু গছবোৰ হাতত লৈ ইফালে সিফালে ঘূৰি থাকি যুদ্ধক্ষেত্ৰতে ৰৈ থাকিল।

৯—২১। তাৰ পিচত কপিপ্ৰৱৰ দ্বিবিদে পৰ্ব্বত এখন উভালি লৈ নিচেই ওললৈ

ওলমি পৰা মেঘ এচপৰাৰ দৰে গিৰিশৃঙ্গসদৃশ কুম্ভকৰ্ণলৈ খেদা ললে। পৰ্ব্বত কুম্ভকৰ্ণৰ গালৈ নিক্ষেপ কৰাত ই ৰাক্ষসৰ ওপৰত নপৰি তেওঁৰ সৈন্যসমূহৰ ওপৰত পৰিল ; তাৰ আঘাতত হাতী, ঘোঁৰা, ৰথ আৰু আন আন বহুত ৰাক্ষস তাতেই বিধ্বস্ত হল। তেতিয়া দ্বিবিদে আন এটা গিৰিশৃঙ্গ নিক্ষেপ কৰাত ঘোঁৰা আৰু সাৰথিৰে সৈতে ৰাক্ষসৰ বহুত ৰথ চূৰ্ণীকৃত হল আৰু যুদ্ধস্থল ৰাক্ষসৰ ৰক্তে ৰঞ্জিত হল। তেতিয়া ৰথাৰোহী ৰাক্ষসবোৰে ভীষণ গৰ্জ্জন কৰি কালান্তক শৰসমূহৰ দ্বাৰা চিঞৰ-বাখৰ কৰি থকা বান্দৰবোৰৰ মূৰত আঘাত কৰিবলৈ ধৰিলে। আনপক্ষে মহাবলশালী বান্দৰবোৰেও বৃহৎ বৃহৎ গছবোৰ উভালি আনি ৰাক্ষসবোৰৰ ৰথ, অশ্ব, গজ আৰু উটবোৰ আৰু ৰাক্ষসবিলাকক বধ কৰিবলৈ ধৰিলে। ইতিমধ্যে হনুমানে আকাশক আশ্ৰয় কৰি থাকি তাৰপৰা গিৰিশৃঙ্গ, বৃহৎ শিল আৰু গছবোৰ কুম্ভকৰ্ণৰ ওপৰত নিক্ষেপ কৰিবলৈ ধৰিলে। মহাবল কুম্ভকৰ্ণই গিৰিশৃঙ্গ আৰু বৃক্ষ বৃষ্টি শূলপাটৰ দ্বাৰায়ে ভাঙি চূৰমাৰ কৰিলে। তাৰ পিচত তেওঁ সেই তীক্ষ্ণ শূল হাতত লৈ প্ৰচণ্ড বান্দৰ সৈন্যবাহিনীৰ পিনে খেদি গ'ল আৰু হনুমানে পৰ্ব্বতৰ শৃঙ্গ এটা হাতত লৈ তেওঁৰ আগত থিয় দি থাকি তাৰে ভীমাকায় কুম্ভকৰ্ণক আক্ৰমণ কৰিলে। শৃঙ্গৰ আঘাতত কুম্ভকৰ্ণৰ শৰীৰ ৰক্ত আৰু মেদে তিতি যোৱাত কুম্ভকৰ্ণ ভীষণ ক্ৰুদ্ধ হল। পৰ্ব্বতে প্ৰদীপ্ত অগ্নিশিখাযুক্ত শৃঙ্গ ধাৰণ কৰাৰ নিচিনাকৈ বিদ্যুৎপ্ৰভাযুক্ত শূলপাট হাতত লৈ দেৱসেনাপতি কাৰ্ত্তিকেয়ই ক্ৰৌঞ্চ পৰ্ব্বতক লক্ষ্য কৰি উগ্ৰশক্তি অস্ত্ৰ নিক্ষেপ কৰাৰ নিচিনাকৈ সেই শূল কুম্ভকৰ্ণই হনুমানৰ দুই বাহুৰ মাজ-ভাগলৈ লক্ষ্য কৰি নিক্ষেপ কৰিলে। শূলৰ আঘাতত হনুমানে তেজ বতিয়াবলৈ ধৰিলে আৰু সেই বেথাতে যুগান্তকালৰ মেঘৰ গাজনিৰ নিচিনা শব্দ কৰি তেওঁ চীৎকাৰ কৰি উঠিল। হনুমানক এইদৰে ব্যথিত হোৱা দেখি ৰাক্ষসবোৰে মনৰ উল্লাসতে হৰ্ষধ্বনি কৰিবলৈ ধৰিলে আৰু আনপিনে বান্দৰবোৰে ভয়তে আতুৰ হৈ কুম্ভকৰ্ণৰ ওচৰৰপৰা পলাবলৈ ধৰিলে।

২২—৩৯। ঠিক এনে সময়তে মহাবলশালী নীলে সৈন্যবোৰক যথাস্থানত সংস্থাপিত কৰি এটা পৰ্ব্বত শৃঙ্গ কুম্ভকৰ্ণৰ গালৈ নিক্ষেপ কৰিলে। শৃঙ্গটো তেওঁৰ ওপৰত পৰিবলৈ ধৰা দেখি কুম্ভকৰ্ণই হাতৰ মুঠিৰে তাত আঘাত কৰিলে আৰু সেই আঘা-ততে শৃঙ্গ ভাগি চূৰমাৰ হৈ অগ্নিস্ফুলিঙ্গবৎ জ্বলি উঠি টুকুৰা-টুকুৰ হৈ মাটিত পৰিল। তেতিয়া ঋষভ, শৰভ, নীল, গবাক্ষ আৰু গন্ধমাদন এই পাঁচজন শ্ৰেষ্ঠ বান্দৰে কুম্ভকৰ্ণৰ গুৰিলৈ খেদি গল আৰু শিল, গছ, হাত, ভৰি আৰু ভুকুৰে পাঁচোজন মহাবীৰে মহাকায় কুম্ভকৰ্ণক আক্ৰমণ কৰিলে। তেওঁলোকৰ প্ৰহাৰত

কুম্ভকর্ণ সমুলি ব্যথিত নহল, বৰং শৰীৰত কোনোবাই হাত বুলাই দিয়া যেনহে অনুভৱ কৰিলে। তেতিয়া কুম্ভকর্ণই হাত দুখনেৰে মহাবেগশালী ঋষভক আঁকোৱালি ধৰি আক্রমণ কৰাত, বীৰ ঋষভ তেজ বতিয়াই মাটিত বাগৰি পৰিল। তাৰ পিচত শৰভক মুষ্টিপ্রহাৰৰ দ্বাৰা, নীলক আঠু দুটাৰে আৰু গৱাক্ষক হাতৰ চাপৰেৰে আঘাত কৰাত সকলোটিয়ে তেজেৰে ৰাঙলী হৈ কাটি দিয়া কিংশুক বৃক্ষৰ নিচিনাকৈ মাটিত ঢলি পৰিল। মুখ্য মুখ্য বান্দৰগণ এইদৰে নিপাতিত হোৱা দেখি হাজাৰে হাজাৰে আন আন বান্দৰ কুম্ভকর্ণৰ গুৰিলৈ খেদি গল আৰু পৰ্ব্বতাকাৰ বান্দৰবিলাক পৰ্ব্বতাকৃতি সেই ৰাক্ষসৰ ওপৰত জঁপিয়াই পৰি দাঁতেৰে তেওঁক কামুৰিবলৈ ধৰিলে আৰু সকলোৱে নখ, দাঁত, হাতৰ মুঠি আৰু কোনোৱে বা অকল হাতেৰেই তেওঁক আঘাত কৰিবলৈ ধৰিলে। হাজাৰ হাজাৰ বান্দৰে তেওঁৰ শৰীৰ ব্যাপি পৰাত ৰাক্ষস-প্রবৰ কুম্ভকর্ণ, বৃক্ষৰাজিৰে সুশোভিত পৰ্ব্বতসদৃশ শোভামান হল। তেতিয়া গৰুড়ে সাপ ভক্ষণ কৰাৰ নিচিনাকৈ মহাবলবান কুম্ভকর্ণই দুই হাতেৰে ধৰি বান্দৰবোৰক ভক্ষণ কৰিবলৈ ধৰিলে। কুম্ভকর্ণই পাতালসদৃশ তেওঁৰ মুখত পেলাই দিয়াৰ লগে লগে বান্দৰবোৰে তেওঁৰ নাক আৰু কাণৰ ফুটাইদি ওলাই আহিবলৈ ধৰিলে। এইদৰে পৰ্ব্বতসদৃশ মহাকায় কুম্ভকর্ণই ভীষণ ক্রুদ্ধ হৈ বান্দৰবোৰক ছিন্ন-বিচ্ছিন্ন কৰিবলৈ ধৰিলে। ৰণভূমি তেজ আৰু মঙহে ভৰি পৰিল আৰু তাৰ মাজত কালাগ্নিসম ৰূপ ধাৰণ কৰি কুম্ভকর্ণই বান্দৰসৈন্যৰ মাজত বিচৰণ কৰিবলৈ ধৰিলে। বজ্র হাতত লৈ ইন্দ্রই অথবা পাশ হাতত লৈ যমে যেনে শোভা ধাৰণ কৰে সেই সময়ত শূল হাতত লৈ কুম্ভকর্ণয়ো তদনুৰূপ শোভা ধাৰণ কৰিলে। জহকালি অগ্নিয়ে শুকান বন যিদৰে বিদগ্ধ কৰে মহাবল-শালী কুম্ভকর্ণয়ো সেইদৰে বান্দৰসৈন্য বিদগ্ধ কৰিবলৈ ধৰিলে।

৪০—৪৯। তেতিয়া বান্দৰসৈন্যবোৰে দলপতিহীন হৈ এইদৰে মৰিবলৈ ধৰা দেখি ভয়তে অস্থিৰ হৈ বিকটস্বৰে চীৎকাৰ কৰিবলৈ ধৰিলে আৰু পৰম পীড়িত আৰু নিৰুৎসাহ হৈ ৰাঘৱ ৰামৰ শৰণ ললে। বান্দৰবোৰে এইদৰে ৰণভঙ্গ দিয়া দেখি বালীপুত্র অঙ্গদ দ্রুতপদে কুম্ভকর্ণৰ ওচৰলৈ খেদি গল। তেওঁ ভীষণ পৰ্ব্বতশৃঙ্গ এটা হাতত লৈ ভীষণৰৱে বাৰে বাৰে চীৎকাৰ কৰিবলৈ ধৰিলে আৰু তাকে শুনি কুম্ভকর্ণৰ অনুগামী ৰাক্ষসবোৰ সন্ত্রস্ত হৈ উঠিল। তেওঁ কুম্ভকর্ণৰ মূৰৰ ওপৰত সেই শৃঙ্গটো নিক্ষেপ কৰিলে। শৃঙ্গৰ আঘাত পাই কুম্ভকর্ণ খঙত জ্বলি উঠিল আৰু বালীপুত্র অঙ্গদৰ ওচৰলৈ জোৰেৰে খেদি গল, আৰু বান্দৰবোৰৰ মনত আতঙ্ক জন্মাই ভীষণ চীৎ-কাৰে সৈতে ক্রোধভৰে অঙ্গদৰ গালৈ শূলপাট নিক্ষেপ কৰিলে। কপিপ্রবৰ যুদ্ধ-বিশাৰদ অঙ্গদে শূলপাট অহা দেখি আকৃতিত্ত তেনেই লক্ষ হল আৰু শূলৰ পৰা

নিজক ৰক্ষা কৰিলে আৰু লগে লগে ওপৰলৈ জঁাপ দি হাতৰ তলুৱাইদি ৰাক্ষসৰ বুকুত জোৰেৰে চাপৰ বহুৱালে। আঘাত পাই পৰ্ব্বতসদৃশ কুম্ভকৰ্ণ সংজ্ঞাহীন হল। তাৰ পিচত সংজ্ঞা লাভ কৰি মহাবলী ৰাক্ষসে উপহাস কৰি অঙ্গদৰ গাত মুষ্টিপ্ৰহাৰ কৰাত তেওঁ বিতত হৈ মাটিত পৰিল।

৫০—৫৮। কপিপ্ৰবৰ অঙ্গদ বিতত হৈ মাটিত পৰি যোৱাত কুম্ভকৰ্ণই শূলপাট লৈ সুগ্ৰীৱৰ ফালে খেদি গল। মহাবলশালী কুম্ভকৰ্ণই এইদৰে খেদি অহা দেখি, বান্দৰৰাজ সুগ্ৰীৱে লাফ দি তৎক্ষণাৎ আকাশলৈ উঠিল আৰু এটা পৰ্ব্বতৰ আগভাগ উভালি লৈ তাৰে কুম্ভকৰ্ণক আঘাত কৰি লৰা-লৰিকৈ তেওঁৰ সম্মুখলৈ খেদি গল। কপিপ্ৰবৰ বান্দৰৰাজে এইদৰে খেদি অহা দেখি কুম্ভকৰ্ণই তেওঁৰ সৰ্ব্ব শৰীৰ উন্মুক্ত কৰি তেওঁৰ সম্মুখত থিয় দিলে। মহা মহা বান্দৰবোৰক ভক্ষণ কৰি তেজে অবলিপ্ত কুম্ভকৰ্ণক এইদৰে থিয় দি থকা দেখি সুগ্ৰীৱে কলে, "কুম্ভকৰ্ণ, বহুত বীৰ নিপাতিত কৰি তুমি দুষ্কৰ এটা কাম সাধিলা। সঁচা, আৰু বান্দৰসৈন্যকো ভক্ষণ কৰি পৰম যশস্যা লাভ কৰিলা, কিন্তু এইবোৰ সাধাৰণ বান্দৰসৈন্য, এই-বোৰক এৰাঁ, সিহঁতক বধ কৰি তোমাৰ কি লাভ? হে ৰাক্ষস, এই পৰ্ব্বত মই নিক্ষেপ কৰিলোঁ, পাৰা যদি তুমি তাক সহ্য কৰা।" কপিপ্ৰবৰৰ বল, বীৰ্য্য আৰু ধৈৰ্য্য সমন্বিত এই বাক্য শুনি ৰাক্ষসশ্ৰেষ্ঠ কুম্ভকৰ্ণই কলে, "হে বান্দৰ, তুমি ঋক্ষ-ৰাজপুত্ৰ আৰু প্ৰজাপতিৰ নাতি, তুমি ধৈৰ্য্য আৰু পৌৰুষসম্পন্ন, এই কাৰণতে তুমি এইদৰে গৰ্জ্জন কৰিব পাৰিছা।"

৫৯—৬৫। কুম্ভকৰ্ণৰ কথা শুনি বান্দৰৰাজ সুগ্ৰীৱে পৰ্ব্বতখন তুলি লৈ বজ্ৰতুল্য প্ৰকোপে কুম্ভকৰ্ণৰ বুকুলৈ মাৰি পঠালে। কিন্তু কুম্ভকৰ্ণৰ বিশাল বুকুত পৰি পৰ্ব্বতশৃঙ্গ খণ্ড-বিখণ্ড হল আৰু তাকে দেখি বান্দৰবোৰ বিষন্ন হল, আনপক্ষে ৰাক্ষসবোৰে মনৰ আনন্দতে হৰ্ষধ্বনি কৰিবলৈ ধৰিলে। শৃঙ্গৰ আঘাত পাই কুম্ভকৰ্ণ ভীষণ ক্ৰুদ্ধ হল, খঙতে মুখ মেলি ভীষণ চীৎকাৰ কৰিলে আৰু বান্দৰাধিপতিক বধ কৰাৰ উদ্দেশ্যে বিদ্যুৎপ্ৰকাশ শূলপাট তেওঁৰ গালৈ মাৰি পঠালে। কুম্ভকৰ্ণই সোণৰ নাল লগোৱা সুতীক্ষ্ণ শূলপাট হাতেৰে তুলি লোৱাৰ লগে লগে বায়ু-পুত্ৰ হনুমানে লাফ দি উঠি হাতদুখনেৰে তাক ভাঙি দিলে। হাজাৰ ভাৰ* ক'লা লোৰে নিৰ্ম্মিত শূলপাট হনুমানে আঠুৰ হেঁচাত ভাঙি পৰম আনন্দিত হল আৰু বান্দৰ-সৈন্যবাহিনীয়ে তাকে দেখি পৰম হৰ্ষান্বিত হৈ ইফালে সিফালে দৌৰা-দৌৰি কৰিবলৈ

*এক ভাৰত পাঁচ মোন, এতেকে পাঁচ হাজাৰ মোন

ধৰিলে। আনপিনে ৰাক্ষসবোৰ ভয়ত্ৰস্ত হোৱাত সিহঁতৰ মুখ মলিন হ'ল। তেতিয়া বনবিহাৰী বান্দৰবোৰে সিংহনাদ কৰি শূলৰ অৱস্থা দেখি মাৰুতনন্দনক পূজা কৰিবলৈ ধৰিলে।

৬৬—৭১। ৰক্ষাধিপতি মহাবলবান কুম্ভকৰ্ণ শূলপাট ভাগি পৰা দেখি ভীষণ ক্ৰুদ্ধ হ'ল আৰু লঙ্কাত থকা মলয়পৰ্ব্বতৰ শৃঙ্গ এটা ছিঙি আনি তাৰে সৈতে সুগ্ৰীৱৰ ওচৰ চাপি তেওঁৰ গালৈ নিক্ষেপ কৰিলে। শৃঙ্গৰ আঘাতত বান্দৰৰাজ সংজ্ঞাহীন হৈ মাটিত পৰিল আৰু তাকে দেখি ৰাক্ষসবোৰ পৰম হৰ্ষান্বিত হ'ল। অদ্ভুত পৰাক্ৰমশীল সুগ্ৰীৱ এইদৰে পৰি যোৱাত প্ৰচণ্ড বতাহে মেঘ উৰুৱাই নিয়াৰ নিচিনাকৈ কুম্ভকৰ্ণয়ো সুগ্ৰীৱক লৈ তাৰপৰা আঁতৰ হ'ল। মহামেঘসদৃশ সুগ্ৰীৱক এইদৰে লৈ যাবলৈ ধৰাত কুম্ভকৰ্ণই যুদ্ধক্ষেত্ৰৰ ভিতৰতে অত্যন্ত উন্নত শিখৰবিশিষ্ট মেৰুপৰ্ব্বতসদৃশ শোভা ধাৰণ কৰিলে। সুগ্ৰীৱৰ এনে অৱস্থা দেখি স্বৰ্গৰ দেৱতাসকলে আচৰিত হৈ দুখতে বিলাপ কৰিবলৈ ধৰিলে; ইতিমধ্যে ৰাক্ষসপ্ৰবৰ কুম্ভকৰ্ণই তেওঁলোকৰ এই বিলাপ শুনি শুনি আন আন ৰাক্ষসবোৰৰ প্ৰশংসাভাজন হৈ সুগ্ৰীৱক লঙ্কালৈ লৈ গ'ল। তেওঁক লৈ যোৱাৰ সময়ত কুম্ভকৰ্ণৰ ভাব হ'ল, "এই বান্দৰৰাজ নিহত হ'লে ৰাঘৱ আন আন সৈন্যসমন্বিতে সকলো নিহত হোৱাৰ সমান হ'ব।"

৭২—৮১। সুগ্ৰীৱক এইদৰে লৈ যোৱা আৰু বান্দৰবোৰক ছেদেলি-ভেদেলি হৈ ইফালে সিফালে দৌৰি পলোৱা দেখি বুদ্ধিমান মাৰুতনন্দন হনুমানে ভাবিবলৈ ধৰিলে, "এনেদৰে সুগ্ৰীৱক লৈ যোৱাত মই কি কৰা উচিত; বাৰু যিহওক, যিটোকে উচিত বুলি বোধ হয়, মই নিশ্চয় তাকেই কৰিম। শৰীৰটো পৰ্ব্বতৰ সমান কৰি লৈ এই ৰাক্ষসক বধ কৰিব পাৰোঁ, তেতিয়া হ'লে মুষ্টিৰ প্ৰহাৰত ক্ষত-বিক্ষত হৈ কুম্ভকৰ্ণ নিহত হোৱাৰ লগে লগে, বান্দৰৰাজ সুগ্ৰীৱৰ মুক্তি হ'ব আৰু সকলো বান্দৰ পৰম হৰ্ষান্বিত হ'ব। অথবা এই বান্দৰৰাজ সুগ্ৰীৱে নিজেওতো মুক্তি লাভ কৰিব, অসুৰ, উৰগ আৰু দেৱতাবৰ্গই ধৰি নিলেও মুক্ত হৈ অহাৰ শক্তি তেওঁৰ আছে, এটা ৰাক্ষসাধমৰপৰা মুক্তি লাভ কৰি অহাৰতো কোনো কথাই নাই। পৰ্ব্বতশৃঙ্গৰ প্ৰহাৰত তেওঁ এতিয়াও সংজ্ঞাহীন অৱস্থাত আৰু সেই কাৰণতে তেওঁ নিজৰ অৱস্থা বুজিব পৰা নাই। অলপ সময়ৰ ভিতৰতে তেওঁৰ জ্ঞান আহিব আৰু তেতিয়া তেওঁ তেওঁৰ নিজৰ আৰু বান্দৰবোৰৰ কাৰণে যিটো কৰা উচিত তাকে কৰিব। মহাত্মা সুগ্ৰীৱক মই মুক্ত কৰিলে, তেওঁ তাক ভাল নাপাব, কিয়নো তাৰ দ্বাৰা চিৰকাললৈ তেওঁৰ কীৰ্ত্তি লোপ পাব, এতেকে মই অলপ সময় অপেক্ষা কৰোঁ। সংজ্ঞা লাভ কৰাৰ পিচত তেওঁ কেনে ধৰণৰ বিক্ৰম প্ৰকাশ কৰে চাই লওঁ। ইতিমধ্যে ছিন্ন-ভিন্ন

হৈ যোৱা বান্দৰবোৰক মই আশ্বস্ত কৰোঁ।" এইদৰে চিন্তা কৰি মাৰুতাত্মজ হনুমানে বান্দৰবোৰৰ বৃহৎ সৈন্যবাহিনীক পুনঃ সংস্থাপিত কৰিলে।

৮২—৯৯। কুম্ভকৰ্ণই উশাহ-নিশাহ লৈ থকা অৱস্থাতে কপিপ্ৰবৰ সুগ্ৰীৱক লৈ লঙ্কাত প্ৰৱেশ কৰাত তাৰ অট্টালিকাসমূহ, ৰাজপথ আৰু সু-উচ্চ দ্বাৰদেশস্থিত সকলোৱে তেওঁৰ ওপৰত পুষ্পবৰ্ষণ কৰি তেওঁক অভিনন্দন জনালে। পৱিত্ৰ বস্তুসমূহ মিশ্ৰিত উত্তম জলৰ সিঞ্চন, আৰু ৰাজপথৰ শীতল বতাহৰ স্পৰ্শ পাই মহাবল সুগ্ৰীৱৰ সংজ্ঞা আহিল। তেতিয়া মহাত্মা সুগ্ৰীৱে মহাবলবান কুম্ভকৰ্ণৰ দুই বাহুৰ মাজতে থাকি, চাৰিওফালে ৰাজপথসমূহ তেওঁৰ চকুত পৰাত, অলপ সময় চিন্তা কৰিবলৈ ধৰিলে, "মোক এইদৰে ধৰি অনাৰ পিচত এতিয়া মই ইয়াৰ প্ৰতিকাৰ কৰোঁ কেনেকৈ? বাৰু মই মোৰ কাম এনে ধৰণে কৰোঁ যাতে তাৰ দ্বাৰা বান্দৰবোৰৰ হিত আৰু ইষ্টকাম সাধন কৰা হয়।" এইদৰে চিন্তা কৰি তীক্ষ্ণ নখৰ দ্বাৰা কুম্ভ-কৰ্ণৰ কাণ, আৰু দাঁতৰ দ্বাৰা তেওঁৰ নাকটো ছেদন কৰিলে আৰু ভৰি দুখনেৰে তেওঁৰ শৰীৰৰ দুয়োটা ফাল ফালি দিলে। নখ আৰু দাঁতেৰে কাণ আৰু নাক ছেদন কৰি দিয়াৰ পিচত শৰীৰৰ দুয়োটা ফাল ফালি দিয়াত কুম্ভকৰ্ণৰ সমগ্ৰ শৰীৰৰ পৰা তেজৰ ধাৰ ববলৈ ধৰিলে। তাকে দেখি কুম্ভকৰ্ণ ভীষণ ক্ৰুদ্ধ হল আৰু সুগ্ৰীৱক তুলি লৈ মাটিত পিহিবলৈ ধৰিলে। পিহিবলৈ ধৰা অৱস্থাত ৰাক্ষসবোৰে তেওঁৰ ওপৰত প্ৰহাৰ কৰি থকা সত্বেও সুগ্ৰীৱে কন্দুক (ধোপ) এটাৰ নিচিনাকৈ তৎক্ষণাৎ ওপৰলৈ লাফ দি একে লাফে ৰামৰ ওচৰি পালেগৈ। কুম্ভকৰ্ণই কৰ্ণনাসিকাহীনাৱস্থাত তেজেৰে ৰাঙলী হৈ নিজৰা বৈ থকা পৰ্ব্বতসদৃশ ৰূপ ধাৰণ কৰিলে। ৰক্তাক্ত-কলেবৰ ৰাৱণানুজ কুম্ভকৰ্ণই তেওঁৰ বিৰাট শৰীৰ লৈ খণ্ডতে তেজ বতিয়াই আৰু ভীষণ ৰূপ ধাৰণ কৰিলে। তেওঁৰ বৰণ ঘনকৃষ্ণাভ আৰু তেজেৰে ৰাঙলী হৈ সন্ধ্যা কালৰ মেঘখণ্ডৰ নিচিনা ৰূপ হোৱাত পুনঃ যুদ্ধাভিমুখী হবলৈ তেওঁ মন কৰিলে। সুগ্ৰীৱে তেওঁক এৰাই যোৱাৰ পিচতে ক্ৰোধপূৰ্ণভাবে তেওঁ ৰণক্ষেত্ৰলৈ লৰ দিলে আৰু নিজক অস্ত্ৰহীন দেখি ভয়ঙ্কৰ গদাপাট হাতত ললে। নগৰৰপৰা ওলায়েই উগ্ৰমূৰ্ত্তিধাৰী বান্দৰসৈন্যৰ মাজত সোমাই প্ৰলয়কালৰ অগ্নিয়ে প্ৰজাসমূহক যিদৰে বিধ্বস্ত কৰে তেনেঁ বান্দৰবোৰক তেনেদৰে ভক্ষণ কৰিবলৈ ধৰিলে। ৰক্ত আৰু মাংসলোলুপ কুম্ভকৰ্ণই বান্দৰসৈন্যৰ ভিতৰত বান্দৰকতো খালেই, কব নোৱাৰাত বহুত ৰাক্ষস আৰু পিশাচো তেওঁৰ উদৰস্থ হল। যুগান্তকালত মৃত্যুৱে যিদৰে প্ৰাণীৰ বিনাশ কৰে সেই ৰাক্ষসেও প্ৰধান প্ৰধান বান্দৰবোৰক সেইদৰে ভক্ষণ কৰিবলৈ ধৰিলে। একো একো বাৰতে এটা, দুটা, তিনিটা অথবা বহুত বান্দৰ এহাতেৰে

ধৰি তেওঁৰ মুখগহ্বৰত পেলাই দিলে। বান্দৰবোৰে পৰ্ব্বতশৃঙ্গেৰে প্ৰহাৰ কৰি থকা সত্ত্বেও তেওঁ ভক্ষণৰপৰা বিৰত নহৈ তেজ আৰু মেদৰ স্ৰাব বোৱাবলৈ ধৰিলে। তেতিয়া এইদৰে ভক্ষিত হব ধৰা দেখি বান্দৰবোৰে তেওঁলোকৰ শৰণৰ স্থল ৰামৰ ওচৰ চাপিল। ইফালে বান্দৰবোৰক ভক্ষণ কৰি কৰি কুম্ভকৰ্ণই দৌৰি ফুৰিবলৈ ধৰিছে। সি একেবাৰতে সাত, আঠ, বিশ, বা ত্ৰিশ আৰু কেতিয়াবা শই শই বান্দৰ দুই হাতেৰে ধৰে আৰু খায়। তাৰ সৰ্ব্ব শৰীৰ তেজ, মঙহ আৰু তেলে পৰিলিপ্ত, কাণত নাড়ী-ভুৰিৰ মালা, দাঁত সুতীক্ষ্ণ, যুগান্তকালৰ প্ৰবৃদ্ধকালসদৃশ ৰূপ ধাৰণ কৰি সি শূলবৃষ্টি কৰিবলৈ ধৰিছে।"

১০০—১১১। ঠিক এনে সময়তে শত্ৰুবলবিমৰ্দ্দক, পৰপুৰঞ্জয় সুমিত্ৰানন্দন লক্ষ্মণে ওলাই অহি কুম্ভকৰ্ণৰ লগত ভীষণ যুদ্ধ আৰম্ভ কৰিলে। কুম্ভকৰ্ণৰ গালৈ সাতপাট শৰ নিক্ষেপ কৰাৰ পিচত, তালৈ আন আন শৰবৃষ্টি কৰিবলৈ ধৰিলে। শৰৰ জালত কুম্ভকৰ্ণ পীড়িত হৈ আন অস্ত্ৰৰ সহায়ত সেইবোৰ ধ্বংস কৰি দিয়াত বলশালী বীৰ লক্ষ্মণ কুপিত হল। তেতিয়া প্ৰচণ্ড বতাহে সন্ধ্যাকালত মেঘখণ্ডে আকাশ ঢাকি পেলোৱাৰ নিচিনাকৈ লক্ষ্মণেও শৰজালৰ দ্বাৰা ৰাক্ষসৰ সুবৰ্ণময় উৎকৃষ্ট কবচ ঢাকি পেলালে। ঘনকৃষ্ণাভ শৰীৰ যুক্ত কুম্ভকৰ্ণ লক্ষ্মণৰ সুবৰ্ণময় শৰজালৰ দ্বাৰা প্ৰপীড়িত হোৱাত মেঘাবৃত ৰশ্মিজাল সমন্বিত সূৰ্য্যসদৃশ শোভা ধাৰণ কৰিলে। তাৰ পিচত ভীমাকৃতি ৰাক্ষসে মেঘগৰ্জ্জনবৎ স্বৰে লক্ষ্মণৰ প্ৰতি অবজ্ঞা দেখুৱাইহে যেন কবলৈ ধৰিলে, "লক্ষ্মণ, যুদ্ধত যমকো পৰাভূত কৰি মই জয় লাভ কৰিছোঁ, এনেস্থলত ভয়-শূন্য হৈ তুমি যে মোৰ লগত যুদ্ধ কৰিবলৈ আগবাঢ়িছা তাৰেই তুমি জগতত বীৰত্ব স্থাপন কৰিলা। অস্ত্ৰধাৰণ কৰি এই যুদ্ধক্ষেত্ৰত যমসদৃশ থিয় দি থকা সত্ত্বেও তুমি যে মোৰ সম্মুখত টিকি থাকিব পাৰিছা এয়েই তোমাৰ পক্ষে গৌৰৱৰ কথা, যুদ্ধ কৰিলেতো কথাই নাই। ঐৰাৱতত আৰোহণ কৰি দেৱতাসকলৰ দ্বাৰা পৰিবৃত হৈ স্বয়ং ইন্দ্ৰয়ো কোনোদিনে মোৰ সম্মুখত টিকি থাকিব পৰা নাই। কিন্তু হে সুমিত্ৰানন্দন, তুমি বালক হলেও, তোমাৰ পৰাক্ৰমত মই তুষ্ট হৈছোঁ, কিন্তু মই ৰাঘব ৰামৰহে সম্মুখীন হবলৈ ইচ্ছা কৰিছোঁ, তেওঁৰ ওচৰলৈ মোক যাবলৈ দিয়া। ৰণক্ষেত্ৰত তোমাৰ বল, বীৰ্য্য আৰু উৎসাহ দেখি মই সন্তুষ্ট হৈছো, কিন্তু অকল ৰামক বধ কৰাটোহে মোৰ ইচ্ছা, কিয়নো তেওঁ হত হলে সকলো নিহত হোৱাৰ সমান হব। ৰাম নিহত হোৱাৰ পিচত ৰণক্ষেত্ৰত যিবোৰ উপস্থিত থাকিব সেইবোৰক মই মোৰ সৰ্ব্বসংহাৰকাৰী নিজবলে যুদ্ধত পিহি পেলাব পাৰিম।"

১১২—১২৫। ৰাক্ষসে তেওঁক প্ৰশংসা কৰি কোৱা কথাখিনি শুনি যুদ্ধস্থলতে

ঘোৰতৰ বাক্যে উপহাস কৰি লক্ষ্মণে তেওঁক কলে, "কুম্ভকৰ্ণ, তুমি পুৰুষত্ব লাভ কৰি ইন্দ্ৰাদি দেবতাসকলবো যে অপৰাজেয় হৈছা, সেইটো সত্য, তোমাৰ পৰাক্ৰম দেখিয়ে মই বুজিছো কথাটো ঠিক, তাৰ অন্যথা নাই। কিন্তু যিজনক তুমি বিচাৰিছা দশৰথনন্দন শ্ৰীৰামচন্দ্ৰ সেইজন, পৰ্ব্বতসদৃশ অচল হৈ তাত থিয় দি আছে।" এই কথা শুনামাত্ৰকে মহাবলশালী কুম্ভকৰ্ণই লক্ষ্মণৰ প্ৰতি অৱজ্ঞা দেখুৱাই, তেওঁক এৰি পৃথিবী কঁপাই ৰাম যত আছিল তালৈ খেদা ললে। তেতিয়া দশৰথসুত ৰামচন্দ্ৰই ৰৌদ্ৰ অস্ত্ৰ সংযোগ কৰি তীক্ষ্ণ তীক্ষ্ণ বাণসমূহ কুম্ভকৰ্ণৰ বুকুলৈ নিক্ষেপ কৰিবলৈ ধৰিলে। হঠাতে ৰামৰ শৰৰ দ্বাৰা এইদৰে বিদ্ধ হোৱাত ধাবমান ক্ৰুদ্ধ কুম্ভকৰ্ণৰ মুখেদি এঙ্কাৰ মিশ্ৰিত অগ্নিশিখা ওলাবলৈ ধৰিলে। ৰামৰ শৰৰ আঘাতত ৰাক্ষসপ্ৰবৰ কুম্ভকৰ্ণই ঘোৰ চীৎকাৰ কৰিবলৈ ধৰিলে আৰু খঙতে জ্বলি উঠি বান্দৰবোৰক ভঙ্গ দিয়াই ৰামৰ ওচৰলৈ খেদি গল। ৰামৰ ময়ূৰপঙ্খী শৰ ৰাক্ষসৰ বুকুত প্ৰবেশ কৰাত, তেওঁৰ হাতৰপৰা গদাপাট সুলকি পৰিল আৰু আন আন যিবোৰ অস্ত্ৰ আছিল সকলো ছেদেলি-ভেদেলি হৈ গল। তাৰ পিচত কুম্ভকৰ্ণই যেতিয়া দেখিলে যে কোনো অস্ত্ৰ তেওঁৰ হাতত নাই তেতিয়া তেওঁ হাত আৰু মুষ্টিৰ প্ৰহাৰতে বান্দৰবোৰক ধ্বংস কৰিবলৈ ধৰিলে। ইপিনে শৰে তেওঁৰ শৰীৰ ভালদৰে ভেদ কৰাত তেওঁৰ শৰীৰ তেজেৰে ৰাঙলী হল আৰু পৰ্ব্বতৰপৰা প্ৰবাহিত নিজৰাৰ নিচিনাকৈ তেওঁৰ শৰীৰৰপৰা তেজৰ ধাৰ বৰলৈ ধৰিলে। তেজৰ ধাৰ আৰু খঙৰ জ্বালত দিক-বিদিক শূন্য হৈ ৰাক্ষসে ৰাক্ষস, বান্দৰ, ঋক্ষ যাকে যতে পালে তাকে খাই খাই আগ বাঢ়িবলৈ ধৰিলে। তাৰ-পিচত কালান্তক যমসদৃশ ৰূপ ধাৰণ কৰি এটা পৰ্ব্বতশৃঙ্গ ৰামৰ গালৈ নিক্ষেপ কৰিলে। শৃঙ্গটো মাজভাগমান আহি নৌপাওঁতেই ধৰ্ম্মাত্মা ৰামে তেওঁৰ সাতপাট অবক্ৰগামী শৰৰ দ্বাৰা তাক কাটি দিলে আৰু সেই মেৰুশৃঙ্গসদৃশ জ্যোতিৰ্ম্ময় ৰূপবিশিষ্ট শৃঙ্গ খণ্ড-বিখণ্ড হৈ বান্দৰক বগৰাই মাটিত পৰিল।

১২৬—১৩৩। ঠিক এনে সময়তে কুম্ভকৰ্ণৰ বধৰ বিষয়ে নানা উপায় চিন্তা কৰি ধৰ্ম্মাত্মা লক্ষ্মণে ৰামক কলে, "হে ৰাজন, এই ৰাক্ষসে বান্দৰ আৰু ৰাক্ষস চিনি নোপোৱা হৈছে আৰু তেজৰ গন্ধতে মত্ত হৈ আপোন-পৰ সকলোকে খাবলৈ ধৰিছে। এতিয়া ডাঙৰ ডাঙৰ বান্দৰবোৰ তাৰ ওপৰত উঠক আৰু দলপতিসকলে তাৰ চাৰিওকাল আগুৰি থাকক। তেতিয়াহলে গধুৰ বোজাৰ ভৰত ঘূৰি ফুৰোঁতে মটিত থকা কোনো বান্দৰক বধ কৰিব নোৱাৰিব।" ধীমান ৰাজপুত্ৰ লক্ষ্মণৰ কথা শুনা মাত্ৰকে মহাবলবান বান্দৰবোৰ পৰম আনন্দে কুম্ভকৰ্ণৰ ওপৰত উঠিল। কুম্ভকৰ্ণ ক্ৰুদ্ধ হৈ দুষ্ট হাতীয়ে মাউতক কঁপাই দিয়াৰ নিচিনাকৈ তেৰোঁ বান্দৰবোৰক জোকাৰিবলৈ

ধৰিলে। তাকে দেখি এই ৰাক্ষস কষ্ট হৈছে বুলি ভাবি ৰামে খপ্‌ কৰে থিয় দি তেওঁৰ সৰ্ব্বশ্ৰেষ্ঠ ধনুখন হাতত ললে আৰু ক্ৰোধতে চকুযুৰি ৰঙা কৰি, সকলোকে বিদগ্ধ কৰিহে যেন দ্ৰুতপদে ৰাক্ষসৰ গুৰিলৈ খেদি গল। তাকে দেখি ইমান সময় কুম্ভকৰ্ণৰ দ্বাৰা প্ৰপীড়িত হৈ থকা বান্দৰ দলপতিসকলৰ মনত আনন্দৰ সীমা নোহোৱা হল।

১৩৪—১৪১। ৰামে সুবৰ্ণৰঞ্জিত সুদৃঢ় জ্যাযুক্ত ভুজঙ্গসদৃশ ধনুখন হাতত লৈ বছা বছা শৰৰ তূণ গাত বান্ধি লৈ বান্দৰবোৰক আশ্বাস দি থিয় দিলে আৰু পৰম-দুৰ্জ্জয় বান্দৰবোৰৰ দ্বাৰা পৰিবৃত হৈ লক্ষ্মণৰ সৈতে ৰণলৈ যাত্ৰা কৰিলে। তেওঁ দেখিলে যে মহাবলশালী কুম্ভকৰ্ণৰ মূৰত কিৰীটি, তেওঁৰ সৰ্ব্ব শৰীৰ তেজেৰে ৰক্তাক্ত; ৰাক্ষসগণৰ দ্বাৰা পৰিবৃত হৈ ক্ৰুদ্ধ দিগ্‌গজসদৃশ বান্দৰবোৰক খেদি খেদি সকলো-পিনে দৌৰি ফুৰিছে। তেওঁৰ শৰীৰ বিন্ধ্য অথবা মন্দৰ পৰ্ব্বতসদৃশ, বাহুত সোণৰ অঙ্গদ; বৰ্ষাকালত মেঘৰপৰা পৰিবলৈ ধৰা বৰষুণৰ ধাৰৰ নিচিনা তেওঁৰ মুখেদি ৰক্ত-ধাৰা প্ৰবাহিত হবলৈ ধৰিছে। তেওঁ জিভাৰে ৰক্তাক্ত কোৱাৰিৰপৰা বৈ থকা তেজ চেলেকি আছে আৰু কালান্তক যমসদৃশ মাটিত থকা বান্দৰবোৰৰ ওপৰত উৎপীড়ন কৰিছে। প্ৰলয়কালৰ প্ৰদীপ্ত অগ্নিসদৃশ ৰাক্ষসপ্ৰবৰৰ ৰূপ দেখি পুৰুষ-শ্ৰেষ্ঠ ৰামে জ্যাত টঙ্কাৰ দিলে। ধনুটঙ্কাৰ শুনি ৰাক্ষস আৰু কুপিত হল আৰু জ্যাৰ ধ্বনি সহিব নোৱাৰি ৰামৰ পিনে খেদি গল।

১৪২—১৪৯। তেতিয়া ভুজঙ্গ ৰাজশৰীৰবৎ নিপোটল সুন্দৰ ভুজবিশিষ্ট ৰামচন্দ্ৰই পৰ্ব্বতাকৃতি শৰীৰ কুম্ভকৰ্ণক বতাহে কোবাই অনা মেঘখণ্ডসদৃশ আগ বাঢ়ি অহা দেখি কবলৈ ধৰিলে, "আহাঁ, হে ৰক্ষৰাজ, আহাঁ! এয়া মই ধনু হাতত লৈ ৰৈ আছো; মনত অকণো দুখ নকৰিবা। তুমি জানি লোৱা যে মই ৰাক্ষসকুলসংহাৰ কৰ্ত্তা, এক মুহূৰ্ত্তৰ ভিতৰতে তুমিও অচেতন হৈ পৰি থাকিবা।" কুম্ভকৰ্ণই কথাৰপৰা এইজনেই ৰাম এই বুলি জানি বিকটস্বৰে হাঁহি মাৰি অতি ক্ৰুদ্ধ ভাবে বান্দৰবোৰক বিতাৰিত কৰি ৰামক খেদি গ'ল। বনবিহাৰী বান্দৰবোৰৰ হৃদয় বিদীৰ্ণ কৰি বিকট মেঘগৰ্জ্জনস্বৰে মহাতেজস্বী কুম্ভকৰ্ণই ৰাঘৱ ৰামক কলে, "ৰাম, তুমি মোক বিৰাধ, কবন্ধ, খৰ, বালী অথবা মাৰিচ বুলি নাভাবিবা, মই স্বয়ং কুম্ভকৰ্ণ, তোমাৰ সম্মুখত উপস্থিত। মোৰ কৃষ্ণ লৌহ নিৰ্ম্মিত ভীষণ এই মুদগৰলৈ চোৱাঁ। তাহানি কালত এই মুদগৰেৰেই মই দেৱ-দানৱ সকলোকে পৰাভূত কৰিছিলোঁ। মোৰ নাক আৰু কাণ কটা গৈছে বুলি তুমি মোক অৱজ্ঞা নকৰিবা। নাক আৰু কাণ কটা যোৱাৰ-পৰা মোৰ অকনমাণো ক্লেশ হোৱা নাই। হে অনঘ, হে ইক্ষ্বাকুকুল শিৰোমণি,

মোৰ শৰীৰৰ ওপৰত তোমাৰ পৰাক্ৰম দেখুৱা; পুৰুষত্ব চাই উঠিছে পিচত তোমাক ভক্ষণ কৰিম।”

১৫০—১৭০। কুম্ভকৰ্ণৰ কথা শুনি ৰামে সুন্দৰ পাখি লগোৱা শৰবোৰ কুম্ভকৰ্ণৰ ওপৰত নিক্ষেপ কৰিলে। বাণবোৰ বজ্ৰসম বেগবান হলেও সিহঁতে দেৱতাসকলৰ শত্ৰু কুম্ভকৰ্ণক ক্ষুব্ধ কৰিব নোৱাৰিলে আৰু কোনো ৰকমৰ কষ্টও তাক দিব নোৱাৰিলে। যি শৰসমূহৰ দ্বাৰা ৰামে বৃহৎ বৃহৎ শালগছবোৰ ভেদ কৰিছিল আৰু যাৰ দ্বাৰা বান্দৰশ্ৰেষ্ঠ বালীক বধ কৰিছিল, বজ্ৰসদৃশ তেনেবোৰ শৰেও কুম্ভকৰ্ণক অকণো ব্যথা দিব নোৱাৰিলে। মহেন্দ্ৰশত্ৰু কুম্ভকৰ্ণই নিজ শৰীৰৰ দ্বাৰা বাৰিধাৰাসদৃশ শৰ পান কৰিছে যেন উগ্ৰ বেগধাৰী মুদগৰ তুলি লৈ নিপাতিত হবলৈ ধৰা শৰসমূহ প্ৰতিহত কৰিলে। তাৰ পিচত বিশাল দেৱসৈন্যৰ পক্ষেও ভয়াবহ ৰক্তাক্ত-কলেবৰ সেই ৰাক্ষসে অতি উগ্ৰ সেই মুদগৰডাল তুলি বান্দৰসৈন্যবোৰৰ ওচৰলৈ খেদি গল। তেতিয়া ৰামচন্দ্ৰই বায়ব্য নামে আন এপাট অস্ত্ৰ ৰাক্ষসৰ গালৈ নিক্ষেপ কৰাত মুদগৰে সৈতে তাৰ হাতখন বিচ্ছিন্ন হল; এইদৰে হাত কটা যোৱাত ৰাক্ষসে ভীষণৰবে চিঞৰিবলৈ ধৰিলে। ইপিনে ৰামৰ বাণত বিচ্ছিন্ন গিৰিশৃঙ্গসদৃশ সেই বাহু মুদগৰেসৈতে বান্দৰৰাজৰ সৈন্যবাহিনীৰ ওপৰত পৰাত বহুত বান্দৰসৈন্য তাতেই নিহত হল। নিহত হোৱাৰ পিচত যিবোৰ সৈন্য অৱশিষ্ট থাকিল তেওঁলোকে বিষণ্নমনে যুদ্ধক্ষেত্ৰৰ একালে থিয় হৈ শৰীৰৰ দুখ কষ্ট লৈও নৰেন্দ্ৰ ৰাম আৰু ৰক্ষোধিপতি কুম্ভকৰ্ণৰ ভিতৰত হোৱা ঘোৰতৰ যুদ্ধ চাবলৈ ধৰিলে। হাতখন কটাৰ পিচত তীক্ষ্ণ খড়্গৰে কাটি দিয়া পৰ্ব্বত-ৰাজসদৃশ শোভমান হৈ কুম্ভকৰ্ণই আনখন হাতেৰে গছ এডাল উভালি লৈ নৰনাথ ৰামক খেদি গল। তেতিয়া তালবৃক্ষেসৈতে সাপৰ ফণাসদৃশ ৰাক্ষসৰ সেইখন হাতো সোণেৰে চিত্ৰিত ঐন্দ্ৰাস্ত্ৰ যোগে ৰামে কাটি পেলালে। পৰ্ব্বতসদৃশ এই ভুজ কাটি দিয়াৰ পিচত মাটিত পৰি ধৰফৰাই থাকোতেই বহুত গছ, পৰ্ব্বত, শিল, বান্দৰ আৰু ৰাক্ষস ধ্বংস পালে। দুয়োখন ভুজ কাটি দিয়াৰ পিচতো ৰাক্ষসে গৰ্জ্জন কৰি কৰি খেদি অহা দেখি ৰামচন্দ্ৰই দুপাট সুতীক্ষ্ণ অৰ্দ্ধচন্দ্ৰ বাণ উলিয়াই তাৰে ৰাক্ষসৰ ভৰি দুখন কাটি দিলে। কাটি দিয়াৰ পিচত দুয়োখন ভৰি দিক-বিদিক, গিৰি-গুহা, মহাসমুদ্ৰ, ৰাক্ষস আৰু বান্দৰ সৈন্য আৰু লঙ্কানগৰী পৰ্য্যন্ত প্ৰতিধ্বনিত কৰি মাটিত পৰি গ'ল। এইদৰে হাত আৰু ভৰি কাটি দিয়াৰ পিচতো, আকাশত ৰাহুৱে চন্দ্ৰক খেদি যোৱাৰ নিচিনাকৈ ৰাক্ষসে তাৰ বড়বাসদৃশ মুখখন মেলি গৰ্জ্জি গৰ্জ্জি ৰামৰ ওচৰলৈ খেদি গল। তেতিয়া ৰামচন্দ্ৰই তেওঁৰ সোণৰ পাখি লগোৱা তীক্ষ্ণ শৰৰ দ্বাৰা তাৰ মুখখন পুৰাই পেলোৱাত ৰাক্ষসৰ কথা বন্ধ হল সঁচা,

তথাপিতো অস্ফুটস্বৰে শব্দ কৰি কৰিয়ে সি মূৰ্চ্ছিত হল। তেতিয়া ৰামচন্দ্ৰই সূৰ্য্য-ৰশ্মিসম সমুজ্জ্বল প্ৰলয়কালৰূপ ব্ৰহ্মদণ্ডতুল্য ঐন্দ্ৰাস্ত্ৰ তুলি ললে। এই শৰ শত্ৰুপক্ষৰ বাবে অতীব অশুভদৰ্শন, সুন্দৰ পাখিযুক্ত, সুতীক্ষ্ণ আৰু মাৰুতসদৃশ বেগবান। শেহত শ্ৰীৰামচন্দ্ৰই মহেন্দ্ৰৰ বজ্ৰসদৃশ গতিবিশিষ্ট সুবৰ্ণপুঙ্খ এই শৰ ৰাক্ষসৰ গালৈ নিক্ষেপ কৰিলে। ৰামৰ হস্তচ্যুত শৰে নিজ প্ৰভাৱে দশোদিক জ্বলাই তুলিলে আৰু বিধূম বহ্নিসদৃশ ভয়ঙ্কৰ ৰূপ লৈ ইন্দ্ৰৰ বজ্ৰসম গতিত ৰাক্ষসৰ গুৰিলৈ খেদি গল। তাহানি কালত ইন্দ্ৰই বৃত্ৰাসুৰৰ মস্তক ছেদন কৰাৰ নিচিনাকৈ এই শৰপাটেও মহাপৰ্ব্বত-শৃঙ্গসদৃশ ৰাক্ষসাধিপতিৰ সুগোলগণ্ডবিশিষ্ট সুশোভন কুণ্ডলবিহীন মস্তক ছেদন কৰিলে। প্ৰাতঃকালত সূৰ্য্য উদিত হলে চন্দ্ৰই আকাশৰ মাজভাগত অবস্থিতি কৰিলে যেনে নিষ্প্ৰভ হয় কুণ্ডলবিহীন কুম্ভকৰ্ণৰ মূৰৰ শোভাও তেনেদৰে নিষ্প্ৰভ হ'ল। পৰ্ব্বত-সন্নিভ ৰাক্ষসৰ এই মূৰ ৰামৰ শৰত বিচ্ছিন্ন হৈ লঙ্কাৰ ওপৰত পৰাত তাৰ ৰাজপথ, গৃহদ্বাৰ আৰু উচ্চ প্ৰাচীৰবোৰ ভাঙি চূৰমাৰ কৰিলে। তেওঁৰ বৃহৎ শৰীৰটো সাগৰত পৰিল আৰু গ্ৰাহ, মীন আৰু ভুজঙ্গসমূহক বিনাশ কৰি সাগৰৰ তললৈ সোমাই গল।

১৭১—১৭৬। এইদৰে যুদ্ধত ব্ৰাহ্মণ আৰু দেৱতাসকলৰ শত্ৰু মহাবলশালী কুম্ভকৰ্ণ নিপাতিত হোৱাত, পৰ্ব্বতে সৈতে পৃথিৱী কঁপি উঠিল আৰু আনন্দতে দেৱতাসকলে তুমুল হৰ্ষধ্বনি কৰিবলৈ ধৰিলে। আকাশত থকা দেৱৰ্ষি, মহৰ্ষি, পন্নগ, সুৰগণ, সুপৰ্ণ, গুহ্যক, যক্ষ, আৰু গন্ধৰ্ব্বগণ সকলো ৰামৰ পৰাক্ৰম দেখি সন্তুষ্ট হল। আনপক্ষে ৰাক্ষসৰাজৰ বন্ধুবৰ্গই কুম্ভকৰ্ণৰ সুমহান এই নিধন* কাৰ্য্য দেখি, সিংহৰ পিনে লক্ষ্য কৰি মত্তমাতঙ্গ যিদৰে ভীত হয়, ৰামৰ পিনে চাই তেওঁলোকো অন্তৰত ভীত হৈ অতিশয় ব্যথিত হল। আকাশত অন্ধকাৰ বিনাশ কৰি ৰাহুৰ মুখৰপৰা সূৰ্য্য ওলাই আহি যিদৰে প্ৰকাশমান হয় কুম্ভকৰ্ণক বধ কৰি শ্ৰীৰামচন্দ্ৰয়ো বান্দৰ সৈন্যৰ মাজত তেনে শোভা ধাৰণ কৰিলে। বান্দৰ সৈন্যৰ আনন্দৰ সীমা নাথাকিল, তেওঁ-লোকৰ মুখমণ্ডলে প্ৰস্ফুটিত পদ্মৰ নিচিনা শোভা ধাৰণ কৰিলে, আৰু ভীমবলশালী এই শত্ৰু নিহত হোৱাত সৰ্ব্বমঙ্গলময় নৃপাত্মজ ৰামচন্দ্ৰক পূজা কৰিব ধৰিলে। কুম্ভকৰ্ণ যুদ্ধত কোনোদিনে পৰাজিত হোৱা নাই, তেওঁ দেৱসৈন্যবিনাশক, তেনে এজন বীৰক বধ কৰি বৃত্ৰাসুৰক বধ কৰি অমৰাধিপতি ইন্দ্ৰ যিদৰে আনন্দিত হৈছিল, ভৰতাগ্ৰজ ৰামচন্দ্ৰও তেনেদৰে আনন্দিত হল।

* টীকাকাৰে পদ্মপুৰাণৰ মত উদ্ধাৰ কৰি কয় যে "দুই দিনত কুম্ভকৰ্ণৰ নিদ্ৰাভঙ্গ হয়, তাৰ পিচত সাতদিন যুদ্ধ কৰি ভাদ মাহৰ পূৰ্ণিমা তিথিত তেওঁ প্ৰাণ এৰে।"

**ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত সপ্তষষ্ঠিতম সৰ্গ সমাপ্ত**

# অষ্টষষ্ঠিতম সৰ্গ

## কুম্ভকৰ্ণৰ মৃত্যুত ৰাৱণৰ শোক

১—৫। মহাত্মা ৰামৰ হাতত কুম্ভকৰ্ণ নিহত হোৱা দেখি ৰাক্ষসবোৰে সেই কথাটো ৰাৱণৰ ওচৰত নিবেদন কৰিলে। তেওঁলোকে কলে, "ৰাজন, মৃত্যুসদৃশ কালান্তক আপোনাৰ ভ্ৰাতা কুম্ভকৰ্ণই বান্দৰসৈন্যক খেদি নি বহুত বান্দৰ ভক্ষণ কৰাৰ পিচত কিছুকাল প্ৰবল প্ৰতাপে যুদ্ধ কৰি ৰামৰ শক্তিৰ প্ৰভাৱত কালধৰ্ম্মৰ বশবৰ্ত্তী হৈ এতিয়া শান্তি লাভ কৰিছে। তেওঁৰ শৰীৰৰ আধাখিনি ভয়ঙ্কৰ সমুদ্ৰৰ গৰ্ভত। তেওঁৰ নাক আৰু কাণ কটা গৈছিল আৰু সৰ্ব্বশৰীৰৰপৰা ৰক্তধাৰা প্ৰবাহিত হৈছিল, এনে অৱস্থাত পৰ্ব্বতোপম আপোনাৰ ভ্ৰাতাই তেওঁৰ শৰীৰৰ দ্বাৰা লঙ্কাৰ দুৱাৰ অৱৰোধ কৰি কাকুৎস্থৰ শৰত প্ৰপীড়িত হৈ অগণ্ডৰ * ৰূপ ধাৰণ কৰি উলঙ্গ শৰীৰে দাবাগ্নিদগ্ধ বৃক্ষসদৃশ হৈ প্ৰাণ এৰে।"

৬—২৩। মহাবলশালী কুম্ভকৰ্ণ যুদ্ধত নিপাতিত হোৱা শুনি ৰাৱণ শোকত আতুৰ হৈ মূৰ্চ্ছাপ্ৰাপ্ত হল আৰু মাটিত বাগৰি পৰিল। খুৰাক নিপাতিত হোৱা শুনি দেৱান্তক, নৰান্তক, ত্ৰিশিৰা আৰু অতিকায়ে শোকাকুল হৈ কান্দিব ধৰিলে আৰু লগে লগে মহোদৰ আৰু মহাপাৰ্শ্ব এই দুজন ভায়েকেও অক্লান্তকৰ্ম্মা ৰামচন্দ্ৰৰ দ্বাৰা কুম্ভকৰ্ণ এইদৰে নিহত হোৱা শুনি শোকাভিভূত হল। তাৰ পিচত অতিকষ্টে সংজ্ঞা লাভ কৰাৰ পিচত ৰাক্ষসপুঙ্গৱ ৰাৱণে কুম্ভকৰ্ণৰ বধত তেনেই সহায়হীন অৱস্থাত পৰি আকুলি বিকুলি কান্দিবলৈ ধৰিলে, "হা মহাবল ৰিপুদৰ্পহাৰী কুম্ভকৰ্ণ, মোক এৰি দৈৱক্ৰমে তুমিও যমালয়লৈ গতি কৰিলা। হে মহাবল, মোৰ আৰু মোৰ বন্ধুবৰ্গৰ হৃদয়ৰ শেল উদ্ধাৰ নকৰাকৈ, অকলে যুঁজি শত্ৰুসৈন্যক সন্তাপিত কৰাৰ পিচত এতিয়া মোক এৰি তুমি ক'লৈ গলা? তুমি মোৰ দক্ষিণহস্তস্বৰূপ আছিলা আৰু সেই হাতকে আশ্ৰয় কৰি মই সুৰাসুৰকো ভয় নকৰাকৈ আছিলোঁ। এতিয়া সেই হাত নিপাতিত হোৱাত মোৰ অস্তিত্ব নোহোৱা হল। দেৱদানৱদৰ্পহাৰী কালাগ্নিসম এনে এজন বীৰ ৰামৰ হাতত নিহত হব পাৰিলে কেনেকৈ? বজ্ৰৰ আঘাততো যিজনে ব্যথিত নহৈ থাকিব পাৰিছিল, তেনেজনে ৰামৰ বাণত আতুৰ হৈ ধৰাতলশায়ী হব পাৰিলে কেনেকৈ? হায়! তোমাক এইদৰে নিহত হোৱা দেখি

* অগণ্ড—মূৰ হাত ভৰি নোহোৱা শৰীৰভাগক অগণ্ড বোলে।

আকাশস্থিত দেৱগণে ঋষিসকলৰ লগত মিলিত হৈ নিশ্চয় হৰ্ষধ্বনি কৰিব লাগিছে। নিশ্চয় আজিয়েই সুবিধা-সুযোগ পাই বান্দৰবোৰে য'তে ত'তে লঙ্কাৰ দুৰ্গ আৰু দ্বাৰদেশত আৰোহণ কৰিব। এতেকে মোৰ এই ৰাজ্যৰ কোনো প্ৰয়োজন নাই আৰু সীতাক লৈয়ে বা মোৰ কি লাভ; কুম্ভকৰ্ণবিহীন জীৱন ৰক্ষা কৰাৰ ইচ্ছা মোৰ সমূলি নাই। যদিহে মোৰ ভ্ৰাতৃহন্তা এই ৰাঘৱক যুদ্ধত নিহত কৰিব নোৱাৰোঁ তেনেহলে মোৰ মৰণেই শ্ৰেয়ঃ, এই ব্যৰ্থ জীৱন ৰাখি মোৰ কোনো লাভ নাই। যি ঠাইত মোৰ অনুজ কুম্ভকৰ্ণ নিহত হৈছে, আজিয়েই মই সেই ঠাইলৈ যাম। মোৰ ভ্ৰাতৃবৰ্গক * বিসৰ্জ্জন দি এক তিলমান সময়ো জীয়াই থাকিবলৈ মোৰ ইচ্ছা নাই। পূৰ্ব্বতে দেৱতাসকলৰ মই ঘোৰ অপকাৰ কৰিছোঁ, এতিয়া মোৰ অৱস্থা দেখি তেওঁলোকেও মোক হাঁহিব। হে কুম্ভকৰ্ণ, এতিয়া তুমি নিহত হোৱাত মই ইন্দ্ৰক জয় কৰিম কেনেকৈ? মই দেখিছো বিভীষণে সঁচাকৈয়ে মোক সজ উপদেশ দিছিল, মোৰ অজ্ঞানতা হেতু মই তাক গ্ৰহণ নকৰিলোঁ, এতিয়া তাৰ ফল মই পাবলৈ ধৰিছোঁ। বিভীষণৰ উপদেশ নুশুনাৰ ফলত আজি কুম্ভকৰ্ণ আৰু প্ৰহস্ত নিহত আৰু এই কাৰণতেই তীব্ৰ লাজ আৰু অপমানে মোক অভিভূত কৰিছে। যিহেতু ধাৰ্ম্মিক শ্ৰীমান বিভীষণক মই বিতাৰিত কৰিলোঁ, এতিয়া তাৰেই ফলস্বৰূপ শোক-বিবৰ্দ্ধক এই পৰিণাম ভোগ কৰিব লগা হৈছে।”

২৪। এইদৰে ব্যাকুল অন্তৰে দীনভাবে কুম্ভকৰ্ণৰ কাৰণে ৰাৱণে বহুপ্ৰকাৰে বিলাপ কৰি ইন্দ্ৰশত্ৰু কুম্ভকৰ্ণ নিধন হোৱাৰ বাতৰিত অতিশয় কাতৰ হৈ শেহত মাটিত বাগৰি পৰিল।

---

* এই প্ৰসঙ্গত খৰ, ত্ৰিশিৰা আদি ৰাক্ষসৰ কথাও ৰাৱণৰ মনত উদয় হৈছিল বুলি বুজা যায়।

**ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত অষ্টষষ্ঠিতম সৰ্গ সমাপ্ত**

## একোনসপ্ততিতম সৰ্গ

### ৰাক্ষসৰাজকুমাৰসকলৰ যুদ্ধযাত্ৰা

১—৭। শোকাভিভূত হৈ দুৰাত্মা ৰাৱণে এইদৰে বিলাপ কৰা শুনি ত্ৰিশিৰা নামে ৰাক্ষসে কলে, "হে ৰাজন, আমাৰ মধ্যম পিতা মহাবীৰ্য্যশালী কুম্ভকৰ্ণ এইদৰে নিহত হল, কিন্তু হে মহাৰাজ, এনে কাৰণত সাধুলোকসকলে আপোনাৰ নিচিনাকৈ বিলাপ নকৰে। প্ৰভু, আপুনি অকলে তিনিও জগতকে পৰাভূত কৰিব পাৰে, এনে-স্থলত সাধাৰণ প্ৰাণীৰ নিচিনাকৈ আপুনি নিজে এনেদৰে শোকাতুৰ হৈছে কিয়? আপোনাক ব্ৰহ্মাই দিয়া শক্তি আছে, কবচ, শৰ আৰু ধনুও আছে আৰু মেঘস্বৰবৎ স্বৰযুক্ত সহস্ৰ খৰে বহন কৰা ৰথো বিদ্যমান। আপুনি আপোনাৰ অস্ত্ৰৰ দ্বাৰা এবাৰতে দেৱতা আৰু দানৱ সকলোকে পৰাজিত কৰিছিল; এতেকে সকলো অস্ত্ৰৰ অধীশ্বৰ হৈ ৰামক পৰাস্ত কৰাটো আপোনাৰ পক্ষে যুক্তিযুক্ত হব। কিন্তু হে মহাৰাজ, আপুনি এতিয়া যাব নেলাগে, ময়ে যুদ্ধলৈ গৈ গৰুড়ে সৰ্পকুল বিনষ্ট কৰাৰ নিচিনাকৈ, শত্ৰুকুল নিৰ্ম্মূল কৰিম। দেৱৰাজে শম্বৰক আৰু বিষ্ণুৱে নৰকক যিদৰে বিনাশ কৰিছিল সেইদৰে অকল মোৰ হাততে নিপাতিত হৈ ৰাম ধৰাশায়ী হব।"

৮—১৮। ত্ৰিশিৰাৰ কথা শুনি ৰাক্ষসাধিপ ৰাৱণে কালপ্ৰেৰিত হৈ নিজকে নিজে পুনৰ্জন্ম পোৱা যেন পালে। ত্ৰিশিৰাৰ কথা শুনি দেৱান্তক, নৰান্তক, অতিকায় তিনিওজন তেজস্বী ৰাক্ষস যুদ্ধৰ নামত হৰ্ষান্বিত হৈ উঠিল। তাৰ পিচত ইন্দ্ৰতুল্য-পৰাক্ৰমশীল ৰাৱণৰ পুত্ৰসকলেও "মই আগতে, মই আগতে যাম" এই বুলি গৰ্জ্জন কৰি উঠিল। ৰাক্ষসপ্ৰৱৰৰ এই পুত্ৰগণৰ সকলোটি অন্তৰীক্ষত বিচৰণ কৰি ফুৰাত পটু, সকলোটিয়েই মায়াবিদ্যাত পাৰ্গত, দেৱদৰ্পহাৰী, যুদ্ধত দুৰ্দ্ধৰ্ষ, মহাবলবান, আৰু প্ৰভূত কীৰ্ত্তিশালী; যুদ্ধত কোনোজনে কেতিয়াও গন্ধৰ্ব্ব, কিন্নৰ, উৰগ সকলোকে লৈ দেৱতাগণৰ ওচৰত পৰাজিত হৈছে বুলি শুনা নাযায়; তেওঁলোক সকলোটি সকলো অস্ত্ৰতে পাৰ্গত, বীৰ আৰু যুদ্ধবিশাৰদ; সকলোটিয়ে বিজ্ঞান-বিষয়ত পাৰ্গত আৰু বৰপ্ৰাপ্ত। সৰগত মহাদানবদৰ্পহাৰী অমৰগণ-পৰিবৃত হৈ দেৱৰাজ ইন্দ্ৰ যিদৰে শোভান্বিত হৈছিল, সূৰ্য্যসম তেজস্বী, শত্ৰুবলবিনাশক এই পুত্ৰগণৰ দ্বাৰা পৰিবেষ্টিত হৈ ৰজা ৰাৱণো তেনেদৰে শোভান্বিত হল। তেতিয়া ৰাৱণে পুত্ৰসকলক আলিঙ্গন আৰু নানা অলঙ্কাৰে বিভূষিত কৰি তেওঁলোকৰ ওপৰত আশীৰ্ব্বাদ বৰ্ষণ কৰাৰ

পিচত তেওঁলোকক যুদ্ধলৈ পঠালে। আৰু লগতে সেই পুত্ৰসকলৰ ৰক্ষণাবেক্ষণৰ বাবে মহোদৰ আৰু মহাপাৰ্শ্ব এই দুজন যুদ্ধোন্মত্ত বীৰ ভায়েকক নিযুক্ত কৰিলে। তেতিয়া মহাকায় সেই ৰাক্ষসবোৰে লোকৰাৱণ মহাবল ৰাৱণক অভিবাদন আৰু প্ৰদক্ষিণ কৰি যুদ্ধলৈ যাত্ৰা কৰিলে। সৰ্ব্বৌষধি আৰু সুগন্ধি দ্ৰব্যে অনুলিপ্ত হৈ ৰাক্ষসপ্ৰবৰ ছায়োজন বীৰে যুদ্ধৰ নামত উৎসাহপূৰ্ণ হৈ ওলাই গল।

১৯—২৩। এইদৰে ত্ৰিশিৰা, অতিকায়, দেবান্তক, নৰান্তক মহোদৰ আৰু মহাপাৰ্শ্ব এই ছয়জন বীৰ কালপ্ৰেৰিত হৈ ওলাই যোৱাত, তেওঁলোকৰ ভিতৰত মহোদৰে ঐৰাবতকুলত জন্মা নীলমেঘখণ্ডসদৃশ সুদৰ্শন নামে হাতীত আৰোহণ কৰিলে। সকলো অস্ত্ৰে সুসজ্জিত হৈ, আৰু শৰৰ তূণে বিভূষিত হৈ গজাৰোহণ কৰি, মহোদৰে অস্তাচলৰোহী সূৰ্য্যসদৃশ শোভা ধাৰণ কৰিলে। ৰাৱণাত্মজ ত্ৰিশিৰাই সকলো অস্ত্ৰে পৰিপূৰ্ণ উৎকৃষ্ট অশ্বযুক্ত উত্তম ৰথত আৰোহণ কৰিলে। তেওঁৰ তিনিওটা মূৰত তিনিটা কিৰীটিয়ে শোভা কৰাত ৰথাৰূঢ় ত্ৰিশিৰা উল্কাৰাশি আৰু বিদ্যুৎসংযুক্ত ইন্দ্ৰধনুযুক্ত প্ৰভাবিশিষ্ট মেঘখণ্ডৰ দৰে শোভান্বিত হল। কিৰীটিমণ্ডিত তিনিওটা শিৰে সৈতে উৎকৃষ্ট সেই ৰথত আৰোহণ কৰাৰ পিচত ত্ৰিশিৰাই সুবৰ্ণময় তিনিটা শৃঙ্গবিশিষ্ট পৰ্ব্বতৰাজ হিমালয়ৰ দৰে বিৰাজ কৰিলে। তাৰপিচত ধনুৰ্দ্ধাৰীসকলৰ অগ্ৰণী ৰাক্ষসৰাজসুত অতি তেজস্বী অতিকায়ে আন এখন ৰথত আৰোহণ কৰিলে। এই ৰথৰ চকাবোৰ সুন্দৰ গোলোকবিশিষ্ট, সুন্দৰৰূপে অশ্বৰ লগত সংযুক্ত, তাৰ টনামাৰি আৰু বহাৰ ঠায়ো সুন্দৰৰূপে সন্নিবেশিত, তূণ, বাণ, প্ৰাস, খড়্গ আদিৰে প্ৰদীপ্ত। এই ৰথত আৰোহণ কৰি সুবৰ্ণনিৰ্ম্মিত বিচিত্ৰ কিৰীটি আৰু নানাপ্ৰকাৰৰ অলঙ্কাৰ পৰিধান কৰি অতিকায়ে নিজ প্ৰভাযোগে সমুজ্জ্বল মেৰু-পৰ্ব্বতসদৃশ শোভা ধাৰণ কৰিলে। এইদৰে মহাবলশালী ৰাজপুত্ৰ ৰথত আৰোহণ কৰি শ্ৰেষ্ঠ শ্ৰেষ্ঠ ৰাক্ষসগণৰ দ্বাৰা পৰিবৃত হৈ দেৱতাসকলৰ দ্বাৰা পৰিবেষ্টিত বজ্ৰপাণি ইন্দ্ৰৰ সদৃশ শোভান্বিত হল। নৰান্তক নামে আন এজন পুত্ৰ, তেওঁ সুবৰ্ণবিভূষিত উচ্চৈঃশ্ৰৱাসদৃশ, মনৰ সমান গতিশীল শুভ্ৰ মহাকায় ঘোঁৰা এটাত আৰোহণ কৰি উল্কাসদৃশ সমুজ্জ্বল বল্লম এডাল হাতত লৈ ময়ূৰবাহন শক্তিধাৰী কাৰ্ত্তিকসদৃশ শোভা ধাৰণ কৰিলে। সমুদ্ৰ-মন্থনৰ সময়ত ভগৱান বিষ্ণুৱে দুই হাতেৰে মন্দৰগিৰি ধাৰণ কৰি যেনে ৰূপ ধাৰণ কৰিছিল, ৰাক্ষসপ্ৰবৰ দেবান্তকেও সুবৰ্ণবিভূষিত অৰ্গল হাতত লৈ তেনে ৰূপ ধাৰণ কৰিলে। মহাবলশালী আৰু বীৰ্য্যবান মহাপাৰ্শ্বই গদাডাল লৈ যুদ্ধত গদাধাৰী কুবেৰসদৃশ ৰূপ ধাৰণ কৰিলে।

৩৩—৪০। এইদৰে ভিন ভিন অস্ত্ৰে সুসজ্জিত হৈ দেৱতাসকল অমৰাৱতীৰ-পৰা ওলাই যোৱাৰ নিচিনাকৈ মহাবলশালী এই কুমাৰগণো লঙ্কাৰপৰা

ওলাই গল আৰু তেওঁলোকৰ লগে লগে মহাশক্তিশালী আন আন ৰাক্ষসবোৰো উৎকৃষ্ট অস্ত্ৰ, গজ, অশ্ব আৰু মেঘগম্ভীৰ স্বৰযুক্ত ৰথত উঠি যাত্ৰা কৰিলে। যুদ্ধৰ বাবে যাত্ৰা কৰি সূৰ্য্যসম তেজস্বী কুমাৰগণে কিৰীটিৰে সুশোভিত হৈ আকাশত থকা প্ৰদীপ্ত গ্ৰহসদৃশ শোভা ধাৰণ কৰিলে। তেওঁলোকৰ দ্বাৰা পৰিহিত শুভ বস্ত্ৰ-ৰাজি * শৰৎকালৰ মেঘমালাৰ দৰে বগা আৰু আকাশত উৰি থকা হংসৰাজিৰ নিচিনা দেখা গল। শত্ৰুৰ পৰাজয় অথবা নিজৰ মৰণ এই দুটাৰ এটাক স্থিৰ কৰি, যুদ্ধ কৰাৰ ইচ্ছাতে কুমাৰসকলে ৰণ-যাত্ৰা কৰিলে। ওলাই যোৱাৰ সময়ত কিছুমানে গৰ্জ্জন, কিছুমানে সিংহনাদ আৰু কিছুমানে অস্ত্ৰেৰে আস্ফালন কৰিবলৈ ধৰিলে আৰু শৰ হাতত লৈ ৰণদুৰ্দ্ধৰ্ষ আটাই কেইজন ওলাই অহাত তেওঁলোকৰ দপদপনিত পৃথিৱী কঁপি উঠিল, আৰু আকাশ ফাটি পৰা যেন হল। এইদৰে যাত্ৰা কৰিয়ে ৰাক্ষসপ্ৰবৰ বীৰগণে শিল বৃক্ষ আদি হাতত লৈ সাজু হৈ থকা বান্দৰ সৈন্য-বাহিনীক দেখা পালে, আৰু লগে লগে ৰাক্ষসসেনাবাহিনীও বান্দৰবোৰৰ চকুত পৰিল।

৪১—৪৪। বান্দৰবোৰে দেখিলে যে হস্তী, অশ্ব আৰু ৰথে পৰিপূৰ্ণ, শত শত কিঙ্কিণীশব্দে মুখৰিত, নীলমেঘখণ্ডসদৃশ এটা সেনাবাহিনী আগ বাঢ়ি আহিবলৈ ধৰিছে। সকলোৱে নিজ নিজ অস্ত্ৰ তুলি লৈছে আৰু প্ৰদীপ্ত অগ্নি আৰু সূৰ্য্য-সদৃশ ৰূপ ধাৰণ কৰি ৰাক্ষসকুলৰ দ্বাৰা পৰিপূৰ্ণ হৈ ওলাই আহিছে। তাকে দেখি বান্দৰবোৰেও বৃহৎ বৃহৎ শিলবোৰ হাতত লৈ ৰাক্ষসৰ গৰ্জ্জন সহ্য কৰিব নোৱাৰি ভীষণ সিংহনাদ কৰিবলৈ ধৰিলে আৰু সেই গৰ্জ্জন অসহ্য হোৱাত ৰাক্ষসবোৰেও ভীষণ ৰবে গৰ্জ্জি উঠিল।

৪৫—৬৩। তেতিয়া বান্দৰদলপতিবোৰে শিল আৰু গছ ওপৰলৈ তুলি ললে আৰু পৰ্ব্বতসদৃশ ৰূপ ধাৰণ কৰি ৰাক্ষস সৈন্যৰ মাজত বিচৰণ কৰিবলৈ ধৰিলে। ভীষণ ক্ৰুদ্ধ হৈ গছ আৰু শিল হাতত লৈয়ে কিছুমানে লাফ দি আকাশত উঠিল আৰু কিছুমানে মাটিতে থাকি যুঁজিবলৈ ধৰিলে। আন শ্ৰেষ্ঠ শ্ৰেষ্ঠ বান্দৰবোৰে বিশাল গছৰ গুৰিকে হাতত লৈ যুঁজিলে। দুয়োপক্ষ এইদৰে প্ৰবৃত্ত হোৱাত যুদ্ধই ক্ৰমাৎ ঘোৰতৰ মূৰ্ত্তি ধাৰণ কৰিলে। ভীমপৰাক্ৰম বান্দৰবোৰে বাণবৰ্ষণৰ দ্বাৰা প্ৰতিহত হলেও ৰাক্ষসবোৰৰ ওপৰত অনবৰত গছ, শিল আৰু পৰ্ব্বত বৃষ্টি

---

* অনুবাদৰ কাৰণে গ্ৰহণ কৰা মূলত "বস্ত্ৰাণাম্ আৱলিঃ" বুলি উল্লেখ আছে। আন আন সংস্কৰণত "অস্ত্ৰাণামাৱলিঃ" উল্লেখ দেখা যায়। 'বস্ত্ৰ'ই যুক্তিসঙ্গত বুলি বোধ হোৱাত তাকেই ৰখা হৈছে।

কৰিবলৈ ধৰিলে। যুদ্ধত ৰাক্ষস আৰু বান্দৰবোৰে ভীষণৰবে সিংহনাদ কৰিবলৈ ধৰিলে আৰু শিলা বৃষ্টিৰ দ্বাৰা অসংখ্য ৰাক্ষস চূৰ্ণীকৃত কৰিলে; কবচৰ দ্বাৰা আবৃত হোৱা সত্ত্বেও গ , অশ্ব আৰু ৰথাৰোহী ৰাক্ষসবোৰৰ বান্দৰবোৰৰ শিল আৰু পৰ্ব্বতৰ আঘাতত নিহত হ'বলৈ ধৰিলে আৰু মুষ্টিৰ প্ৰহাৰত কিছুমানৰ চকু কোটৰৰপৰা ওলাই পৰিল। ৰাক্ষসবোৰৰ ...ত বিচলিত হল আৰু বহুত মাটিত বাগৰি পৰিল। এইদৰে নিপাতিত হৈও ৰাক্ষসবোৰে শৰবৃষ্টিৰ দ্বাৰা বান্দৰবোৰক বিন্ধিবলৈ ধৰিলে; আৰু শেল, মুদগৰ, খড়্গ আৰু শক্তিৰ প্ৰহাৰেৰে বান্দৰবোৰক আক্ৰমণ কৰিলে। প্ৰত্যেকপক্ষই জয়ৰ আকাঙ্ক্ষা কৰি পৰস্পৰে পৰস্পৰক নিপাতিত কৰাত বান্দৰ আৰু ৰাক্ষসৰ শৰীৰ শত্ৰুপক্ষৰ তেজৰ দ্বাৰা অনুলিপ্ত হ'ল। তেওঁলোকৰ নিক্ষিপ্ত শিল, আৰু খড়্গৰ কোবত ৰণভূমিত তেজৰ সোঁত বলৈ ধৰিলে আৰু শোণিতসিক্ত পৰ্ব্বতাকাৰ ৰাক্ষসৰ শৰীৰৰ দ্বাৰা পৃথিবী পৰিপূৰ্ণ হল। বান্দৰবোৰে শিল আৰু নিজ শৰীৰৰ অঙ্গৰ দ্বাৰাই ভীষণভাৱে যুদ্ধত প্ৰবৃত্ত হল, আৰু সময়ত সিহঁতে একোজন বা সকলৈ আনজন ৰাক্ষসৰ ওপৰত আৰু সেইদৰে ৰাক্ষসবোৰেও এজন বান্দৰক লৈ আনজন বান্দৰৰ ওপৰত দলিয়াই দি যুদ্ধ কৰিবলৈ ধৰিলে। সময়ত বান্দৰবোৰৰ হাতৰপৰা শিল আৰু শৃঙ্গ লৈ ৰাক্ষসে বান্দৰক আৰু বান্দৰে ৰাক্ষসৰ হাতৰপৰা সিহঁতৰ অস্ত্ৰ-শস্ত্ৰ কাঢ়ি নি ৰাক্ষসক নিপাতিত কৰিবলৈ ধৰিলে। শিল-প্ৰহাৰৰ লগে লগে বান্দৰবোৰৰ সিংহনাদ আৰু সেইদৰে ৰাক্ষসবোৰৰো মাজৰপৰা ওলোটা ভৈৰব-গৰ্জ্জন তাত শুনা গল। বান্দৰবোৰৰ আক্ৰমণত ৰাক্ষসবোৰৰ শৰীৰ আৰু কবচ ছিন্ন-বিছিন্ন হল আৰু সেইদৰেই সিহঁত নিহত হোৱাত, গজবোৰৰপৰা নিজৰি ওলোৱা ৰসৰ ধাৰ নিচিনাকৈ ৰাক্ষসৰ শৰীৰৰপৰা তেজৰ স্ৰোত ববলৈ ধৰিলে। ৰণক্ষেত্ৰত বান্দৰবোৰে ৰথৰ দ্বাৰা ৰথক আৰু ঘোঁৰাৰ দ্বাৰা ঘোঁৰাক আৰু হাতীৰ দ্বাৰা হাতীক বধ কৰিবলৈ ধৰিলে। আনপক্ষে ৰাক্ষসবোৰেও ক্ষুৰপ্ৰ, অৰ্দ্ধচন্দ্ৰ, ভল্ল আৰু তীক্ষ্ণ শৰ নিক্ষেপৰ দ্বাৰা বান্দৰে ৰব নিক্ষিপ্ত গছ আৰু শিলবোৰ কাটি পেলাবলৈ ধৰিলে। এইদৰে যুদ্ধ চলি থকাত বিক্ষিপ্ত পৰ্ব্বত, ভাগি চুড়মাৰ হোৱা বৃক্ষ আৰু নিহত বান্দৰ আৰু ৰাক্ষসৰ শৰীৰৰ দ্বাৰা ৰণভূমি দুৰ্গম হৈ উঠিল।

৬৪—৬৫। যুদ্ধত জয়লাভ হোৱা দেখি বান্দৰবোৰৰ গৰ্ব্ব বাঢ়ি উঠিল, আৰু অন্তৰ আনন্দতে ভৰপূৰ হল। সংগ্ৰামস্থলত তেওঁলোকৰ ভয় তিৰোহিত হল; এনে অৱস্থাতে তেওঁলোকে মনৰপৰা সকলো দৈন্যভাব এৰি নানান অস্ত্ৰে ৰাক্ষসৰ লগত যুদ্ধ কৰিবলৈ ধৰিলে। যুদ্ধই ক্ৰমে তুমুল আকাৰ ধাৰণ কৰাত বান্দৰবোৰৰ আনন্দ হ'ল আৰু ৰাক্ষসবোৰৰ নিধন দেখি দেৱতা আৰু মহৰ্ষিগণে বিপুল হৰ্ষধ্বনি কৰিবলৈ ধৰিলে।

৬৬—৭৭। যুদ্ধৰ এনে অৱস্থা দেখি ৰাক্ষস নৰান্তকে বায়ুসম বেগৱান ঘোঁৰাত উঠি হাতত সুতীক্ষ্ন শক্তি অস্ত্ৰ লৈ মাছে মহাসমুদ্ৰত প্ৰৱেশ কৰাৰ নিচিনাকৈ প্ৰচণ্ড বান্দৰসৈন্যৰ মাজত পৰেশ কৰিলে আৰু তেওঁ প্ৰদীপ্ত প্ৰাস অস্ত্ৰৰ দ্বাৰা অলপ সময়ৰ ভিতৰতে সাতশ বান্দৰৰ জীৱন বিনাশ কৰিলে। বিদ্যাধৰ আৰু মহৰ্ষিসকলে দেখিলে যে মহাবলশালী নৰান্তকে ঘোঁৰাৰ পিঠিত উঠি বান্দৰসৈন্যৰ মাজত ঘূৰি ফুৰিবলৈ ধৰিছে আৰু তেওঁ যি পথেদি গৈছে সেই পথ পৰ্ব্বতাকাৰ বান্দৰসৈন্যৰ শৰীৰৰ দ্বাৰা পৰিব্যাপ্ত হৈ তেওঁলোকৰ মাংস আৰু ৰক্তৰ ধাৰাতে পথ বোকাৰে পৰিপূৰ্ণ হৈছে। তেওঁলোকে দেখিলে যে বান্দৰবীৰসকলে তেওঁক আক্ৰমণ কৰাৰ উদ্যোগ কৰাৰ লগে লগে নৰান্তকে ওলোটা আক্ৰমণৰ দ্বাৰা তেওঁলোকক ছিন্ন-ভিন্ন কৰি দিয়ে। অনুমান হল যেন বনাগ্নিয়ে বনবাজি যিদৰে পুৰি ছাই কৰে নৰান্তকেও বা ৰসৈন্যক সেইদৰে দগ্ধ কৰিবলৈ ধৰিছে; বান্দৰবোৰে শিল বা বৃক্ষ উত্তোলন কৰা মাত্ৰকে নৰান্তকৰ জ্বলন্ত প্ৰাসৰ আঘাতত বজ্ৰাহত পৰ্ব্বতসদৃশ সেই-বোৰ চূৰ্ণ-বিচূৰ্ণ হৈ পৰি গল। এইদৰে জ্বলন্ত প্ৰাস হাতত লৈ বৰ্ষাকালৰ প্ৰচণ্ড ঝঞ্জাসদৃশ মহাবলশালী নৰান্তকে যুদ্ধস্থলত সকলোপিনে ঘূৰি ফুৰিবলৈ ধৰিলে। কোনো বান্দৰবীৰেই তেওঁৰ সন্মুখত কোনো কথা কব, অথবা টিকি থাকিব নোৱৰা হল; লাফ দি, থিয় দি থাকি অথবা লৰি-ঢাপৰি ও তেওঁলোকে ৰক্ষা পাব নোৱাৰিলে, বীৰ্য্যবান নৰান্তকে সকলোকে প্ৰাসৰ দ্বাৰা বিদ্ধি লৈ ধৰিলে। আদিত্যসম তেজস্বী কালান্তক এপাট মাত্ৰ প্ৰাসৰ আঘাতত বান্দৰসৈন্য ছিন্ন-ভিন্ন হৈ মাটিত পৰি যাবলৈ ধৰিলে। এনে অৱস্থাত বজ্ৰপাতসম প্ৰাসৰ আক্ৰমণ সহ্য কৰিব নোৱাৰি বান্দৰ-বোৰে ভীষণস্বৰে আৰ্ত্তনাদ কৰিবলৈ ধৰিলে। বজ্ৰপাত হলে পৰ্ব্বতশৃঙ্গ চূৰ্ণ-বিচূৰ্ণ হৈ যিদৰে পৰি যায়, বান্দৰবীৰগণেও নৰান্তকৰ প্ৰাসৰ আঘাতত মাটিত পৰি তেনে ৰূপ ধাৰণ কৰিলে।

৭৮—৯৪। ইয়াৰ আগতে যিসকল বান্দৰবীৰে কুম্ভকৰ্ণৰ লগত যুঁজত ভাগৰি পৰি আছিল, তেওঁলোক সুস্থ হৈ সুগ্ৰীৱৰ ওচৰত উপস্থিত হল। তেতিয়া সুগ্ৰীৱে বান্দৰসৈন্যবাহিনী নৰান্তকৰ ভয়তে সন্ত্ৰস্ত হৈ ইকালে-সিকালে দৌৰি পলাবলৈ ধৰা দেখি আৰু হাতত প্ৰাস অস্ত্ৰ লৈ ঘোঁৰাত উঠি নৰান্তকক আগ বাঢ়ি অহা দেখি, ইন্দ্ৰতুল্য পৰাক্ৰমশীল কুমাৰ অঙ্গদক কলে, "অঙ্গদ, তুমি গৈ ঘোঁৰাত উঠি আমাৰ সেনাবাহিনীক ভক্ষণ কৰি কৰি আগ বাঢ়ি অহা এই ৰাক্ষসক তুৰন্তে বধ কৰাঁগৈ।" ৰজা সুগ্ৰীৱৰ আদেশ শুনামাত্ৰকে সূৰ্য্যাই মেঘমণ্ডলৰ ভিতৰৰপৰা ওলাই অহাদি অঙ্গদ মেঘবৰ্ণাভ বান্দৰসৈন্যৰ মাজৰপৰা ওলাই আহিল। অঙ্গদৰ

ৰূপ ঘনীভূতপৰ্ব্বতসদৃশ, তেওঁৰ বাহুত সোণৰ অঙ্গদ, দেখোঁতে অনুমান হয় ধাতুমণ্ডিত পৰ্ব্বতহে যেন তাত বিৰাজ কৰিছে। হাতত কোনো অস্ত্ৰপাতি নোলোৱাকৈয়ে অকল নখ আৰু দাঁতকে সম্বল কৰি মহাতেজস্বী অঙ্গদে নৰান্তকৰ বাট ভেটি তেওঁৰ সম্মুখত উপস্থিত হৈ তেওঁক কবলৈ ধৰিলে, "ৰাক্ষস, সাধাৰণ এই বান্দৰবোৰৰ লগত যুদ্ধ কৰি তোৰ কি লাভ ? বাৰু, তোৰ বজ্ৰসম এই প্ৰাস মোৰ বুকুলৈ নিক্ষেপ কৰ।" অঙ্গদৰ কথাত নৰান্তক ভীষণ ক্ৰুদ্ধ হল। দাঁতেৰে ওঠ কামুৰি ধৰি সৰ্পবৎ দীৰ্ঘনিশ্বাস পেলাই খঙতে তেওঁ বালীপুত্ৰ অঙ্গদৰ ওচৰ চাপিল। তাৰ পিচত সমুজ্জল সেই প্ৰাস অস্ত্ৰ তুলি লৈ অঙ্গদলৈ নিক্ষেপ কৰাত, অঙ্গদৰ বজ্ৰসম কঠোৰ বুকুৰ ওপৰত পৰি প্ৰাস ভাগি টুকুৰা-টুকুৰ হল। গৰুড়ে সৰ্পৰ শক্তি হ্ৰাস কৰাৰ নিচিনাকৈ, প্ৰাস অস্ত্ৰ এইদৰে ভাগি পৰা দেখি বালীপুত্ৰ অঙ্গদে হাতৰ তলুৱাৰে নৰান্তকৰ ঘোঁৰাৰ মূৰত এক চাপৰ বহুৱালে; সেই চাপৰতে ঘোঁৰাৰ মূৰ ভাগি গ'ল, চকুৰ মণি গাঁতৰপৰা ওলাই পৰিল আৰু জিভা বাহিৰলৈ উলিয়াই চূৰ্ণীকৃত মূৰে সৈতে পৰ্ব্বতসদৃশ ৰূপ ধাৰণ কৰি মাটিত বাগৰি পৰিল। ঘোঁৰাটো এইদৰে নিহত হোৱা দেখি নৰান্তকৰ ক্ৰোধ আৰু জ্বলি উঠিল; তেতিয়া হাতৰ মুঠি বান্ধি ওপৰলৈ তুলি বালীপুত্ৰৰ মূৰত আঘাত কৰিলে। মুঠিৰ প্ৰহাৰত অঙ্গদৰ মূৰ ফাটি গল আৰু তেজ প্ৰবাহিত হবলৈ ধৰিলে, অলপ সময় মুচ্‌কচ্ গৈ থাকি সংজ্ঞা লাভ কৰাৰ পিচত তেওঁ অলপ আচৰিত হল। তাৰ পিচত গিৰিশৃঙ্গ-সদৃশ হাতৰ মুঠি বান্ধি মৃত্যুসম জোৰে নৰান্তকৰ বুকুত আঘাত কৰিলে। মুষ্টিৰ প্ৰহাৰত তাৰ বুকু ভাগি গল আৰু তেজ বতিয়াই সৰ্ব্ব শৰীৰে ৰক্তাক্ত হৈ বজ্ৰা-ঘাতত ভগা পৰ্ব্বতসদৃশ মাটিত ঢলি পৰিল।

৯৫—৯৬। উগ্ৰবীৰ্য্যসম্পন্ন বালীপুত্ৰৰ দ্বাৰা নৰান্তক এইদৰে নিপাতিত হোৱা দেখি অন্তৰীক্ষত দেৱগণে আৰু তলত বান্দৰবোৰে সিংহনাদে ভীষণ হৰ্ষধ্বনি কৰিবলৈ ধৰিলে। এইদৰে পৰাক্ৰম দেখুৱাই ৰামৰ সন্তুষ্টিকৰ পৰম দুষ্কৰ এই কাম সাধি অঙ্গদ অতিশয় আনন্দিত হল আৰু পুনৰ্ব্বাৰ যুদ্ধ কৰিবলৈ আগ্ৰহান্বিত হৈ ৰল।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত একোনসপ্ততিতম সৰ্গ সমাপ্ত

## সপ্ততিতম সৰ্গ *

### নৰান্তক, দেৱান্তক, মহোদৰ, ত্ৰিশিৰা আৰু মহাপাৰ্শ্ব নিধন

৯৭—১১৫। নৰান্তক নিহত হোৱা দেখি দেৱান্তক, ত্ৰিশিৰা আৰু পুলস্ত্যনন্দন মহোদৰ আদি ৰাক্ষসপ্ৰৱৰসমূহে শোকতে কান্দিবলৈ ধৰিলে। ৰাক্ষস মহোদৰে মেঘবৰ্ণাভ গজৰাজত উঠি দ্ৰুতপদে মহাবীৰ্য্যবান বালীপুত্ৰৰ ওচৰলৈ খেদি গল। ভায়েকৰ শোকত সন্তপ্ত বলবান দেৱান্তকেও ভয়ঙ্কৰ মুদগৰডাল লৈ অঙ্গদলৈ খেদা দিলে। বীৰ ৰাক্ষস ত্ৰিশিৰায়ো সূৰ্য্যসম প্ৰভান্বিত উত্তম অশ্ব সংযুক্ত ৰথত আৰোহণ কৰি অঙ্গদক উদ্দেশ্য কৰি খেদি গল। দেৱদৰ্পহাৰী এই তিনিওজন ৰাক্ষসে এইদৰে খেদি যোৱা দেখি অঙ্গদে বৃহৎ এজোপা গছ উভালি লৈ ইন্দ্ৰই বজ্ৰ নিক্ষেপ কৰাৰ নিচিনাকৈ গছজোপা দেৱান্তকলৈ মাৰি পঠালে। তেতিয়া ৰাক্ষস ত্ৰিশিৰাই সৰ্পসম তীব্ৰ শৰৰ দ্বাৰা সেই গছজোপা কাটি দিয়াত অঙ্গদে তৎক্ষণাৎ ওপৰলৈ লাফ দিলে তাৰ পিচত যিবোৰ শিল আৰু বৃক্ষ অঙ্গদে সিহঁতৰ ওপৰত নিক্ষেপ কৰিব ধৰিলে ত্ৰিশিৰাই সেই সকলো তেওঁৰ তীক্ষ্ণ শৰৰ দ্বাৰা কাটি দিবলৈ ধৰিলে। মহোদৰে তেওঁৰ মুদগৰৰ আগভাগৰ দ্বাৰা সেইবোৰ চূৰ্ণ-বিচূৰ্ণ কৰিবলৈ ধৰাত ত্ৰিশিৰাই শৰ হাতত লৈ বীৰ অঙ্গদৰ পিনে খেদি গল। ইতিমধ্যে মহোদৰেও হাতীত আৰোহণ কৰি অঙ্গদৰ ওচৰলৈ খেদি গৈ তেওঁৰ বজ্ৰসদৃশ তোমৰ অস্ত্ৰেৰে অঙ্গদৰ বুকুত আঘাত কৰিলে। তেতিয়া দেৱান্তকেও অতিশয় ক্ৰুদ্ধ হৈ মুদগৰডাল তুলি লৈ অঙ্গদলৈ খেদা দি তাৰে তেওঁক আঘাত কৰি তাৰপৰা বেগাই আঁতৰি গল। এইদৰে তিনিওজন শ্ৰেষ্ঠ ৰাক্ষসে একে লগে আক্ৰমণ কৰাতো প্ৰতাপশালী বালীপুত্ৰই কোনো ব্যথা অনুভৱ নকৰিলে। এনে অৱস্থাত মহাবেগবান পৰম দুৰ্জ্জয় অঙ্গদে দ্ৰুতপদে আগ বাঢ়ি গৈ হাতৰ তলুৱাৰে মহোদৰৰ হাতীটোক প্ৰহাৰ কৰাত হাতীৰ চকুদুটা ওলাই গল আৰু এইদৰেই নিহত হৈ সি বাগৰি পৰিল। তেতিয়া মহাবলশালী বালীপুত্ৰই হাতীটোৰ দাঁত দুটা উভালি লৈ খেদি গৈ দেৱান্তকক আঘাত কৰিলে। সেই কোবত দেৱান্তক বতাহে কঁপাই তোলা গছৰ নিচিনাকৈ বিহ্বল হল আৰু লাক্ষাৰস-সদৃশ তেজ তেওঁৰ শৰীৰপৰা বব ধৰিলে। তাৰ পিচত অলপ সুস্থ হৈ মহাতেজস্বী বলবান দেৱান্তকে মুদগৰৰ দ্বাৰা অঙ্গদক প্ৰহাৰ কৰিলে। মুদগৰৰ কোব পাই ইন্দ্ৰাত্মজ অঙ্গদে আঠুকাঢ়ি মাটিত পৰিয়েও পুনঃ লাফ দি ওপৰলৈ

---

* মূল পাঠত সপ্ততিতম সৰ্গৰ উল্লেখ নকৰি শ্লোকৰ ক্ৰমিক সংখ্যা চলাই নিয়া হৈছে। অনুবাদতো সেই ক্ৰমিক সংখ্যাকে ৰাখি সপ্ততিতম সৰ্গৰ উল্লেখ কৰা হৈছে।

উঠিল। এইদৰে ওপৰলৈ উঠোতে ত্ৰিশিৰাই তিনিপাট তীক্ষ্ণ শৰেৰে বান্দৰৰাজপুত্ৰ অঙ্গদৰ কপাল বিদ্ধ কৰিলে।

১১৬—১২১। তিনিজন ৰাক্ষসে অঙ্গদক বেঢ়ি ধৰা দেখি হনুমান আৰু নীল উভয়ে আগ-বাঢ়ি গল। নীলে ত্ৰিশিৰাৰ ওপৰত এটা গিৰিশৃঙ্গ নিক্ষেপ কৰাত ৰাৱণ-পুত্ৰ বুদ্ধিমান ত্ৰিশিৰাই তীক্ষ্ণ শৰৰ দ্বাৰা তাক খণ্ডবিখণ্ড কৰিলে। শত শত বাণবৰ্ষণৰ দ্বাৰা খণ্ড-বিখণ্ড হোৱাত পৰ্ব্বতশৃঙ্গ সমুজ্জ্বল স্ফুলিঙ্গ উদগীৰণ কৰি মাটিত পৰি গ'ল। বিদীৰ্ণ হৈ এইদৰেই পৰি যোৱা দেখি বলবান দেৱান্তকে আনন্দতে মুদ্গৰডাল তুলি লৈ মাৰুতনন্দন হনুমানলৈ খেদা দিলে। তাক এইদৰে খেদি অহা দেখি কপিকুঞ্জৰ হনুমানে লাফ দি তাৰ মূৰত তেওঁৰ বজ্ৰসম মুষ্টিৰ প্ৰহাৰ শোধালে। ৰাক্ষসৰ শিৰত এইদৰে আঘাত কৰাৰ পিচত বায়ুপুত্ৰ হনুমানৰ সিংহনাদতে ৰাক্ষসকুল কঁপি উঠিল। মুষ্টিৰ প্ৰহাৰত ৰাক্ষসৰ মূৰ চুৰমাৰ হল,—তাৰ দাঁত আৰু চকু ওলাই পৰিল আৰু জিভা বাহিৰ হল; এইদৰেই ৰাক্ষসৰাজপুত্ৰ দেৱান্তক নিহত হৈ শেষত মাটিত বাগৰি পৰিল।

১২২—১২৭। ৰণস্থলত দেৱাৰি দেৱান্তক নিহত হোৱা দেখি ত্ৰিশিৰা অতিশয় ক্ৰুদ্ধ হল আৰু তীক্ষ্ণ তীক্ষ্ণ শৰ বাছি লৈ নীলৰ বুকুলৈ লক্ষ্য কৰি বাণবৰ্ষণ কৰিবলৈ ধৰিলে। ইপিনে মহোদৰেও পৰ্ব্বতসদৃশ আন এটা হাতীত উঠি ভীষণ ক্ৰোধান্বিত সূৰ্য্যদেৱে মন্দৰ পৰ্ব্বতত প্ৰৱেশ কৰাৰ নিচিনাকৈ যুদ্ধত অৱতীৰ্ণ হল আৰু মেঘে ভীষণ গৰ্জ্জন কৰি পৰ্ব্বতৰ ওপৰত বৰষুণ ঢালি দিয়াৰ নিচিনাকৈ নীলৰ ওপৰত বাণবৃষ্টি কৰিবলৈ ধৰিলে। শৰবৃষ্টিৰ ফলত কপিসেনাপতি নীলৰ সৰ্ব্বশৰীৰ বিদ্ধ হোৱাত তেওঁৰ শৰীৰ অৱশ হল আৰু মহাবলশালী ৰাক্ষসৰ আক্ৰমণত অলপ সময়ৰ কাৰণে স্তম্ভিত হৈ থাকিল। তাৰ পিচত সংজ্ঞা লাভ কৰি বৃক্ষৰাজিৰে সৈতে পৰ্ব্বতশৃঙ্গ এটা হাতত লৈ লাফ দি ওপৰলৈ উঠিল আৰু অতি ক্ষিপ্ৰতাৰে সৈতে তাৰে মহোদৰৰ শিৰত আঘাত কৰিলে। শৃঙ্গৰ আঘাতত মহোদৰৰ সৰ্ব্বশৰীৰ ভাগি পৰিল আৰু তেওঁ বিমোহিত হৈ বজ্ৰাহত পৰ্ব্বতৰ দৰে প্ৰাণ পৰিত্যাগ কৰি মাটিত বাগৰি পৰিল।

১২৮—১৪৪। খুৰাক মহোদৰ এইদৰে পৰি যোৱা দেখি ত্ৰিশিৰাই ধনুখন হাতত লৈ ভীষণ ক্ৰুদ্ধ হৈ শৰজালৰ দ্বাৰা হনুমানক বিন্ধিবলৈ ধৰিলে। তেতিয়া হনুমানে কুপিত হৈ এটা পৰ্ব্বতশৃঙ্গ ত্ৰিশিৰালৈ নিক্ষেপ কৰিলে আৰু বলশালী ত্ৰিশিৰাই তীক্ষ্ণ শৰৰ দ্বাৰা তাক খণ্ড-বিখণ্ড কৰিলে। নিক্ষিপ্ত শৃঙ্গ ব্যৰ্থ হোৱা দেখি কপিপ্ৰৱৰে ৰাৱণপুত্ৰৰ ওপৰত বৃক্ষবৰ্ষণ কৰিবলৈ ধৰিলে। ত্ৰিশিৰাই এইদৰে বৃক্ষবৃষ্টি হবলৈ ধৰা দেখি তীক্ষ্ণ শৰজালৰ দ্বাৰা সেইবোৰ ছেদন কৰি সিংহনাদ কৰিবলৈ ধৰিলে। তেতিয়া

হনুমানে লাফ দি মৃগৰাজ সিংহই নগৰাজ হাতীক বিদীৰ্ণ কৰাৰ নিচিনাকৈ নখৰ দ্বাৰা ত্ৰিশিৰাৰ ঘোঁৰাটোক ফালি পেলালে। তেতিয়া যমৰাজে কালৰাত্ৰি লৈ আগ-বাঢ়ি অহাৰ নিচিনাকৈ ত্ৰিশিৰাই শক্তিঅস্ত্ৰ উত্তোলন কৰি বায়ুপুত্ৰ হনুমানৰ বুকুলৈ নিক্ষেপ কৰিলে। সৰগৰপৰা প্ৰক্ষিপ্ত উল্কাসদৃশ শক্তি তেওঁৰ শৰীৰৰ ওপৰত পৰাৰ আগতে হাতেৰে তাক ভাঙি দিলে আৰু অট্টহাস্য কৰি সিংহনাদ কৰিবলৈ ধৰিলে। হনুমানে ঘোৰমূৰ্ত্তি এই শক্তি ভাঙি দিয়াত বান্দৰবোৰ হৰ্ষান্বিত হৈ মেঘৰ গৰ্জনে গৰ্জি উঠিল। তেতিয়া ৰাক্ষসপ্ৰৱৰ ত্ৰিশিৰাই খড়্গ হাতত লৈ তাৰে হনুমানৰ বুকুত আঘাত কৰিলে। খড়্গৰ আঘাত পাই পৱননন্দন হনুমানে ত্ৰিশিৰাৰ বক্ষঃস্থলত হাতৰ তলুৱাৰে প্ৰহাৰ কৰিলে। চাপৰ খাই মহাতেজস্বী ত্ৰিশিৰাৰ হাতৰ ধনু স্খলিত পৰিল আৰু সংজ্ঞাহীন হৈ মাটিত পৰিল। এইদৰে পৰি যোৱাত পৰ্ব্বতসদৃশ মহা-কপি হনুমানে তেওঁৰ হাতৰপৰা খড়্গখন কাঢ়ি ললে আৰু ৰাক্ষসবোৰক সন্ত্ৰস্ত কৰি ভৈৰৱৰবে চীৎকাৰ কৰিবলৈ ধৰিলে। তেতিয়া নিশাচৰ ত্ৰিশিৰাই হনুমানৰ সেই গৰ্জ্জন সহ্য কৰিব নোৱাৰি লাফ দি উঠি তেওঁৰ ওপৰত মুষ্টিপ্ৰহাৰ কৰিলে। মুষ্টিৰ প্ৰহাৰত হনুমানৰ ক্ৰোধ চৰিল আৰু ৰাক্ষসপ্ৰৱৰৰ কিৰীটিসংযুক্ত মূৰটোত থাপ মাৰি ধৰিলে আৰু লগে লগে তীক্ষ্ণ খড়্গৰ দ্বাৰা ইন্দ্ৰই বিশ্বকৰ্ম্মাৰপুত্ৰ বিশ্বৰূপৰ* তিনিওটা মূৰ ছেদন কৰাৰ নিচিনাকৈ ত্ৰিশিৰাৰ কিৰীটিধাৰী কুণ্ডলযুক্ত মূৰ তিনিটা ছেদন কৰিলে ; তেতিয়া আকাশৰ পৰা পথবিচ্যুত গ্ৰহনক্ষত্ৰসদৃশ ইন্দ্ৰৰিপু ৰাক্ষসৰ প্ৰদীপ্ত অগ্নিসদৃশ সুবৃহৎলোচনযুক্ত মূৰকেইটা মাটিত পৰি গল। এইদৰে ইন্দ্ৰাৰি ত্ৰিশিৰা শক্ৰ-তুল্যপৰাক্ৰমশালী হনুমানৰ দ্বাৰা নিহত হোৱাত বান্দৰবোৰে ভীষণৰবে সিংহনাদ কৰিবলৈ ধৰিলে, পৃথিৱী কঁপি উঠিল আৰু ৰাক্ষসবোৰ চাৰিওফালে দৌৰি পলাবলৈ ধৰিলে।

১৪৫—১৬১। ত্ৰিশিৰা, যুদ্ধোন্মত্ত মহোদৰ আৰু দুৰ্দ্ধৰ্ষ বীৰ দেৱান্তক আৰু নৰান্তক যুদ্ধত নিপাতিত হোৱা দেখি ৰাক্ষসপ্ৰৱৰ মহাপাৰ্শ্বই অসহিষ্ণু হৈ সম্পূৰ্ণৰূপে লোহাৰ নিৰ্ম্মিত জ্যোতিৰ্ম্ময় গদাপাট তুলি ললে। সোণৰ পাত খটোৱা এই গদা মাংস আৰু তেজৰ ফেনে অনুলিপ্ত, দেখোতে অতি প্ৰকাণ্ড আৰু শত্ৰুৰ শোণিতেৰে পৰি-তৃপ্ত ; তাৰ অগ্ৰভাগ তেজৰ ৰশ্মিৰ বলত প্ৰদীপ্ত, আৰু সমগ্ৰ গদা ৰক্তমাল্যে বিভূষিত ; ঐৰাৱত, মহাপদ্ম, আৰু সাৰ্ব্বভৌমাদি দিগ্‌গজসমূহৰ প্ৰতিও ই ভয়াৱহ। গদা হাতত লৈ ৰাক্ষসকুঞ্জৰ মত্তই* (মহাপাৰ্শ্বই) ভীষণ ক্ৰুদ্ধ হৈ যুগান্তকালৰ প্ৰদীপ্ত অগ্নিসদৃশ ৰূপ ধাৰণ কৰি বন্দাৰসমূহৰ গুৰিলৈ খেদি গল। তেতিয়া বান্দৰবীৰ

*ইন্দ্ৰই তেওঁৰ ভাগৰ সোমৰস চুৰি কৰি নি লুকুৱাই থোৱাৰ বাবে তিনিমূৰীয়া বিশ্বৰূপক বধ কৰে।

*মহোদৰৰ আন নাম যুদ্ধোন্মত্ত আৰু মহাপাৰ্শ্বৰ আন নাম মত্ত।

ঋষভে লাফ দি উঠি ৰাৱণ ভ্ৰাতা মহাপাৰ্শ্বৰ সৈন্যদলৰ ওচৰ চাপি তেওঁৰ সন্মুখত থিয় দিলে। পৰ্ব্বতপ্ৰমাণ কপিপ্ৰবৰ এইদৰে থিয় দিয়া দেখি মহাপাৰ্শ্বই তেওঁৰ বজ্ৰসদৃশ গদাৰে ঋষভৰ বুকুত প্ৰহাৰ কৰিলে। গদাৰ কোব পাই ঋষভৰ বুকু ফাটি তেজৰ সোঁত বৰলৈ ধৰিলে আৰু তেওঁ বিচলিত হল। অলপ সময়ৰ পিচত সংজ্ঞা লাভ কৰি ওঠ দুটি কঁপাই ক্ৰোধপূৰ্ণ দৃষ্টিৰে মহাপাৰ্শ্বৰ পিনে চকু ঘুৰালে। বান্দৰবীৰপ্ৰধান মহাবেগবান ঋষভে ৰাক্ষসক খেদি গৈ হাতৰ মুঠি ডাঠকৈ বান্ধি পৰ্ব্বত-সদৃশ প্ৰচণ্ডতাৰে ৰাক্ষসৰ দুই বাহুৰ মাজৰ বক্ষঃস্থলত আঘাত কৰিলে। মুষ্টিৰ প্ৰহাৰত ৰাক্ষসৰ সৰ্ব্বশৰীৰ ৰক্তাক্ত হল আৰু গুৰি কাটি দিয়া গছৰ নিচিনাকৈ সি মাটিত ঢলি পৰিল; তেতিয়া ঋষভে যমদণ্ডসদৃশ দুৰ্ঘোৰ সেই গদাপাট ৰাক্ষসৰ হাতৰ-পৰা আঁজুৰি আনি সিংহনাদে গৰ্জিবলৈ ধৰিলে। মুষ্টিৰ প্ৰহাৰত ৰাক্ষস মৃতপ্ৰায় হৈ অলপ সময় পৰি থকাৰ পিচত, হঠাতে সংজ্ঞা লাভ কৰি সন্ধ্যাকালৰ মেঘসদৃশ ৰূপ ধাৰণ কৰি বৰুণপুত্ৰ ঋষভক প্ৰহাৰ কৰিলে। ৰাক্ষসৰ প্ৰহাৰত ঋষভ মূৰ্চ্ছিত হৈ অলপ সময় মাটিত পৰি থাকিল; তাৰ পিচত পুনঃ সংজ্ঞা লাভ কৰি পৰ্ব্বতসদৃশ গদাপাট ঘুৰাই তাৰে ৰাক্ষসক আঘাত কৰিলে। ঘোৰমূৰ্ত্তি গদাই দেৱ, বিপ্ৰ আৰু যজ্ঞসমূহৰ শত্ৰু ৰুদ্ৰমূৰ্ত্তি ৰাক্ষসৰ বক্ষঃস্থল আঘাত কৰাৰ লগে লগে ধাতুময় পৰ্ব্বত বিদীৰ্ণ হৈ ধাতুমিশ্ৰিত জল নিৰ্গত হোৱাৰ নিচিনাকৈ ৰাক্ষসৰ শৰীৰৰ পৰা তেজৰ সোঁত বৰলৈ ধৰিলে। ইপিনে মহাত্মা ঋষভে পুনঃ সেই গদাপাটকে লৈ বাৰে বাৰে ঘুৰাবলৈ ধৰিলে আৰু ৰণক্ষেত্ৰত মহাপাৰ্শ্বৰ সৈন্যসমূহক বধ কৰিলে। গদাৰ কোবত মহাপাৰ্শ্বৰ দাঁত ভাগিল, চকু কোটৰৰপৰা ওলাই পৰিল আৰু এইদৰেই প্ৰাণ পৰিত্যাগ কৰি বজ্ৰাহত পৰ্ব্বতসদৃশ ৰাক্ষস মাটিত বাগৰি পৰিল।

১৬১—১৬২। ৰাৱণ ভ্ৰাতা মহাপাৰ্শ্ব নিপাতিত হোৱাত মহাসমুদ্ৰসদৃশ সেই ৰাক্ষস-বাহিনীয়ে অস্ত্ৰ-শস্ত্ৰ সকলোকে এৰি জীৱনৰ অৰ্থে বায়ুবিচালিত বিদীৰ্ণ সমুদ্ৰসদৃশ পলাই ফাট মাৰিলে।

**ইতি যুদ্ধকাণ্ডৰ অন্তৰ্গত একোনসপ্ততিতম আৰু সপ্ততিতম সৰ্গ সমাপ্ত**

# একসপ্ততিতম সর্গ

## ৰাৱণ-পুত্ৰ অতিকায় বধ

১—৯। পৰ্ব্বতপ্ৰমাণকায়বিশিষ্ট দেৱদানবদৰ্পহাৰী ব্ৰহ্মদত্তবৰলব্ধ মহাতেজস্বী অতিকায়ে বিগত লোমহৰ্ষণকাৰী তুমুল সংগ্ৰামত নিজ (ৰাক্ষস) সৈন্যবল ব্যথিত হোৱা দেখি আৰু ইন্দ্ৰতুল্যপৰাক্ৰমশালী ভ্ৰাতৃবৰ্গ আৰু তেওঁৰ খুৰাক ৰাক্ষসপ্ৰবৰ যুদ্ধোন্মত্ত আৰু মত্ত এই দুজন ভায়েক-ককাযেক নিহত হোৱা দেখি ভীষণ ক্ৰুদ্ধ হৈ উঠিল। তেতিয়া ইন্দ্ৰৰিপু তেওঁ সহস্ৰ সূৰ্য্যসম সমুজ্জ্বল ৰথত আৰোহণ কৰি লৰালৰিকৈ বান্দৰসৈন্যৰ সম্মুখীন হল। কিৰীটিধাৰী অতিকায় সুন্দৰ স্নিগ্ধ কুণ্ডলেৰে সুশোভিত হৈ ধনুত টঙ্কাৰ দি সমৰক্ষেত্ৰত নিজ নাম ঘোষণা কৰি সিংহনাদে গৰ্জ্জি উঠিল। জ্যাৰ ভয়ঙ্কৰ টঙ্কাৰ, তেওঁৰ নিজ নামৰ ঘোষণা আৰু সিংহনাদ শুনি বান্দৰকুল সন্ত্ৰস্ত হল। অতিকায়ৰ শৰীৰৰ আকাৰ আৰু মাহাত্ম্য দেখি বান্দৰবোৰে ভাবিবলৈ ধৰিলে জানোচা কুম্ভকৰ্ণ উঠি আহি আকৌ যুদ্ধত অৱতীৰ্ণ হৈছে। এইদৰে ভবাৰ লগে লগে তেওঁলোক ভয়ত্ৰস্ত হৈ পৰস্পৰে পৰস্পৰৰ আশ্ৰয় বিচাৰিবলৈ ধৰিলে। ত্ৰিপাদ ভূমি বিচৰাৰ সময়ত বিষ্ণুৱে যেনে ৰূপ ধাৰণ কৰিছিল ৰাক্ষসেও তদনুৰূপ ৰূপ ধাৰণ কৰা দেখি ভয়তে বান্দৰ যোদ্ধাসকলে ইপিনে সিপিনে দৌৰি পলাবলৈ ধৰিলে। এনে অৱস্থাত বান্দৰবোৰে তাৰ ৰূপ দেখি হতবুদ্ধি হৈ যুদ্ধত সকলোৱে শৰণস্থল লক্ষ্মণাগ্ৰজ ৰামৰ শৰণ ললে।

১০—২৫। ইতিমধ্যে কাকুৎস্থ ৰামে ধনু হাতত লৈ কালমেঘবৎ গৰ্জ্জনৰত অতিকায়ক পৰ্ব্বতাকাৰ ধাৰণ কৰি ৰথৰ ওপৰত বহি থকা দেখা পালে। তেওঁৰ সুবৃহৎ শৰীৰটো দেখি ৰাম বিস্মিত হল। বান্দৰবোৰক সান্ত্বনা দি তেওঁ বিভীষণক সুধিলে, "সিংহসদৃশ দৃষ্টিসম্পন্ন এহেজাৰ ঘোঁৰাই টানি অনা বিশাল ৰথত উঠি অহা পৰ্ব্বতাকাৰ শৰীৰবিশিষ্ট ধনুৰ্দ্ধাৰী এইজন কোন? দেখিছো সুতীক্ষ্ণ শেল, প্ৰাস, তোমৰ আদি অস্ত্ৰৰ দ্বাৰা সুসজ্জিত হৈ জ্যোতিৰ্ম্ময় ভূতগণৰ দ্বাৰা পৰিবেষ্টিত মহেশ্বৰসদৃশ তেওঁ শোভা ধাৰণ কৰিছে। মেঘে বিদ্যুৎমালাসংযুক্ত হলে যেনে শোভা ধাৰণ কৰে কালজিহ্বাসদৃশ ৰথ আৰু শক্তিশালী অস্ত্ৰসমূহৰ দ্বাৰা পৰিবেষ্টিত হৈ তেওঁ তেনে শোভা ধাৰণ কৰিছে। তেওঁৰ ধনুবোৰৰ পৃষ্ঠভাগ সুবৰ্ণমণ্ডিত। এইবোৰ লৈ তেওঁৰ ৰথ ইন্দ্ৰধনুযুক্ত আকাশসদৃশ প্ৰকাশমান হৈছে। সূৰ্য্যৰশ্মিৰ দৰে ৰথত

আৰোহণ কৰি ৰাক্ষসশাৰ্দ্দূল এই বীৰে ৰণভূমিত বিৰাজমান হৈছে যেন আগ বাঢ়িবলৈ ধৰিছে। তেওঁৰ ৰথৰ ধ্বজাত ৰাহুৰ চিহ্ন আৰু তেওঁৰ বাণসমূহেও সূৰ্য্যৰশ্মিসদৃশ প্ৰভাযুক্ত হৈ দশোদিক উদ্ভাসিত কৰিছে। তেওঁৰ ধনুখন ইন্দ্ৰধনুসদৃশ, তিনিভঁজীয়া, তাৰ পৃষ্ঠভাগ সুবৰ্ণমণ্ডিত, শব্দ মেঘগৰ্জ্জনবৎ। ধ্বজ, পতাকা আৰু ধুৰা সংযুক্ত তেওঁৰ মহান ৰথ চাৰিজন সাৰথিৰ দ্বাৰা চালিত আৰু তাৰ শব্দও মেঘৰ গৰ্জ্জনবৎ। ৰথত আঠ-ত্ৰিশটা শৰৰ তূণ, ধনুবোৰ ভয়ঙ্কৰ আৰু ধনুৰজ্যা কাঞ্চনসদৃশ পিঙ্গলবৰ্ণ। তেওঁৰ দুয়োকালে দুখন সমুজ্জ্বল খড়গই শোভান্বিত কৰি ৰাখিছে; প্ৰত্যেকখন খড়গৰ হাতৰ মুষ্টিবন্ধনৰ বেৰ চাৰি হাত আৰু দীঘলে দহ হাত। তেওঁৰ কণ্ঠত ৰক্তমাল্য, মুখ দেখোঁতে মহাপৰ্ব্বতসদৃশ ঘোৰমূৰ্ত্তি, কৃষ্ণবৰ্ণবিশিষ্ট, কালসদৃশ বৃহদাকাৰ আৰু তেওঁ নিজে মেঘাবৃত ভাস্কৰসম প্ৰভান্বিত। তেওঁৰ বাহুযুগলত সোণৰ অঙ্গদে শোভা কৰিছে, অনুমান হয় যেন অত্যুচ্চ শৃঙ্গবিশিষ্ট পৰ্ব্বতশ্ৰেষ্ঠ হিমালয় পৰ্ব্বতহে তাত বিৰাজ কৰিছে। তেওঁৰ দুয়ো কাণতে থকা কুণ্ডলযুগলে তেওঁৰ বদনভাগ অতি ভীষণা-কৃতিত পৰিণত কৰিছে, অনুমান হয় যেন পুনৰ্ব্বসু নক্ষত্ৰৰ ভিতৰত পূৰ্ণচন্দ্ৰইহে শোভা কৰিছে। হে মহাবাহু বিভীষণ, ককচোন বাৰু, এই ৰাক্ষসপ্ৰবৰ কোন যাক দেখি বান্দৰবোৰ ভয়তে চাৰিও ফালে দৌৰি পলাবলৈ ধৰিছে।”

২৬—৩৬। অসীম শক্তিশালী ৰাজপুত্ৰ ৰামচন্দ্ৰই এইদৰে সোধাত মহাতেজস্বী বিভীষণে তেওঁক কবলৈ ধৰিলে, “হে ৰাঘৱ, কুবেৰৰ অনুজ মহাতেজস্বী ৰজা দশগ্ৰীৱ, তেৱেঁই ভীমকৰ্ম্মা, মহাশক্তিশালী ৰাক্ষসবোৰৰ ৰজা ৰাৱণ। এই ৰাক্ষস তেওঁৰ বীৰ্য্যবান পুত্ৰ আৰু তেওঁৰ সমান বলবান, তেওঁ বৃদ্ধজনৰ সেৱক, বেদবিদ্ আৰু সকলো অস্ত্ৰবিদসকলৰ ভিতৰত শ্ৰেষ্ঠ। অশ্বাৰোহণ, গজাৰোহণ, খড়গ, ধনু, পাশবন্ধন, সাম, দান ভেদ, মন্ত্ৰ আদি নীতিবিদ্যা সকলোতে তেওঁ সুখ্যাতিসম্পন্ন। এওঁৰ বাহুবলকে আশ্ৰয় কৰি লঙ্কা ভয়শূন্য হৈ আছে। এওঁ ধান্যমালিনীৰ পুত্ৰ, অতিকায় নামে সকলোৰে ওচৰত বিদিত। সংযতেন্দ্ৰিয় হৈ এওঁ ব্ৰহ্মাক তপস্যা কৰি সকলো অস্ত্ৰ লাভ কৰে আৰু শত্ৰুকুলক পৰাজিত কৰে। ব্ৰহ্মাই এওঁক সুৰাসুৰসকলৰ অবধ্য হোৱাৰ বৰ দান দিয়ে আৰু এই দিব্য কবচ আৰু সূৰ্য্যসম সমুজ্জ্বল ৰথো দান কৰে। তাৰ সহায়তে শত শত দেৱতা আৰু দানৱক তেওঁ পৰাভূত কৰে আৰু ৰাক্ষসকুলক ৰক্ষা কৰি যক্ষকুলক বধ কৰে। ধীমান এই ৰাক্ষসে তেওঁৰ বাণসমূহৰ দ্বাৰা ইন্দ্ৰৰ বজ্ৰকো প্ৰতিহত কৰে আৰু সলিলৰাজ বৰুণৰ পাশো ব্যৰ্থ কৰে। বৰ্ত্তমানে ৰাক্ষসসকলৰ ভিতৰত শ্ৰেষ্ঠ এৱেঁই বলবান অতিকায়, ৰাৱণনন্দন আৰু দেৱদানৱদৰ্পহাৰী। এতেকে হে পুৰুষপ্ৰবৰ, তেওঁৰ

শৰৰ দ্বাৰা বান্দৰসৈন্যৰ ক্ষয় সাধিত হোৱাৰ আগতে আপুনি তেওঁক বধ কৰিবলৈ যত্নপৰ হওক।”

৩৭—৪৫। ইতিমধ্যে বলবান অতিকায়ে বান্দৰসৈন্যবাহিনীৰ মাজত প্ৰৱেশ কৰি ধনুত টঙ্কাৰ দি পুনঃ পুনঃ গৰ্জ্জন কৰিবলৈ ধৰিলে। ভীমকায় ৰথীশ্ৰেষ্ঠ ৰাক্ষসক এইদৰে ৰথত উপবেশন কৰি থকা দেখি বনবিহাৰী বান্দৰবোৰৰ যিসকল মুখ্য, আৰু মহাত্মা, তেওঁলোক যুদ্ধলৈ ওলাই আহিল। কুমুদ, দ্বিবিদ, মৈন্দ, নীল, শৰভ আদি সেনাপতিবোৰে পাদপ আৰু পৰ্ব্বতশৃঙ্গ হাতত লৈ একে সময়তে একে লগে সেই ৰাক্ষসক গুৰিবলৈ খেদি গল। কিন্তু অস্ত্ৰবিদসকলৰ শ্ৰেষ্ঠ মহাতেজস্বী অতিকায়ে তেওঁৰ সুবৰ্ণবিভূষিত শৰসমূহৰ দ্বাৰা বান্দৰসকলৰ শিল আৰু বৃক্ষবোৰ ছেদন কৰিলে। আৰু এওঁৰ সন্মুখলৈ খেদি অহা সেই সকলো বান্দৰকে সৰ্ব্ব লৌহনিৰ্ম্মিত বাণসমূহৰ দ্বাৰা বিদ্ধ কৰিলে। বাণবৃষ্টিয়ে তেওঁলোকৰ সৰ্ব্বশৰীৰ বিন্ধি দিয়াত তেওঁলোক ভীষণৰূপে পীড়িত হল আৰু কোনোপধ্যে যুদ্ধত আক্ৰমণৰ প্ৰতিকাৰ কৰিব নোৱাৰিলে। যৌৱনগৰ্ব্বিত ক্ৰুদ্ধ সিংহই পহুৰ পালক যিদৰে সন্ত্ৰস্ত কৰি তোলে ৰাক্ষস অতিকায়েও বান্দৰবীৰসকলৰ সেই সৈন্যদলক তেনেদৰে সন্ত্ৰস্ত কৰিলে। কিন্তু ৰাক্ষসপ্ৰধান অতিকায়ে বান্দৰদলৰ ভিতৰত তেওঁৰ লগত যুদ্ধত প্ৰবৃত্ত হবলৈ ইচ্ছা নকৰাজনক বধ নকৰিলে। তাৰ পিচত ধনু আৰু তূণ হাতত লৈ লাফ দি উঠি সগৰ্ব্বে ৰামক উদ্দেশ্য কৰি তেওঁ কবলৈ ধৰিলে, “ৰথত আৰোহণ কৰি শৰধনু হাতত লৈ মই উপস্থিত হৈছো। সাধাৰণ যোদ্ধাৰ লগত যুদ্ধত মই প্ৰবৃত্ত নহওঁ। যাৰ শক্তি আৰু সামৰ্থ্য আছে তেওঁ আহি মোৰ লগত যুদ্ধ কৰক।”

৪৬—৫৬। ৰাক্ষসৰ কথা শুনি শত্ৰুহন্তা সুমিত্ৰানন্দন লক্ষ্মণ ভীষণ ক্ৰুদ্ধ হল আৰু ৰাক্ষসৰ কথা সহ্য কৰিব নোৱাৰি তাৰ প্ৰতি অৱজ্ঞা দেখুৱাই ধনু হাতত লৈ ঘপকৰে থিয় দিলে। খঙত জ্বলি উঠি তূণৰপৰা শৰ নিক্ষেপ কৰি সন্মুখত ৰৈ থকা অতিকায়ৰ বৃহৎ ধনুখন কাটি পেলালে আৰু তেওঁৰ ধনুৰ জ্যাৰ শব্দতে আকাশ, সমুদ্ৰ আৰু দশোদিক কঁপাই তুলি ৰাক্ষসবোৰৰ মনত ভয়ৰ সঞ্চাৰ কৰিলে। লক্ষ্মণৰ ভীষণ এই জ্যাৰ শব্দ শুনি বলবান মহাতেজস্বী ৰাৱণাত্মজ আচৰিত হল। তীক্ষ্ণ শৰ এপাট লৈ ক্ৰুদ্ধভাৱে লক্ষ্মণক উদ্দেশ্য কৰি কবলৈ ধৰিলে, “হে সুমিত্ৰানন্দন, তুমি এটা বালকমাত্ৰ আৰু যুদ্ধবিদ্যাত অবিচক্ষণ; এনেকে তুমি উভতি যোৱাঁ। মোৰ নিচিনা কালসদৃশ যোদ্ধা এজনৰ লগত যুদ্ধ কৰিবলৈ আগ্ৰহান্বিত হৈছা কিয়? তুমি জানিবা মোৰ এই বাহুৰ দ্বাৰা নিক্ষিপ্ত শৰৰ বেগ হিমাদ্ৰি, অন্তৰীক্ষ আৰু পৃথিবীয়েও সহ্য কৰিব নোৱাৰে। যি কালাগ্নি সুখত নিদ্ৰিত হৈ আছে, তুমি

তাক জগাই লবলৈ ইচ্ছা কৰিছা কিয় ? এতিয়াও কৈছো তুমি যদু বৈ উভতি যোৱাঁ, মোৰ সন্মুখলৈ আহি প্ৰাণ বিসৰ্জ্জন নিদিবা। আৰু যদিহে মদগৰ্ব্বতে তুমি উভতি যাবলৈ ইচ্ছা কৰা নাই, তেন্তে বৈ থাকাঁ। এতিয়াই প্ৰাণ পৰিত্যাগ কৰি যমালয়লৈ গতি কৰিবা। শত্ৰুবিনাশকাৰী মোৰ এই তীক্ষ্ণ শৰসমূহলৈ চোৱাঁ। ইহঁত মহেশ্বৰৰ শূলসদৃশ আৰু তপ্তকাঞ্চন বিভূষিত। মৃগৰাজ সিংহই নাগৰাজ হাতীৰ ৰক্ত যিদৰে পান কৰে, সৰ্পসদৃশ মোৰ এই বাণেও তোমাৰ ৰক্ত পান কৰিব।" এই বুলি কৈ ৰাক্ষসে ধনুত শৰ সংযোগ কৰিলে।

৫৭—৬৪। যুদ্ধক্ষেত্ৰত ৰাক্ষস অতিকায়ৰ ৰোষপূৰ্ণ আৰু সগৰ্ব্বে কৰা উক্তি শুনি অতিবলশালী মহালক্ষ্মীবান মনস্বী ৰাজপুত্ৰ লক্ষ্মণে কলে, "ৰাক্ষস, অকল কথাৰ জোৰতে তুমি প্ৰধান বোলাব নোৱাৰাঁ, আত্মশ্লাঘাৰ দ্বাৰা মানুহ সাধু পুৰুষ হব নোৱাৰে। হে দুৰাত্মন, ধনু আৰু বাণ হাতত লৈ মই থিয় দি আছো, পাৰা যদি এতিয়া তোমাৰ আত্মবল দেখুৱাঁ। কামৰ দ্বাৰা তোমাৰ গৰিমা প্ৰকাশ কৰাঁ, কেৱল আত্মশ্লাঘাৰ দ্বাৰা নহয়। যিজন পুৰুষত্বসম্পন্ন, তেওঁহে বীৰ নামে পৰিচিত হয়, এয়ে শাস্ত্ৰৰ মত। সকলো অস্ত্ৰেৰে সুসজ্জিত হৈ তুমি ৰথত উঠি আছা, এতিয়া হয় তোমাৰ শৰ অথবা আন অস্ত্ৰৰ সহায়ত তোমাৰ পৰাক্ৰম দেখুৱাঁ; তাৰ পিচতহে কালপ্ৰাপ্ত হলে বতাহে যিদৰে বেটুৰ পৰা তালফল সৰাই দিয়ে ময়ো সেইদৰে মোৰ তীক্ষ্ণশৰৰ দ্বাৰা তোমাৰ মুণ্ডপাত কৰিম। আজি মোৰ তপ্তকাঞ্চন বিভূষিত শৰসমূহে শেলবিদ্ধ তোমাৰ শৰীৰৰ ৰক্ত পান কৰিব। মই বালক, এইবুলি মোক অৱজ্ঞা কৰাটো তোমাৰ উচিত নহব; মই বালকেই হওঁ বা বৃদ্ধই হওঁ আজিৰ সমৰত তোমাৰ মৃত্যু, এই কথা তুমি জানি ৰাখাঁ। বিষ্ণুৱে বালক ৰূপ ধাৰণ কৰিয়ে তিনি খোজত স্বৰ্গ, মৰ্ত্ত্য আৰু পাতাল এই তিনিও ভুবন আবৃত কৰিছিল।"

৬৫—৯৬। লক্ষ্মণৰ হেতু আৰু পৰমাৰ্থতত্ত্বপূৰ্ণ কথা শুনি ৰাক্ষস অতিকায়ে ভীষণ ক্ৰুদ্ধ হৈ উৎকৃষ্ট বাণ হাতত ললে। তাকে দেখি বিদ্যাধৰ, ভূতগণ, দেৱদৈত্য মহৰ্ষি, গুহ্যক আৰু আন আন মহাত্মাগণে এই যুদ্ধ চোৱাৰ মানসে আকাশত উপস্থিত হলহি। ইতিমধ্যে অতিকায়ে খঙৰ বেগতে শৰপাট তুলি লৈ এনে জোৰে নিক্ষেপ কৰিলে যে সি আকাশৰ দূৰত্ব পৰ্য্যন্ত খৰ্ব কৰি লক্ষ্মণৰ গালৈ খেদা দিলে। বিষধৰ সৰ্পসম তীক্ষ্ণ সেই শৰে গালৈ খেদি অহা দেখি শত্ৰুবীৰহন্তা লক্ষ্মণে অৰ্দ্ধচন্দ্ৰ বাণৰ দ্বাৰা তাক বাটতে কাটি দিলে। সাপৰ ফণা কাটি দিয়াৰ নিচিনা নিক্ষিপ্ত শৰ বিচ্ছিন্ন হোৱা দেখি ৰাক্ষসৰ খং দুগুণে চৰি উঠিল আৰু পাঁচপাট আন শৰ বাছি লৈ লক্ষ্মণক উদ্দেশ্য কৰি নিক্ষেপ কৰিলে। বাণে তেওঁৰ ওচৰ চপাৰ আগতে তীক্ষ্ণ

শৰৰ দ্বাৰা ভৰতানুজ লক্ষ্মণে সেইবোৰ কাটি পেলালে। শত্ৰু নিসূদন বীৰ লক্ষ্মণে দুয়োবাৰতে ৰাক্ষসৰ শৰ বিচ্ছিন্ন কৰি নিজ শক্তিবলে সমুগ্ৰসমুজ্জ্বল এপাট অতি উগ্ৰ শৰ বাছি লৈ তেওঁৰ উৎকৃষ্ট ধনুত সংযোগ কৰি গাৰ বলে জ্যাত টান দি নিক্ষেপ কৰিলে। ধনু যিমানখিনি টানিব পৰা হয় সিমানখিনি টান নিক্ষেপ কৰাত এই শৰপাটে গৈ ৰাক্ষসপ্ৰৱৰৰ ললাটত আঘাত কৰিলে। ভীমকায় ৰাক্ষসৰ ললাট-প্ৰদেশ ভেদ কৰি শৰ তেজেৰে ৰাঙলী হৈ তাতে ওলমি পৰাত অনুমান হল যেন ৰক্তাক্ত বিষধৰ সৰ্পহে পৰ্ব্বতত ওলমি আছে। তাহানি-কালত মহাদেবৰ বাণৰ আঘাতত ত্ৰিপুৰ অসুৰৰ পুৰদ্বাৰ যিদৰে কঁপি উঠিছিল লক্ষ্মণৰ শৰাঘাতত ৰাক্ষসৰ সৰ্ব্বশৰীৰো তেনেদৰে কঁপি উঠিল। তেতিয়া মহাবল-শালী ৰাক্ষসে অলপ আশ্বস্ত হৈ চিন্তা কৰি কলে, "লক্ষ্মণ, তুমি ধন্য, তোমাৰ বাণপ্ৰহাৰৰ পৰা বুজিলোঁ তুমি নিশ্চয় মোৰ প্ৰশংসাভাজন শত্ৰু।" এই বুলি কৈ তেওঁৰ সুবৃহৎ বাহু যুগল তললৈ কৰি মুখ মেলি ৰথতে থাকি চাৰিওকালে ঘূৰি ফুৰিবলৈ ধৰিলে। পিচত তিনিপাট, পাঁচপাট আৰু সাতপাট শৰ বাছি লৈ শৰাসনত সন্ধান কৰিলে আৰু জ্যাত টান দি শৰবোৰ এৰি দিলে। এই শৰবোৰ কালসদৃশ, সোণৰ পাখি লগোৱা আৰু সূৰ্য্যসম সমুজ্জ্বল, ৰাক্ষসপ্ৰৱৰৰ ধনুৰপৰা ওলাই সিহঁতে সমগ্ৰ আকাশমণ্ডলীকে উদ্ভাসিত কৰি তুলিলে। কিন্তু ৰাঘবানুজ লক্ষ্মণে তাত অলপো ভীত নহৈ বহু তীক্ষ্ণ শৰৰ দ্বাৰা সেই সকলোবোৰ কাটি খণ্ড-বিখণ্ড কৰিলে। শৰবোৰ এইদৰে কাটি পেলোৱা দেখি ত্ৰিদশাৰি ৰাৱণনন্দন অতিকায় আৰু অধিকতৰ ক্ৰুদ্ধ হৈ এপাট অতি তীক্ষ্ণ শৰ তুলি ললে। মহাতেজস্বী ৰাক্ষসে বাণপাট হঠাতে এইদৰে নিক্ষেপ কৰাত সি গৈ লক্ষ্মণৰ বুকুৰ মাজভাগত আঘাত কৰিলে। শৰে এইদৰে আঘাত কৰাত মদোন্মত্ত হাতীৰ কুম্ভৰপৰা মদস্ৰাৱ নিৰ্গত হোৱাৰ নিচিনাকৈ লক্ষ্মণৰ বুকুৰপৰাও তেজৰ ধাৰ বৰবৈ ধৰিলে। তেতিয়া অশেষ প্ৰভাৱান্বিত বীৰ লক্ষ্মণেও শৰীৰৰপৰা শেলপাট উলিয়াই ৰোগমুক্ত হৈ তীক্ষ্ণ শৰ এপাট লৈ ধনুত সংযোগ কৰিলে। এই শৰ আগ্নেয়াস্ত্ৰৰ লগত সংযুক্ত* হোৱাত, শৰ জ্বলি উঠিল আৰু লগতে ধনুখনকো সমুজ্জ্বল কৰি তুলিলে। তেতিয়া মহাতেজস্বী বীৰ অতিকায়েও এপাট ৰৌদ্ৰ অস্ত্ৰ তুলি লৈ তাৰ লগত ভুজঙ্গসদৃশ সোণৰ পাখি লগোৱা এপাট শৰ সংযোগ* কৰিলে। অন্তক যমৰাজে কালদণ্ড নিক্ষেপ কৰাৰ নিচিনাকৈ মন্ত্ৰবলে সমুজ্জ্বল দিব্য-শক্তিসম্পন্ন শৰপাট লক্ষ্মণে অতিকায়ৰ গালৈ নিক্ষেপ কৰা দেখি ৰাক্ষসে সূৰ্য্যাস্ত্ৰমন্ত্ৰে

* টীকাকাৰৰ মতে লক্ষ্মণে আগ্নেয় অস্ত্ৰৰ আৰু অতিকায়ে ৰৌদ্ৰ অস্ত্ৰৰ মন্ত্ৰে নিজ নিজ বাণ মন্ত্ৰপুত কৰিলে।

অভিষিক্ত তাৰ ৰুদ্ৰ বাণপাট লক্ষ্মণক উদ্দেশ্য কৰি এৰি দিলে। দুয়োপাট শৰে এইদৰে নিক্ষেপ্ত হৈ আকাশত ক্ৰুদ্ধ প্ৰদীপ্ত ভুজঙ্গসদৃশ পৰস্পৰে পৰস্পৰক আক্ৰমণ কৰিবলৈ ধৰিলে, আৰু উভয়ে উভয়কে দগ্ধ কৰি ভূতলত পৰি গল। দুয়োপাট অত্যুৎকৃষ্ট শৰেই আকাশত জ্বলি থাকি শেহত ভস্মসাৎ হৈ মাটিত পৰি যোৱাত তেনেই ৰশ্মিহীন হল। তেতিয়া অতিকায়ে আৰু অধিক ক্ৰুদ্ধ হৈ ত্বষ্ট্ৰাই (বিশ্বকৰ্ম্মাই) দিয়া ঐষিক অস্ত্ৰ লক্ষ্মণলৈ নিক্ষেপ কৰাত বীৰ্য্যবান সুমিত্ৰানন্দনে ঐন্দ্ৰ অস্ত্ৰৰ দ্বাৰা তাক ছেদন কৰিলে। ঐষিক অস্ত্ৰ ব্যৰ্থ হোৱা দেখি ৰাৱণনন্দন অতিকায়ে খঙতে জ্বলি উঠি যাম্যস্ত্ৰ শৰ মন্ত্ৰপূত কৰি লক্ষ্মণৰ গালৈ নিক্ষেপ কৰাত লক্ষ্মণে বায়ব্য অস্ত্ৰৰ দ্বাৰা তাক ব্যৰ্থ কৰিলে। তাৰ পিচত লক্ষ্মণে অত্যন্ত ক্ৰুদ্ধ হৈ মেঘে ধাৰাসাৰে বৃষ্টিপাত কৰাৰ নিচিনাকৈ ৰাৱণাত্মজৰ ওপৰত শৰবৃষ্টি কৰিবলৈ ধৰিলে। কিন্তু কি আচৰিত শৰবোৰ অতিকায়ৰ বজ্ৰবিভূষিত কবচৰ সংঘৰ্ষলৈ অহাৰ লগে লগে সিহঁতৰ আগভাগ ভাগি যোৱাত মাটিত পৰি যাবলৈ ধৰিলে। শত্ৰুহন্তা লক্ষ্মণে শৰবোৰ এইদৰে ব্যৰ্থ হোৱা দেখি হাজাৰে হাজাৰে শৰ তাৰ ওপৰত নিক্ষেপ কৰিবলৈ ধৰিলে। কিন্তু ৰাক্ষস অতিকায়ে অভেদ্য কবচ পিন্ধি থকাৰ কাৰণে শৰবৃষ্টিৰ মাজত থকাতো কোনোপাট শৰে তেওঁৰ শৰীৰ ভেদ কৰিব নোৱাৰিলে; আনকি নৰশ্ৰেষ্ঠ লক্ষ্মণে তেওঁক কোনো প্ৰকাৰৰ ব্যথাও দিব নোৱাৰিলে

৯৭—৯৮। এনে অৱস্থাত ভগৱান পবনদেৱে আহি লক্ষ্মণৰ কাণে কাণে কৈ দিলে "এই ৰাক্ষস ব্ৰহ্মাৰ বৰৰ দ্বাৰা বলবান; তেওঁ যি কবচ পিন্ধি আছে সি অভেদ্য, অকল ব্ৰাহ্ম অস্ত্ৰৰ সহায়তহে তাক ভেদ কৰিব পৰা হব, আন কোনো প্ৰকাৰে নহয়। যিহেতু এই কবচ পিন্ধি তেওঁ অভেদ্য হৈ আছে, এতেকে আন কোনো অস্ত্ৰই তেওঁক বধ কৰিব নোৱাৰে।"

৯৮—১০৮। বায়ুৰ কথা শুনি ইন্দ্ৰপ্ৰতিম বীৰ্য্যশীল সুমিত্ৰানন্দনে অতি উগ্ৰবেগী শৰ এপাট লৈ ব্ৰাহ্মমন্ত্ৰে সংযোগ কৰিলে। সুমিত্ৰানন্দনে তীক্ষ্মাগ্ৰবিশিষ্ট সেই মহাস্ত্ৰ বাণপাট প্ৰয়োগ কৰাৰ লগে লগে দশোদিক, চন্দ্ৰ, সূৰ্য্য, মহাগ্ৰহ সমুহ আৰু নভোমণ্ডল সন্ত্ৰস্ত হৈ উঠিল আৰু পৃথিবীয়েও চীৎকাৰ কৰিবলৈ ধৰিলে। সুপুঙ্খযুক্ত শৰপাট ব্ৰাহ্মমন্ত্ৰে মন্ত্ৰপূত হৈ ধনুত সংযুক্ত হোৱাৰ লগে লগে সি যমদূতসদৃশ ৰূপ ধাৰণ কৰিলে আৰু বজ্ৰসম বেগে ৰাৱণ-পুত্ৰৰ ওচৰলৈ গতি কৰিলে। অতিকায়ে দেখিলে যে সোণ আৰু বজ্ৰবিভূষিত বিচিত্ৰ পাখিৰে সুশোভিত শৰৰ বেগ ক্ৰমাৎ বৃদ্ধিপ্ৰাপ্ত হৈ বায়ুসমবেগে ধাবমান হৈ তেওঁৰ ওচৰলৈ আহিব ধৰিছে। তেতিয়া তেওঁ বহুতীক্ষ্ম শৰ নিক্ষেপ কৰি লক্ষ্মণৰ শৰক প্ৰতিৰোধ কৰিবৰ চেষ্টা কৰিলেও শৰে গৰুড়ৰ সমান বেগে লৈ

তেওঁৰ ওচৰ পালেহি। প্ৰদীপ্ত কালান্তক সেই শৰপাট ক্ৰমাৎ ওচৰলৈ অহা দেখি ৰাক্ষসে যত্নৰ অলপো ক্ৰুটি নকৰাকৈ শক্তি, ঋষ্টি, গদা, কুঠাৰ, শূল, আৰু শৰৰ দ্বাৰা তাক আঘাত কৰিবলৈ ধৰিলে। কিন্তু অদ্ভুত ৰূপধাৰী সেই শৰে ৰাক্ষসৰ সকলো অস্ত্ৰ ব্যৰ্থ কৰি তেওঁৰ কিৰীটিমণ্ডিত শিৰত আঘাত কৰিলে। লক্ষ্মণৰ বাণত শিৰস্ত্ৰাণ সুশোভিত ৰাক্ষসৰ মূৰ বিচ্ছিন্ন হৈ হিমালয়ৰ শৃঙ্গৰ দৰে হঠাতে মাটিত বাগৰি পৰিল। তেতিয়া তেওঁৰ মূৰটো এইদৰে পৰি যোৱা আৰু শৰীৰৰ বসন ভূষণ চাৰিওফালে বিক্ষিপ্ত হোৱা দেখি বাকী থকা ৰাক্ষসবোৰ ব্যথিত হৈ উঠিল। সকলোৰে মুখ মলিন, বান্দৰ সৈন্যৰ প্ৰহাৰত শৰীৰ জৰ্জ্জৰিত; এনে অৱস্থাত পৰি বহুতে উচ্চ আৰু বিকৃতস্বৰে চীৎকাৰ কৰিবলৈ ধৰিলে; নায়ক নিহত হোৱাত যিবোৰ ৰাক্ষসে যুদ্ধ নকৰাকৈ ৰৈ আছিল, সিহঁত ভীত হৈ লঙ্কাৰ অভিমুখে লৰি পলাল।

১০৯। ভীমবলশালী দুৰ্বৃত্ত এই শত্ৰু নিহত হোৱাত বান্দৰবোৰ হৰ্ষান্বিত হল, তেওঁলোকৰ মুখমণ্ডলে প্ৰফুল্ল কমলৰ নিচিনা শোভা ধাৰণ কৰিলে আৰু সকলোৱে সমুচিত প্ৰকাৰে লক্ষ্মণৰ পূজা অৰ্চ্চনা কৰিলে।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত একসপ্ততিতম সৰ্গ সমাপ্ত

## দ্বিসপ্ততিতম সৰ্গ

### অতিকায়ৰ মৃত্যুৰ পিচত ৰাৱণৰ শোকপূৰ্ণ অৱস্থা

১—১০। মহাত্মা লক্ষ্মণৰ হাতত অতিকায় নিহত হোৱা শুনি ৰজা দহৰ উদ্বিগ্ন হৈ কবলৈ ধৰিলে, "সকলো অস্ত্ৰধাৰীসকলৰ ভিতৰত শ্ৰেষ্ঠ আৰু পৰবল-অসহিষ্ণু ধূম্ৰাক্ষ, অকম্পন, প্ৰহস্ত, আৰু কুম্ভকৰ্ণ মোৰ এই সকলো ৰাক্ষসবীৰ মহাবলশালী আৰু যুদ্ধাকাঙ্ক্ষী, শত্ৰুসৈন্য-বিজয়ী আৰু সততে শত্ৰুৰ অপৰাজেয়। হায়! এই বীৰগণো অক্লিষ্টকৰ্ম্মা ৰামৰ হাতত সসৈন্যে নিহত হল; ইয়াৰ উপৰিও আন আন বহুত মহাকায়বিশিষ্ট, সকলো অস্ত্ৰ-শস্ত্ৰত পাৰ্গত, মহাবীৰ্য্যশালী ৰাক্ষস মৃত্যুৰ মুখত পৰিল। বল আৰু বীৰ্য্যত খ্যাতনামা মোৰ পুত্ৰ ইন্দ্ৰজিতে তেওঁৰ বৰলব্ধ শৰৰ দ্বাৰা এই ভ্ৰাতৃযুগলক বান্ধি থলে। দেৱতা, মহাবলশালী অসুৰ, যক্ষ বা গন্ধৰ্ব্ব কাৰো এই

বন্ধনৰপৰা মুক্ত কৰাৰ শক্তি নাছিল। কিন্তু কি আচৰিত, ৰাম আৰু লক্ষ্মণ-দুয়ো ভ্ৰাতাই তাৰ পৰাও মুক্তি পালে; কব নোৱাৰোঁ নিজ প্ৰভাৱ, মায়া অথবা মোহনী শক্তিৰ এই কেইটাৰ কোনটোৰ সহায়ত তেওঁলোকে মুক্তি লাভ কৰিলে। দেখিছো মোৰ আদেশমতে যি যোদ্ধায়ে বাহিৰলৈ গৈছে, মহাবলশালী বান্দৰবোৰে তাকেই বধ কৰিছে, কিন্তু এনে এজন নোলাল যি ৰাম, লক্ষ্মণ, সসৈন্যে সুগ্ৰীৱ অথবা বিভীষণক বধ কৰিব পাৰিলে। হায়! ৰামৰ কি অদ্ভুত বল, তেওঁৰ অস্ত্ৰৰে বা বল কি মহৎ। তেওঁৰ বল আৰু অস্ত্ৰৰ প্ৰভাৱতে মোৰ ৰাক্ষসবোৰ ধ্বংস প্ৰাপ্ত হল।

১৫—১৭। এতেকে সকলোৱে সতৰ্ক হৈ সৈন্য শিবিৰত থাকি এই লঙ্কাপুৰী ৰক্ষা কৰি থাকাঁ আৰু যি ঠাইত সীতা আছে সেই অশোকবনো ৰক্ষা কৰি থাকিবা। কোন ওলাই যায় আৰু কোন প্ৰৱেশ কৰে সকলো কথা ভালদৰে লক্ষ্য কৰিবা। যি যি ঠাইত শিবিৰ সংস্থাপিত আছে সেইবোৰ ঠাইৰ ওপৰত বাৰে বাৰে সুদৃষ্টি ৰাখিবা। সৈন্যবলৰ দ্বাৰা পৰিবৃত হৈ তোমালোক সকলো ঠাইতে সাজু হৈ থাকিবা। বান্দৰবোৰৰ গতিবিধি তোমালোক ৰাক্ষসবোৰে ভালদৰে লক্ষ্য কৰি থাকিবা। সন্ধ্যা, মাজনিশা, অথবা নিচেই প্ৰভাতকালতো সকলো পিনে সিহঁতৰ ওপৰত চকু ৰাখিবা। বান্দৰবোৰৰ গতিবিধিৰ প্ৰতি কোনো প্ৰকাৰৰ অবজ্ঞা বা উদাসীন ভাব নেদেখুৱাবা। শত্ৰুপক্ষৰ উদ্যম, লঙ্কাৰ প্ৰতি আগমন অথবা অৱস্থান সকলো বিষয়তে দৃষ্টি ৰাখিবা।"

১৫—১৭। লঙ্কাধিপতি ৰাৱণৰ এই আদেশ শুনি মহাবলশালী ৰাক্ষসবোৰে যথাযথ-ভাবে তেওঁৰ আদেশ পালন কৰিলে। তাৰ পিচত সকলোকে এইদৰে আদেশ দি তেওঁ অন্তৰত ক্ৰোধপূৰ্ণ শোকৰ শেল বহন কৰি দীন দনে নিজ ভৱনত প্ৰৱেশ কৰিলে। এই দৰে নিশাচৰসকলৰ অধিপতি মহাবলশালী ৰাৱণে অন্তৰত জ্বলি উঠা ক্ৰোধৰ আবেগ লৈ পুত্ৰশোকত জৰ্জ্জৰিত হৈ বাৰে বাৰে দীৰ্ঘ নিঃশ্বাস পেলাই চিন্তান্বিত হৈ ৰল।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্গত দ্বিসপ্ততিতম সৰ্গ সমাপ্ত

## ত্ৰিসপ্ততিতম সৰ্গ

### ইন্দ্ৰজিতৰ আক্ৰমণত ৰাম-লক্ষ্মণ আৰু বান্দৰ সৈন্যৰ পৰাজয়

১—৮। হতাৱশিষ্ট ৰাক্ষসসৈন্যবোৰে ৰাক্ষসপুঙ্গৱ দেৱান্তক, ত্ৰিশিৰা, অতিকায় আদি নিহত হোৱা বাতৰিটো লৰালৰিকৈ ৰাৱণক জনোৱাৰ পিচতে ৰজাৰ কণ্ঠ বাষ্পৰুদ্ধ হ'ল। পুত্ৰক্ষয়, ভ্ৰাতৃবধ আদি কাৰ্য্যাৱলী বিষয়ে ভাবি ৰজা ঘোৰ চিন্তান্বিত হ'ল। ৰজাক দীনভাৱে শোকসাগৰত এইদৰে তল যোৱা দেখি ৰাক্ষসৰাজপুত্ৰ মহাৰথ ইন্দ্ৰজিতে কবলৈ ধৰিলে, 'হে পিতা, যেতিয়ালৈ এই ৰাক্ষসৰ দেশত ইন্দ্ৰজিত জীয়াই আছে তেতিয়ালৈ আপুনি মোহাভিভূত হোৱা উচিত নহয়। সমৰ ক্ষেত্ৰত ইন্দ্ৰাৰি মোৰ শৰাঘাতত কোনোজনে এক মুহূৰ্ত্তলৈকে প্ৰাণ ধাৰণ কৰি থাকিব পাৰিছে বুলি মই নাজানো। আজিয়েই লক্ষ্মণে সৈতে ৰাম মোৰ দ্বাৰা বাণবিদ্ধ হোৱাৰ পিচত সিহঁতৰ শৰীৰ বিদীৰ্ণ হোৱা আপুনি চাই লওক আৰু লগতে সৰ্ব্ব শৰীৰ বাণৰ দ্বাৰা আচ্ছন্ন হোৱাৰ পিচত সিহঁতে প্ৰাণ পৰিত্যাগ কৰি ধৰ তলশায়ী হোৱাও আপুনি দেখিব। মোৰ নিজ শক্তি আৰু ব্ৰহ্মাই দয়া বৰৰ গুণত মোৰ এই প্ৰতিজ্ঞা নিশ্চয় পূৰণ হব, মোৰ অমোঘ শৰসমূহৰ দ্বাৰা ৰাম আৰু লক্ষ্মণ উভয়কে আজি পৰিতুষ্ট কৰিম। বলিৰজাৰ যজ্ঞস্থলত বিষ্ণুৰ উগ্ৰশক্তিৰ নিচিনা মোৰ অতুলনীয় পৰাক্ৰমৰ মহিমা ইন্দ্ৰ, যম, বিষ্ণু, ৰুদ্ৰ, সাধ্য, অগ্নি, চন্দ্ৰ, সূৰ্য্য সকলোৱে আজিয়েই দেখা পাব।" এই বুলি কৈ মহাবীৰ ত্ৰিদশাৰি ইন্দ্ৰজিতে ৰজাৰ পৰা বিদায় লৈ উৎকৃষ্ট খৰ সংযুক্ত বায়ুসম বেগবান ৰথত আৰোহণ কৰিলে।

৯—১৬। ইন্দ্ৰৰ ৰথসদৃশ ৰথত আৰোহণ কৰি মহাতেজস্বী ইন্দ্ৰজিতে বিঠাইত অৰিন্দম ৰামচন্দ্ৰ বৈ আছিল সেই যুদ্ধক্ষেত্ৰলৈ প্ৰস্থান কৰিলে। তেওঁ যাত্ৰা কৰা দেখি অসংখ্য মহাবলশালী ৰাক্ষসে পৰম হৃষ্ট চিত্তে উৎকৃষ্ট ধনু হাতত লৈ তেওঁৰ পিচে পিচে গমন কৰিলে। কোনোৱে হাতীত, কোনোৱে উৎকৃষ্ট ঘোঁৰাত, কোনোৱে বাঘ, বৃশ্চিক, মেকুৰী, খৰ, উট, সৰ্প, বৰাহ, সিংহ, কম্বুক আৰু পৰ্ব্বতসদৃশ কাক, হংস, ময়ূৰত আৰোহণ কৰি প্ৰাস, মুদগৰ, আৰু গদা আদি অস্ত্ৰ হাতত লৈ তেওঁ অনুগামী হ'ল। এইদৰে শঙ্খ আৰু ভেৰীৰ শব্দৰ মাজত বীৰ্য্যৱান ইন্দ্ৰজিত ৰণলৈ ওলাই গ'ল। যাত্ৰাৰ সময়ত চন্দ্ৰসম শুভ্ৰ শঙ্খ আৰু ছত্ৰেৰে আবৃত হৈ বীৰবৰে চন্দ্ৰশোভিত নভোমণ্ডল-সদৃশ শোভা ধাৰণ কৰিলে। এনে অৱস্থাত স্বৰ্ণ অলঙ্কাৰে বিভূষিত ধনুৰ্দ্ধা-

বীসকলৰ মুখ্য ইন্দ্ৰজিতৰ ওপৰত সোনৰ নাল লগোৱা চামৰৰ ব্যজন হবলৈ ধৰাত, প্ৰভাকৰ সূৰ্য্যৰ ৰশ্মিৰ প্ৰভাৱত নভোমণ্ডলৰ যেনে শোভা হয়, অপ্ৰতিদ্বন্দ্বী সূৰ্য্যসম তেজস্বী বীৰ ইন্দ্ৰজিতৰ ৰূপজ্যোতিত লঙ্কানগৰীও তেনে শোভা ধাৰণ কৰিলে।

১৭—২৬। এইদৰে শোভান্বিত হৈ মহাতেজস্বী অৰিন্দম বীৰ ইন্দ্ৰজিতে ৰণভূমিত উপস্থিত হৈ ৰাক্ষসবোৰক তেওঁৰ ৰথৰ চাৰিওফালে সংস্থাপিত কৰিলে। তাৰ পিচত অগ্নিসম তেজস্বী ৰাক্ষসপ্ৰবৰ ইন্দ্ৰজিতে উত্তম মন্ত্ৰপাঠ কৰি যথাবিধি অগ্নিত আহুতি দান কৰিবলৈ আৰম্ভ কৰিলে। প্ৰতাপবান ৰাক্ষসপ্ৰবৰে আখৈ, মাল্য আৰু সুগন্ধি-দ্ৰব্যৰ দ্বাৰা অগ্নি সংস্কাৰ কৰি তাত ঘৃতাহুতি দান কৰিলে। কুশ-কাশ, বিভীতক, বৃক্ষৰ শাখা, সমিৎ, ৰক্তবস্ত্ৰ আৰু কৃষ্ণলৌহ-নিৰ্ম্মিত স্ৰুব হল এই যজ্ঞৰ উপকৰণ। অগ্নি সংস্থাপিত হোৱাৰ পিচত শৰপত্ৰ* সংযুক্ত তোমৰ অস্ত্ৰৰ দ্বাৰা এটা জীৱিত ক'লা ছাগলীৰ ডিঙিটো কাটি লৈ আহুতি দিয়া মাত্ৰকে অগ্নিৰ শূন্য বিধূম-শিখা জ্বলি উঠিল আৰু লগে লগে যিবোৰ চিহ্নৰ দ্বাৰা যুদ্ধত বিজয়ী হোৱা বুজায় তেনেবোৰ চিহ্নই তাত প্ৰকাশ পালে। তপ্তকাঞ্চনসন্নিভ অগ্নি নিজে জ্বলি উঠি দক্ষিণাবৰ্ত্তশিখাযুক্ত হৈ ঘৃতাহুতি গ্ৰহণ কৰিলে। তাৰ পিচত ব্ৰহ্মমন্ত্ৰবিদ্ ইন্দ্ৰজিতে অস্ত্ৰ, ধনু আৰু নিজৰ ৰথ সকলোকে সংগ্ৰহ কৰি আনি সেইবোৰ ব্ৰাহ্মমন্ত্ৰপূত কৰিলে। এইদৰে অস্ত্ৰ আৰু অগ্নিত আহুতি প্ৰদান কৰাৰ লগে লগে চন্দ্ৰ, সূৰ্য্য, গ্ৰহ আৰু নক্ষত্ৰক লৈ সমগ্ৰ নভস্থল ভয়তে কঁপি কঠিল। অগ্নিসম সমুজ্জ্বল, তেজস্বী মহেন্দ্ৰসম প্ৰভান্বিত, অভাবনীয় শক্তিসম্পন্ন বীৰ ইন্দ্ৰজিতে অগ্নিত আহুতি প্ৰদান কৰি, ধনু, বাণ, খড়গ আৰু শূলৰ দ্বাৰা সজ্জিত হৈ আকাশমণ্ডলত উঠি অন্তৰ্দ্ধান হল।

২৭—৪২। ইন্দ্ৰজিত এইদৰে অন্তৰ্হিত হোৱা দেখি ৰাক্ষসসেনাবাহিনীয়ে পতাকা আৰু ধ্বজশোভিত ৰথ আৰু অশ্বেৰে পৰিব্যাপ্ত হৈ সিংহনাদ কৰি যুদ্ধ কৰিবলৈ ওলাই গল। যুদ্ধস্থলত উপনীত হৈ তেওঁলোকক বিচিত্ৰ তীব্ৰবেগী শৰ, সুতীক্ষ্ণ তোমৰ আৰু অঙ্কুশৰ দ্বাৰা বান্দৰসৈন্যক বধ কৰিবলৈ ধৰিলে। তেতিয়া ৰাৱণপুত্ৰ ইন্দ্ৰজিতে আৰু অধিক ক্ৰুদ্ধ হৈ ৰাক্ষসবোৰক উদ্দেশ্য কৰি কলে "তোমালোকে প্ৰফুল্লচিত্তে বান্দৰবোৰক বধ কৰাৰ উদ্দেশ্যে যুদ্ধত প্ৰবৃত্ত হোৱাঁ।" ইন্দ্ৰজিতৰ কথা শুনি ৰাক্ষসবোৰে জয়ৰ আশাতে বান্দৰবোৰৰ ওপৰত ঘোৰতৰ শৰবৃষ্টি কৰিবলৈ ধৰিলে। ইন্দ্ৰজিতেও ৰাক্ষস-বোৰৰ লগত ওপৰত আকাশতে থাকি নালীক, নাৰাচ, গদা, মুসল আদি অস্ত্ৰৰ

* কুশ-বন জাতীয় বন।

সহায়ত বান্দৰবোৰক আক্ৰমণ কৰিলে। আনপক্ষে ৰাক্ষসৰ আক্ৰমণত আঘাত পাই থকা অৱস্থাতো বৃক্ষৰূপ অস্ত্ৰধাৰী বান্দৰবোৰে ৰাৱণপুত্ৰৰ ওপৰত শিল আৰু বৃক্ষৰ বৃষ্টি কৰিবলৈ ধৰিলে। তেতিয়া মহাবলশালী ইন্দ্ৰজিতে অতিশয় ক্ৰুদ্ধ হৈ বান্দৰবোৰৰ শৰীৰ ছিন্ন-বিছিন্ন কৰিবলৈ ধৰিলে। একোপাট শৰতে পাঁচ, সাত বা নটাকৈ বান্দৰৰ শৰীৰ ভেদ কৰিলে। ইন্দ্ৰজিতৰ আক্ৰমণ দেখি ৰাক্ষসবোৰ হৰ্ষান্বিত হৈ উঠিল। এইদৰে ৰণদুৰ্জ্জয় ইন্দ্ৰজিতে সূৰ্য্যসম প্ৰভান্বিত সুৱৰ্ণ-বিভূষিত শৰৰ সহায়ত বান্দৰবোৰক বিধ্বস্ত কৰিবলৈ ধৰিলে। তাহানি কালত দেৱতাসকলৰ আক্ৰমণত অসুৰ কুল যিদৰে বিনিষ্ট হৈছিল ইন্দ্ৰজিতৰ শৰত জৰ্জ্জৰিত শৰীৰৰ সৈতে বান্দৰবোৰো সেইদৰে মাটিত পৰি যাবলৈ ধৰিলে। তেতিয়া বান্দৰবোৰে খঙতে জ্বলি উঠি প্ৰবল সূৰ্য্যই প্ৰখৰ তাপৰ দ্বাৰা প্ৰাণীক পাৰতপ্ত কৰাৰ নিচিনাকৈ শৰজালৰ দ্বাৰা বিদগ্ধ হৈয়ো ৰণক্ষেত্ৰত ইন্দ্ৰজিতৰ গুৰিলৈ খেদা ললে। কিন্তু শৰৰ প্ৰকোপত বান্দৰবোৰৰ শৰীৰ বিদীৰ্ণ হোৱাত তেওঁলোক তেজেৰে ৰাঙলী হল আৰু ব্যথাতে চৈতন্য হেৰুৱাই চাৰিওফালে দৌৰি পলাবলৈ ধৰিলে। তথাপিতো প্ৰাণ পৰিত্যাগ কৰি হলেও ৰামৰ কাৰ্য্য সাধন কৰিবলৈ, তেওঁলোকে শিল আৰু বৃক্ষৰ দ্বাৰা সুসজ্জিত হৈ গৰ্জ্জন কৰি যুদ্ধক্ষেত্ৰত অবতীৰ্ণ হল; আৰু ৰাৱণপুত্ৰৰ পিনে লক্ষ্য কৰি শিল পৰ্ব্বতশৃঙ্গ আৰু বৃক্ষৰ বৃষ্টি কৰিবলৈ ধৰিলে। কিন্তু সমৰবিজয়ী, মহাতেজস্বী ইন্দ্ৰজিতৰ শৰজালত প্ৰাণসংহাৰক ভীষণ শিল আৰু বৃক্ষৰ বৃষ্টিও ব্যৰ্থ হল। অধিকন্তু সেই সমৰক্ষেত্ৰত প্ৰাধান্য লাভ কৰি ইন্দ্ৰজিতে তেওঁৰ পাৱকসদৃশ, সৰ্পবিষবৎ তীক্ষ্ণ শৰ-সমূহৰ দ্বাৰা বান্দৰসন্যবাহিনীক তেনেই ছিন্ন-ভিন্ন কৰি পেলালে।

৪৩—৫০। তেওঁ ওঠৰপাট তীক্ষ্ণ শৰৰ দ্বাৰা গন্ধমাদনক, আৰু ন পাট শৰৰ দ্বাৰা দূৰতে থকা নলক বিদ্ধ কৰিলে। এইদৰে মহাবীৰ্য্যশালী সেই ৰাক্ষসে সাতপাট মৰ্ম্মস্থান-বিদাৰক শৰৰ দ্বাৰা মৈন্দক, পাঁচপাটেৰে গজক, দহপাটেৰে জাম্ববানক, ত্ৰিশপাটেৰে নীলক ভেদ কৰাৰ পিচত তেওঁৰ বৰলব্ধ ঘোৰতৰ তীক্ষ্ণ শৰসমূহৰ দ্বাৰা সুগ্ৰীৱ, ঋষভ, অঙ্গদ আৰু দ্বিবিদক প্ৰাণহীন অৱস্থাত থৈ আন আন বহুত মুখ্য বান্দৰক শৰসমূহৰ দ্বাৰা আঘাত কৰি কালাগ্নিসদৃশ ৰূপ ধাৰণ কৰিলে। ইন্দ্ৰজিতৰ শৰসমূহ শীঘ্ৰগামী আৰু সূৰ্য্য-সদৃশ তেজস্বী। সুচাৰুৰূপে প্ৰয়োগ কৰাত এই শৰৰ জালাত বান্দৰসৈন্য তেনেই বিধ্বস্ত হল। শৰৰ প্ৰকোপত বান্দৰসৈন্য প্ৰপীড়িত আৰু তেজেৰে ৰাঙলী হোৱা দেখি মহাবলশালী ৰাৱণ আত্মজ বীৰ ইন্দ্ৰজিত পৰম হৰ্ষান্বিত হল আৰু চাৰিওফালৰপৰা পুনৰ বাণবৃষ্টি আৰু দাৰুণ অস্ত্ৰ প্ৰয়োগ কৰি বান্দৰসৈন্যক তেনেই মথি পেলালে।

৫০। তাৰ পিচত নিজ সৈন্যদলৰ উপবিভাগবপৰা আঁতৰি অদৃশ্য অৱস্থাতে থাকি বান্দৰসৈন্যৰ ওপৰত মেঘে পানী বৰষাৰ দৰে ইন্দ্ৰজিতে বান্দৰসৈন্যৰ ওপৰত বাণবৃষ্টি কৰিবলৈ ধৰিলে। তেওঁৰ শৰৰ জালত বান্দৰসৈন্যৰ শৰীৰ জৰ্জ্জৰিত হল আৰু ৰাক্ষসী-মায়াত বিমুগ্ধ হৈ বিকট উচ্চস্বাৰে চীৎকাৰ কৰিবলৈ ধৰিলে আৰু পৰ্ব্বতপ্ৰমাণ কায়বিশিষ্ট বান্দৰবোৰ বজ্ৰাহত পৰ্ব্বতৰ দৰে মাটিত বাগৰি পৰিল।

৫৩। বান্দৰবোৰে তেওঁলোকৰ সৈন্যবাহিনীৰ ওপৰত অকল তীক্ষ্ণ শৰসমূহৰ আগভাগখিনিহে দেখা পালে, কিন্তু মায়াৰ বলতে লুকাই থকা ৰাক্ষস ইন্দ্ৰজিতক হলে কোনেও দেখা নাপালে।

৫৪। এই সুযোগতে ৰাক্ষসনায়ক মহাবীৰ্য্যবান ইন্দ্ৰজিতে তেওঁৰ সূৰ্য্যৰশ্মিসদৃশ তীক্ষ্ণ শৰজালৰ দ্বাৰা চতুৰ্দ্দিক আচ্ছাদিত কৰি মুখ্য মুখ্য বান্দৰসমূহক বিদীৰ্ণ কৰিলে।

৫৫। আৰু লগে লগে প্ৰদীপ্ত অনলসম শূল আৰু ঘোৰমূৰ্ত্তি পৰশু (কুঠাৰ জাতীয় অস্ত্ৰ) নিক্ষেপ কৰি বান্দৰসৈন্যৰ মাজত কিৰণতি যুক্ত সমুজ্জল অগ্নি বৃষ্টি কৰিবলৈ ধৰিলে।

৫৫। ইন্দ্ৰজিতৰ বহ্নিসদৃশ শৰজালৰ দ্বাৰা প্ৰপীড়িত হৈ সৰ্ব্ব শৰীৰ ৰক্তাক্ত হোৱাত বান্দৰদলপতিসকলৰ ৰূপ প্ৰস্ফুটিত কিংশুক ফুলৰ নিচিনা হল।

৫৭। কোনোজনে ওপৰৰ পিনে চোৱা মাত্ৰকে তেওঁৰ চকু তাতেই বিদ্ধ হবলৈ ধৰিলে, এনে অৱস্থাত নিৰুপায় হৈ বান্দৰবোৰে পৰস্পৰে পৰস্পৰক সাৱটি ধৰি মাটিত পৰিবলৈ ধৰিলে।

৫৮—৬১। ইতিমধ্যে ৰাক্ষস-প্ৰবৰ ইন্দ্ৰজিতে তেওঁৰ মন্ত্ৰপূত অস্ত্ৰ প্ৰাস, শূল, তীক্ষ্ণবাণ আদিৰ দ্বাৰা হনুমান, সুগ্ৰীব, অঙ্গদ, গন্ধমাদন, জাম্ববান, সুষেণ, বেগদৰ্শী, মৈন্দ, দ্বিবিদ, নীল, গবাক্ষ, গবয়, কেশৰী, বিদ্যুদ্দংষ্ট্ৰ, সূৰ্য্যানন, জ্যোতিমুখ, দধিমুখ, পাবকাক্ষ, নল, কুমুদ, আদি সকলো বীৰগণকে বিন্ধি পেলালে।

৬২। গদা আৰু সুবৰ্ণবিভূষিত বাণৰ দ্বাৰা বান্দৰ দলপতিসকলক বিন্ধি উঠি বীৰ ইন্দ্ৰজিতে ৰাম আৰু লক্ষ্মণৰ ওপৰত সূৰ্য্য-ৰশ্মিসম উজ্জ্বল বাণ-বৰ্ষণ কৰিবলৈ ধৰিলে।

৬৩। জলধাৰানিপাত সদৃশ শৰবৃষ্টি হৈ থকা সত্ত্বেও পৰম লক্ষ্মীবান শ্ৰীৰামচন্দ্ৰই তালৈ লক্ষ্য নকৰি লক্ষ্মণৰ পিনে চাই কবলৈ ধৰিলে,

৬৪। "লক্ষ্মণ, ইন্দ্ৰশত্ৰু এই ৰাক্ষসপ্ৰবৰে ব্ৰহ্মাস্ত্ৰক আশ্ৰয় লৈ বান্দৰসৈন্যক সংহাৰ কৰি উঠি সেই অস্ত্ৰৰ বলতে এতিয়া আমাক প্ৰপীড়িত কৰিবলৈ ধৰিছে।

৬৫। "ব্ৰহ্মাৰ বৰতে বলীয়ান মহা বীৰ্য্যবান বিপুলকায়-বশিষ্ট এই ৰাক্ষসে আনে দেখি নোপোৱা অৱস্থাত হৈ আছে। এতেকে তেওঁৰ শৰীৰ লুকাই ৰাখি

অনুধাৱন কৰি আমাৰ লগত যুদ্ধত প্ৰবৃত্ত হোৱাত আমি তেওঁক বধ কৰোঁ কেনেকৈ ?

৬৬। "ভগবান স্বয়ম্ভূ ব্ৰহ্মাৰ মাহাত্ম্য অচিন্ত্যনীয় আৰু তেওঁৰ এই অস্ত্ৰ আৰু তাৰ প্ৰভাৱো চিন্তাৰ অতীত। এতেকে হে ধীমান লক্ষ্মণ, ৰাক্ষসৰ এই বাণবৃষ্টি তুমি নিৰুদ্বেগচিত্তে মোৰে সৈতে আজি সহি থাকাঁ।

৬৭। "এই ৰাক্ষসবীৰে আজি সকলোৰে ওপৰত প্ৰাধান্য লাভ কৰি তেওঁৰ শৰজালৰ দ্বাৰা সকলোকে আচ্ছন্ন কৰিছে, চোৱাঁ বান্দৰৰাজ সুগ্ৰীৱৰ সৈন্য বাহিনীৰ ভিতৰত বহুত বীৰ যোদ্ধা বৰ্ত্তমান থকা সত্বেও তেওঁলোকৰ কোনোটোকে জীৱিত অৱস্থাত থকা যেন দেখা নাযায়।

৬৮। "এতিয়া আমি দুজনকে যুদ্ধ পৰিত্যাগ কৰি ক্ৰোধ আৰু হৰ্ষবিহীন হৈ সংজ্ঞাহীন অৱস্থাত ধৰাশায়ী হৈ পৰি থকা দেখিলে, ৰণলক্ষ্মী লাভ কৰা বুলি অনুমান কৰি তেওঁ নিশ্চয় ৰাক্ষসপুৰীত প্ৰৱেশ কৰিব।"

৬৯। এই বুলি কৈ ৰাম আৰু লক্ষ্মণ উভয়ে ইন্দ্ৰজিতৰ অস্ত্ৰপ্ৰহাৰত প্ৰপীড়িত হল। পিচত এইদৰে তেওঁলোক দুয়োজনকে পৰাভূত কৰি ৰাক্ষস সেনাধিপতি ইন্দ্ৰজিতে হৰ্ষান্বিত হৈ সিংহনাদ কৰিবলৈ ধৰিলে।

৭০। এই প্ৰকাৰে ৰাম, লক্ষ্মণ আৰু বান্দৰ সৈন্যবাহিনীক পৰাভূত কৰি বীৰ ইন্দ্ৰজিতে দশগ্ৰীৱ ৰাৱণ-পালিত লঙ্কাত প্ৰৱেশ কৰিলে; আৰু সমগ্ৰ ৰাক্ষসকুলৰ দ্বাৰা প্ৰপূজিত হৈ হৃষ্টচিত্তে পিতাকৰ ওচৰত যুদ্ধবৃত্তান্ত জ্ঞাপন কৰিলে।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত ত্ৰিসপ্ততিতম সৰ্গ সমাপ্ত

## চতুঃসপ্ততিতম সৰ্গ

### হনুমানৰ সৰ্বৌষধি আহৰণ

১। ৰণক্ষেত্ৰত ৰাম আৰু লক্ষ্মণ উভয়কে এইদৰে নিশ্চেষ্ট হৈ পৰি থকা দেখি বান্দৰসৈন্যদল মূৰ্চ্ছিত হোৱাৰ নিচিনা হ'ল। ইপিনে সুগ্ৰীৱ, নীল, অঙ্গদ, জাম্ববান আদি বীৰগণেও লৰচৰ কৰাৰ কোনো ভাব প্ৰকাশ নকৰিলে।

২। তেতিয়া বুদ্ধিমানসকলৰ ভিতৰত শ্ৰেষ্ঠ বিভীষণে সকলোকে বিষণ্ণ অৱস্থাত দেখি অত্যন্ত উপযোগী বান্দৰবীৰগণক সম্বোধন কৰি কবলৈ ধৰিলে ঃ

৩। "হে বীৰগণ, তোমালোক ভীত নহবা, যদিওবা আৰ্য্যপুত্ৰ ৰাম আৰু লক্ষ্মণ অৱশ হৈ বিপন্ন অৱস্থাত আছে, তোমালোকৰ পক্ষে এইটো এটা বিষাদৰ কাল নহয়।

৪। "অকল স্বয়ম্ভু ব্ৰহ্মাৰ কথাৰ প্ৰতি সন্মান দেখুৱাইহে তেওঁলোক দুয়োজনা ইন্দ্ৰজিতৰ অস্ত্ৰজালত এইদৰে নিশ্চেষ্ট হৈ পৰি আছে। ভগৱান ব্ৰহ্মাই অমোঘবীৰ্য্যশালী এই পৰম অস্ত্ৰ ইন্দ্ৰজিতক দান কৰে। যুদ্ধক্ষেত্ৰত ৰাজপুত্ৰ দুজনাই সেই অস্ত্ৰৰ প্ৰতি সন্মান দেখুৱাইহে এইদৰে ধৰাশায়ী হৈ আছে। এনেস্থলত তোমালোক বিষণ্ণ হোৱাৰ কাৰণ কি?"

৫। বিভীষণৰ কথা শুনি মাৰুতনন্দন হনুমানে ব্ৰহ্মাস্ত্ৰৰ প্ৰতি মনতে সন্মান দেখুৱাই কবলৈ ধৰিলে, "হে ৰাক্ষসপ্ৰবৰ, তেনেহলে বান্দৰসৈন্য এইদৰে নিপাতিত হৈ থকা অৱস্থাত, তেওঁলোকৰ ভিতৰত যিসকলে এতিয়ালৈকে প্ৰাণ ধাৰণ কৰি আছে, তেওঁলোকৰ ওচৰলৈ গৈ আমি দুয়োজনে তেওঁলোকক আশ্বস্ত কৰোঁগৈ বলক।"

৬। তেতিয়া হনুমান আৰু ৰাক্ষসোত্তম বিভীষণ উল্কা হাতত লৈ একেলগে ৰাতিৰ ভিতৰতে ৰণক্ষেত্ৰত ঘূৰি ফুৰিবলৈ ধৰিলে।

৭। তেওঁলোকে দেখিলে যে সমগ্ৰ ৰণভূমি পৰ্ব্বতাকাৰ বান্দৰসৈন্যৰ শৰীৰ আৰু প্ৰদীপ্ত অস্ত্ৰজালৰ দ্বাৰা পৰিব্যাপ্ত হৈ আছে; বান্দৰবোৰৰ কাৰো নেজ, কাৰো হাত, কাৰো উৰু, কাৰো বা ভৰি, অথবা আন কোনো অঙ্গ অথবা শিৰোভাগেই নাই, প্ৰত্যেকৰে শৰীৰৰপৰা ৰক্তৰ ধাৰা বৈয়ে আছে।

৮। তেওঁলোকে দেখিলে যে সুগ্ৰীৱ, অঙ্গদ, নীল, শৰভ, গন্ধমাদন, জাম্ববান, সুষেণ, বেগদৰ্শী, মৈন্দ, নল, জ্যোতিমুখ, আৰু দ্বিবিদো মৃতপ্ৰায় অৱস্থাত ৰণক্ষেত্ৰত পৰি আছে।

৯। ব্ৰহ্মাৰ প্ৰিয় অস্ত্ৰৰ প্ৰভাৱত দিনৰ পঞ্চমভাগ (অৰ্থাৎ সায়াহ্ন সময়ত) ইন্দ্ৰজিতে সাতষষ্টি কোটি উগ্ৰতেজস্বী বান্দৰসৈন্য নিহত কৰে।

১০—১১। সাগৰৰ ঢৌৰ সদৃশ সৈন্যবাহিনী এইদৰে বাণবিদ্ধ হৈ পৰি থকা দেখি বিভীষণেসৈতে হনুমানে জাম্ববানক বিচাৰি উলিয়াবলৈ চেষ্টা কৰিলে।

১২। পুলস্ত্যনন্দন বিভীষণে বিচাৰি বিচাৰি বয়সত বৃদ্ধ প্ৰজাপতিসুত বীৰ জাম্ববনাক শ শ শৰৰ দ্বাৰা বিদ্ধ হৈ নুমাই থকা জুইৰ নিচিনাকৈ পৰি থকা দেখি লাহেকৈ মাত লগালে, "হে আৰ্য্য, ইমানবোৰ তীক্ষ্ণ শৰৰ দ্বাৰা বিদ্ধ হৈও আপুনি কোনো প্ৰকাৰে প্ৰাণ ধাৰণ কৰি থাকিব পাৰিছেনে?" বিভীষণৰ কথা শুনি ঋক্ষ-পুঙ্গব জাম্ববানে অতি কষ্টে উত্তৰ দিবলৈ চেষ্টা কৰি এইদৰে কলে, "হে ৰাক্ষসপ্ৰবৰ মহাবীৰ্য্যশালী বিভীষণ, তীক্ষ্ণ শৰজালৰ দ্বাৰা মোৰ সৰ্ব্বশৰীৰ বিদ্ধ হোৱাৰ কাৰণে চকুৰে মই আপোনাক দেখা পোৱা নাই, আপোনাৰ মাত শুনিহে আপোনাক চিনি পাইছোঁ।

১৩। "হে মহাভাগ, যাৰ নামত অঞ্জনা পুত্ৰৱতী আৰু যাৰ নামত বায়ু দেৱতা গৌৰৱান্বিত, বান্দৰশ্ৰেষ্ঠ সেই হনুমানে প্ৰাণ ধাৰণ কৰি আছেনে?"

১৪—১৫। জাম্ববানৰ কথা শুনি বিভীষণে কলে, "আপুনি আৰ্য্যপুত্ৰ ৰাম আৰু লক্ষ্মণৰ কথা নুসুধি পোনতে পৱননন্দন হনুমানৰ কথা সুধিলে কিয়? অনুমান হয়, আপুনি ৰজা সুগ্ৰীৱ, অঙ্গদ অথবা ৰাঘৱতকৈও মাৰুতনন্দনলৈ অধিক স্নেহ দেখুৱাইছে।"

১৬। বিভীষণৰ কথা শুনি জাম্ববানে কলে, "হে ৰাক্ষসপ্ৰবৰ, যি কাৰণত মই পোনতে হনুমানৰ কথা সুধিছো কওঁ শুনক: হনুমান জীৱিত থাকিলে আমাৰ এই সৈন্যদল মৰিও জীয়াই থকাৰ সমান, আৰু যদিহে হনুমানে প্ৰাণ পৰিত্যাগ কৰিছে তেন্তে সৈন্যদল জীয়াই থাকিও মৰাৰ তুল্য বুলি জানিব।

১৭। "বৎস বিভীষণ, হনুমান বায়ুসম বেগবান আৰু বৈশ্বানৰসম তেজস্বী, এই-কাৰণতে আমাৰ সকলোৰে আশা অকল তেওঁৰে ওপৰত।"

১৮। বিভীষণক এইদৰে কৈ উঠাৰ পিচতে, মাৰুতাত্মজ হনুমানে, বিনীত হৈ বৃদ্ধ জাম্ববানৰ ওচৰ চাপি পাদযুগলত ধৰি মাত লগালে।

১৯। বিকলেন্দ্ৰিয় হৈ পৰি থাকিলেও হনুমানৰ কথা শুনা মাত্ৰকে তেওঁ পুন-ৰ্জ্জন্ম পোৱা যেন হৈ হনুমানক কবলৈ ধৰিলে, "হে বান্দৰপ্ৰবৰ, আহাঁ আহাঁ, তুমি এতিয়া বান্দৰবোৰক পৰিত্ৰাণ কৰাহি। তোমাৰ নিচিনা পৰাক্ৰমশালী বীৰ আন কাকো মই দেখা নাই, তুমিয়ে আমাৰ সকলোৰে পৰম সুহৃদ; বৰ্ত্তমানে এয়ে তোমাৰ পৰাক্ৰম দেখুৱাৰ সময়, আন কোনোজনকে মই তাৰ বাবে উপযুক্ত বুলি নধৰোঁ।

২০—২১। "হে সৌম্য, এই সময়ত তুমি ভালুক আৰু বান্দৰ সকলোকে হৰ্ষান্বিত কৰি তোলা আৰু অচেতন অৱস্থাত পৰি থকা ৰাম আৰু লক্ষ্মণকো শেলমুক্ত কৰাঁ।

২২। "হে বীৰ হনুমান, তুমি সাগৰৰ ওপৰে ওপৰে গৈ থাকি গিৰিশ্ৰেষ্ঠ হিমবান-পৰ্ব্বতলৈ গতি কৰাঁ।" তাৰ পৰা, হে অৰিসূদন, কাঞ্চনময় অতি উচ্চ ঋষভ আৰু কৈলাসশিখৰ তোমাৰ চকুত পৰিব।

২৩। এই দুই শৃঙ্গৰ মাজত সৰ্ব্বৌষধিযুক্ত অতুলপ্ৰভান্বিত প্ৰদীপ্ত ঔষধৰ পৰ্ব্বত এটা দেখা পাবা।

২৪। এই পৰ্ব্বতৰ শীৰ্ষস্থানত তুমি চাৰিবিধ ঔষধ দেখিবা; এই ঔষধিবোৰ প্ৰদীপ্ত প্ৰভাশালী আৰু সিহঁতৰ জ্যোতিতে দশোদিশ প্ৰভান্বিত হৈ আছে। এই মহৌষধিবোৰ হৈছে সঞ্জীৱকৰণী, বিশল্যকৰণী, সুবৰ্ণকৰণী আৰু সন্ধানকৰণী।

২৫। হনুমান, তুমি সেই সকলো ঔষধ সংগ্ৰহ কৰি বেগতে উভতি আহাগৈ আৰু এই বান্দৰবোৰক সঞ্জীৱিত কৰি সিহঁতক আশ্বস্ত কৰাঁ।"

২৬। জাম্ববানৰ কথা শুনি মাৰুতনন্দন হনুমানে বায়ুৰ বেগত সমুদ্ৰ যিদৰে স্ফীত হয় সেইদৰে বল সঞ্চয় কৰি নিজক নিজে স্ফীত কৰিবলৈ ধৰিলে।

২৭। তাৰ পিচত ত্ৰিকূট পৰ্ব্বতৰ শিখৰ দেশত থিয় দি নিজ শৰীৰৰ ভৰতে পৰ্ব্বতক প্ৰপীড়িত কৰি তোলাত হনুমান নিজেই এখন পৰ্ব্বতসদৃশ প্ৰতীয়মান হল।

২৮। বান্দৰৰ ভৰিৰ হেঁচাত পৰ্ব্বত ভাগি-ছিগি পৰি তললৈ বহি গল আৰু ভীষণৰূপে প্ৰপীড়িত হোৱাৰ কাৰণে সেই ভৰ সহ্য কৰিব নোৱৰা হল।

২৯। হনুমানৰ গমনৰ বেগত পৰ্ব্বতৰ গছ-গছনিবোৰ ভাগি পৰাত সিহঁতৰ ঘৰ্ষনিতে অগ্নি জ্বলি উঠিল, শৃঙ্গবোৰ চূৰ্ণাকৃতি হৈ পৰি গল।

৩০। বান্দৰৰ ভৰত প্ৰপীড়িত পৰ্ব্বত, চুৰমাৰ হোৱা গছ-গছনিৰে সৈতে ঘূৰিবলৈ ধৰিলে, ফলত বান্দৰবোৰ পৰ্য্যন্ত তাত টিকি থাকিব নোৱাৰা হল, লগে লগে লঙ্কাৰ* দ্বাৰ দেশো ঘূৰিবলৈ ধৰিলে আৰু গৃহসমূহৰ দুৱাৰ মুখবোৰ ভাগি পৰিল; সমগ্ৰ লঙ্কানগৰী সন্ত্ৰস্ত হল, অনুমান হল যেন লঙ্কানগৰীয়ে নৃত্যহে কৰিবলৈ ধৰিছে।

৩১। মাৰুতাত্মজ হনুমানৰ পৰ্ব্বত-প্ৰমাণ শৰীৰৰ ভৰত ত্ৰিকূট পৰ্ব্বত কঁপি উঠাৰ লগে লগে সমুদ্ৰেসৈতে সমগ্ৰ পৃথিবীও যেন ক্ষুব্ধ হল।

---

*লঙ্কা ত্ৰিকূট পৰ্ব্বতৰ ওপৰত স্থাপিত। লঙ্কাক অৱৰোধ কৰি বান্দৰবোৰ এই পৰ্ব্বতৰ পাদদেশত অৱস্থান কৰি আছিল।

৩২। এনে অৱস্থাত হনুমানে পৰ্ব্বতৰ ওপৰত থিয় দি, বড়বামুখসদৃশ তেওঁৰ মুখখন মেলি সিংহনাদে গৰ্জ্জন কৰিবলৈ ধৰাত সমগ্ৰ ৰাক্ষসকুল সন্ত্ৰস্ত হল। তেওঁৰ নাদত লঙ্কাৰ মুখ্য মুখ্য ৰাক্ষসবোৰ এনেদৰে সন্ত্ৰস্ত হল যে তেওঁলোকৰ লৰচৰ কৰা শক্তি পৰ্য্যন্ত নোহোৱা হল।

৩৩। তাৰ পিচত ভীমবিক্ৰমশীল হনুমানে সমুদ্ৰক নমস্কাৰ* জনাই ৰাঘৱৰ অৰ্থে যিটো হিতকৰ হব পাৰে তাৰ বিষয়ে চিন্তা কৰিবলৈ ধৰিলে। তাৰ পিচত তেওঁৰ ভুজঙ্গাকৃতি নেজডাল ওপৰলৈ তুলি, পৃষ্ঠভাগ নত আৰু কাণ দুখন সঙ্কুচিত কৰি বড়বামুখাকৃতি মুখখন মেলি প্ৰচণ্ডবেগে আকাশলৈ জঁাপ দিলে।

৩৪। জঁাপৰ বেগত তেওঁ গছ, শিল, পৰ্ব্বতখণ্ড আৰু সেই পৰ্ব্বতনিবাসী ক্ষুদ্ৰ ক্ষুদ্ৰ বান্দৰসমূহকো ওপৰলৈ টানি নিলে। কিন্তু তেওঁৰ বাহুৰ প্ৰবল বেগত এই-বোৰ ওপৰলৈ আকৃষ্ট হলেও অলপ সময়ৰ পিচতে সিহঁতৰ বেগ কমি যোৱাত সিহঁত সাগৰৰ পানীত পৰি গল।

৩৫। ইতিমধ্যে গৰুড়সম বেগশালী বায়ুসুত হনুমানে তেওঁৰ ভুজগসদৃশ বাহুযুগল মেলি তেওঁৰ লগে লগে দিঙ্‌মণ্ডল আকৰ্ষণ কৰিহে যেন পৰ্ব্বতশ্ৰেষ্ঠ হিমালয়লৈ গতি কৰিলে।

৩৬। বিষ্ণুৰ হস্তচ্যুত চক্ৰৰ যেনে বেগ হনুমানেও তেনে বেগত যাবলৈ ধৰাত তেওঁ দেখিলে যে তেওঁৰ গতিৰ বেগত তলত সমুদ্ৰত ঘূৰ্ণিপাক হোৱাৰ কাৰণে প্ৰবল ঢৌ সমূহে তাত খেলিব ধৰিছে আৰু সেই ঘূৰ্ণিপাকতে তাৰ বৃহৎ বৃহৎ জন্তুবোৰে পাক খাই তাত ঘূৰিবলৈ ধৰিছে।

৩৭। এইদৰে বাটত পৰ্ব্বত, পক্ষীকুল, নদ, নদী, সৰোবৰ, পুখুৰী আৰু জনপূৰ্ণ প্ৰধান প্ৰধান নগৰবোৰ দেখি দেখি পিতৃতুল্য বেগবান হনুমানে অতি দ্ৰুত গতিত পথ অতিক্ৰম কৰিবলৈ ধৰিলে।

৩৮। পিতৃতুল্য পৰাক্ৰমশালী হনুমানে অকণো ক্লান্তি অনুভব নকৰাকৈ সূৰ্য্য-দেৱৰ পথ আশ্ৰয় কৰিলে আৰু বায়ুসম গতি লৈ তেওঁৰ সিংহনাদৰ দ্বাৰা চতুৰ্দ্দিক প্ৰতিধ্বনিত কৰি যাবলৈ ধৰিলে।

৩৯। জাম্ববানৰ কথা স্মৰণ কৰি গৈ গৈ শেহত ভীমপৰাক্ৰমশালী মাৰুতনন্দনে হিমাবান পৰ্ব্বত দেখা পালে।

---

*টীকাকাৰ গোবিন্দৰাজে "নমস্কৃত্য সমুদ্ৰায়"ৰ ঠাইত "নমস্কৃত্যাথ ৰামায়" এই পাঠ উল্লেখ কৰিছে।

৪০—৪১। তাত উপনীত হৈ তেওঁ দেখিলে যে এই পৰ্ব্বত নানা উৎস, গুহা আৰু নিজৰাৱে পৰিপূৰ্ণ; ধবলমেঘসদৃশ মনোহৰ শৃঙ্গ, বিবিধ বৃক্ষৰাজি আৰু দেৱৰ্ষিসকলৰ বাসস্থান পৰম পবিত্ৰ বহুত আশ্ৰম তাত বিৰাজমান। বিভিন্ন ভাগত ব্ৰহ্মকোশ* ৰজতালয়, শক্ৰালয়, ৰুদ্ৰশৰপ্ৰমোক্ষস্থান, হয়গ্ৰীৱ আৰু ব্ৰহ্মশিৰঃস্থান তেওঁ দেখা পালে।

৪২। তাৰ ওচৰতে যমৰ কিঙ্কৰসমূহকো তেওঁ দেখা পালে। ঠায়ে ঠায়ে অগ্নিৰ আলয়, কুবেৰালয়, প্ৰদীপ্ত সূৰ্য্যৰশ্মিৰ সমাবেশ, ব্ৰহ্মালয়, শঙ্কৰৰ ধনুৰ স্থান, পৃথিবীৰ নাভিস্বৰূপ প্ৰাজাপত্য স্থান, কৈলাস পৰ্ব্বত, ভগৱান ৰুদ্ৰৰ সমাধিৰ পীঠস্থান আৰু লগতে তেওঁৰ বৃষভটোও তেওঁৰ চকুত পৰিল।

৪৩। তাৰ পিচুত প্ৰদীপ্ত ঔষধিজালৰ পোহৰতে জলমলাই থকা সৰ্ব্বৌষধি পৰ্ব্বত-খন তেওঁ দেখা পালে।

৪৪। অগ্নিমালাসদৃশ পৰ্ব্বতৰ ৰূপ দেখি বায়ুপুত্ৰ হনুমান স্তম্ভিত হল; তেওঁ জঁাপ মাৰি সেই পৰ্ব্বতত আৰোহণ কৰিলে আৰু ঔষধ সংগ্ৰহ কৰিবলৈ যত্নপৰ হল।

৪৫—৪৬। ঔষধ বিচাৰি বহু হাজাৰ যোজন সেই পৰ্ব্বততে ঘুৰি পকি ফুৰাৰ পিচত, ঔষধসমূহে কোনোবা এজনে তেওঁবিলাকক বিচাৰি ফুৰাৰ গম পাই হঠাতে অন্তৰ্দ্ধান কৰিলে।

৪৭। ঔষধবোৰৰ কাৰ্য্যকলাপ দেখি মহাত্মা হনুমানে খঙতে জ্বলি উঠি ভীষণ-ৰৱে গৰ্জ্জি উঠিল আৰু তেওঁলোকৰ এনে কাৰ্য্য সহিব নোৱাৰি, চকুযুৰি জুইৰ নিচিনা ৰঙা কৰি পৰ্ব্বতক উদ্দেশ্য কৰি কলে, "হে পৰ্বতৰাজ এইটো তোমাৰ কেনে কথা যে ৰাঘৱ ৰামৰ প্ৰতি তুমি কৃপাপৰ হবলৈ ইচ্ছা কৰা নাই।"

৪৮। "হে নগৰাজ, বাৰু তেন্তে চাই লোৱা মোৰ ভুজবল, মই এই হাতেৰে এতিয়াই তোমাক ভাঙি খণ্ড-বিখণ্ড কৰিম।"

---

*ব্ৰহ্মকোশ—ভগৱান হিৰণ্যগৰ্ভৰ স্থান।

ৰজতালয়—হিৰণ্যগৰ্ভৰ আন মূৰ্ত্তিৰ ৰজত নাভিৰ স্থান।

শক্ৰালয়—ইন্দ্ৰপুৰী বা ইন্দ্ৰৰ স্থান।

ৰুদ্ৰশৰপ্ৰমোক্ষ—যি ঠাইত থিয় দি ভগবান ৰুদ্ৰদেৱে ত্ৰিপুৰ অসুৰক বধ কৰিবলৈ শৰ নিক্ষেপ কৰিছিল।

ব্ৰহ্মাশিৰঃ—ব্ৰহ্মাস্ত্ৰ দেৱতাৰ স্থান।

ব্ৰহ্মালয়—চতুৰ্মুখ ব্ৰহ্মাস্থান।

শঙ্কৰধনু স্থান—পিনাক অস্ত্ৰৰ স্থান।

৪৯। এই বুলি কৈ প্ৰবল জোৰে বৃক্ষ, গজ, সোণ আৰু আন আন অলেখ ধাতুসমন্বিতে পৰ্ব্বতৰ শৃঙ্গটো উভালি ললে।

৫০। তাৰ পিচত শৃঙ্গটো হাতত লৈ সুৰাসুৰ লোকসমূহক সন্ত্ৰস্ত কৰি চৰাচৰ প্ৰাণীবৰ্গৰ দ্বাৰা প্ৰপূজিত হৈ গৰুড়সম বেগবান হনুমানে তাৰপৰা প্ৰস্থান কৰিলে।

৫১—৬০। সূৰ্য্যাভ সমুজ্জ্বল পৰ্ব্বতশৃঙ্গ বহন কৰি সূৰ্য্যৰ পথ অৱলম্বন কৰি যাবলৈ ধৰাত বীৰ হনুমান সূৰ্য্যৰ সমীপত দ্বিতীয় সূৰ্য্যসদৃশ প্ৰতীয়মান হল।

৬১—৬৫। অগ্নিসদৃশ সহস্ৰৰশ্মিযুক্ত চক্ৰ হাতত লৈ আকাশত ভগৱান বিষ্ণুৱে যেনে শোভা ধাৰণ কৰে পৰ্ব্বতশৃঙ্গ হাতত লৈ পৰ্ব্বতাকাৰ বায়ুনন্দনেও তদনুৰূপ শোভাধাৰণ কৰিলে।

৬৬—৬৯। এনে অৱস্থাত বান্দৰবোৰে তেওঁক উভতি অহা দেখি সিংহনাদে হৰ্ষধ্বনি কৰিব ধৰিলে, আৰু তাকে দেখি হনুমানেও মনৰ উল্লাসতে চিঞৰি উঠিল। তেওঁলোকৰ সমূহীয়া জয়োল্লাস ধ্বনি শুনি লঙ্কানিবাসী ৰাক্ষসবোৰেও ভীষণৰৱে গৰ্জ্জন কৰিবলৈ ধৰিলে।

৭০। তাৰ পিচত মহাত্মা হনুমানে বান্দৰসৈন্যবোৰৰ মাজত পৰ্ব্বত শৃঙ্গটো নমাই থৈ মূৰ পাতি প্ৰধান প্ৰধান বান্দৰবোৰক নমস্কাৰ জনালে আৰু বিভীষণক গাঢ়ভাবে আলিঙ্গন কৰিলে।

৭১—৭৩। ইতিমধ্যে মনুষ্য ৰাজপুত্ৰ ৰাম আৰু লক্ষ্মণ উভয়ে সেই ঔষধৰ ঘ্ৰাণতে শেলমুক্ত হল আৰু লগতে বান্দৰবোৰো থিয় দি উঠিল। প্ৰধান প্ৰধান বান্দৰগণ আৰু আন আন যিসকল বান্দৰ তাত আছিল সকলোৱে সেই ঔষধৰ ঘ্ৰাণত শেলৰ পৰা মুক্ত হৈ আৰোগ্য লাভ কৰিলে, অনুমান হল যেন তেওঁলোক সকলোৱে ৰাতিৰ শেহত টোপনিৰ পৰাহে সাৰ পাই উঠিল। যি সময়ৰপৰা লঙ্কাত বান্দৰ আৰু ৰাক্ষসবোৰৰ ভিতৰত যুদ্ধ আৰম্ভ হৈছিল সেই সময়ৰপৰা যিবোৰ ৰাক্ষস নিহত হৈছিল, তেওঁলোকৰ সংখ্যা ৰামৰ পক্ষক জানিবলৈ নিদিবৰ কাৰণে ৰাৱণৰ নিৰ্দ্দেশমতে সেই সকলোকে সমুদ্ৰত নিক্ষেপ কৰা হৈছিল। এই কাৰণতে সিহঁত নিহত হৈয়ে ৰল, ঔষধৰ গোন্ধত পুনৰ্জ্জীবিত হব নোৱাৰিলে। ঔষধৰ কাম শেষ হোৱাত উগ্ৰবেগধাৰী বায়ুপুত্ৰ হনুমানে ঔষধৰ শৃঙ্গটো লৈ পুনঃ সেই পৰ্ব্বততে স্থাপিত কৰি উভতি আহি আকৌ ৰামৰ লগত মিলিত হল।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত চতুঃসপ্ততিতম সৰ্গ সমাপ্ত

# পঞ্চ সপ্ততিতম সৰ্গ

## সদলবলে বান্দৰবোৰৰ লঙ্কাত প্ৰবেশ আৰু লঙ্কা-দাহন

১—৩। তাৰ পিচত বান্দৰৰাজ মহাতেজস্বী সুগ্ৰীৱে হনুমানৰ আগত প্ৰথমতে কৰিব লগীয়া এটা কামৰ বিষয়ে এই বুলি কবলৈ ধৰিলে, "কুম্ভকৰ্ণ নিহত হৈছে আৰু কুমাৰগণো হত হৈছে, এতেকে এইসময়ত যুদ্ধত কোনো প্ৰকাৰৰ বাধা জন্মাই ৰাৱণে লঙ্কা ৰক্ষা কৰিব নোৱাৰিব। এতেকে আমাৰ ভিতৰত যিসকল মহাবলশালী অথবা দ্ৰুতগতিসম্পন্ন বান্দৰ আছে তেওঁলোক সকলোৱে উল্কা হাতত লৈ অতি-শীঘ্ৰে লঙ্কা আক্ৰমণ কৰকগৈ।"

৪। সুগ্ৰীৱৰ আদেশ পাই সূৰ্য্য অস্ত গৈ ঘোৰ সন্ধ্যাকাল* উপস্থিত হোৱাত উল্কা হাতত লৈ বান্দৰ বীৰগণে লঙ্কাৰ অভিমুখে যাত্ৰা কৰিলে।

৫—৭। জোৰ হাতত লৈ চাৰিওফালৰপৰা বান্দৰবোৰে এইদৰে খেদি অহা দেখি দ্বাৰৰক্ষক ৰাক্ষসবোৰ পলাই ফাঁট মাৰিলে। তেতিয়া বান্দৰবোৰে পুৰদ্বাৰ, ঘৰ, অট্টালিকা প্ৰাসাদ, ৰাজপথ আদি সকলোতে অগ্নিসংযোগ কৰিলে। অগ্নিয়ে হাজাৰ হাজাৰ গৃহ দগ্ধ কৰিলে আৰু পৰ্ব্বতাকাৰ প্ৰাসাদবোৰ মাটিত বাগৰি পৰিবলৈ ধৰিলে।

৮—১৩। সঞ্চিত অগুৰু, চন্দনকাঠ, মুক্তা, সুন্দৰ সুন্দৰ মণি, বজ্ৰহীৰা, প্ৰবাল, ধুনীয়া ক্ষৌম আৰু পট্টবস্ত্ৰ, নোম আৰু উণৰ কাপোৰ, সোণৰ ভাণ্ড, অস্ত্ৰ-শস্ত্ৰ, নানা কাৰুকাৰ্য্য খটোৱা ঘোঁৰাৰ সাজ-পোছাক, হাতীৰ গলাবান্ধনি, ৰথসজ্জা, সৈন্যৰ কবচ, হাতী আৰু ঘোঁৰাৰ পৰিধানৰ উপযোগী চামৰাৰ পৰিচ্ছদ, ধনু, খড়্গ, জ্যা, বাণ, তোমৰ, অঙ্কুশ, শক্তি, নোমৰ কাপোৰ, কেশৰৰ চামৰ, বাঘৰ ছাল, মুক্তামণিৰ দ্বাৰা বিভূষিত প্ৰাসাদসমূহ আৰু নানাবিধ অস্ত্ৰৰ ভঁড়াল অগ্নিৰ প্ৰকোপত এই সকলো পুৰি ভস্মীভূত হল। বহুত কাৰুকাৰ্য্য কৰা ঘৰ আৰু গৃহী ৰাক্ষসৰ ঘৰ পুৰি ছাই হল।

১৪—১৭। যিসকল ৰাক্ষসৰ গাত সুবৰ্ণবিভূষিত কবচ, ডিঙিত মালা, পৰিধানৰ সুন্দৰ বস্ত্ৰ, মদৰ জালতে যাৰ চকু চঞ্চল গতিবিশিষ্ট, খোজত অস্থিৰ, যাৰ পৰিধানৰ

---

*পূৰ্ব্বদিনৰ ৰাতিৰ শেষভাগত হনুমানে আৰু বিভীষণে জোৰ হাতত লৈ জাম্ববানক বিচাৰে। ৰাতিপুৱা হনুমানে গৈ পৰ্ব্বতে সৈতে ঔষধ অনি সকলোকে পুনৰ্জীবিত কৰি পৰ্ব্বত থৈ আহি ৰামৰ লগত মিলিত হয়। সিদিনাই সন্ধ্যাসময়ত লঙ্কা দাহন কৰিবলৈ বান্দৰবোৰে যাত্ৰা কৰে।

বস্ত্ৰ তেতিয়াও প্ৰিয়াৰ হাতৰ মুঠিত, যিসকল ৰাক্ষস শত্ৰুৰ প্ৰতি ক্ৰোধতে অস্থিৰ হৈ হাতত গদা, শূল, আৰু খড়্গ লৈ সাজু হৈ আছিল, যিসকল ভোজন আৰু পানত আসক্ত হৈ আছিল, আৰু যিসকলে প্ৰিয়াৰ লগত শয্যাত শয়ন কৰি আছিল সেই সকলো ৰাক্ষস অগ্নিত বিদগ্ধ হবলৈ ধৰিলে। জুইৰ প্ৰকোপ দেখি যিসকল ৰাক্ষসে লৰা ছোৱালীৰ হাতত ধৰি ওলাই আহিবলৈ বিচাৰিছিল, লঙ্কানিবাসী তেনে শতসহস্ৰ ৰাক্ষসো পুৰি ভস্মীভূত হল।

১৮—২১। সকলোকে দগ্ধ কৰি অগ্নি পুনঃ পুনঃ ভীষণভাৱে জ্বলি উঠিবলৈ ধৰিলে। লঙ্কাত যিবোৰ স্থায়ী ঘৰ, অথবা বহুকক্ষাযুক্ত দুৰ্গসদৃশ নিৰ্ম্মিত ঘৰ,সুবৰ্ণ নিৰ্ম্মিত অৰ্দ্ধ-চন্দ্ৰাকৃতি, অথবা পূৰ্ণচন্দ্ৰাকৃতি যিবোৰ ঘৰ, মণিমাণিক্যাদি বিভূষিত বিচিত্ৰ খিড়িকী আৰু ব্যৱহাৰৰ সকলো সজুলিৰে পৰিপূৰ্ণ যিবোৰ ঘৰে সূৰ্য্যকো স্পৰ্শ কৰি থকাৰ দৰে অনুমান হৈছিল, যিবোৰ ঘৰ ক্ৰৌঞ্চ আৰু ময়ূৰ পক্ষীৰ ৰৱ আৰু অলঙ্কাৰৰ জনজননিৰে মুখৰিত আৰু দেখোঁতে পৰ্ব্বতসদৃশ, সেই সকলো ঘৰকে অগ্নিয়ে পুৰি ভস্মীভূত কৰিলে। তোৰণসমূহ প্ৰজ্বলিত হৈ উঠাত অনুমান হল যেন গ্ৰীষ্মকাল অতীত হোৱাৰ পিচত বৰ্ষাকালত বিদ্যুৎসংযুক্ত মেঘমালাসদৃশ লঙ্কাৰ গৃহসমূহে শোভা পাবলৈ ধৰিছে।

২২—২৩। দাবাগ্নি সংযুক্ত মহাগিৰিশৃঙ্গসমূহৰ যেনে ৰূপ অগ্নিপ্ৰজ্বলিত গৃহসমূহো তদনুৰূপ শোভাযুক্ত হল।

২৪। যিসকল বৰাঙ্গনা সাত মহলাৰ ওপৰত শুই আছিল, অগ্নিয়ে দগ্ধ কৰিবলৈ ধৰাত তেওঁলোকে শৰীৰৰ আভৰণ আদি এৰি হায়! হায়! বুলি চীৎকাৰ কৰিবলৈ ধৰিলে। এইদৰে জুয়ে চাৰিওফালে বেঢ়ি ধৰাত এটাৰ পিচত এটাকৈ ঘৰবোৰ পৰি যাবলৈ ধৰিলে।

২৫—২৬। বজ্ৰাধাৰী ইন্দ্ৰৰ বজ্ৰাঘাতত মহাগিৰিৰ শিখৰসমূহৰ যেনে শোভা হয়, হিমবৎ শিখৰসদৃশ উন্নত অট্টালিকাবোৰেও দগ্ধ হৈ অগ্নিৰ শিখাৰ সংসৰ্গত তেনে শোভা ধাৰণ কৰিলে, অনুমান হল যেন সমগ্ৰ লঙ্কা নগৰীয়েই ৰাতিৰ ভিতৰতে পুষ্পিত কিংশুক বৃক্ষত্বহে পৰিণত হৈছে; হাতীৰ অধ্যক্ষই হাতীবোৰ আৰু ঘোৰাপালকে ঘোৰাবোৰ মুকলি কৰি দিয়াত সিহঁতৰ লৰা-ঢপৰাত লঙ্কাই প্ৰলয় কালত ঘূৰি ফুৰা মকৰ-কুম্ভীৰপূৰ্ণ সমুদ্ৰৰ নিচিনা ৰূপ ললে।

ঘোঁৰা মুকলি হোৱা দেখি হাতী পিছুৱাবলৈ ধৰিলে আৰু কতো বা হাতীক ভীত হোৱা দেখি ঘোঁৰায়ে পিছ হুহঁকিবলৈ লাগিল।

২৯। লঙ্কা এইদৰে বিদগ্ধ হবলৈ ধৰাত মহাসমুদ্ৰই নতুন এটা শোভা ধাৰণ কৰিলে। জুইৰ শিখা পানীত প্ৰতিবিম্বিত হোৱাত পানীৰ ৰূপ ৰাঙলী হৈ উঠিল।

৩০। বান্দৰবোৰৰ দ্বাৰা অগ্নিসংযুক্ত লঙ্কা এনেদৰে জ্বলি উঠিল, অনুমান হল যেন প্ৰাণীসমূহক ধ্বংস কৰিবলৈ পৃথিৱীয়েহে তেনে ৰূপ ধাৰণ কৰিছে।

৩১। জুয়ে পুৰিবলৈ ধৰাত আৰু চাৰিও ফালৰপৰা ধেঁৱাই আগুৰি ধৰাত তিৰোতাসকলৰ মাজৰপৰা উঠা কান্দোনৰ ৰোল শতযোজন দূৰৰপৰা শুনা হ'ল।

৩২। যিসকল ৰাক্ষসে আধাপোৰা শৰীৰ লৈ জুইৰ মাজৰপৰা ওলাই অহাৰ চেষ্টা কৰিছিল, যুদ্ধোদ্যোগী বান্দৰবোৰে হঠাতে আহি সিহঁতক আক্ৰমণ কৰিলেহি।

৩৩। এইদৰে বান্দৰবোৰৰ ভীষণ সিংহনাদ আৰু ৰাক্ষসবোৰৰ চীৎকাৰত দশো-দিক, সমুদ্ৰ আৰু পৃথিৱী প্ৰতিধ্বনিত হৈ উঠিল।

৩৪। ইতিমধ্যে মহাত্মা ৰাম আৰু লক্ষ্মণে শোকমুক্ত হৈ নিঃশঙ্কচিত্তে দুয়ো দুখন বৃহৎ ধনু তুলি ললে।

৩৫। ৰামৰ ধনুৰ টঙ্কাৰত যি তুমুল শব্দ সমুত্থিত হল তাতেই ৰাক্ষসবোৰ সন্ত্ৰস্ত হৈ উঠিল।

৩৬। ৰামে তেওঁৰ উৎকৃষ্ট ধনুত টঙ্কাৰ দি সংহাৰ কালত ভগৱান ৰুদ্ৰই শব্দ-ব্ৰহ্মাত্মক বেদময় ধনুত টঙ্কাৰ দিয়াৰ নিচিনাকৈ শোভা ধাৰণ কৰিলে।

৩৭। ৰামৰ ধনুৰ শব্দই এনে প্ৰবল ৰূপ ধাৰণ কৰিলে, যে বান্দৰৰ সিংহনাদ আৰু ৰাক্ষসৰ কোলাহল এই দুয়োটাকে তল পেলাই অকল সেই শব্দহে মাত্ৰ শুনা গ'ল।

৩৮। এইদৰে ৰামৰ ধনুৰ টঙ্কাৰ আৰু ৰাক্ষস আৰু বান্দৰবোৰৰ কোলাহল সকলো মিলিত হৈ দশোদিক পৰিপূৰ্ণ কৰিলে।

৩৯। ৰামৰ ধনুনিৰ্ম্মুক্ত শৰে লঙ্কাৰ দ্বাৰদেশ আক্ৰমণ কৰাত, কৈলাসশৃঙ্গসদৃশ দ্বাৰ শীৰ্ণ-বিশীৰ্ণ হৈ মাটিত পৰি যাবলৈ ধৰিলে।

৪০। ৰামৰ শৰ ঘৰ আৰু অট্টালিকাসমূহৰ ওপৰত ব্যাপি পৰাত ৰাক্ষসবোৰৰ মাজত এটা বিপুল উদ্বেগৰ ভাৱে দেখা দিলে।

৪১। তেতিয়া ৰাক্ষসবোৰে সিংহনাদ কৰি যুদ্ধৰ আয়োজন কৰিলে; কিন্তু অনু-মান হল সেই ৰাতিটো ৰাক্ষসবিলাকৰ পক্ষে কালৰাত্ৰিৰ স্বৰূপহে যেন হৈছিল।

৪২। ঠিক এনে সময়তে মহাত্মা সুগ্ৰীৱে বান্দৰবোৰৰ প্ৰতি আদেশ দিলে, "হে বান্দৰগণ, যি কোনো দ্বাৰদেশ আশ্ৰয় কৰি তোমালোকে যুদ্ধ কৰি থাকা।

৪৩। "কিন্তু যি জন তেওঁৰ স্থান পৰিত্যাগ কৰি পলায়নমুখ হব, ৰজাৰ শাসন অমান্য কৰা বুলি তেওঁক তেতিয়াই বধ কৰা হব।"

৪৪। প্ৰধান প্ৰধান বান্দৰবোৰে হাতত উল্কা লৈ দ্বাৰভাগ অৱৰোধ কৰি থকা দেখি ৰাৱণ ভীষণ ক্ৰুদ্ধ হৈ উঠিল।

৪৫। খঙৰ ভমকত তেওঁৰ মুখ মেল খোৱাত সশব্দে যি বতাহ নিৰ্গত হ'ল তাতেই দশোদিক পৰিপূৰ্ণ হ'ল আৰু তেওঁৰ সমগ্ৰ শৰীৰতে যেন ৰুদ্ৰৰ ক্ৰোধ হে মূৰ্ত্তিমান হৈ উঠিল।

৪৬। তেতিয়া বহুত ৰাক্ষস সৈন্য লগত দি তেওঁ কুম্ভকৰ্ণ-পুত্ৰ কুম্ভ আৰু নিকুম্ভক যুদ্ধলৈ যাবলৈ আদেশ দিলে।

৪৭। আৰু যূপাক্ষ, শোণিতাক্ষ, প্ৰজঙ্ঘ আৰু কম্পন এই কেইজন ৰাক্ষসবীৰো ৰাজ-আদেশমতে তেওঁলোক দুজনৰ লগত যুঁজলৈ গ'ল।

৪৮। লগে লগে মহাবলশালী এই ৰাক্ষসবোৰক তেওঁ আদেশ দিলে, "হে ৰাক্ষস-গণ, সিংহনাদ কৰি কৰি তোমালোকে যুদ্ধলৈ আগ বাঢ়া।"

৪৯। ৰজাৰ আদেশ পাই সেই ৰাক্ষসবোৰ প্ৰদীপ্ত অস্ত্ৰ হাতত লৈ বাৰে বাৰে সিংহনাদ কৰি লঙ্কাৰপৰা ওলাই গ'ল।

৫০। ৰাক্ষসবোৰৰ অলঙ্কাৰ আৰু নিজ শৰীৰৰ শোভা আৰু বান্দৰবোৰৰ জোৰৰ জ্যোতি সকলো মিলি নভোমণ্ডল পোহৰ হৈ উঠিল।

৫১। লগত তাৰাধিপতি চন্দ্ৰ আৰু তাৰকাৰাশিৰ প্ৰভাই, অলঙ্কাৰৰ জ্যোতিৰ লগত মিলিত হৈ উভয় পক্ষীয় সৈন্যৰ মধ্যস্থিত আকাশমণ্ডলী উজ্জ্বল কৰি তুলিলে।

৫২। এইদৰে চন্দ্ৰৰ প্ৰভা, অলঙ্কাৰৰ জ্যোতি আৰু নক্ষত্ৰবৰ্গৰ পোহৰতে বান্দৰ আৰু ৰাক্ষসসৈন্যবোৰ চাৰিওফালৰপৰা সুন্দৰৰূপে প্ৰভান্বিত হৈ উঠিল।

৫৩। সেই সময়ত অৰ্দ্ধদগ্ধ গৃহৰাজিৰ জ্যোতি সাগৰৰ পানীত প্ৰতিফলিত হোৱাত উৰ্ম্মিমালাযুক্ত সমুদ্ৰৰ ৰূপ প্ৰকৃততে বৰ মনোৰম হৈ উঠিল।

৫৪। ইতিমধ্যে বান্দৰবোৰে ধ্বজ-পতাকা সমন্বিতে উৎকৃষ্ট খড়্গ, কুঠাৰ, ভয়ঙ্কৰ ৰথ, ঘোঁৰা, আৰু হাতীৰে সৈতে দলে দলে ৰাক্ষস সৈন্য তাত দেখা পালে।

৫৫—৫৭। সিহঁতৰ হাতত সমুজ্জ্বল শূল, গদা, খড়্গ, প্ৰাস, তোমৰ আৰু ধনু; এই ৰাক্ষসদল ভীমাকৃতি আৰু ঘোৰ বিক্ৰমশালী; শত শত কিঙ্কিণী নাদে নিনাদিত উজ্জ্বল শেল অস্ত্ৰই তাত শোভা কৰিছে; সোণৰ অলঙ্কাৰে বিভূষিত বাহুযুগলৰ দ্বাৰা সিহঁতে কুঠাৰ আৰু আন আন মহা অস্ত্ৰবোৰ ঘূৰাবলৈ ধৰিছে, ধনুত শৰসংযোগ কৰিছে, গন্ধমাল্য আৰু মধুপানৰ ফলত প্ৰবহমান প্ৰবল বতাহক সুগন্ধি কৰিছে আৰু ঘোৰ মেঘৰদৰে গৰ্জ্জন কৰিবলৈ ধৰিছে; দুৰ্দ্ধৰ্ষ এই ৰাক্ষসদল ওলাই

অহা দেখি বান্দৰ সৈন্য আগ বাঢ়ি গৈ সিংহনাদে গৰ্জ্জন কৰি ৰাক্ষসৰ বৃহৎ সৈন্যদলৰ ওপৰত জঁাপ দি পৰিল।

৬০। বান্দৰবোৰে আক্ৰমণ কৰা দেখি পতঙ্গকুলে জুইত জঁাপ দি পৰাৰ নিচিনাকৈ ৰাক্ষসবোৰেও বজ্ৰসম সিহঁতৰ অৰ্গল অস্ত্ৰ ঘূৰাই ঘূৰাই শত্ৰুক আক্ৰমণ কৰিলে।

৬১। এইদৰে আক্ৰমণ কৰাত ৰাক্ষস সেনাৰ শোভা ক্ৰমে বৃদ্ধি লাভ কৰাত যুদ্ধাৰ্থী কপি সৈন্য উন্মাদৰ নিচিনা হৈ ৰাক্ষসৰ ওপৰত পৰিবলৈ ধৰিলে।

৬২। বান্দৰবোৰে শিল, বৃক্ষ আৰু সিহঁতৰ মুষ্টিৰ আঘাতত ৰাক্ষসক আক্ৰমণ কৰাত ৰাক্ষসবোৰেও সিহঁতৰ তীক্ষ্ণ শৰৰদ্বাৰা বান্দৰবোৰক ওলোটা আক্ৰমণ কৰিলে।

৬৩। ভীমপৰাক্ৰমশীল ৰাক্ষসবোৰে বান্দৰবোৰৰ মুৰবোৰ কাটি দিবলৈ ধৰিলে আৰু সেইদৰে বান্দৰবোৰেও দাঁতেৰে ৰাক্ষসৰ কাণবোৰ ছিঙি পেলালে আৰু মুষ্টি আৰু শিলৰ প্ৰহাৰত সিহঁতৰ মুৰবোৰ ভাঙি দিয়াত ৰাক্ষসবোৰে তেনে অৱস্থাতে ৰণক্ষেত্ৰত ঘূৰি ফুৰিবলৈ ধৰিলে।

৬৪। তেতিয়া আন আন নিশাচৰগণে সিহঁতৰ খড়গৰ প্ৰভাৱত চাৰিওফালে বান্দৰবোৰক বধ কৰিবলৈ ধৰিলে।

৬৫। ক্ৰমাৎ যুদ্ধই এনে ঘোৰ মূৰ্ত্তি ধাৰণ কৰিলে যে এজনে এজনক বধ কৰাৰ উদ্যোগ কৰোঁতে আনজনে আহি তাক বধ কৰিলে, সেইদৰে কোনোবাই কাৰবাক বগৰাবৰ চেষ্টা কৰোঁতে আনজনে অহি বগৰাই দিলে আৰু এজনে তিৰস্কাৰ কৰি থকাৰ ভিতৰতে আনজনে আহি সেই তিৰস্কাৰত যোগ দিলে, অথবা এজনে দাঁতেৰে কামুৰি থাকোঁতে আনজনে আহি তাক কামুৰিলে।

৬৬। কোনোবাই কাৰবাক 'যুদ্ধ দে' বুলি চীৎকাৰ কৰিলেই আনজনে আহি যুদ্ধত কেৰ পাতে, কোনোৱে বা 'মিছাতে দুখ দিছ কিয় এতিয়াই তাৰ সেকা পাবি' এই বুলি কৈ পৰস্পৰে পৰস্পৰক আক্ৰমণ কৰিবলৈ ধৰিলে।

৬৭—৬৯। ক্ৰমাৎ বান্দৰ আৰু ৰাক্ষসবোৰৰ যুদ্ধই ঘোৰতৰ মূৰ্ত্তি ধাৰণ কৰিলে, ৰাক্ষসবোৰৰ অস্ত্ৰসমূহ ব্যৰ্থ হবলৈ ধৰিলে। সিহঁতৰ কবচ আৰু অস্ত্ৰ স্খলকি পৰিল আৰু ৰাক্ষসবোৰৰ কিছুমানে সিহঁতৰ বৃহৎ শূল, খড়্গ আৰু হাতৰ মুঠি ওপৰলৈ তুলিয়ে ৰল। যুদ্ধত বান্দৰবোৰৰ সোতৰজন নিহত হল; ৰাক্ষসবোৰৰ বস্ত্ৰ, কবচ আৰু ধ্বজা স্খলিত হল; এনে অৱস্থাত বান্দৰবোৰে চাৰিওফালৰপৰা ৰাক্ষস সৈন্যদলক ঘেৰি ধৰিলে।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত পঞ্চসপ্ততিতম সৰ্গ সমাপ্ত

# ষট্‌সপ্ততিতম সৰ্গ

## তয়ামনয়া ৰণত কুম্ভৰ পতন

১। ক্রমাৎ লোকক্ষয়কৰ এই যুদ্ধই ঘোৰতৰ মূৰ্ত্তি ধাৰণ কৰাত বীৰ অঙ্গদ ৰণৰ কাৰণে উৎসুক হৈ ৰাক্ষসবীৰ কম্পনৰ ওচৰ চাপিল।

২। কম্পনে অঙ্গদৰ আহ্বান গ্রহণ কৰি ক্রোধতে অঙ্গদৰ ওপৰত গদাৰ কোব শোধোৱাত অঙ্গদ প্রথমতে অলপ বিচলিত হল।

৩। অলপ পিচতে সংজ্ঞা লাভ কৰি তেজস্বী বীৰ অঙ্গদে কম্পনৰ ওপৰত এটা পৰ্ব্বতশৃঙ্গ নিক্ষেপ কৰিলে; সেই আঘাততে কম্পন মাটিত বাগৰি পৰিল।

৪। কম্পন নিহত হোৱা দেখি ৰাক্ষস শোণিতাক্ষ ৰথত আৰোহণ কৰি নিৰ্ভীকচিত্তে অঙ্গদৰ সম্মুখীন হল।

৫। আৰু ক্ষিপ্রতাৰে সৈতে কালাগ্নিসম তীক্ষ্ণ শৰজালৰ দ্বাৰা অঙ্গদৰ শৰীৰ বিদীৰ্ণ কৰিবলৈ ধৰিলে।

৬। ক্ষুৰ, ক্ষুৰপ্র, নাৰাচ, বৎসদন্ত, শিলীমুখ, কৰ্ণী, শল্য, বিপাঠ আদি বহুত তীক্ষ্ণ শৰৰ বৃষ্টিৰ দ্বাৰা শৰীৰ বিদ্ধ কৰাত, বালীপুত্ৰ বীৰ অঙ্গদে শৰীৰৰ বল প্রয়োগ কৰি ৰাক্ষসৰ উগ্র ধনু, শৰ আৰু ৰথ টান মাৰি আনি ভাঙি চূৰমাৰ কৰিলে।

৭। তেতিয়া শোণিতাক্ষই দ্রুতপদে অসিচৰ্ম্ম হাতত লৈ ক্রোধভাৰে জ্ঞানশূন্য হৈ আকাশলৈ জঁাপ দিলে।

৮। বলী অঙ্গদেও তেওঁতকৈ ক্ষিপ্রতৰ গতিত ওপৰলৈ জঁাপ দি ৰাক্ষসৰ হাতত থাপ মাৰি ধৰিলে আৰু তেওঁৰ হাতৰপৰা খড়গখন কাঢ়ি আনি সিংহনাদে গৰ্জ্জি উঠি সেই খড়গৰ দ্বাৰা ৰাক্ষসক কান্ধৰ ওপৰত যজ্ঞোপবীত থাকিলে যেনেকৈ পথালিভাৱে থাকে তেনেভাবে ঘাপ মাৰি দিলে।

৯। তাৰ পিচত বালীপুত্ৰ অঙ্গদে খড়গখন হাতত লৈ বাৰে বাৰে সিংহনাদ কৰি ৰণক্ষেত্ৰত আন শত্ৰুৰ গুৰিলৈ খেদা ললে।

১০। অঙ্গদ এইদৰে অহা দেখি বীৰ যূপাক্ষই প্রজঙ্ঘৰ সৈতে ৰথাৰোহণ কৰি খঙৰ জ্বালতে তেওঁৰ সম্মুখীন হল।

১১। ইপিনে শোণিতাক্ষয়ো অলপ আশ্বস্ত হৈ কনকাঙ্গদশোভিত হাতেৰে লৌহময় গদাপাট লৈ অঙ্গদৰ পিচে পিচে খেদি আহিল।

১২। আনফালৰপৰা মহাবীৰ প্ৰজঙ্ঘই যূপাক্ষেৰে সৈতে ক্ৰুদ্ধ হৈ গদাৰে বলী অঙ্গদক আক্ৰমণ কৰিলে।

১৩। এইদৰে কপিশ্ৰেষ্ঠ অঙ্গদে শোণিতাক্ষ আৰু প্ৰজঙ্ঘহঁতৰ মাজত পৰি বিশাখা নক্ষত্ৰৰ মাজত থকা পূৰ্ণ চন্দ্ৰ যেন শোভা ধাৰণ কৰিলে।

১৪। মৈন্দ আৰু দ্বিবিদ এই দুজন অঙ্গদৰ পৰিৰক্ষক; যুদ্ধৰ পৰিস্থিতি চোৱাৰ ইচ্ছা কৰি তেওঁলোক দুয়ো তেওঁৰ ওচৰতে বৈ থাকিল।

১৫। তেতিয়া মহাবলী আৰু মহাকায়বিশিষ্ট ৰাক্ষসবোৰে গদা, খড়্গ আৰু বাণ হাতত লৈ খঙতে অধীৰ হৈ সতৰ্কতাৰে সৈতে বান্দৰ তিনিজনক আক্ৰমণ কৰাত, তিনিজন বান্দৰ আৰু তিনিজন ৰাক্ষসৰ ভিতৰত এখন লোমহৰ্ষক ঘোৰতৰ ৰণ আৰম্ভ হল।

১৬। বান্দৰবোৰে গছ উভালি আনি ৰাক্ষসবোৰৰ ওপৰত নিক্ষেপ কৰিবলৈ ধৰিলে, আৰু মহাবলশালী প্ৰজঙ্ঘই খড়্গেৰে সেইবোৰ ওফৰাই দিবলৈ ধৰিলে।

১৭। যিবোৰ গছ আৰু শিল ৰথৰ ওপৰত নিক্ষিপ্ত হল মহাবলী যূপাক্ষই শৰৰ জালত সেইবোৰ কাটি টুকুৰা-টুকুৰ কৰিলে।

১৮। যিবোৰ গছ মৈন্দ আৰু দ্বিবিদে উভালি নিক্ষেপ কৰিলে প্ৰতাপবান শোণিতাক্ষই সেইবোৰ মাজতে ভাঙি দিলে।

১৯। বেগবান প্ৰজঙ্ঘই শত্ৰুৰ মৰ্ম্মস্থান বিদাৰক সুবৃহৎ খড়্গ এখন লৈ অঙ্গদলৈ খেদা ললে।

২০। প্ৰজঙ্ঘই এইদৰে খেদি অহা দেখি বান্দৰপ্ৰবৰ মহাবলশালী অঙ্গদে এজোপা অশ্বকৰ্ণ গছেৰে ৰাক্ষসক আঘাত কৰিলে আৰু মুষ্টিৰ প্ৰহাৰত তাৰ কঠোৰ হাতখন ভাঙি দিয়াত তাৰ খড়্গখন মাটিত পৰিল।

২১। মুষলসদৃশ খড়্গখন পৰি যোৱা দেখি মহাবলশালী প্ৰজঙ্ঘই অঙ্গদৰ ও বত বজ্ৰসদৃশ মুষ্টিৰ প্ৰহাৰ শোধালে।

২২।-মুষ্টিৰ প্ৰহাৰ কপালত পৰাত মহাতেজস্বী অঙ্গদ ক্ষণকালৰ কাৰণে বিচলিত হল।

২৩। অলপ পিচতে সংজ্ঞা লাভ কৰি প্ৰতাপবান বালীপুত্ৰই পুনঃ মুষ্টিৰে প্ৰহাৰ কৰাত প্ৰজঙ্ঘৰ মুৰটো ছিগি মাটিত পৰিল।

২৪। খুৰাক এইদৰে নিহত হোৱা দেখি ৰাক্ষস যূপাক্ষই তেওঁৰ শৰ শেষ হোৱাৰ কাৰণে অশ্ৰুপূৰ্ণনেত্ৰে খড়্গ এখন হাতত লৈ ৰথৰপৰা নামি খেদি গল।

২৫। তাক এইদৰে খেদি অহা দেখি দ্বিবিদে লৰালৰিকৈ তাৰ বুকুত আঘাত কৰি বলপূৰ্ব্বক তাক ধৰি ৰাখিলে।

২৬। শোণিতাক্ষই তেওঁৰ ভ্ৰাতা যূপাক্ষ এইদৰে ধৃত হোৱা দেখি দ্বিবিদৰ বুকুত আঘাত কৰিলে।

২৭। আঘাত পাই দ্বিবিদ অলপ বিচলিত হল যদিও পিছ মুহূৰ্ত্তত ৰাক্ষসে তুলি লোৱা গদাপাট হাতৰপৰা কাঢ়ি আনিলে।

২৮। ইতিমধ্যে মৈন্দ উপস্থিত হৈ দ্বিবিদৰ ওচৰ চপাত মৈন্দ দ্বিবিদ আৰু শোণিতাক্ষ আৰু যূপাক্ষৰ ভিতৰত টনা-আঁজোৰাৰ এখন ভীষণ সংগ্ৰাম আৰম্ভ হল।

২৯। দ্বিবিদে নখেৰে শোণিতাক্ষৰ মুখখন ফালি দিলে আৰু মাটিত বগৰাই লৈ তাক পিহি পেলালে।

৩০। বান্দৰপ্ৰবৰ বীৰ মৈন্দয়ো ভীষণ ক্ৰুদ্ধ হৈ হাত দুখনত ধৰি যূপাক্ষক আক্ৰমণ কৰিলে আৰু তাতেই নিহত হৈ সি মাটিত পৰি গল।

৩১। বীৰগণ নিপাতিত হোৱাত ৰাক্ষসৰাজৰ সৈন্যবাহিনীয়ে মনৰ দুখত কুম্ভকৰ্ণৰ পুত্ৰৰ ওচৰলৈ গমন কৰিলে।

৩২। সৈন্যদল এইদৰে তেওঁৰ ওচৰলৈ অহা দেখি, সান্ত্বনাপূৰ্ণ বাক্যে তেওঁ সিহঁতক প্ৰবোধ দিলে।

৩৩। মহাবীৰ্য্যশালী বান্দৰবোৰৰ হাতত ৰাক্ষসৰ মহা মহা বীৰগণ নিপাতিত হোৱা দেখি তেজস্বী কুম্ভই যুদ্ধত প্ৰবৃত্ত হৈ ঘোৰতৰভাৱে সংগ্ৰাম চলাবলৈ ধৰিলে।

৩৪। কুম্ভ ধনুৰ্দ্ধাৰীসকলৰ ভিতৰত শ্ৰেষ্ঠ; তেওঁ পৰম আগ্ৰহে সৈতে ধনু এখন হাতত লৈ সৰ্পবিষতুল্য দেহ বিদাৰক শৰ নিক্ষেপ কৰিবলৈ ধৰিলে।

৩৫। কুম্ভৰ শৰসংযুক্ত ধনুৱে বিদ্যুৎসংযুক্ত ঐৰাৱততুল্য মেঘখণ্ডসদৃশ ইন্দ্ৰধনুৰ নিচিনাকৈ শোভা ধাৰণ কৰিলে।

৩৬। কুম্ভই ধনুৰ গুণ কাণৰ গুৰিলৈ টানি স্বৰ্ণপুঙ্খ শৰৰ দ্বাৰা দ্বিবিদক আঘাত কৰাত ত্ৰিকূটপৰ্ব্বতসদৃশ বান্দৰপ্ৰবৰ ব্যাকুল হৈ ভৰি দুখন মেলি দীৰ্ঘনিঃশ্বাস কাঢ়ি পৰিল।

৩৭। মৈন্দই তেওঁৰ ভায়েক দ্বিবিদ এইদৰে পৰাভূত হোৱা দেখি বেগেতে বৃহৎ শিল এটা লৈ ৰাক্ষসৰ গুৰিলৈ খেদি গল।

৩৮। মহাবলশালী মৈন্দই শিল নিক্ষেপ কৰাৰ লগে লগে পাঁচপাট তীব্ৰ শৰৰ দ্বাৰা সি তাক কাটি দিলে আৰু সৰ্পাধৰবৎ আন শৰ সংযোগ কৰি দ্বিবিদৰ ককায়েক মৈন্দৰ বুকুত আঘাত কৰিলে। শৰৰ আঘাতত মৰ্ম্মস্থান বিদ্ধ হৈ বান্দৰ-দলপতি মৈন্দও মূৰ্চ্ছিত হৈ ঢলি পৰিল।

৩৯। এনে অৱস্থাত অঙ্গদ তেওঁৰ মাতুল দুজনাক এইদৰে পৰাভূত হোৱা দেখি দ্রুতপদে ধনু উদ্যত কৰি বৈ থকা অৱস্থাতে কুম্ভৰ গুৰিলৈ খেদি আহিল।

৪০—৪১। হাতীৰ মাউতে অঙ্কুশেৰে হাতীক যিদৰে বিন্ধি দিয়ে বীৰ্য্যবান কুম্ভয়ো প্ৰথমতে পাঁচপাট আৰু তাৰ পাচত তিনিপাট তিনিপাটকৈ বহু বাণৰদ্বাৰা অঙ্গদক বিদ্ধ কৰিলে।

৪২। অবিৰল ধাৰাত কনকবিভূষিত তীক্ষ্ণ শৰৰ দ্বাৰা বিদ্ধ হোৱাতো বালীপুত্ৰই অলপো কম্পিত নহৈ ৰাক্ষসৰ ওপৰত শিল আৰু গছৰ বৃষ্টিপাত কৰিলে, কিন্তু ৰাক্ষসে সেই সকলো কাটি চূৰ্ণ-বিচূৰ্ণ কৰিলে; তথাপিতো অঙ্গদ আগ বাঢ়ি অহা দেখি মাউতে হাতীক বিন্ধাৰ নিচিনাকৈ দুপাট শৰেৰে সি অঙ্গদৰ জ্ৰুগল যুবিন্ধি দিলে।

৪৩। তাৰপৰা তেওঁৰ ৰক্তপাত হবলৈ ধৰিলে আৰু চকুও ঢাক খাই গল। এখন হাতেৰে ৰক্তাক্ত চকু ঢাকি ধৰি, আনখন হাতেৰে ওচৰতে থকা শালগছ এডাল খামোচ মাৰি ধৰিলে।

৪৪। গুৰিৰে সৈতে গছজোপা বুকুৰ ওপৰত স্থাপন কৰি হাতেৰে আগভাগটো তললৈ নমাই আনি তাক তুলি ললে আৰু মন্দৰপৰ্ব্বতসদৃশ ইন্দ্ৰধ্বজাতুল্য সেই গছজোপা সকলো ৰাক্ষসৰ চকুৰ আগতে কুম্ভৰ গালৈ নিক্ষেপ কৰিলে।

৪৫। ৰাক্ষসে সাতপাট তীক্ষ্ণ শৰেৰে গছ ডাল কাটি দিলে আৰু শৰীৰবিদাৰক আন এপাট শৰৰ দ্বাৰা অঙ্গদৰ শৰীৰ বিদ্ধ কৰাত অঙ্গদ মূৰ্চ্ছিত হৈ পৰি গল।

৪৬। সাগৰ শান্ত হলে যেনে ৰূপ হয় অঙ্গদো তদৱস্থা প্ৰাপ্ত হৈ নিপাতিত হোৱা দেখি বান্দৰবোৰে দুৰ্দ্ধৰ্ষ এই ৰাক্ষসৰ কথা ৰামৰ ওচৰত নিবেদন কৰিলেগৈ।

৪৭। বালীপুত্ৰ অঙ্গদ এইদৰে ব্যথিত হোৱা শুনি ৰামে জাম্ববান আদি কপিশ্ৰেষ্ঠ বীৰগণক যুদ্ধলৈ যাবলৈ আদেশ দিলে।

৪৮। ৰামৰ আদেশ শুনি শ্ৰেষ্ঠ শ্ৰেষ্ঠ বান্দৰগণে ক্ৰুদ্ধ হৈ ধনু উদ্যত কৰি বৈ থকা কুম্ভৰ ওচৰলৈ খেদি আহিল।

৪৯। তেওঁলোকে শিল আৰু গছ হাতত লৈ ক্ৰোধতে চকু ৰঙা কৰি অঙ্গদক ৰক্ষা কৰিবলৈ ওলাই আহিল।

৫০। জাম্ববান, সুষেণ আৰু বেগদৰ্শী এই তিনিজনে খঙতে অধীৰ হৈ কুম্ভৰ গুৰিলৈ খেদা দিলে।

৫১। তেওঁলোকে এইদৰে খেদি অহা দেখি পৰ্ব্বতেৰে নদীৰ প্ৰবাহ বন্ধ কৰাৰ নিচিনাকৈ ৰাক্ষসে তাৰ শৰজালৰদ্বাৰা তেওঁলোকৰ গতি ৰোধ কৰিলে।

৫২। ৰাক্ষসৰ বাণৰ প্ৰভাবত মহাত্মা সেই বীৰসকলে সমুদ্ৰৰ তীৰভূমি দেখি নোপোৱাৰ দৰে একোকে দেখি নোপোৱা হ'ল।

৫৩। শৰবৃষ্টিৰ ফলত মুখ্য বীৰসকল এইদৰে জৰ্জৰিত হোৱা দেখি কপিৰাজ সুগ্ৰীৱে তেওঁৰ ভতিজাক অঙ্গদক পিচৰ ফালে ৰাখি, সিংহই পৰ্ব্বতৰ সমতলভাগত বিচৰণ কৰি থকা হাতীক আক্ৰমণ কৰাৰ নিচিনাকৈ কুম্ভকৰ্ণ-পুত্ৰক আক্ৰমণ কৰিলে।

৫৪। তেওঁ অশ্বকৰ্ণ আদি বহুত বৃক্ষ উভালি লৈ ৰাক্ষসৰ ওপৰত নিক্ষেপ কৰিবলৈ ধৰিলে।

৫৫—৬০। কিন্তু কুম্ভকৰ্ণনন্দন কুম্ভই তেওঁৰ তীক্ষ্ণ শৰৰ দ্বাৰা আকাশ ঢাকি পৰা বৃক্ষৰাজিকো কাটি খণ্ড-বিখণ্ড কৰি দিয়াত বৃক্ষৰাজিয়ে ঘোৰ শতঘ্নী অস্ত্ৰসদৃশ শোভা ধাৰণ কৰিলে; নিক্ষিপ্ত বৃক্ষবৃষ্টি ব্যৰ্থ হলেও, মহাসত্বশালী শ্ৰীমান বান্দৰাধিপতিয়ে মনত কোনো দুখ অনুভৱ নকৰিলে; অধিকন্তু তেওঁৰ শৰীৰ গিন্ধি ধৰা সকলো শৰৰ জ্বালা সহ্য কৰি জঁাপ মাৰি উঠিল আৰু ইন্দ্ৰধনুসদৃশ কুম্ভৰ ধনু টান মাৰি আনি ভাঙি দি অতি দুষ্কৰ কাম সাধিলে।

৬১—৬৯। ধনু এইদৰে ভাঙি দিয়াত কুম্ভই শুঁৰ কাটি দিয়া হাতীৰ নিচিনা শোভা ধাৰণ কৰিলে। এনে অৱস্থাত সুগ্ৰীৱে কুম্ভক সম্বোধন কৰি কবলৈ ধৰিলে, "হে নিকুম্ভৰ অগ্ৰজ ভ্ৰাতা, তোমাৰ বীৰ্য্য আৰু বাণৰ প্ৰকোপ সঁচাকৈয়ে আশ্চৰ্য্যজনক। তোমাৰ অথবা ৰাৱণৰ স্বজনপ্ৰৱণতা আৰু প্ৰতাপ প্ৰহ্লাদ, বলি, ইন্দ্ৰ, কুবেৰ অথবা বৰুণৰ সদৃশ।

৭০—৭৫। তুমি প্ৰভূত বলশালী আৰু তোমাৰ পিতাৰাৰ সদৃশ। ব্যাধিয়ে জিতেন্দ্ৰিয় পুৰুষক যিদৰে পীড়িত কৰিব নোৱাৰে, হে শত্ৰুদমন মহাবাহু কুম্ভ, শূলহস্তে থিয় দিলে দেৱতাসকলেও তোমাক পৰাভূত কৰিব নোৱাৰে। হে মহাবুদ্ধিশালী কুম্ভ, তোমাৰ যিমানখিনি বিক্ৰম আছে তাক দেখুৱা, আৰু লগতে মোৰ যি শক্তি আছে তাকো চাই লোৱা। অকল বৰদানক আশ্ৰয় কৰিয়ে তোমাৰ জেঠা ৰাৱণে দেৱতা আৰু দানৱকুলক পৰাভূত কৰিছে আৰু কুম্ভকৰ্ণয়ো সেই বলকে আশ্ৰয় কৰি নিজ পৰাক্ৰমৰ দ্বাৰা সুৰ আৰু অসুৰগণক পৰাজিত কৰিছে।

৭৬—৮০। ধনুৰ্ব্বিদ্যাত তুমি ইন্দ্ৰজিতৰ সমান আৰু প্ৰতাপত ৰাৱণৰ সমান। আজিৰ দিনত বল আৰু বীৰ্য্যবিষয়ত ৰাক্ষসকুলৰ ভিতৰত তুমিয়ে শ্ৰেষ্ঠ বুলি পৰিগণিত হৈছা। কিন্তু ইন্দ্ৰ আৰু শঙ্কৰৰ ধ্বংসলীলাৰ নিচিনা তোমাৰ আৰু মোৰ ভিতৰত হোৱা ঘোৰতৰ সংগ্ৰাম আজি সকলো প্ৰাণীয়ে চাই লব। এতিয়ালৈকে তুমি যি কৰিলা আৰু যি অস্ত্ৰকৌশল দেখুৱালা সি অতুলনীয়; ভীমপৰাক্ৰমশালী এই

বান্দৰবীৰ সকলক তুমি নিপাতিত কৰিছা। কিন্তু হে বীৰ, জনসমাজে উপলুণ্ঠা* কৰাৰ ভয়তহে মই এতিয়ালৈ তোমাক বধ কৰা নাই। তুমি যুদ্ধ কৰি কৰি পৰিশ্ৰান্ত হৈছা, ভাগৰ পলাই উঠি মোৰ বল বুজি লোৱঁা।

৮১—৮৫। সুগ্ৰীবৰ অবমানসূচক বাক্যত ক্ষুণ্ণ হৈ ঘৃতাহুতিলব্ধ অগ্নিসদৃশ কুম্ভৰ তেজ গৰম হৈ উঠিল। সুগ্ৰীৱক দুই হাতেৰে খামোচ মাৰি ধৰি মদস্ৰাৱী দুই মত্তগজসদৃশ পৰস্পৰে দীৰ্ঘনিশ্বাস পেলাবলৈ ধৰিলে। উভয়ে গাত গা লগাই, ইটোৱে-সিটোৰ লগত সংঘৰ্ষ কৰি যুঁজিবলৈ ধৰিলে। যুঁজত উভয়ে পৰিশ্ৰান্ত আৰু দুয়োৰো মুখেদি ধোঁৱামিশ্ৰিত অগ্নিশিখা ওলাবলৈ ধৰিলে। দুয়োৰে ভৰিৰ আঘাতত পৃথিৱী বহি যোৱা যেন হল আৰু উভয়ৰে দপদপনিত ঘূৰ্ণায়মান তৰঙ্গবিশিষ্ট সমুদ্ৰ ক্ষুব্ধ হৈ উঠিল। তাৰ পিচত এবাৰ সুগ্ৰীৱে কুম্ভক তুলি লৈ লৱণসমুদ্ৰৰ তলিলৈ নিক্ষেপ কৰিলে। কুম্ভক এইদৰে পেলাই দিয়াত সমুদ্ৰৰ জলৰাশি বিন্ধ্য অথবা মন্দৰ পৰ্ব্বতৰ সমান হৈ ওপৰলৈ উঠি চাৰিওফালে বিয়পি পৰিল। পিচত কুম্ভই তাৰপৰা উঠি আহি সুগ্ৰীৱক আক্ৰমণ কৰিলে আৰু সুগ্ৰীৱৰ বুকুত তেওঁৰ বজ্ৰসদৃশ ছিমুৰ প্ৰহাৰ শোধালে।

৮৬—৯০। মুষ্টিৰ প্ৰহাৰত সুগ্ৰীৱৰ গাৰ ছাল ফাটি তেজ বাহিৰ হল আৰু তেওঁৰ অস্থিপঞ্জৰত আঘাত কৰি মুষ্টি প্ৰতিহত হল। বজ্ৰৰ আঘাতত মেৰু পৰ্ব্বতৰ-পৰা বহ্নিৰ শিখা যিদৰে নিৰ্গত হয়, মুষ্টিৰ আঘাতত সুগ্ৰীৱৰ শৰীৰৰপৰাও সেইদৰে তেজ ওলাবলৈ ধৰিলে। ৰাক্ষসে এইদৰে আঘাত কৰাত বান্দৰশ্ৰেষ্ঠ মহাবল সুগ্ৰীৱেও তাৰ ওপৰত বজ্ৰসদৃশ এক মুষ্টিৰ প্ৰহাৰ কৰিলে। সহস্ৰ কিৰণমালামণ্ডিত সূৰ্য্যমণ্ডলসম এই মুষ্টিৰে বীৰ্য্যবান সুগ্ৰীৱে ৰাক্ষসৰ বুকুত আঘাত কৰাত, ৰাক্ষস ভীষণৰূপে পীড়িত হৈ বিকল হল আৰু শিখাবিহীন অগ্নিসদৃশ মাটিত বাগৰি পৰিল।

৯১—৯২। মুষ্টিৰ প্ৰহাৰত ৰাক্ষস এইদৰে বাগৰি পৰাত অনুমান হল যেন প্ৰদীপ্ত ৰশ্মিযুক্ত মঙ্গলগ্ৰহহে যদৃচ্ছাক্ৰমে আকাশৰপৰা পৃথিৱীত পৰি গৈছে। কদ্ৰতেজৰদ্বাৰা অভিভূত সূৰ্য্যৰ তেজৰ যেনে ৰূপ মুষ্টিৰ আঘাতত বক্ষঃস্থল ভগ্ন হৈ কুম্ভ পৰি যোৱাত তেওঁ তেনে ৰূপ ধাৰণ কৰিলে।

---

* মানুহে কয় "বহুতৰ লগত যুদ্ধ কৰি কুম্ভ পৰিশ্ৰান্ত হোৱাৰ কাৰণেহে সুগ্ৰীৱে বধ কৰিব পাৰিলে।"—টীকাকাৰ।

৯৩। যুদ্ধত ভীমপৰাক্রম বান্দৰপুঙ্গৱ সুগ্রীৱৰ হাতত সেই ৰাক্ষস এইদৰে নিপাতিত হোৱাত পাহাৰ পৰ্ব্বত আৰু বনভাগে সৈতে পৃথিৱী কঁপি উঠিল আৰু লগে লগে ৰাক্ষসবোৰ অধিক পৰিমাণে ভীত হৈ উঠিল।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত ষট্সপ্ততিতম সৰ্গ সমাপ্ত

## সপ্ত সপ্ততিতম সৰ্গ

### নিকুম্ভ-বধ

১। সুগ্রীৱৰ হাতত ককায়েক কুম্ভ নিহত হোৱা দেখি খঙতে জ্বলি উঠি নিকুম্ভই বান্দৰৰাজৰ পিনে লক্ষ্য কৰি মাল্যৰূপ বজ্ৰৰে বিভূষিত পঞ্চাঙ্গুলি বিশিষ্ট মহেন্দ্ৰ গিৰিশিখৰসদৃশ ঘোৰমূৰ্ত্তি অৰ্গল তুলি ললে।

২। এই অৰ্গল সুবৰ্ণমিশ্ৰিত পট্টবস্ত্ৰে আবৃত হীৰা আৰু প্ৰবালেৰে বিভূষিত যমদণ্ডসদৃশ ভয়ঙ্কৰ আৰু ৰাক্ষসকুলৰ ভয়বিনাশক।

৩। ইন্দ্ৰধ্বজসদৃশ তেজস্বী এই অৰ্গল তুলি লৈ ভীমবিক্ৰমশালী মহাতেজস্বী নিকুম্ভ মুখখন মেলি গৰ্জ্জি উঠিল।

৪। নিকুম্ভৰ বুকুত নিবক্ষ (বুকুৰ পৰিচ্ছদ), বাহুত অঙ্গদ, কাণত বিচিত্ৰ কুণ্ডল আৰু ডিঙিত নানাবৰণৰ মালা।

৫। এইদৰে আভৰণ আৰু অৰ্গলৰ দ্বাৰা সুশোভিত হৈ ৰাক্ষস কুম্ভই বিদ্যুৎ আৰু ইন্দ্ৰধনু বিভূষিত গৰ্জ্জনশীল মেঘখণ্ডসদৃশ শোভা ধাৰণ কৰিলে।

৬। মহাকায়বিশিষ্ট নিকুম্ভই তেওঁৰ অৰ্গলৰ আগভাগৰ দ্বাৰা আবহাদি সপ্ত মহাবায়ুৰ সন্ধি স্থল ভেদ কৰি নিজ গৰ্জ্জনেৰে সৈতে ধূমহীন অগ্নিসদৃশ হৈ জ্বলি উঠিল।

৭। অনুমান হ'ল নিকুম্ভৰ অৰ্গলৰ ঘূৰ্ণনতে নানা ভৱনেৰে পৰিপূৰ্ণ গন্ধৰ্ব্ব-সকলৰ বিটপাৱতী নগৰী, চন্দ্ৰ, তৰা আৰু গ্ৰহগণে সৈতে সমগ্ৰ নভোমণ্ডলেই যেন ঘূৰিবলৈ ধৰিছে।

৮। অৰ্গল আৰু আভৰণৰ প্ৰভাত নিকুম্ভৰ ৰূপ প্ৰলয়কালৰ অগ্নিসদৃশ হ'ল, ক্ৰোধেই হ'ল তেওঁৰ এই অগ্নিৰ ইন্ধনস্বৰূপ। এনে অৱস্থাৰ ভিতৰত থাকি নিকুম্ভ বান্দৰকুলৰ পক্ষে দুৰ্দ্ধৰ্ষস্বৰূপ হ'ল।

৯। তেওঁৰ ভয়ত বান্দৰ বা কোনো ৰাক্ষসেই তেওঁৰ সন্মুখত লৰ-চৰ কৰিব নোৱৰা হ'ল, অকল হনুমানেহে মাত্ৰ বুকুপাতি তেওঁৰ সন্মুখত থিয় দি থাকিব পাৰিলে।

১০। তেতিয়া ৰাক্ষসে অৰ্গলসদৃশ তেওঁৰ বাহুৰে সূৰ্যসমপ্ৰভান্বিত সেই অৰ্গল গাৰ জোৰেৰে সৈতে হনুমানৰ বুকুলৈ মাৰি পঠালে।

১১। অৰ্গল হনুমানৰ অটল বুকুত নিপতিত হোৱাৰ লগে লগে শতখণ্ডত বিদীৰ্ণ হৈ আকাশস্থিত শত শত উল্কা সদৃশ প্ৰতিভাত হ'ল।

১২। ভূমিকম্পৰ সময়ত পৰ্ব্বত যিদৰে অচল থাকে, অৰ্গলৰ দ্বাৰা আহত মহাকপি সেইদৰে অচল হৈয়ে ৰ'ল।

১৩—১৪। এইদৰে আহত মহাবলশালী কপিপ্ৰৱৰে গাৰ জোৰেৰে সৈতে হাতৰ মুঠি বান্ধি লৈ অতি ক্ষিপ্ৰ গতিত বায়ুৰ বিক্ৰমে ৰাক্ষসৰ ওপৰত প্ৰহাৰ কৰিলে।

১৫। মুষ্টিৰ প্ৰহাৰত ৰাক্ষসৰ কবচ বিদীৰ্ণ হ'ল আৰু শৰীৰৰ পৰা ৰক্তধাৰা প্ৰবাহিত হবলৈ ধৰিলে; মেঘত বিদ্যুৎ সংযুক্ত হলে যেনে ৰূপ হয় ৰাক্ষসৰো মূৰ্ত্তি তদনুৰূপ হ'ল।

১৬। প্ৰহাৰত ৰাক্ষসৰ শৰীৰ কম্পিত হ'ল, কিন্তু অলপ সময়ৰ পিচতে পুনঃ সুস্থ হৈ মহাবলবন্ত হনুমানক খামোচ মাৰি ধৰি তুলি ললে।

১৭। মহাবলবান হনুমানক নিকুম্ভই এইদৰে তুলি লোৱা দেখি, লঙ্কানিবাসী ৰাক্ষসবোৰে আনন্দতে ভীষণৰবে চীৎকাৰ কৰিব ধৰিলে।

১৮। ৰাক্ষসে তুলি লৈ গলেও অনিলসুত হনুমানে ৰাক্ষসৰ ওপৰত বজ্ৰসদৃশ মুষ্টিৰ প্ৰহাৰ কৰিয়ে থাকিল।

১৯। তাৰ পিচত নিজক মুক্ত কৰি লৈ মাটিত নামি ৰাক্ষস নিকুম্ভক ততালিকে মথি পেলালে।

২০। লাফ দি উঠি নিকুম্ভক মাটিত পেলাই লৈ অতি ক্ষিপ্ৰতাৰে সৈতে তাৰ বুকুত বহি ললে।

২১। আৰু হাত দুখনত ধৰি ডিঙিটো পকাই ৰাক্ষসে ভীষণ চীৎকাৰ কৰি থকাৰ ভিতৰতে তাৰ মূৰটো ছিঙি পেলালে।

২২। চিঞৰি থাকোঁতেই বায়ুপুত্ৰ হনুমানে নিকুম্ভক এইদৰে যুদ্ধত নিহত কৰিলে। আনপিনে ক্ৰুদ্ধ ৰাম আৰু ৰাক্ষসপ্ৰধান খৰৰ পুত্ৰ মকৰাক্ষৰ ভিতৰত ঘোৰতৰ যুদ্ধ চলিবলৈ ধৰিলে।

২৩। নিকুম্ভ হত হোৱাত বান্দৰবিলাকে পৰম আনন্দে হৰ্ষধ্বনি কৰিবলৈ ধৰিলে, দিঙ্‌মণ্ডল প্ৰতিধ্বনিত হ'ল, পৃথিৱী কঁপি উঠিল আৰু আকাশ ভাগি পৰাৰ নিচিনা হ'ল, আনপক্ষে ৰাক্ষসসৈন্য বাহিনী সন্ত্ৰস্ত হ'ল।

**ইতি যুদ্ধকাণ্ডৰ অন্তৰ্গত সপ্তসপ্ততিতম সৰ্গ সমাপ্ত**

# অষ্টসপ্ততিতম সৰ্গ

## ৰাৱণৰ আদেশত মকৰাক্ষৰ যুদ্ধযাত্ৰা

১—২। কুম্ভ আৰু নিকুম্ভ নিপাতিত হোৱা শুনি ৰাৱণৰ অসহ্য হ'ল; খণ্ডত অগ্নিৰ সমান হৈ জ্বলি উঠি শোকাভিভূত হৈ তেওঁ খৰৰ পুত্ৰ বিশালাক্ষ মকৰাক্ষক ক'লেঃ

৩। "হে পুত্ৰ, মোৰ আদেশক্ৰমে সৈন্যদল লগত লৈ তুমি যুদ্ধলৈ যোৱা আৰু বনবিহাৰী বান্দৰগণে সৈতে ৰাম আৰু লক্ষ্মণক বধ কৰাঁগৈ।"

৪। ৰাৱণৰ কথা শুনি বীৰাভিমানী খৰপুত্ৰই প্ৰফুল্লচিতে 'যথা আজ্ঞা' বুলি আদেশ মানি লৈ যুদ্ধলৈ ওলাল।

৫। দশগ্ৰীৱ ৰাৱণক নমস্কাৰ জনাই প্ৰদক্ষিণ কৰি তেওঁ শুভ্ৰ ভৱনৰপৰা ওলাই যাত্ৰা কৰিলে।

৬—৭। ওচৰতে থকা সেনাধ্যক্ষ ৰাক্ষসক ৰথ আৰু সৈন্যদল সাজু কৰিবলৈ কোৱাত তেওঁ লৰালৰিকৈ সৈন্যদল উপস্থিত কৰাই ৰথখন ওচৰতে সংস্থাপিত কৰিলেহি।

৮। ৰথক প্ৰদক্ষিণ কৰি সাৰথিক শীঘ্ৰে ৰথ চলাবলৈ আদেশ দি তেওঁৰ অনুগামী ৰাক্ষসসকলক আদেশ দিলে,

৯—১২। "হে নিশাচৰগণ, মোৰ সন্মুখত থাকি তোমালোকে বান্দৰবোৰৰ লগত যুদ্ধ কৰি থাকা।" ৰাক্ষসৰাজ ৰাৱণে আদেশ দিছে মই ৰাম আৰু লক্ষ্মণক বধ কৰিব লাগে। হে নিশাচৰগণ, মই আজি ৰামক বধ কৰিম আৰু মোৰ উৎকৃষ্ট এই শৰৰ দ্বাৰা সুগ্ৰীৱ আৰু বান্দৰবোৰকো নিপাতিত কৰিম। শুকান খৰি পালে অগ্নিয়ে যিদৰে দগ্ধ কৰে মোৰ শূলপাটৰ দ্বাৰা বান্দৰবোৰকো সেইদৰে দগ্ধ কৰিম।"

১৩। মকৰাক্ষৰ আদেশ শুনি নানা অস্ত্ৰ শস্ত্ৰ লৈ বলবান ৰাক্ষসবোৰে একাগ্ৰচিত্তে যুদ্ধলৈ ওলাই গল। এই ৰাক্ষসবোৰ কামৰূপী, ক্ৰূৰ, বিশাল দণ্ডযুক্ত আৰু পিতলচকুৰা; মত্ত হাতীৰ দৰে গৰ্জ্জন কৰি জপৰা চুলিৰে সৈতে ভয়ঙ্কৰ ৰূপ লৈ মহাকায়বিশিষ্ট এই ৰাক্ষসবোৰে বিপুলাকৃতি খৰপুত্ৰ মকৰাক্ষক বেঢ়ি ধৰিলে আৰু মনৰ আনন্দতে গগন কঁপাই যাত্ৰা কৰিলে।

১৪। যাত্ৰাৰ সময়ত হাজাৰ হাজাৰ শঙ্খ আৰু ভেৰীৰ শব্দৰ লগত ৰাক্ষসবোৰৰ চিঞৰ বাখৰ আৰু হাত-চাপৰিৰ শব্দ মিশ্ৰিত হোৱাত, কোলাহলে ভীষণৰূপ ধাৰণ কৰিলে।

১৫। ঠিক এনে সময়তে সাৰথিৰ হাতৰপৰা চাবুক সুলকি পৰিল আৰু দৈবাক্ৰমে ধ্বজো ভূপাতিত হল।

১৬। ভৰি অচল হোৱাত ৰাক্ষসৰ ৰথসংযুক্ত অশ্বই খোজ কাঢ়িব নোৱৰা হল আৰু মুখত অশ্ৰুবিন্দুৰে দেখা দিলে।

১৭। ধূলিমিশ্ৰিত প্ৰবল ৰুক্ষবায়ু ববলৈ ধৰিলে, এই সকলো লক্ষণ দুৰ্ম্মতি মকৰাক্ষৰ যাত্ৰাকালত দেখা দিলে।

১৮। সকলো দুৰ্লক্ষণ দেখিও মহাবীৰ্য্যশালী ৰাক্ষসবোৰে তালৈ লক্ষ্য নকৰি, যি ঠাইত ৰাম আৰু লক্ষ্মণ আছিল তালৈ যাত্ৰা কৰিলে।

১৯। ৰাক্ষসগণৰ শৰীৰৰ বৰণ মেঘ, হাতী আৰু ম'হৰ সদৃশ, আগৰ বহু যুদ্ধত হোৱা গদা আৰু খড়গৰ চিহ্ন তেওঁলোকৰ শৰীৰত বিদ্যমান। সকলোৱে 'মই আগেয়ে যুদ্ধ কৰিম, মই আগেয়ে যুদ্ধ কৰিম' এই বুলি কৈ যুদ্ধক্ষেত্ৰত বিচৰণ কৰিবলৈ লৈ ধৰিলে।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত অষ্টসপ্ততিতম সৰ্গ সমাপ্ত

# নবসপ্ততিতম সৰ্গ

## মকৰাক্ষ বধ

১—৭। মকৰাক্ষ ওলাই অহা দেখি প্ৰধান প্ৰধান বান্দৰগণে যুদ্ধ কৰাৰ উদ্দেশ্যে জঁপিয়াই জঁপিয়াই ওলাই আহি নিজ নিজ ঠাইত উপস্থিত হোৱাত দেৱতা আৰু দানৱকুলৰ নিচিনাকৈ নিশাচৰ আৰু বান্দৰবোৰৰ মাজত লোমহৰ্ষক ঘোৰতৰ যুদ্ধ আৰম্ভ হল। পৰস্পৰে বৃক্ষ, শূল, গদা, অৰ্গল আদি অস্ত্ৰৰ প্ৰহাৰত ইদলে সিদলক বধ কৰিবলৈ ধৰিলে। ৰাক্ষসবোৰে শক্তি, খড়্গ, গদা, কুন্ত, তোমৰ, পট্টিশ, ভিন্দিপাল, বজ্ৰনিনাদী দণ্ড আৰু শৰবৃষ্টিৰ দ্বাৰা বান্দৰবীৰগণক আক্ৰমণ কৰাত আৰু আনপিনে খৰপুত্ৰ মকৰাক্ষৰ শৰজালত জৰ্জ্জৰিত হোৱাত, বান্দৰসৈন্য ভয়ত্ৰস্ত হৈ উদ্ভ্ৰান্তচিত্তে দৌৰি পলাবলৈ ধৰিলে। জয়াকাঙ্ক্ষী ৰাক্ষসবোৰে বান্দৰবোৰক এইদৰে পলাবলৈ ধৰা দেখি বলৰ গৰ্ব্বত সিংহসদৃশ গৰ্জ্জন কৰিবলৈ ধৰিলে।

৮—১২। বান্দৰবোৰ দৌৰি পলবলৈ ধৰাত, শৰবৃষ্টিৰ দ্বাৰা ৰামে ৰাক্ষসবোৰক ভেটা দিলে; তেতিয়া, নিশাচৰ মকৰাক্ষই খঙতে জ্বলি উঠি কবলৈ ধৰিলে, "ৰাম, ৰবা, তোমাৰ আৰু মোৰ ভিতৰত আজি দ্বন্দ্বযুদ্ধ আৰম্ভ হব আৰু ধনুৰ্মুক্ত এই তীক্ষ্ণ শৰৰ দ্বাৰা তোমাৰ প্ৰাণসংহাৰ কৰিম। দণ্ডকাৰণ্যত তুমি মোৰ পিতৃদেৱক বধ কৰা দিনধৰি তোমাৰ সেই কৰ্ম্মকে ভাবি ভাবি, ক্ৰমাৎ ক্ৰোধ জ্বলি উঠিছে। দুৰাত্মা ৰাঘৱ, সেই সময়ত বনৰ ভিতৰত মই তোমাক দেখা নাপালোঁ, এই কাৰণতে মোৰ সৰ্ব্বশৰীৰ বিদগ্ধ হবলৈ ধৰিছে।"

১৩—১৬। "যি হওক, আজি মোৰ ভাগ্য সুপ্ৰসন্ন যে তোমাক মই দেখা পাইছোঁ। ক্ষুধাৰ্ত্ত সিংহ যিদৰে আন পশুৰ অপেক্ষাত থাকে, ময়ো সেইদৰে তোমাকে দেখা পাম বুলি ইচ্ছা কৰি আছোঁ। আজি মোৰ বাণৰ কোবত তুমি প্ৰেতৰাজ্য পাবাগৈ আৰু যিসকল বীৰ তুমি বধ কৰিছা, তেওঁলোকৰ লগত বসতি লবাগৈ। ৰাম, এই বিষয়ে বহু কথা কৈ লাভ নাই, মই কওঁ শুনা, তোমাক আৰু মোক ৰণক্ষেত্ৰত অৱতীৰ্ণ হোৱা ত্ৰিজগতে চাই লওক। অস্ত্ৰ, গদা অথবা অকল বাহুযুদ্ধ, যিহতে তুমি অভ্যস্ত তাকে লৈ যুদ্ধত প্ৰবৃত্ত হোৱাঁ।"

১৭—২০। কথাচহকী মকৰাক্ষৰ কথা শুনি দশৰথাত্মজ ৰামচন্দ্ৰই হাঁহি এটা মাৰি কলে, "ৰাক্ষস, আত্মশ্লাঘা কৰি মিছাতে অযুক্তিপূৰ্ণ কথা বলকিছা; যুদ্ধ ব্যতিৰেকে

অকল কথাৰ বলতে ৰণত জয় লাভ কৰিব নোৱাৰি। দণ্ডকাৰণ্যত মই অকলে তোমাৰ পিতা, দূষণ, আৰু ত্ৰিশিৰাক লৈ চৈধ্য হাজাৰ ৰাক্ষস বধ কৰিছোঁ। আৰু আজি তোমাৰ মাংসেৰে তীক্ষ্ণ ঠোঁট আৰু অঙ্কুশসদৃশ নখবিশিষ্ট শগুণ, শিয়াল আৰু কাউৰীৰ পেট ভৰাম।"

২১—২৪। ৰাঘৱৰ কথা শুনি মহাবলশালী মকৰাক্ষই তেওঁৰ ওপৰত শৰবৃষ্টি কৰিবলৈ ধৰিলে। ৰামে সেই শৰজাল শতখণ্ডে ছিন্ন-বিচ্ছিন্ন কৰি দিয়াত ৰাক্ষসৰ সোণৰ পাখি লগোৱা সুপৰিচ্ছন্ন শৰবোৰ খণ্ড খণ্ড হৈ মাটিত পৰি গল। পৰস্পৰে নিজ নিজ বল প্ৰকাশ কৰি যুদ্ধত প্ৰবৃত্ত হোৱাত খৰপুত্ৰ মকৰাক্ষ আৰু দশৰথনন্দন ৰামৰ ভিতৰত যুদ্ধই ঘোৰতৰ মূৰ্ত্তি ধাৰণ কৰিলে। উভয়ৰে জ্যাৰ শব্দত আকাশৰ মেঘগৰ্জ্জনবৎ শব্দ হবলৈ ধৰিলে আৰু আন সকলো শব্দ তল পৰি যুদ্ধক্ষেত্ৰত অকল ধনুৰ শব্দহে শুনা গল।

২৫—২৮। দেৱদানৱ, গন্ধৰ্ব্বকিন্নৰ, মহোৰগসকলে উদ্‌গ্ৰীৱ হৈ সেই অদ্ভুত যুদ্ধ চাবলৈ তাত উপস্থিত হল। শৰবিদ্ধ হৈ উভয়ৰে শৰীৰৰ বল দ্বিগুণ পৰিমাণে বাঢ়ি উঠিল, ইজনে যি কৰে আনজনে ততালিকে তাকে প্ৰতিৰোধ কৰিবলৈ ধৰিলে। ৰামৰ ধনুনিৰ্ম্মুক্ত বাণ ৰাক্ষসে কাটি দিলে। সেইদৰে ৰাক্ষসৰ বাণো ৰামে খণ্ড খণ্ড কৰিলে। বাণৰ জালত দিগ্‌বিদিক্ এনেদৰে আচ্ছন্ন হৈ পৰিল যে চাৰিওফাল আগুৰি ধৰাত পৃথিৱী দেখা নোপোৱা হল।

২৯—৩৫। এনে অৱস্থাত মহাবাহু ৰামচন্দ্ৰই ক্ৰোধান্বিত হৈ ৰাক্ষসৰ ধনু কাটি দিলে আৰু আঠপাট নাৰাচ অস্ত্ৰৰ দ্বাৰা সাৰথিক বধ কৰিলে। তাৰ পিচত ৰথ বিদ্ধ হোৱাত আৰু ঘোঁৰাবোৰ নিহত হোৱাত মকৰাক্ষই ৰথহীন হৈ মাটিতে থিয় দিলে। মাটিৰ ওপৰত থাকি, যুগান্তকালৰ অগ্নিসম প্ৰদীপ্ত সৰ্ব্বলোকভয়ঙ্কৰ শূলপাট তেওঁ তুলি ললে। এই শূল ৰুদ্ৰদত্ত, সুদীৰ্ঘ আৰু ভয়ঙ্কৰ, জাজ্বল্যমান হৈ আকাশত দ্বিতীয় সংহাৰাস্ত্ৰসদৃশ ৰূপ ধাৰণ কৰিলে। তাৰ ৰূপ দেখি স্বয়ং দেৱতাবৰ্গয়ো ভয়তে-সম্ভ্ৰস্ত হৈ চাৰিওফালে দৌৰি পলাবলৈ ধৰিলে; তেতিয়া সেই নিশাচৰে প্ৰদীপ্ত সেই শূল ঘূৰাই লৈ মহাত্মা ৰামৰ গালৈ নিক্ষেপ কৰিলে। কিন্তু ৰামে খৰপুত্ৰৰ সেই শূল পৰিবলৈ ধৰোঁতেই চাৰিপাট শৰেৰে তাক কাটি দিলে। স্বৰ্গীয় সুবৰ্ণমণ্ডিত শূল বহুখণ্ডত বিচ্ছিন্ন হৈ বৃহৎ বৃহৎ উল্কাসদৃশ ৰূপ ধাৰণ কৰি মাটিত পৰি গল।

৩৬—৪১। অক্লান্তকৰ্ম্মা ৰামৰ শৰত শূল এইদৰে নষ্ট হোৱা দেখি নভোমণ্ডলত থকা ভূতগণে "সাধু সাধু" বুলি জয়ধ্বনি কৰিলে। শূল ভগ্ন হোৱাত মকৰাক্ষই হাতৰ মুঠি তুলি লৈ 'ৰ, ৰ, ৰাম' বুলি চিঞৰি উঠি তেওঁলৈ খেদি গল। ৰাক্ষসে

এইদৰে খেদি অহাত ৰামচন্দ্ৰই হাঁহি মাৰি ধনুত পাবকাস্ত্ৰ সংযোগ কৰিলে। এই অস্ত্ৰই ৰাক্ষসৰ বুকু ভেদ কৰাত ৰাক্ষস নিহত হৈ মাটিত বাগৰি পৰিল। মকৰাক্ষ এইদৰে পৰিযোৱা দেখি, ৰাক্ষসবোৰে ৰামৰ বাণলৈ ভয়কৰি লঙ্কালৈ লৰ দিলে। ইপিনে বজ্ৰাহত শীৰ্ণ-বিশীৰ্ণ পৰ্ব্বতসদৃশ খৰপুত্ৰ ৰাক্ষস দশৰথনন্দন ৰামৰ বাণৰ কোবত নিহত হোৱাত দেৱতাসকলৰ ভিতৰত আনন্দৰ সীমা নোহোৱা হল।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত নৱসপ্ততিতম সৰ্গ সমাপ্ত

## অশীতিতম সৰ্গ

### ইন্দ্ৰজিতৰ যুদ্ধযাত্ৰা আৰু যুদ্ধ

১—৪। মকৰাক্ষ নিহত হোৱা শুনি ৰণদুৰ্জ্জয় ৰাৱণে ভীষণ ক্ৰুদ্ধ হৈ দাঁত কামুৰি কামুৰি কি কৰা উচিত তাকে চিন্তা কৰিবলৈ ধৰিলে। খঙৰ জ্বালতে নিজপুত্ৰ ইন্দ্ৰজিতক আদেশ দি কলে, "হে বীৰ, তুমি সকলো ফালৰপৰা অধিক বলশালী, এতেকে প্ৰকাশ্য অথবা অপ্ৰকাশ্য ভাবে থাকি মহাবীৰ্য্যবান ৰাম আৰু লক্ষ্মণ এই ভ্ৰাতৃযুগলক বধ কৰা। হে বীৰ, অসীমকৰ্ম্মা বীৰ ইন্দ্ৰকো তুমি যুদ্ধত পৰাভূত কৰিছা, এতেকে মনুষ্য বুলি যুদ্ধত এই দুজনক বধ নকৰাকৈ আছা কিয় ?

৫—৭। ৰাক্ষসৰাজে এইদৰে কোৱাত, পিতৃআজ্ঞা মানি লৈ ইন্দ্ৰজিতে যথাবিধি যজ্ঞক্ষেত্ৰত অগ্নিত আহুতি দিলে। আহুতি দিয়াৰ সময়ত মূৰত ৰক্তবস্ত্ৰ পৰিধান কৰা ৰাক্ষসৰ তিৰোতাসকলে উপস্থিত হৈ যজ্ঞৰ পৰিচৰ্য্যা কৰিব ধৰিলে। অস্ত্ৰসমূহেই হ'ল সেই যজ্ঞৰ কুশ ঘাঁহ, বিভিতক শাখা সমিধ, ৰক্তবস্ত্ৰ বসন আৰু কৃষ্ণলৌহ নিৰ্ম্মিত স্ৰুব আহুতিৰ সম্ভাৰ।

৮—১০। তোমৰযুক্ত কুশ বিস্তাৰ ক'ৰি বীৰ ইন্দ্ৰজিতে অগ্নি প্ৰজ্বলিত কৰিলে আৰু সৰ্ব্বাঙ্গে কৃষ্ণবৰ্ণৰ ছাগলি এটাৰ জীয়াই জীয়াই ডিঙি কাটি তাত আহুতি দিলে। শৰ আৰু সমিধৰ ওপৰত প্ৰজ্বলিত অগ্নিত আহুতি দিয়াৰ লগে লগে, ধোঁৱাৰ লেশ মাত্ৰ নোহোৱাকৈ অগ্নিৰ শিখা বাঢ়ি উঠিল আৰু সকলো জয়চিহ্ন প্ৰকাশ পালে।

দাক্ষণাবৰ্ত্ত শিখাৰ দ্বাৰা তপ্তকাঞ্চনসদৃশ ৰূপ ধাৰণ কৰি প্ৰদত্ত আহুতি অগ্নিদেৱে স্বয়ং গ্ৰহণ কৰিলে।

১১। এইদৰে বীৰ ইন্দ্ৰজিতে অগ্নিত আহুতি দি দেৱ-দানৱ ৰাক্ষসসকলক তুষ্ট কৰি, শ্ৰেষ্ঠ ৰথত আৰোহণ কৰিলে আৰু তাতেই অন্তৰ্দ্ধান হ'ল।

১২। চাৰিটা ঘোঁৰাই টনা ৰথৰ ওপৰত তীক্ষ্ণবাণ আৰু বৃহৎধনু সংস্থাপন কৰি ৰথাৰূঢ় হৈ ইন্দ্ৰজিতে অতি শোভনীয় ৰূপ ধাৰণ কৰিলে।

১৩। সুৱৰ্ণপৰিচ্ছদে বিভূষিত তেওঁৰ শৰীৰৰ ৰূপ সমুজ্জ্বল হৈ উঠিল; তেওঁৰ ৰথ মৃগ আৰু অৰ্দ্ধচন্দ্ৰৰ চিত্ৰে চিত্ৰিত, ৰথৰ ধ্বজা সুবৰ্ণবিভূষিত বলয় আৰু বৈদুৰ্য্যমণিৰ দ্বাৰা সুশোভিত।

১৪। এই সূৰ্য্যসম ৰথত আৰোহণ কৰি আৰু ব্ৰহ্মাস্ত্ৰৰ দ্বাৰা সুসজ্জিত হৈ ৰাৱণ পুত্ৰ মহাবলশালী ইন্দ্ৰজিত ৰণক্ষেত্ৰত দুৰ্দ্ধৰ্ষ হৈ উঠিল।

১৫। ৰাক্ষসমন্ত্ৰৰ দ্বাৰা অগ্নিত আহুতি দিয়াৰ পিচত ৰণবিজয়ী ইন্দ্ৰজিত নগৰৰ পৰা ওলাই আহি অন্তৰ্দ্ধান হৈ ৰাক্ষসবোৰক কবলৈ ধৰিলে।

১৬—১৯। "আজিৰ এই যুদ্ধত অনৰ্থক বনবাস খাটি থকা ৰাম আৰু লক্ষ্মণক বধ কৰি পিতা ৰাৱণৰ ওচৰত জয়ৰ বাতৰি নিবেদন কৰিম। ৰাম আৰু লক্ষ্মণক বধ কৰাৰ পিচত পৃথিৱী বান্দৰশূন্য কৰি পিতৃদেৱৰ মনস্তুষ্টি সাধিম।" এই বুলি কৈয়ে অন্তৰ্দ্ধান কৰি ৰাৱণৰ দ্বাৰা প্ৰেৰিত বীৰ ইন্দ্ৰজিতে ধনু আৰু সুতীক্ষ্ণ নাৰাচ অস্ত্ৰৰ দ্বাৰা সুসজ্জিত হৈ সক্ৰোধে যুদ্ধক্ষেত্ৰত অৱতীৰ্ণ হ'ল।

২০—২১। ইন্দ্ৰজিতে দেখিলে যে সৰ্পকুলৰ মাজত ত্ৰিশিৰা নাগসদৃশ, বান্দৰবোৰৰ মাজত ৰামলক্ষ্মণ বিৰাজ কৰি আছে। এই দুই জনকেই ৰাম আৰু লক্ষ্মণ বুলি চিনি লৈ, মেঘে বৃষ্টিপাত কৰাৰ নিচিনাকৈ ইন্দ্ৰজিতে ধনু সজ্জিত কৰি তেওঁলোকৰ ওপৰত শৰবৃষ্টি কৰিব ধৰিলে।

২২—২৪। আকাশমাৰ্গত ৰথস্থ হৈ অদৃশ্য অৱস্থাত থাকি তীক্ষ্ণশৰৰ দ্বাৰা ৰাম আৰু লক্ষ্মণ উভয়কে বিন্ধিব ধৰাত শৰজালে আবৃত হৈ ৰাম আৰু লক্ষ্মণে দিব্য অস্ত্ৰ সংযোগ কৰিলে। কিন্তু মহাবলশালী দুয়োজনে তেওঁলোকৰ সূৰ্য্যসদৃশ শৰজালৰ দ্বাৰা আকাশ ঢাকি পেলালেও শৰে ইন্দ্ৰজিতৰ শৰীৰ স্পৰ্শ কৰিব নোৱাৰিলে।

২৫—৩০। ইতিমধ্যে শ্ৰীমান ইন্দ্ৰজিতে ধোঁৱাৰে অন্ধকাৰ সৃষ্টি কৰি আকাশখন আৰু দিক্ সমূহ ঢাকি পেলালে আৰু কুঁৱলীৰ ভিতৰত আনৰ অদৃশ্য হৈ থাকিল। আনকি ধনুৰ টঙ্কাৰ, ৰথৰ ঘৰঘৰনি আৰু ঘোঁৰাৰ খুৰাৰ শব্দও কাণত নপৰা

হল; আৰু ইন্দ্ৰজিতৰ কোনো ৰূপেই তাত প্ৰকাশ নাপালে। এনে অৱস্থাত থাকি ৰাৱণপুত্ৰ খণ্ডতে অধীৰ হৈ তেওঁৰ সূৰ্য্যসদৃশ সমুজ্জ্বল বৰলক্ষ শৰসমূহৰ দ্বাৰা ৰাম-লক্ষ্মণক বিন্ধিব ধৰিলে। বৃষ্টিপাতৰ দ্বাৰা আক্ৰান্ত হোৱা পৰ্ব্বতৰ দৰে ৰাম-লক্ষ্মণ দুয়োজনে নাৰাচ অস্ত্ৰৰ দ্বাৰা আক্ৰান্ত হৈ সোণৰপাখী লগোৱা তীক্ষ্ণ শৰ-সমূহ এৰি দিব ধৰিলে। কঙ্কপুত্ৰ এই শৰবোৰে আকাশত ৰাৱণপুত্ৰৰ শৰীৰ ভেদ কৰি তেজেৰে ৰাঙলী হৈ মাটিত পৰিল।

৩১। এইদৰে অন্তৰীক্ষৰ যিটো ভাগৰ পৰায়ে শৰ আহিব ধৰা দেখিলে তেওঁলোকে সেই সেই ভাগকে লক্ষ্য কৰি উৎকৃষ্ট অস্ত্ৰসমূহ এৰিব ধৰিলে।

৩২। ইন্দ্ৰজিতৰ ভীষণ শৰপাটত ৰাম আৰু লক্ষ্মণ উভয়ে অধিকপৰিমাণে দীপ্তিমান হোৱাত বীৰ যুগলে ভল্ল অস্ত্ৰৰ সহায়ত নিপাতিত শৰৰ বেছিভাগকেই খণ্ড-বিখণ্ড কৰিলে।

৩৩—৩৬। তেতিয়া অতিৰথ ৰাৱণৰ পুত্ৰই ৰথৰ সহায়েৰে নভোমণ্ডলৰ চাৰি-ওকালে ভ্ৰমণ কৰি ক্ষিপ্ৰ ভাবে বিন্ধিব ধৰিলে। ইন্দ্ৰজিতৰ সুবৰ্ণ পুঙ্খযুক্ত সুপৰিত্যক্ত শৰৰ দ্বাৰা বিষমভাৱে আঘাত পাই ৰাম আৰু লক্ষ্মণে তেজেৰে ৰাঙলী হৈ পুষ্পিত কিংশুক বৃক্ষৰ নিচিনা শোভা ধাৰণ কৰিলে। আকাশ মেঘাবৃত হলে সূৰ্য্যৰ ৰূপ বা গতি যিদৰে দেখা নাযায়, অন্তৰ্হিত ইন্দ্ৰজিতৰ গতি, শৰ অথবা ধনুৰ একোটো তাত দেখা নোপোৱা হল। ইপিনে বান্দৰবোৰেও ৰাক্ষসৰ শৰবকোবত বিদ্ধ হৈ প্ৰাণ এৰি শই শই ভূতলশায়ী হব ধৰিলে।

৩৭—৩৯। যুদ্ধৰ এনে ৰূপ দেখি ক্ৰুদ্ধ হৈ লক্ষ্মণে ককায়েকক কলে, "সকলোবোৰ ৰাক্ষসক বধ কৰিবলৈ ব্ৰাহ্ম অস্ত্ৰকে প্ৰয়োগ কৰোঁ। উত্তৰত ৰামে শুভলক্ষণ লক্ষ্মণক কলে, "ভ্ৰাতঃ, এজনৰ কাৰণে পৃথিৱীৰ সকলো ৰাক্ষসকে বধ কৰা উচিত নহব। যি সকল যুদ্ধত নমা নাই, অথবা লুকাই আছে, কৰযোৰে শৰণাগত হৈ আছে অথবা পলাই প্ৰাণ ৰক্ষা কৰিবলৈ যত্নপৰ হৈছে, অথবা যি সকল প্ৰমত্ত অৱস্থাত, তেনেবিধৰ ৰাক্ষসক বধ কৰাটো উচিত নহব। হে মহাভুজসকল, ইন্দ্ৰজিতক কি উপায়ে বধ কৰা যাব পাৰে সেই বিষয়েহে মই যত্নপৰ হম। আৰু সেই কাৰণে সৰ্পবিষবৎ মহাবেগশালী উগ্ৰ মহা মহা অস্ত্ৰবোৰ মই প্ৰয়োগ কৰিম।

৪১। আমাৰ বান্দৰদলপতিসকলে অন্তৰ্হিত কৈ থকা মায়াবী সেই ৰাক্ষসক দেখাপোৱা মাত্ৰেই বধ কৰিব।

৪২। ভূগৰ্ভ, ৰসাতল, স্বৰ্গ অথবা অন্তৰীক্ষ য'তে থাকক মোৰ অস্ত্ৰৰ দ্বাৰা দগ্ধ হৈ এই ৰাক্ষসে প্ৰাণ পৰিত্যাগ কৰি ধৰাশায়ী হবই।"

৪৩। ৰঘুপ্ৰবীৰ ৰামচন্দ্ৰই মহাৰ্থপূৰ্ণ বাক্যে লক্ষ্মণক এইদৰে প্ৰবোধ দি বান্দৰপ্ৰবৰসকলৰ দ্বাৰা পৰিবৃত হৈ নিষ্ঠুৰ কৰ্ম্মৰত সেই ইন্দ্ৰজিতৰ পিনে লক্ষ্য কৰিলে।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুৰ্ক্ত অশীতিতম সৰ্গ সমাপ্ত

## একাশীতিতম সৰ্গ

### মায়াসীতা বধ

১—৪। মহাত্মা ৰাঘৱৰ মনৰ ভাব বুজি ইন্দ্ৰজিত যুদ্ধস্থলৰপৰা আঁতৰি লঙ্কাত প্ৰবেশ কৰিলে। মহাতেজস্বী ৰাক্ষসবোৰ নিহত হোৱা কথাটোকে ভাবি ক্ৰোধান্ধ হৈ আৰক্তনয়নে ৰণস্থলৰ পৰা ওলাই গৈ পুনঃ ৰাক্ষসগণৰদ্বাৰা পৰিবৃত হৈ তেওঁ পশ্চিম দুৱাৰেদি যুদ্ধস্থলত উপস্থিত হলহি। পুলস্ত্যৰ বংশধৰ, দেৱকুলৰ কণ্টক মহাবীৰ্য্যশালী ইন্দ্ৰজিতে বীৰ ভ্ৰাতৃযুগল ৰাম আৰু লক্ষ্মণক যুদ্ধৰ কাৰণে উদ্যত হৈ থকা দেখি মনে মনে এটা মায়াৰ ভাব সৃষ্টি কৰিলে।

৫—৬। তেওঁৰ ৰথত মায়াসীতাক স্থাপন কৰি নিজ পৰাক্ৰম দেখুৱাই তেওঁক বধ কৰিবলৈ স্থিৰ কৰিলে আৰু সকলোকে বিমুগ্ধ কৰাৰ ইচ্ছাৰে দুৰ্ম্মতিয়ে সীতাক বধ কৰাৰ উদ্দেশ্যে বান্দৰবোৰৰ সম্মুখলৈ যাত্ৰা কৰিলে।

৭। ইন্দ্ৰজিৎ এইদৰে ওলাই অহা দেখি বনবিহাৰী বান্দৰবোৰে খঙতে জ্বলি উঠি শিল হাতত লৈ তেওঁৰ গুৰিলৈ খেদি গ'ল।

৮। কপিকুঞ্জৰ হনুমান প্ৰকাণ্ড এটা শিল লৈ এই বান্দৰসৈন্যৰ আগে আগে গল।

৯—১৩। হনুমানে দেখিলে ইন্দ্ৰজিতৰ ৰথত বিষণ্ণবদনে সীতাদেৱী বহি আছে; তেওঁৰ মূৰত মাত্ৰ এডাল বেণী, উপবাসৰ কাৰণে শুকাই ক্ষীণাই দীন-ভাবে তাত বহি আছে; তেওঁৰ পিন্ধনত এখন মলিয়ন কাপোৰ আৰু সমগ্ৰ শৰীৰ ধূলি-মাকটিৰে পৰিপূৰ্ণ, ৰাঘৱপ্ৰিয়া বৰবৰ্ণিনী যি সীতাক অলপ দিন আগতে তেওঁ

* মহাভাৰতত উল্লেখ আছে যে ঠিক এনে সময়তে গুহ্যক (কুবেৰ দূত) এজনে একলহ পানী আনি দি কলে যে এই পানী চকুত সানি লৈ যি কোনোৱে লুকাই থকা অৱস্থাত ৰাক্ষসক দেখা পাব। টিকাকাৰ

দেখা পাইছিল, ইন্দ্ৰজিতৰ ৰথত উপবিষ্টা দীনবদনা শোকাৰ্ত্তা তিৰোতাজনীক সেই সীতা বুলিয়ে স্থিৰ কৰি তেওঁ মনে মনে ভাবিবলৈ ধৰিলে 'ইন্দ্ৰজিতৰ অভিপ্ৰায় কি'; ভবাৰ লগে লগে প্ৰধান প্ৰধান বান্দৰবোৰক লগত লৈ তেওঁ ইন্দ্ৰজিতৰ পিনে খেদি গল।

১৪—১৫। বান্দৰসৈন্যদলক এইদৰে খেদি অহা দেখি ৰাৱণনন্দন ইন্দ্ৰজিতে খঙতে জ্বলি উঠি খাপৰপৰা খড়গখন উলিয়াই ললে আৰু নিষ্ঠুৰভাবে সীতাৰ কেশাকৰ্ষণ কৰিলে আৰু বান্দৰবোৰৰ চকুৰ আগত মায়াৰ বলত "ৰাম ৰাম" বুলি চিঞৰি থকা অৱস্থাতে মায়াসীতাক প্ৰহাৰ কৰিবলৈ ধৰিলে।

১৬। সীতাক চুলিত ধৰি টনা দেখি হনুমানৰ মনত বৰ দুখ লাগিল আৰু সেই শোকতে তেওঁৰ চকুৰপৰা পানী পৰিবলৈ ধৰিলে।

১৭। চাৰুসৰ্ব্বাঙ্গী ৰামমহিষী সীতাৰ এনে অৱস্থা দেখি মৰুতাত্মজ হনুমানে কৰ্কশ বাক্যে ইন্দ্ৰজিতক কবলৈ ধৰিলে,

১৮। "হেৰ দুৰাত্মা! সীতাৰ এই কেশস্পৰ্শ তোৰ নিজৰ বিনাশৰ কাৰণেহে বুলি জানিবি। ভাবি চা ব্ৰহ্মৰ্ষিৰ কুলত উৎপন্ন হৈ তই ৰাক্ষসযোনিত জন্মলব লগা হৈছ। এনে পাপাচাৰমতি তোক ধিক্!

১৯—২০। "হেৰ নিষ্ঠুৰমতি, দুৰ্ব্বৃত্ত অনাৰ্য্য, ক্ষুদ্ৰাশয় পাপপৰাক্ৰমশীল, ইন্দ্ৰজিৎ! অনাৰ্য্যজনোচিত এনেবিধৰ কামলৈ তোৰ ঘৃণাবোধ হোৱা নাই নে? হে নিষ্ঠুৰমতি, এই মৈথিলীয়ে নিজ গৃহ আৰু ৰাজ্যৰপৰা পৰিচ্যুতা হৈ শেহত ৰামৰ হাতৰ পৰাও বিচ্ছিন্ন হৈছে, তেওঁ তোৰ কি অপৰাধ কৰিছে যাৰ বাবে তই তেওঁক বধ কৰিবলৈ উদ্যত হৈছ?

২১। "ৰাক্ষস, মনত ৰাখিবি সীতাক বধ কৰি তই কোনোপধ্যে জীয়াই থাকিব নোৱাৰিবি, তোৰ এই বধ কাৰ্য্যৰ বাবে এতিয়া তই মোৰ হস্তগত হলি।

২২। "আনৰ বধৰ উপযুক্ত চোৰ আদি দুৰ্ব্বৃত্তগণেও যি স্থান পাবলৈ ঘৃণা কৰে, এই সংসাৰত জীৱন এৰি গৈ তই সেই স্থানহে পাবি।"

২৩। এইদৰে কৈ হনুমানে অস্ত্ৰে-শস্ত্ৰে সুসজ্জিত বান্দৰবোৰক লগত লৈ ৰাৱণপুত্ৰক খেদি গল।

২৪—২৫। বান্দৰ সৈন্যই এইদৰে খেদি অহাত ইন্দ্ৰজিতে তেওঁৰ ভীষণ ক্ৰুদ্ধ ৰাক্ষস-বাহিনীৰদ্বাৰা সিহঁতক বাধা দি নিজে হাজাৰ হাজাৰ বাণ প্ৰয়োগ কৰিলে আৰু বান্দৰ সৈন্যবাহিনীক ক্ষুব্ধ কৰি বান্দৰপ্ৰৱৰ হনুমানক কলে,

২৬। "হে বান্দৰ, যাৰ কাৰণে সুগ্ৰীৱ, তই আৰু ৰাম ইয়ালৈ আহিছ, তই চাই থাকোঁতে থাকোঁতে সেই বৈদেহীক মই ইয়াত বধ কৰিম।

২৭। "তাইক বধ কৰি ৰাম, লক্ষ্মণ, তোক আৰু সুগ্ৰীৱক বধিম আৰু তাৰ পিছত অনাৰ্য্য সেই বিভীষণকো বধ কৰিম।

২৮। "হে প্লৱঙ্গম, তই কৈছ যে স্ত্ৰীজাতিক বধ কৰা উচিত নহয়, কিন্তু তাৰ উত্তৰত মই কওঁ যে যিটো কাম কৰিলে শত্ৰুপক্ষৰ মনত কষ্ট হয় তেনে কাম কৰাটো অনুচিত নহয়।"

২৯—৩০। হনুমানক এইদৰে কৈ ইন্দ্ৰজিতে স্বয়ং তেওঁৰ তীক্ষ্ণ খড়্গৰদ্বাৰা কান্দি থকা অৱস্থাতে মায়াময়ী সীতাক বধ কৰিলে। পৃথুজঘনা প্ৰিয়দৰ্শনা সীতাক যজ্ঞোপবীত যেনেভাৱে থাকে তেনে বক্ৰভাৱে ফালি দিলে আৰু লগে লগে সীতা মাটিত বাগৰি পৰিল।

৩১—৩৪। তিৰোতাজনীক বধ কৰি উঠি ইন্দ্ৰজিতে হনুমানক কলে, "চোৱা ৰামৰ প্ৰিয়া ভাৰ্য্যাক মই অস্ত্ৰেৰে বধ কৰিলোঁ; বৈদেহী এতিয়া মৃতা, এতেকে তোমালোকৰ পৰিশ্ৰম নিষ্ফল।" এইদৰে কৈ বৃহৎ খড়্গঘাতত বৈদেহী নিহতা হোৱাৰ পিচত, হৃষ্টচিত্তে, ৰথত আৰোহণ কৰি ইন্দ্ৰজিতে ভৈৰৱ স্বৰে শব্দ কৰিবলৈ ধৰিলে। আকাশীযানৰূপ দুৰ্গতে থাকি ৰাক্ষসে মুখ মেলি কৰা শব্দ বান্দৰবোৰে ওচৰতে থাকি শুনিবলৈ পালে। এইদৰে দুখতে সেই ৰাৱণপুত্ৰই সীতাক বধ কৰি পৰম হৰ্ষান্বিত হল, আনপিনে বান্দৰবোৰ তাক এইদৰে আনন্দ কৰা দেখি পৰম বিষণ্ণ হৈ তাৰ পৰা আঁতৰি গল।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত একাশীতিতম সৰ্গ সমাপ্ত

## দ্ব্যশীতিতম সৰ্গ

**মায়াসীতা বধৰ পিচত হনুমানৰ বীৰত্ব প্ৰকাশ আৰু যুদ্ধক্ষেত্ৰৰ পৰা অপসৰণ।**

১—৩। ৰাক্ষসবোৰৰ বজ্ৰনাদসম ভীম গৰ্জ্জন শুনি বান্দৰবোৰে ইফালে সিফালে দৌৰিবলৈ ধৰিলে। বান্দৰবোৰে বিষন্নবদনে দীনভাবে এইদৰে পলাব ধৰাত মৰুতাত্মজ হনুমানে তেওঁলোকক কলে। "হে বান্দৰগণ, কি কাৰণত তোমালোকে বিষন্নবদনে এইদৰে পলাব ধৰিছা? তোমালোকৰ ৰণোদ্যম আৰু বীৰত্ব ক'লৈ গল? মই আগে আগে গৈ আছোঁ। অথাপি তোমালোকে মোৰ পিচে পিচে অহা নাই কিয়?

৪—৯। হনুমানৰ কথা শুনি বান্দৰবোৰে ক্ৰোধ মূৰ্ত্তি ধৰি হৃষ্টচিত্তে, শিল, পৰ্ব্বত শৃঙ্গ আৰু গছবোৰ হাতত লৈ সাজু হল; আৰু হনুমানক বেঢ়ি ধৰি গৰ্জ্জি গৰ্জ্জি ৰাক্ষসবোৰৰ ওপৰত জাপ দি পৰিল। সেইসময়ত বান্দৰ সৈন্যৰ দ্বাৰা পৰিবৃত হৈ হনুমানে প্ৰজ্জ্বলিত শিখাবিশিষ্ট অগ্নি সদৃশৰূপ ধাৰণ কৰি ৰাক্ষস সৈন্যক দগ্ধ কৰিব ধৰিলে আৰু কালান্তক যমসদৃশ ৰাক্ষসবোৰক ধ্বংস কৰিব ধৰিলে। শোকতে জৰ্জ্জৰিত হৈ হনুমান ভীষণ ক্ৰুদ্ধ হৈ উঠিল আৰু ইন্দ্ৰজিতৰ গালৈ বৃহৎ এটা শিল নিক্ষেপ কৰিলে। শিল পৰিব ধৰা দেখি সাৰথিয়ে তেওঁৰ আজ্ঞাবাহী ঘোঁৰাৰ দ্বাৰা ৰথক আঁতৰাই নি দূৰত ৰাখিলে।

১০—১৪। শিলে, সাৰথিৰে সৈতে ৰথস্থ ইন্দ্ৰজিতক নাপাই পৃথিৱী ভেদ কৰি তললৈ গ'ল আৰু লগে লগে তাৰ উদ্যমো নষ্ট হল। কিন্তু যিদল ৰাক্ষস সেনাৰ ওপৰত পৰি শিল পাতাল ফাটি সোমাল, তাৰ আক্ৰমণত সেনাদল তাতেই মৰিমূৰ হল। এইদৰে হনুমানে আক্ৰমণ কৰি গৈ আছে আৰু মহাকায় বান্দৰবোৰে গছ শিল হাতত লৈ শই শই তেওঁৰ পিচে পিচে মহানাদ কৰি ধাবমান হৈছে। ভীম বিক্ৰমশীল বান্দৰবোৰে ইন্দ্ৰজিতৰ ওপৰত শিল আৰু পাদপ বৃষ্টি কৰাৰ ফলত ঘোৰৰূপ ৰাক্ষসবোৰ ব্যথিত হৈ উঠিল; তাকে দেখি বান্দৰৰ সিংহনাদ আৰু বহুত পৰিমাণে বাঢ়িল।

১৫—১৬। কপি সৈন্যৰ আক্ৰমণত ৰাক্ষসসেনা বাগৰি পৰি ৰণক্ষেত্ৰতে ধৰফৰাব ধৰিলে। তেতিয়া ইন্দ্ৰজিতে বান্দৰবোৰৰ আক্ৰমণত ৰাক্ষসবোৰ এইদৰে নিপীড়িত হোৱা দেখি অস্ত্ৰ হাতত লৈ শত্ৰুসৈন্যৰ সন্মুখীন হল আৰু নিজ সৈন্যৰ দ্বাৰা পৰিবৃত হৈ শত্ৰুৰ ওপৰত বাণবৃষ্টি কৰিব ধৰিলে।

১৭। এই দৰে তেওঁ তেওঁৰ শূল, খড়্গ পট্টিশ আৰু মুদগৰৰ দ্বাৰা বহুত প্ৰধান প্ৰধান বান্দৰৰ প্ৰাণ সংহাৰ কৰিলে; আনপিনে বান্দৰবোৰেও সেইদৰে ইন্দ্ৰজিতৰ বহুত অনুচৰৰ প্ৰাণ ললে।

১৮—১৯। মহাবলশালী হনুমানে স্কন্ধে সৈতে গছ, শিলা আৰু পৰ্ব্বতশৃঙ্গৰ দ্বাৰা ভীমপৰাক্ৰমশীল বহুত ৰাক্ষসক বধ কৰি, শত্ৰু সৈন্যক প্ৰতিৰোধ কৰাৰ পিচত বান্দৰবোৰক উদ্দেশ্য কৰি তেওঁ কলে, "তোমালোকে এতিয়া যুদ্ধ এৰা, এই ৰাক্ষসবোৰৰ লগত যুদ্ধ কৰাৰ শক্তি এতিয়া আমাৰ নাই।

২০। ৰামৰ হিতসাধিবলৈ আহি প্ৰাণ দিও আমি চেষ্টা কৰি আছোঁ, কিন্তু যাৰ কাৰণে আমি যুদ্ধত প্ৰবৃত্ত, জনকদুহিতা সেই সীতা দেবীয়েই নিহতা হল।

২১। এতিয়া ৰাম আৰু সুগ্ৰীৱক এই কথাটো জনাই, তেওঁলোকে যি বিধান কৰে আমি তাকেই কৰিম।"

২২। বান্দৰপ্ৰবৰ হনুমানে এইদৰে কৈ সৈন্যবোৰক যুদ্ধৰ পৰা বিৰত কৰিলে আৰু নিৰ্ভীকচিত্তে সৈন্যবোৰক যুদ্ধৰ পৰা আঁতৰি গল।

২৩। হনুমানক ৰামৰ গুৰিলৈ যোৱা দেখি ইন্দ্ৰজিতে তেওঁৰ হোমকাৰ্য্য সম্পাদন কৰিবলৈ নিকুম্ভিলা যজ্ঞস্থললৈ গল। *

২৪। তাত উপস্থিত হৈ যজ্ঞস্থলত ৰাক্ষসে অগ্নিত আহুতি দিলে।

২৫—২৬। আহুতিৰ লগে লগে অগ্নিত ৰক্তাহুতি নিক্ষেপ কৰাত অগ্নিৰ তেজ অতি প্ৰবলৰূপে বাঢ়ি উঠিল আৰু সন্ধ্যাকালৰ সূৰ্য্যসদৃশ ৰূপ লৈ অতি তীব্ৰমূৰ্ত্তি ধাৰণ কৰিলে। এইদৰে ৰাক্ষস সমূহৰ মঙ্গলৰ অৰ্থে ইন্দ্ৰজিতে যথাবিধি হোমকাৰ্য্য সম্পাদন কৰিব ধৰিলে আৰু ৰাক্ষসবোৰে মহাযুদ্ধৰ ফল অপেক্ষা কৰি তাকে চাই যজ্ঞস্থলৰ চাৰিওকালে ৰৈ থাকিল।

* টীকাকাৰে উল্লেখ কৰিছে দশমীতিথিৰ পূৰ্ব্বাহ্ন কালত ইন্দ্ৰজিতে নিকুম্ভিলা যজ্ঞস্থলত যজ্ঞ আৰম্ভ কৰিছিল।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত দ্ব্যশীতিতম সৰ্গ সমাপ্ত

## ত্ৰ্যশীতিতম সৰ্গ

### মায়াসীতাৰ বধত ৰামৰ খেদ আৰু লক্ষ্মণৰ প্ৰবোধ-বাণী

১। ৰাঘৱ ৰামে ৰাক্ষস আৰু বনবিহাৰী বান্দৰবোৰৰ ভীষণ সংগ্ৰামধ্বনি শুনি জাম্ববানক কলে,

২—৩। "হে সৌম্য, যুদ্ধৰ যি ভীষণৰৱ শুনা গৈছে, অনুমান হয় হনুমানে অতি দুষ্কৰ কোনো এটা কাম ধৰিব ধৰিছে, এতেকে সদল লৈ গৈ যুদ্ধ কৰি থকা অৱস্থাতে কপিপ্ৰৱৰৰ, সহায় হোৱা গৈ।"

৪—৯। উত্তৰত ঋক্ষৰাজে 'যি আজ্ঞা' বুলি কৈ নিজ সেনাদল লগত লৈ হনুমান উপস্থিত থকা পশ্চিম দুৱাৰলৈ যাত্ৰা কৰিলে। গৈ থাকোতে ঋক্ষপতিয়ে দেখিলে যে হনুমান তেওঁৰ পিনে আহিবলৈ ধৰিছে আৰু তেওঁৰ সৈন্যবোৰে যুদ্ধত পৰিশ্ৰান্ত হৈ দীৰ্ঘনিশ্বাস পেলাই তেওঁক বেঢ়ি আছে। বাটত নীলমেঘসদৃশ যুদ্ধোদ্যত ঋক্ষসৈন্যদলক লগ পাই হনুমানে যুদ্ধ কৰিবলৈ নিষেধাজ্ঞা দি তেওঁলোককো ওভতাই আনিলে। তাৰপিচত মহাযশস্বী হনুমানে সেই সকলো সৈন্যেৰে সৈতে ৰামৰ ওচৰলৈ আহি দুখপূৰ্ণ মনে কবলৈ ধৰিলে, "হে প্ৰভু, আমি যুদ্ধত প্ৰবৃত্ত হৈ থাকোতেই আমাৰ সন্মুখতে ৰাৱণাত্মজ ইন্দ্ৰজিতে কান্দি থকা অৱস্থাতে সীতাক বধ কৰিলে। হে অৰিন্দম, তেওঁৰ তেনে অৱস্থা দেখি মোৰ চিত্ত উদ্ভ্ৰান্ত হৈছে আৰু সেই কাৰণতে বিষণ্ণবদনে কথাটো আপোনাক জনাবলৈ মই উপস্থিত হৈছোঁ।"

১০—১৫। হনুমানৰ কথা শুনামাত্ৰকে ৰাম শোকাভিভূত হৈ গুৰি কাটি দিয়া গছৰ দৰে মাটিত ঢলি পৰিল। দেৱসদৃশ সেই পুৰুষপ্ৰৱৰ এইদৰে মাটিত বাগৰি পৰা দেখি চাৰিওকালৰপৰা প্ৰধান প্ৰধান বান্দৰবোৰ আহি তাত উপস্থিত হল। ভীষণভাবে জ্বলি উঠা জুই হঠাতে নুমাব পৰা নহলে, যিদৰে জলসিঞ্চনৰ দ্বাৰা নিৰ্ব্বাপিত কৰা হয়, সেইদৰে বান্দৰবোৰেও সীতাশোকাৱগ্নিদগ্ধ ৰামৰ ওপৰত পদ্মোৎপল সুগন্ধ পানী চটিয়াবলৈ ধৰিলে। তেতিয়া লক্ষ্মণে দুইবাহুৰে তেওঁক আকোৱালি ধৰি দুখাতিভূত হৈ হেতু আৰু অৰ্থযুক্ত বাক্যে অস্থিৰ অৱস্থাতে ৰামক কবলৈ, ধৰিলে, হেআৰ্য্য* আপুনি জিতেন্দ্ৰিয় আৰু সদায় সৎ ধৰ্ম্মপথত অধিষ্ঠিত

* লক্ষ্মণৰ এই সকলো উক্তিৰ অৰ্থ হৈছে— আমি কৰ্ম্মৰদ্বাৰাই ইন্দ্ৰজিতক পৰাজিত কৰিব লাগিব অকল ধৰ্ম্মক খামোচ মাৰি ধৰি থাকিলেই নহব। ধৰ্ম্মৰপৰা সুখ অধৰ্ম্মৰ পৰা বিপদ এই ক্ষেত্ৰত উভয়কে পৰস্পৰ বিৰোধী বুলি অনুমান হৈছে।

এনে অৱস্থাতো যিহেতু ধৰ্ম্মই আপোনাক এনেবোৰ অনৰ্থৰপৰা ৰক্ষা কৰিব পৰা নাই, এতেকে বুজিব লাগিব ধৰ্ম্মক ধৰি থকাটো নিৰৰ্থক। স্থাবৰ (তৃণ, তৰু আদি) আৰু জঙ্গমৰ (পশু আদিৰ) বেলিকা সুখ যিদৰে প্ৰত্যক্ষভূত, ধৰ্ম্মৰ বেলিকা তেনে নহয়, এতেকে ধৰ্ম্ম বুলি কোনো বস্তু নাই, এয়ে মোৰ অনুমান।

১৬। স্থাবৰৰ সুখানুভূতি যিদৰে পৰিস্ফুট, জঙ্গমৰ বেলিকাও তদনুৰূপ, কিন্তু আপোনাৰদৰে ভবদ্বিধ ধৰ্ম্মত প্ৰতিষ্ঠিত লোকৰ পক্ষে তেনে নহয়, নহলে আপোনাৰ কোনো বিপদেই হব নাপালেহেঁতেন।

১৭। "অধৰ্ম্ম বোলা কোনো এটা কথা থকাহেঁতেন, ৰাৱণ নিশ্চয় নৰকলৈ গলহেঁতেন, আৰু ধৰ্ম্মাধিষ্ঠিত আপুনি কেতিয়াও বিপদৰ সম্মুখীন হব লগা নহল হেঁতেন।

১৮। "ৰাৱণৰ সুখ (অৰ্থাৎ বিপদৰ অভাব) আৰু আপোনাৰ দুখ (অৰ্থাৎ সুখৰ অভাব) দেখি অনুমান হৈছে যে ফলদান বিষয়ত ধৰ্ম্মাধৰ্ম্ম উভয়ে পৰস্পৰ-বিৰোধী।

১৯—২০। "ধৰ্ম্মৰ ফল সুখলাভ আৰু অধৰ্ম্মৰ ফল দুখপ্ৰাপ্তি, এতেকে যিবোৰে অধৰ্ম্মাচৰণ কৰি থাকে সিহঁত দুখৰ ভাগী হব লাগে আৰু সেইদৰে যিসকলে ধৰ্ম্মাচৰণ কৰে তেওঁলোক ধৰ্ম্মৰপৰা পাব লগা সুখৰপৰা বিচ্যুত হোৱা উচিত নহয়, ধৰ্ম্মাচাৰীসকলে ধৰ্ম্মফল অৱশ্যেই পোৱা উচিত।

২১—২২। "কিন্তু যিহেতু দেখা গৈছে যে অধৰ্ম্মত প্ৰতিষ্ঠিতজনৰহে সুখৈশ্বৰ্য্য বৃদ্ধি পাইছে আৰু সেইদৰে ধৰ্ম্মশীলজন দুখৰ ভাগী হৈছে—এতেকে বুজিব লাগিব ধৰ্ম্ম আৰু অধৰ্ম্ম উভয়ে নিৰৰ্থক। হে ৰাঘৱ, যদি কোৱা হয় যে পাপকৰ্ম্মা লোকসকল নিজৰ পাপকৰ্ম্ম স্বৰূপ অধৰ্ম্মৰদ্বাৰা নিহত হয় তেতিয়া এই প্ৰশ্ন হয় যে পাপক্ৰিয়া তৃতীয় ক্ষণত নিজেই ধ্বংস হৈ যোৱাত সি নিজে আকৌ আনক নিহত কৰিব কেনেকৈ?

২৩। "আকৌ যদি ধৰা হয় যে এজনে শ্যেণ যাগ আদি অভিচাৰৰ দ্বাৰা উৎপন্ন অদৃষ্ট শক্তিৰে আন এজনক বধ কৰিছে তেতিয়া বিহিত শ্যেণ যাগ আদি জনিত শক্তিয়েই সেই হত্যা পাপৰ দ্বাৰা লিপ্ত হব কিন্তু শ্যেণ যাগৰ অনুষ্ঠাতা-জন পাপৰ দ্বাৰা লিপ্ত হোৱাটো যুক্তিসিদ্ধ নহয়।

২৪। "হে শত্ৰুসন্তাপকাৰী, শ্যেন যাগ আদিৰ অনুষ্ঠানজনিত যি শক্তি (অতিশয়) সি অচেতন হোৱাত শত্ৰুৰ প্ৰতিকাৰ কৰিব লাগে বুলি তাৰ জ্ঞান নাই, নিজৰ আশ্ৰয় চেতন আত্মা অদৃশ্য কাৰণে এই শক্তিও অদৃশ্য, এতিকে ই

অসৎ (নোহোৱা) বস্তুৰ দৰেই, অথচ দৰাচলতে বৰ্ত্তমান। তেনে স্থলত সেই যাগাদিজনিত ধৰ্ম্ম বা শক্তিয়ে বধ্য শত্ৰুজনক প্ৰভাৱিত কৰি বধ কৰাৰ সম্ভাৱনাই নাই। (গতিকে শ্যেন যাগ আদিৰপৰা হোৱা শক্তি পাপত লিপ্ত হোৱাটো একেবাৰে দূৰৰ কথা।)

২৫। "হে সৎপুৰুষশ্ৰেষ্ঠ, সৎকৰ্ম্মজনিত অদৃষ্টই যদি বস্তুবৎ থাকে, তেতিয়াহলে আপোনাৰ নিচিনা পুৰুষৰ কোনো প্ৰকাৰ দুখভোগৰ কাৰণ হব নোৱাৰে; কিন্তু যিহেতু ভবাদৃশ পুৰুষো এনে দুখৰ ভাগী হব লগা হৈছে এতেকে বুজিব লাগিব সৎকৰ্মজনিত শুভাদৃষ্ট বোলা বস্তু নাই।

২৬। "অথবা যদি কয় যে ধৰ্ম্ম দুৰ্ব্বল আৰু ক্লীব হোৱা কাৰণেই পুৰুষত্বৰ ওপৰত নিৰ্ভৰশীল, তেনেহলে তেনে দুৰ্ব্বল আৰু সুখসাধন বিষয়ত অপাৰগ ধৰ্ম্মক অনুসৰণ কৰাৰ কোনো যুক্তি নাই।

২৭। "এতেকে প্ৰকৃততে ধৰ্ম্ম যদি পুৰুষত্বতকৈ গৌণ তেনেহলে পৰাক্ৰমপূৰ্ব্বক ধৰ্ম্মক পৰিত্যাগ কৰি পুৰুষত্বক আশ্ৰয় কৰাহে শ্ৰেয়ঃ।

২৮। হে পৰন্তপ, সত্যই যদি ধৰ্ম্ম তেন্তে আপোনাক ৰাজ্যত অভিষিক্ত কৰিব বুলি পিতৃদেৱে পূৰ্ব্বতে যে প্ৰতিজ্ঞা কৰিছিল, আপুনি বনবাস বৰণ কৰি সেই প্ৰতিজ্ঞা মিছাত পৰিণত কৰাত পিতাৰ মৃত্যু হল। এতিয়া আপুনি সেই অভিষেকৰূপ সত্যবন্ধাৰা আবদ্ধ নহ'ব কিয়?

২৯। হে পৰন্তপ, যদি ধৰ্ম্মক আৰু অধৰ্ম্মৰ ভিতৰত যেই কোনো এটাক প্ৰধান বুলি ভাবে তেতিয়া হ'লে বজ্ৰধাৰীইন্দ্ৰই পুৰুষত্বৰ সহায়ত বিশ্বৰূপ মুনিক বধ কৰি পিচত আকৌ যজ্ঞ নকৰিলেহেতেন।*

৩০। "হে ৰাঘৱ, এতেকে অধৰ্ম্মক আশ্ৰয় কৰি থকা পৌৰষৰূপ ধৰ্ম্মইহে শত্ৰুক বধ কৰিব পাৰে। হে কাকুৎস্থ, সেই কাৰণে ইন্দ্ৰপ্ৰভৃতি সকলোৱেই আৰু ধৰ্ম্ম এই উভয়কে প্ৰয়োজন অনুসৰি ইচ্ছামতে ব্যৱহাৰ কৰে।

৩১। "হে ভ্ৰাতাঃ ধৰ্ম্ম সম্বন্ধে মোৰ এই মত। আপুনি সেই সময়তে অৰ্থলাভজনক ৰাজ্য পৰিত্যাগ কৰি ধৰ্ম্মৰ মূলতে কুঠাৰাঘাত কৰি আহিছে।

৩২। "অৰ্থই হৈছে সকলো ধৰ্ম্মৰ মূল; পৰ্ব্বত যিদৰে সকলো নদীৰ উৎপত্তিস্থল, নানা দেশৰপৰা সংগৃহীত আৰু পৰিবৰ্দ্ধিত অৰ্থৰ সহায়তহে যোগ আৰু ভোগপ্ৰধান সকলো ক্ৰিয়া সম্ভৱ হব পাৰে।

---

* অৰ্থাৎ স্বয়ং ইন্দ্ৰদেৱেও ধৰ্ম্মক প্ৰাধান্য দিয়া নাই।

৩৩। "অহকালি নদনদীবোৰ যিদৰে জলহীন হয়, অৰ্থহীন অল্পমতি মানুহবো সেইদৰে সকলো কামেই নষ্ট হয়।

৩৪। "যি মানুহে ধন পৰিত্যাগ কৰি সুখ লাভ কৰিবলৈ বিচাৰে তেওঁ বহুত পাপাচৰণ কৰিব লগা হয়, ফলত তাৰপৰা বহুত দোষ উৎপন্ন হয়।

৩৫। "পৃথিৱীত দেখা গৈছে যে যাৰ ধন আছে তেওঁৰ মিত্ৰ আৰু বন্ধু-বান্ধৱ আছে; যাৰ ধন আছে তেৱেঁই প্ৰকৃত পুৰুষ আৰু পণ্ডিত।

৩৬। "ধনীজন পৰাক্ৰমশালী আৰু বুদ্ধিমান, তেওঁ মহাবাহু আৰু অশেষ গুণযুক্ত।

৩৭। "উপস্থিত অৰ্থ পৰিত্যাগ কৰাৰপৰা যি যি দোষ হব পাৰে সেই সকলো মই কলোঁ; হে বীৰ, আপুনি ৰাজ্য পৰিত্যাগ কৰি প্ৰকৃততে তেনে দোষৰ ভাগী হৈছে।

৩৮। "যাৰ ধন আছে, ধৰ্ম্ম, অৰ্থ আৰু কাম সকলো তেওঁৰ অনুকূল; কিন্তু যাৰ ধন নাই, ধন পাবলৈ বিচাৰিলে, পুৰুষত্ব ব্যতিৰেকে তেওঁৰ উদ্দেশ্য সিদ্ধ হব নোৱাৰে।

৩৯। "হে নৰাধিপ, হৰ্ষ, কাম, দৰ্প, ধৰ্ম্ম, ক্ৰোধ, শম, দম এই সকলো অকল অৰ্থৰপৰাহে সম্ভৱ হয়।

৪০। যি অৰ্থৰ অভাৱত ধৰ্ম্মাচাৰী পুৰুষসকলৰো ঐহিক পুৰুষাৰ্থ নষ্ট হয়, মেঘাচ্ছন্ন দিনত নৰগ্ৰহৰ দৰ্শন পাব নোৱাৰাৰ নিচিনাকৈ, আপোনাতো সেই সুখ-সাধনভূত অৰ্থৰ অভাৱ দেখা গৈছে।

৪১। "হে বীৰ, পিতৃৰ আদেশ অনুসৰি আপুনি বনবাসী হোৱাতেই আপোনাৰ প্ৰাণতকৈ প্ৰিয়তৰা ভাৰ্য্যাক ৰাক্ষসে অপহৰণ কৰি নিলে।

৪২। "আৰু সেই কাৰণতে ইন্দ্ৰজিতে আজি ঘোৰতৰ এই দুখ জাপি দিব পাৰিলে। যি হওক মই মোৰ নিজ বীৰত্বপূৰ্ণ কামৰদ্বাৰা সেই দুখ দূৰ কৰিম; হে ৰাঘৱ আপুনি উঠক।

৪৩। "হে ধৃতব্ৰত, দীৰ্ঘবাহু, নৰপুঙ্গৱ, আপুনি উঠক, আপুনি আপোনাৰ এই মহান আত্মাৰ শক্তি গম নোপোৱাকৈ আছে কিয়?

৪৪। "হে অনঘ, জানকীৰ নিধন দেখি মোৰ ক্ৰোধানল জ্বলি উঠিছে, এতেকে আপোনাৰ হিত সাধিবলৈ এয়া মই থিয় দিলোঁ। আজিয়েই মই ৰথ, গজ, অশ্ব আৰু ৰাক্ষসৰাজ ৰাৱণেৰে সৈতে লঙ্কাখনক মোৰ শৰজালৰ দ্বাৰা উচ্ছন্ন কৰিম।"

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত ত্ৰ্যশীতিতম সৰ্গ সমাপ্ত

# চতুৰশীতিতম সৰ্গ

## ৰাম-বিভীষণৰ কথোপকথন

১। ভ্ৰাতৃবৎসল লক্ষ্মণে ৰামক এইদৰে আশ্বাস দি থাকোঁতে সৈন্যদলক যথা-স্থানত সংস্থাপিত কৰি বিভীষণ তাত উপস্থিত হল।

২। নীলাভমাতঙ্গৰদ্বাৰা পৰিবেষ্টিত গজৰাজসদৃশ, নানা অস্ত্ৰ-শস্ত্ৰে সুসজ্জিত চাৰিজন বীৰৰদ্বাৰা পৰিবৃত হৈ আহি তেওঁ দেখিলে মহাত্মা ৰাঘৱ শোকতে লালকাল দি আছে আৰু বান্দৰসমূহো অশ্ৰুপূৰ্ণ-কণ্ঠে তেওঁৰ চাৰিও ফালে ঘেৰি দি আছে।

৩। বিভীষণে ৰামক লজ্জিত আৰু শোক-সন্তপ্ত হৈ থকা দেখি দীনবদনে মনৰ দুখতে কিনো হৈছে বুলি সুধিলে।

৪। তেতিয়া লক্ষ্মণে সুগ্ৰীৱ আৰু আন আন বান্দৰ আৰু বিভীষণৰ মুখৰ পিনে চাই অশ্ৰুপূৰ্ণনেত্ৰে লাহেকৈ কলে, "হে সৌম্য, ৰাঘৱ ৰাম হনুমানৰ মুখৰপৰা ইন্দ্ৰজিতে সীতাক বধ কৰা বুলি শুনি শোকত মূৰ্চ্ছিত হৈছে।"

৫। লক্ষ্মণৰ কথা শুনামাত্ৰকে বিভীষণে সেই কথা বন্ধ কৰি বহু অৰ্থপূৰ্ণবাক্যে সংজ্ঞাহীন অৱস্থাতে থকা ৰামক কবলৈ ধৰিলে:

৬—১১। "হে মনুজেন্দ্ৰ, আৰ্ত্তৰ নিচিনা হৈ হনুমানে আপোনাক যিটো জনাইছে সাগৰৰ পানী শুকাই যোৱা বাতৰিৰ দৰেই সেইটো মোৰ মনত অযুক্তিকৰ যেন লাগে। হে মহাবাহু, মই দুৰাত্মা ৰাৱণৰ অভিপ্ৰায় ভালদৰে জানো। এতেকে সি কেতিয়াও সীতাক বধ নকৰে। তেওঁৰ হিতকামনা কৰি সীতাক এৰি দিয়া বুলি মই বহুপ্ৰকাৰে তেওঁক অনুৰোধ জনাইছিলো; কিন্তু তেওঁ কোনো প্ৰকাৰে মোৰ কথা নামানিলে।

১২—১৫। "সাম, দান, ভেদ, যুদ্ধ বা আন কোনো উপায়ে কোনেও সীতাৰ দৰ্শনকে পাব নোৱাৰে। হে মহাবাহু, আপুনি জানি ৰাখক যে সেই ৰাক্ষসে মায়াময়ী জনকনন্দিনীক বধ কৰি বান্দৰসকলক মোহিত কৰি থৈ গৈছে। সি এতিয়া নিকুম্ভিলা যজ্ঞস্থললৈ গৈ তাত অগ্নিত আহুতি দিব আৰু তাৰ কাৰণে ইন্দ্ৰকে আদি কৰি দেৱতাগণে সৈতে হুতৱান অগ্নিদেৱতা তাত উপস্থিত হৈছেহি। হোম কৰি উঠাৰ পিচত মুৰাৱণাত্মজ ইন্দ্ৰজিত হুত দুৰ্দ্ধৰ্ষ হয়। বান্দৰবোৰৰ পৰাক্ৰম

দেখি, তেওঁলোকৰপৰা যজ্ঞত বিঘ্নি আশঙ্কা কৰি, তেওঁলোকক মুগ্ধ কৰাৰ ইচ্ছাতে এই মায়াসীতাৰ সৃষ্টি কৰিছে।

১৬—১৭। "এতেকে সেই যজ্ঞ সমাপ্ত হোৱাৰ আগতে সসৈন্যে আমি তালৈ যাওঁ। হে নৰশাৰ্দ্দূল, আপোনাৰ এই শোকৰ কাৰণ মিছা, আপুনি তাক পৰিত্যাগ কৰক। আপোনাক শোকসন্তপ্ত দেখি এই সৈন্যদলে মনত বৰ দুখ পাইছে। আপুনি মনতি উৎসাহ লৈ সুস্থ হওক। সৈন্যগণে সৈতে আমি প্ৰস্থান কৰোঁ, লক্ষ্মণক আমাৰ লগত দিয়ক।

১৮—২০। "নৰশ্ৰেষ্ঠ লক্ষ্মণে তেওঁৰ তীক্ষ্ণ শৰৰদ্বাৰা ইন্দ্ৰজিতৰ যজ্ঞত বিঘিনি সৃষ্টি কৰিব পাৰিব আৰু তাৰ ফলত সি বধৰ অধীন হব। লক্ষ্মণৰ পক্ষীসম বেগবান শৰসমূহে ক্ৰুৰদৰ্শী কঙ্কাদি পক্ষীবৎ ইন্দ্ৰজিতৰ ৰক্ত পান কৰিব পাৰিব। এতেকে হে মহাবাহু, বজ্ৰধৰে বজ্ৰক আদেশ দিয়াৰ নিচিনাকৈ আপুনি শুভলক্ষণ লক্ষ্মণক যুদ্ধলৈ যাবলৈ আদেশ দিয়ক।

২১—২২। "হে মনুজশ্ৰেষ্ঠ, শত্ৰুক বধ কৰাৰ উদ্দেশ্যে সময় নষ্ট নকৰি, ইন্দ্ৰই বজ্ৰক নিযোগ কৰাৰ নিচিনাকৈ আপুনি লক্ষ্মণক এতিয়াই এৰি দিয়ক। নহলে যজ্ঞ সমাপন কৰাৰ পিচতে সেই ৰাক্ষসপ্ৰৱৰ যুদ্ধক্ষেত্ৰত সুৰাসুৰ সকলৰপৰাও অদৃশ্য হয়, আৰু তেতিয়া যুদ্ধত প্ৰবৃত্ত হলে সুৰাসুৰগণেও তাক জয় কৰাটো শঙ্কাৰ কাৰণ হৈ উঠে।"

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত চতুৰশীতিতম সৰ্গ সমাপ্ত

## পঞ্চাশীতিতম সৰ্গ

### বিভীষণৰ উপদেশ অনুসৰি নিকুম্ভিলা যজ্ঞস্থললৈ লক্ষ্মণৰ ৰণযাত্ৰা

১। বিভীষণৰ কথা শুনিও ৰাঘৱ ৰামে শোকাক্লিষ্ট হৈ থকাৰ কাৰণে তেওঁ যি কলে তাক সম্যকৰূপে ধাৰণা কৰিব নোৱাৰিলে।

২। তাৰ পিচত কোনোপ্ৰকাৰে ধৈৰ্য্য ধাৰণ কৰি পৰপুৰঞ্জয় ৰামে বানৰ-সকলৰ ওচৰত বহি থকা বিভীষণক তেওঁ সুধিলে, "হে ৰাক্ষসাধিপতি বিভীষণ,

আপোনাৰ কথাখিনি মই পুনঃ শুনিবলৈ ইচ্ছা কৰিছোঁ, আপুনি কি কব খুজিছিলে কওঁকচোন।"

৩—৭। ৰাঘৱৰ কথা শুনি বাক্যবিশাৰদ বিভীষণে যি কৈছিল পুনঃ তাকে কবলৈ ধৰিলে, "হে মহাবাহু, সৈন্যসমাবেশ আৰু তৎসংক্ৰান্ত আন আন যি যি বিষয়ে আপুনি নিৰ্দ্দেশ দিছিলে, সেইবোৰ তেনেভাৱেই কৰা হৈছে; সেনাবোৰ চাৰিওকালে ভাগ ভাগ কৰা হৈছে আৰু দলপতি সকলকো ভাগে ভাগে নিযুক্ত কৰা হৈছে। এতিয়া, হে মহাপ্ৰভু, মোৰ যি কবলগীয়া আছে কওঁ শুনক। আপুনি অনাহকতে এইদৰে শোকসন্তপ্ত হলে, আমাৰ সকলোৰে অন্তৰ বিদগ্ধ হয়।

৮। "হে ৰাজন, আপুনি এই শোক পৰিত্যাগ কৰক; মিছাতে এই শোকত অভিভূত হৈছে। আপুনি এইদৰে চিন্তাযুক্ত হৈ থাকিলে তাৰ ফলত শত্ৰুদলৰ আনন্দবৃদ্ধি পাব, এতেকে এই চিন্তা এৰি পেলাওক।

৯—১০। "হে বীৰ, আপুনি উদ্যম প্ৰকাশ কৰি হৰ্ষান্বিত হওক, তেনেহলেহে সীতাকো উদ্ধাৰ কৰা হব আৰু ৰাক্ষসকুলো ধ্বংস হব। "এতেকে হে ৰঘুনন্দন, এনে ক্ষেত্ৰত যিটো হিতকৰ হব পাৰে মই কওঁ শুনক। বৃহৎ সৈন্যদলৰ দ্বাৰা পৰিবৃত হৈ সৌমিত্ৰিয়ে এতিয়াই যাত্ৰা কৰক।

১১। "ইন্দ্ৰজিত এতিয়া নিকুম্ভিলা যজ্ঞস্থলত। লক্ষ্মণে ধনুৰ্মুক্ত সৰ্পবিষতুল্য শৰজালৰদ্বাৰা তাতে ইন্দ্ৰজিতক বধ কৰক।

১২। "সেই বীৰ ইন্দ্ৰজিতে তপস্যাৰ দ্বাৰা ব্ৰহ্মাৰপৰা পোৱা বৰৰ ফলত ব্ৰহ্মশিৰঃ অস্ত্ৰ আৰু কামগ ঘোঁৰা লাভ কৰিছে।

১৩। "বৰ্ত্তমানে ৰাক্ষসসৈন্যৰদ্বাৰা পৰিবৃত হৈ নিকুম্ভিলাত উপস্থিত হৈছে। সি যজ্ঞ সমাপন কৰি উঠিব পাৰিলেই আমি সকলো নিহত হৈছোঁ বুলি জানিব।

১৪। ব্ৰহ্মাৰ আদেশ "হে ইন্দ্ৰশত্ৰু ইন্দ্ৰজিৎ, তুমি অগ্নিত আহুতি দি নিকুম্ভিলাৰ বটগছৰ গুৰি পোৱাৰ আগতে যদি কোনো শত্ৰুৱে উদ্যতাস্ত্ৰ হৈ তোমাক আক্ৰমণ কৰে, তেতিয়াই তোমাৰ মৃত্যু।"

১৫। "সৰ্ব্বলোকেশ্বৰ ব্ৰহ্মাই এই বুলি তেওঁক বৰ দিয়ে; এতেকে হে ৰাজন, ধীমান সেই ইন্দ্ৰজিতৰ বধৰ কাৰণে এইদৰেই কাম সম্পাদন কৰিব লাগিব।

১৬। "হে ৰাম, ইন্দ্ৰজিতক বধ কৰিবলৈ এই মহৎ সৈন্যদলক আপুনি আদেশ দিয়ক; আপুনি জানিব ইন্দ্ৰজিৎ নিহত হলেই ৰাৱণ তাৰ সুহৃদবৰ্গে সৈতে তেনেই নিহত হৈছে।"

১৭। বিভীষণৰ কথা শুনি ৰামে কলে, "হে সত্যপৰাক্ৰম বিভীষণ, মই ক্ৰূৰকৰ্ম্মা সেই ৰাক্ষসৰ মায়াৰ কথা জানো।

১৮। "সি ব্ৰহ্মাস্ত্ৰবিদ্, বুধিয়ক, মায়াৱী আৰু মহাবলশালী, ইচ্ছা কৰিলে বৰুণকে আদি কৰি দেৱতাগণকো যুদ্ধত সি সংজ্ঞাহীন কৰিব পাৰে।

১৯। "মেঘাবৃত সূৰ্য্যৰ গতি যিদৰে জনা নাযায়, ৰথাৰূঢ় হৈ অন্তৰীক্ষত বিচৰণ কৰি থকা কালত ইন্দ্ৰজিতৰো গতি সেইদৰে বুজাটো টান হৈ পৰে।"

২০—২৩। দুৰাত্মা সেই শত্ৰুৰ মায়া আৰু বলবীৰ্য্যৰ কথা জানি ৰামে কীৰ্ত্তিমান লক্ষ্মণক কলে, "লক্ষ্মণ, বান্দৰৰাজ সুগ্ৰীৱৰ সকলো সৈন্য লগত লৈ হনুমান প্ৰভৃতি দলপতি সকলৰদ্বাৰা পৰিবৃত হৈ আগবাঢ়া আৰু ঋক্ষাধিপতি জাম্ববানৰ সৈন্যেৰে সৈতে এক গোট হৈ মায়াবলশালী ৰাৱণনন্দনক বধ কৰা। মহাত্মা এই ৰজনীচৰ বিভীষণে তেওঁৰ মন্ত্ৰীবৰ্গে সৈতে মায়াবিদ্যাত পাৰ্গত ইন্দ্ৰজিতৰ বধৰ অৰ্থে তোমাৰ অনুগামী হব।"

২৪। ৰাঘৱ ৰামৰ আদেশ পাই ভীমপৰাক্ৰমশালী লক্ষ্মণ আন এখন শ্ৰেষ্ঠ ধনু হাতত লৈ বিভীষণে সৈতে যুদ্ধলৈ যাবলৈ ওলাল।

২৫—২৬। কবচ ধাৰণ কৰি হাতত খড়গ, শৰ আৰু বাঁওকালে ধনু আঁৰি লৈ লক্ষ্মণে ৰামৰ পাদস্পৰ্শ কৰি হৃষ্টচিত্তে কলে, "হে প্ৰভু, হাঁহে পুখুৰীত জঁপিয়াই পৰাৰ নিচিনাকৈ মোৰ ধনুনিসৃত শৰ ৰাৱণপুত্ৰৰ শৰীৰ ভেদ কৰি লঙ্কাৰ মাটিত পৰিব।

২৭। "মোৰ জ্যাবিমুক্ত শৰে ৰুদ্ৰমূৰ্ত্তি সেই ৰাক্ষসৰ শৰীৰ বিদ্ধ কৰি তাক ধৰাশায়ী কৰিব।"

২৮। দ্যুতিমান লক্ষ্মণে ককায়েকৰ আগত এইদৰে কৈ, তেওঁ ৰাৱণপুত্ৰৰ বধৰ বাবে আগ্ৰহান্বিত হল আৰু লৰালৰিকৈ যুদ্ধলৈ যাত্ৰা কৰিলে।

২৯। যোৱাৰ আগতে গুৰুদেৱ ককায়েকৰ পাদবন্দনা কৰি তেওঁক প্ৰদক্ষিণ কৰিলে আৰু ৰাৱণিপালিত নিকুম্ভিলা চৈত্যলৈ প্ৰস্থান কৰিলে।

৩০। ৰামে স্বস্ত্যয়ন-কাৰ্য্য সমাপন কৰাত প্ৰতাপবান লক্ষ্মণে বিভীষণক লগত ললে।

৩১—৩২। এইদৰে হনুমান প্ৰমুখ হাজাৰ হাজাৰ বান্দৰ আৰু অমাত্যগণে সৈতে বিভীষণৰদ্বাৰা পৰিবৃত হৈ দ্ৰুতপদে আগ বাঢ়ি গৈয়েই ঋক্ষৰাজৰ সৈন্যদল বাটতে ৰৈ থকা দেখা পালে।

৩৩—৩৫। সুমিত্ৰানন্দন লক্ষ্মণে কিছু দূৰ গৈ দেখিলে যে ৰাক্ষসসৈন্য ব্যূহ ৰচনা কৰি তাত ৰৈ আছে। তেতিয়া ৰঘুনন্দন অৰিন্দম লক্ষ্মণে ধনু হাতত লৈ ব্ৰহ্মাৰ

বিধানমতে মায়াবলে বলী ইন্দ্ৰজিতক বধ কৰিবলৈ তাত বৈ থাকিল। সেই সময়ত তেওঁৰ লগত আছিল বিভীষণ, বীৰ অঙ্গদ আৰু বায়ুপুত্ৰ হনুমান।

৩৬। ৰাক্ষসসৈন্যবিলাক নানাবিধ উজ্জ্বল অস্ত্ৰ-শস্ত্ৰ, উন্নতধ্বজ, আৰু মহাৰথীসকলৰ দ্বাৰা সু-সজ্জিত হৈ গহন ৰূপ ধাৰণ কৰি জলমলাই আছিল। মহাবীৰ লক্ষ্মণো অন্ধকাৰৰ মাজত প্ৰবেশ কৰাৰ দৰে ভয়ঙ্কৰ ৰূপবিশিষ্ট আৰু অসীম বেগ-সম্পন্ন সেই শত্ৰু সৈন্যদলৰ মাজত প্ৰবেশ কৰিলে।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুৰ্ক্ত পঞ্চাশীতিতম সৰ্গ সমাপ্ত

## ষড়শীতিতম সৰ্গ

### লক্ষ্মণৰদ্বাৰা ইন্দ্ৰজিতক আক্ৰমণ

১—২। এনে অৱস্থাৰ ভিতৰত ৰাৱণানুজ বিভীষণে শত্ৰুৰ অহিতকৰ অথচ নিজৰ পক্ষৰ হিতকৰ কথাৰ অৱতাৰণা কৰি লক্ষ্মণক কলে, "মেঘখণ্ডৰ নিচিনা শ্যামবৰ্ণবিশিষ্ট সেই যে সৈন্যদল দেখা গৈছে, অতিশীঘ্ৰে বান্দৰবোৰে শিলৰূপ অস্ত্ৰ লৈ এই সৈন্যদলৰ লগত যুদ্ধত প্ৰবৃত্ত হওক।

৩। বৃহৎ এই সৈন্যদল ভেদ কৰিব পাৰিলেই তুমি ৰাক্ষসৰাজসুত ইন্দ্ৰজিতক দেখা পাবা।

৪। এতেকে ইন্দ্ৰজিতে তাৰ যজ্ঞকৰ্ম্ম শেষ কৰিবলৈ নৌপাওঁতেই তুমি তোমাৰ বজ্ৰসমশৰসমূহৰ দ্বাৰা শত্ৰুপক্ষক আক্ৰমণ কৰি ৰাৱণসুতক বধ কৰাঁ।

৫। এই ৰাৱণি ক্ৰূৰকৰ্ম্মা, দুৰাত্মা আৰু সৰ্ব্বলোকভয়াবহ মায়াই তাৰ একমাত্ৰ পৰম ধৰ্ম্ম।"

৬—৭। বিভীষণৰ কথা শুনি শুভলক্ষণ লক্ষ্মণে ৰাক্ষসৰাজপুত্ৰৰ ওপৰত শৰবৃষ্টি কৰিবলৈ ধৰিলে। আৰু লগে লগে ভালুক আৰু বান্দৰবোৰে তেওঁলোকৰ শিল আৰু গছবোৰ দ্বাৰা তাত অৱস্থিত ৰাক্ষসসৈন্যক আক্ৰমণ কৰিলে।

৮। তেতিয়া ৰাক্ষসবোৰেও সিহঁতৰ তীক্ষ্ণ শৰ, খড়্গ, শক্তি আৰু তোমৰ অস্ত্ৰৰ দ্বাৰা বান্দৰবোৰৰ ওপৰত ওলোটা আক্ৰমণ চলাবলৈ ধৰিলে।

৯। ক্রমাৎ ৰাক্ষস আৰু বান্দৰসৈন্যৰ যুদ্ধই এনে ঘোৰ মূৰ্ত্তি ধাৰণ কৰিলে যে তাৰ শব্দতে লঙ্কা প্ৰতিধ্বনিত হৈ উঠিল।

১০। বিবিধ প্ৰকাৰৰ অস্ত্ৰ, তীক্ষ্ণবাণ, গছ, ঘোৰাকৃতি উদ্যত শৃঙ্গই আকাশ ঢাকি পেলালে।

১১—১২। বিকৃত বদন আৰু বাহুবিশিষ্ট ৰাক্ষসবোৰে বান্দৰসৈন্যৰ মাজত অস্ত্ৰ নিক্ষেপ কৰি বান্দৰসৈন্যক সন্ত্ৰস্ত কৰিলে। আৰু সেইদৰে ভালুক আৰু বান্দৰবোৰেও গছ আৰু পৰ্ব্বতশৃঙ্গৰ প্ৰহাৰত বহুত ৰাক্ষস বধ কৰিলে।

১৩। শেহত মহাবল আৰু বিৰাট শৰীৰৰ বিশিষ্ট ভালুক আৰু বান্দৰবোৰৰ আক্ৰমণত ৰাক্ষসবোৰ ভীষণভাৱে ভীত হৈ উঠিল।

১৪—১৫। তেতিয়া দুৰ্দ্ধৰ্ষ ইন্দ্ৰজিতে নিজ সৈন্যদল আক্ৰান্ত হৈ বিষণ্ণ আৰু নিৰুৎসাহ হোৱা বাতৰি পাই যজ্ঞকাম সমধা নকৰাকৈয়ে তাৰপৰা উলটিল আৰু খণ্ডতে অগ্নিসম হৈ গছৰ মাজৰ ঘোৰ অন্ধকাৰাবৃত ঠাইৰপৰা ওলাই আহি পূৰ্ব্বতে সাজু কৰি থোৱা ৰথত আৰোহণ কৰিলে।

১৬। ইন্দ্ৰজিতৰ ধনু আৰু শৰ ভীষণ আকৃতিৰ, তেওঁৰ বৰণ ঘোৰ কৃষ্ণবৰ্ণ, চকু অৰু মুখ ৰক্তবৰ্ণ আৰু ভীমাকৃতি, দেখোঁতে অনুমান হয় যেন সাক্ষাৎ মৃত্যুদেৱতা।

১৭। ইন্দ্ৰজিতক ৰথত দেখামাত্ৰকে লক্ষ্মণৰ লগত যুদ্ধত প্ৰবৃত্ত ভীমবেগবান তেওঁৰ ৰাক্ষসসেনাৰ বল ঘুৰি আহিল।

১৮—১৯। ইপিনে অৰিন্দম হনুমানে পৰ্ব্বতে মহাবৃক্ষৰ আক্ৰমণ কৰাৰ দৰেই দুৰ্দ্ধৰ্ষ ৰাক্ষসসেনাক আক্ৰমণ কৰিলে, আৰু কালাগ্নিসম ৰূপ ধাৰণ কৰি ৰাক্ষসসৈন্যক বিদগ্ধ কৰি বহুত বৃক্ষৰ আঘাতত সিহঁতক সংজ্ঞাহীন কৰিলে।

২০। পৱনাত্মজে নিজ শক্তিবলে ৰাক্ষসবোৰক ধ্বংস কৰিবলৈ ধৰা দেখি হাজাৰ হাজাৰ ৰাক্ষসে তেওঁক বেঢ়ি ধৰিলে।

২১—২৪। সিহঁতৰ ভিতৰত তীক্ষ্ণ শূলধাৰীবোৰে শূলৰ দ্বাৰা, খড়গধাৰীয়ে খড়গৰ দ্বাৰা, শক্তিধাৰীয়ে শক্তিৰ দ্বাৰা, পট্টিশযোদ্ধাই পট্টিশৰ দ্বাৰা, এইদৰে পৰিশ, গদা, সুশোভন কুন্ত, শতঘ্নী, লৌহময়ী মুদগৰ, ঘোৰ পৰশু, ভিন্দিপাল আৰু কোনোৱে বা বজ্ৰসম মুষ্টি আৰু চাপৰৰ দ্বাৰা পৰ্ব্বতপ্ৰমাণ হনুমানৰ ওচৰলৈ আহি তেওঁক আক্ৰমণ কৰিলে। সিহঁতে এইদৰে আক্ৰমণ কৰাতো হনুমানে সিহঁতক মৰিমুৰ কৰিবলৈ ধৰিলে।

২৫—২৬। তেতিয়া বীৰ ইন্দ্ৰজিতে হনুমানে নিৰ্ভীকচিত্তে শত্ৰু সৈন্যক এইদৰে সংহাৰ কৰিবলৈ ধৰা দেখি সাৰথিক আদেশ দিলে, "সাৰথি, য'ত হনুমানে আমাৰ ৰাক্ষসসেনাক বিনাশ কৰিবলৈ ধৰিছে, ৰথ তালৈ লৈ ব'লা।"

২৭—৩১। কোৱামাত্ৰকে সাৰথিয়ে ৰথস্থ দুৰ্দ্ধৰ্ষ সেই ইন্দ্ৰজিতক হনুমান থকা ঠাইলৈ লৈ গ'ল। ওচৰ চাপিয়েই ইন্দ্ৰজিতে শৰ, খড়্গ পট্টিশ, পৰশ্বধ আদি অস্ত্ৰ হনুমানৰ মূৰলৈ নিক্ষেপ কৰিবলৈ ধৰিলে। সকলো অস্ত্ৰৰ প্ৰহাৰকে সহ্য কৰি ভীষণ ক্ৰুদ্ধ হৈ হনুমানে কবলৈ ধৰিলে, "হে দুৰ্ম্মতি ৰাৱণাত্মজ, যদি তই বীৰ হৱ তেন্তে মোৰ লগত যুদ্ধত প্ৰবৃত্ত হ। মনত ৰাখিবি এই বায়ুপুত্ৰৰ হাতত পৰি জীৱন্ত অৱস্থাত তই উলটি যাব নোৱাৰিবি। যদি পাৰ তেন্তে মোৰ লগত বাহু যুদ্ধত প্ৰবৃত্ত হ। হে দুৰ্ব্বুদ্ধি, তাতো যদি মোৰ বেগ সহ্য ক'ৰিব পাৰ তেনেহলে জানিবি তই ৰাক্ষসবোৰৰ ভিতৰত প্ৰধান হবি।"

৩২—৩৫। ধনু উদ্যত কৰি হনুমানক আক্ৰমণ কৰিবলৈ ধৰা দেখি, বিভীষণে লক্ষ্মণক কলে, "লক্ষ্মণ, ইন্দ্ৰবিজেতা ৰাৱণপুত্ৰই ৰথত থাকি হনুমানক আক্ৰমণ কৰিছে। এই সময়তে শত্ৰুনিবাৰক জীৱনান্তকতোমাৰ অমোঘ শৰসমূহৰদ্বাৰা তাক বধ কৰাঁ।" শত্ৰুৰ প্ৰতি ভীতি-প্ৰদৰ্শন কৰি বিভীষণে এইদৰে কোৱাত মহাত্মা লক্ষ্মণে ভীমবলশালী দুৰ্দ্ধৰ্ষ বীৰ ইন্দ্ৰজিতক পৰ্ব্বতসদৃশৰূপ লৈ ৰথত অৱস্থিত থকা দেখা পালে।

**ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত ষড়শীতিতম সৰ্গ সমাপ্ত**

# সপ্তাশীতিতম সৰ্গ

## বিভীষণৰ প্ৰতি ইন্দ্ৰজিতৰ তিৰস্কাৰ আৰু বিভীষণৰ উত্তৰ

১। ইন্দ্ৰজিতক তেনে অৱস্থাত দেখি যজ্ঞ সম্পন্ন নোহোৱা বুলি জানি বিভীষণৰ মনত আনন্দ হ'ল; তেওঁ লৰালৰিকৈ হাতত ধনুৰে সৈতে সাজু হৈ থকা লক্ষ্মণক লগত লৈ যজ্ঞস্থললৈ গ'ল।

২। অলপ দূৰ গৈয়েই সেই মহৎ বনত প্ৰবেশ কৰি তাত থকা ইন্দ্ৰজিতৰ যজ্ঞকৰ্ম্মৰ ঠাই খিনি দেখুৱালে।

৩। লগতে নীলজীমূতসদৃশ ভয়ঙ্কৰ যি জোপা বটগছ তাত আছে তাৰ বিষয়েও ৰাৱণভ্ৰাতা তেজস্বী বিভীষণে লক্ষ্মণক সকলো কথা জনাই ক'বলৈ ধৰিলে

৪। "লক্ষ্মণ, এই ঠাইতে ৰাৱণপুত্ৰ বলবান ইন্দ্ৰজিতে ভূতবৰ্গক বলি পূজা দি পিচত যুদ্ধলৈ ওলাই যায়।

৫। "যুদ্ধক্ষেত্ৰত সকলো প্ৰাণীৰে অদৃশ্য হৈ উৎকৃষ্ট শৰজালৰদ্বাৰা শত্ৰুক বধ কৰে অথবা পাশবদ্ধ কৰি থয়।

৬। "বৰ্ত্তমানে সি এই বটবৃক্ষৰ ঠাইত প্ৰবেশ কৰাৰ আগতে তোমাৰ প্ৰদীপ্ত শৰৰাশিৰদ্বাৰা ৰথ আৰু সাৰথিৰে সৈতে তাক বধ কৰাঁ।

৭। "মহাতেজস্বী মিত্ৰবৰ্গৰ আনন্দবৰ্দ্ধক সৌমিত্ৰি 'সেয়ে হব' বুলি কৈ তেওঁৰ বিচিত্ৰ ধনুত টঙ্কাৰ দি বটবৃক্ষ মণ্ডপৰ দুৱাৰ মুখত বৈ থাকিল।

৮। "টঙ্কাৰ শুনিয়ে, অগ্নিবৰ্ণ ৰথত আৰোহণ কৰি ইন্দ্ৰজিৎ তালৈ খেদি অহাত মহা তেজস্বী লক্ষ্মণে কবচধাৰী, খড়গপাণি তেওঁক ধ্বজে সৈতে তাত দেখা পাই কলে:

৯। "হে পৌলস্ত্যতনয়, যুদ্ধত তুমি কোনো দিনে পৰাজিত হোৱা নাই, আজিৰ যুদ্ধলৈ মই তোমাক আহ্বান কৰিলো, আহাঁ, আজি মোৰ লগত ভালদৰে যুদ্ধত প্ৰবৃত্ত হোৱা হি।'

১০। "লক্ষ্মণে মহাতেজস্বী মনস্বী ৰাৱণনন্দনক এইদৰে কোৱাৰ পিচত, সেই ঠাইতে বিভীষণকো দেখি ইন্দ্ৰজিতে তিৰস্কাৰ কৰি কবলৈ ধৰিলে,

১১। "হে ৰাক্ষস, তুমি মোৰ পিতাৰ সাক্ষাৎ ভ্ৰাতা, মোৰ খুৰা, আৰু এই ঠাইতে জন্ম গ্ৰহণ কৰি ডাঙৰ দীঘল হৈ বৰ্ত্তমানে পুত্ৰৰ দ্ৰোহাচৰণ কৰিব পাৰা কেনেকৈ।

১২। "হে ধৰ্ম্মদূষণ, দুৰ্ম্মতি বিভীষণ জাতিৰ গৰিমা, সৌহাৰ্দ্দ্য, তোমাৰ জন্ম, সগৰ্ভত উৎপত্তি আৰু ধৰ্ম্ম কোনোটোৱে তোমাৰ ওপৰত প্ৰাধান্য* লাভ কৰিব নোৱাৰিলে?

১৩। "হে দুৰ্ব্বুদ্ধি, তোমাৰ আচৰণ সঁচাকৈয়ে বৰ দুখ লগা, যিহেতু তুমি আত্মপক্ষক পৰিত্যাগ কৰি শত্ৰুপক্ষৰ ভৃত্যত্ব গ্ৰহণ কৰিছা, সাধুলোকে তোমাৰ এই কামৰ বাবে তোমাক নিন্দা নকৰি নোৱাৰে।

১৪। "স্বজনৰ লগত নিবাস অথবা নীচাশয় শত্ৰুৰ লগত বাস এই উভয়ৰ ভিতৰত যি মহৎ পাৰ্থক্য আছে, তুমি তোমাৰ সামান্য বুদ্ধিৰে তাক বুজি নাপালা?

১৫। "স্বজন গুণহীন আৰু পৰজন গুণবান হলেও গুণহীন স্বজনেই শ্ৰেয়ঃ, পৰজন নহয়, কিয়নো যি পৰ সি পৰেই।

*মূলত আছে "প্ৰমাণম্"—টীকাকাৰে তাৰ অৰ্থ কৰিছে "কৰ্ত্তব্য মৰ্য্যাদাকাৰণম্" অৰ্থাৎ তোমাৰ কৰ্ত্তব্য অকৰ্ত্তব্যৰ বিষয়ে এটা সীমা নিৰূপণ কৰি দিব নোৱাৰিলো।

১৬। "যিজনে আত্মপক্ষ পৰিত্যাগ কৰি পৰপক্ষক আশ্ৰয় তৰে, আত্মপক্ষ বিনাশ প্ৰাপ্ত হোৱাৰ পিচত, শেহত পৰপক্ষৰদ্বাৰা সেইজন নিহত হয়।

১৭। "হে নিশাচৰ, তুমি মোৰ প্ৰতি দয়া-মমতাহীন যি ভাব* দেখুৱাইছা, হে ৰাৱণানুজ বিভীষণ, নিজ পক্ষৰ ভিতৰত তেনে বীৰত্ব প্ৰকাশ অকল তোমাত হে সম্ভৱ, আনত নহয়।"

১৮। "ভ্ৰাতুষ্পুত্ৰ ইন্দ্ৰজিতে এইদৰে কোৱাত তাৰ উত্তৰত বিভীষণে কলে, 'ৰাক্ষস, তুমি মোৰ চৰিত্ৰৰ বিষয়ে জানিও মিছাতে এইদৰে গৰ্ব্ব প্ৰকাশ কৰিছা কিয় ?'

১৯। "হে দুৰ্ব্বৃত্ত, ৰাক্ষসৰাজপুত্ৰ, তোমাৰ পিতৃবৎ বুলি সম্মান দেখুৱাই যি তিৰস্কাৰ বাণী প্ৰয়োগ কৰিছা, তাক পৰিত্যাগ কৰঁা। মই ক্ৰূৰকৰ্ম্মৰত ৰাক্ষসকুলত জন্ম গ্ৰহণ কৰিছোঁ সঁচা, কিন্তু সত্বগুণ নামৰ নৰসমাজৰ যিটো সৰ্ব্বপ্ৰথম গুণ, সেই গুণহে মোৰ বিদ্যমান, ৰাক্ষস কুলোচিত ৰজঃ আৰু তমঃ—এই দুইগুণ মোত নাই।

২০। "নিষ্ঠুৰ কাৰ্য্যত মোৰ অভিৰুচি নাই আৰু অধৰ্ম্মতো মই তৃপ্তি নাপাওঁ; কিন্তু সেই বুলি ভায়েক অসদৃশ গুণসম্পন্ন হলেই তাক পৰিত্যাগ কৰিব লাগেনে ?

২১। "অৱশ্যে ভ্ৰাতা যদি ধৰ্ম্মচ্যুত আৰু পাপমতি হয়, তেনেহলে হাতৰ ওচৰত থকা বিষধৰ সৰ্পৰ নিচিনাকৈ তেনে ভ্ৰাতাক পৰিত্যাগ কৰিলে সুখ লাভ হব পাৰে।

২২। "পণ্ডিতসকলে কয় যে জুয়ে পুৰিবলৈ ধৰা ঘৰ যিদৰে পৰিত্যাগ কৰা উচিত, পৰদাৰাভিমৰ্ষণকাৰী আৰু পৰধনাপহাৰী দুৰাত্মা ব্যক্তিকো সেইদৰে পৰিত্যাগ কৰা উচিত।

২৩। "মনত ৰাখিবা, পৰস্বাপহৰণ, পৰদাৰাভিমৰ্ষণ আৰু বন্ধুবৰ্গৰ প্ৰতি শঙ্কা আৰু ভীতিৰ কাৰণ হোৱা— এই তিনিটা দোষ যত আছে সি ক্ষয়প্ৰাপ্ত হবই।

২৪। "মহৰ্ষিসকলৰ বধ, দেৱতাৰ লগত বিগ্ৰহ, অভিমান, ক্ৰোধ সদায় বৈৰীভাব, প্ৰতিকূল আচৰণ, সকলো দোষেই অগ্ৰজ ৰাৱণৰ জীৱন আৰু ঐশ্বৰ্য্যনাশৰ কাৰণ;

২৫। "মেঘে পৰ্ব্বত ঢাকি ৰখাৰ নিচিনাকৈ এই দোষসমূহে তেওঁৰ আন সকলো গুণ ঢাকি থৈছে।

২৬। "এই কাৰণতে এই লঙ্কা, তুমি আৰু তোমাৰ পিতা কোনোজনো ৰক্ষা নপৰিবা।

*দৈৱকাৰ্য্য—ইয়াৰ দুটা অৰ্থ—ইয়াত যি নিকুম্ভিলা আৰম্ভ কৰিছিল সেই যজ্ঞ অৰ্থাৎ যজ্ঞৰ পিচত তোমাৰ ভাল জ্ঞান থাকিব আৰু তেতিয়া দেৱতাৰ কাৰ্য সাধিব পাৰিব।

২৭। "হে ৰাক্ষস, তুমি অতি অভিমানী, বালক আৰু দুৰ্বিনীত, বৰ্ত্তমানে তুমি কালপাশত বদ্ধ, এতেকে যি ইচ্ছা তাকে কব পাৰঁা।

২৮। "তুমি পূৰ্ব্বতে মোক যিদৰে তিৰস্কাৰ কৰিছিলা তাৰ ফলত এতিয়া এইদৰে বিপন্ন হব লগা হৈছে; হে ৰাক্ষসাধম, ন্যগ্ৰোধমণ্ডপত তুমি আৰু প্ৰৱেশ কৰিব নোৱাৰিবা।

২৯। "কাকুৎস্থ ৰামৰ লগত সংঘৰ্ষত আবদ্ধ হৈ তুমি আৰু জীয়াই থাকিব নোৱাৰা। বৰ্ত্তমানে নৰদেৱ এই লক্ষ্মণৰ লগত যুদ্ধত প্ৰবৃত্ত হোৱা। তুমি নিহত হোৱাৰ পিচতহে যমালয়লৈ গৈ তাত দৈৱকাৰ্য্য সম্পাদন কৰিব পাৰিবা।

৩০। তুমি তোমাৰ সকলো আত্মবল দেখুৱাই তোমাৰ উদ্যত শৰ সমূহ ক্ষয় কৰা; লক্ষ্মণৰ বাণৰ সম্মুখত পৰি জীৱিত অৱস্থাত সদলবলে উভতি যাব নোৱাৰিবা।

ইতি যুদ্ধ কাণ্ডৰ অন্তৰ্ভুক্ত সপ্তাশীতিতম সৰ্গ সমাপ্ত।

## অষ্টাশীতিতম সৰ্গ

### লক্ষ্মণ আৰু ইন্দ্ৰজিতৰ যুদ্ধ

১-১১। বিভীষণৰ কথা শুনি ৰাৱণপুত্ৰ ইন্দ্ৰজিত ক্ৰোধান্ধ হৈ অধিক তীব্ৰবাক্যে তিৰস্কাৰ কৰি জঁাপ দি থিয় দি উঠিল। সুন্দৰ অলঙ্কাৰে বিভূষিত কৃষ্ণবৰ্ণৰ অশ্ব-সংযুক্ত বৃহৎ ৰথৰ ওপৰত অস্ত্ৰ-শস্ত্ৰ লৈ থিয় দি ইন্দ্ৰজিতে কালান্তক যমসদৃশ ৰূপ ধাৰণ কৰিলে। তেওঁৰ হাতত সুদৃঢ় বৃহৎ ধনু-শৰবোৰ শত্ৰুবিনাশক ভীষণ আৰু ভয়ঙ্কৰ। অলঙ্কাৰৰাশিদ্বাৰা সুশোভিত হৈ সেই বৃহৎ ধনু হাতত লৈ শত্ৰুবিনাশক মহাবলশালী ইন্দ্ৰজিতে দেখিলে যে নিজ তেজোবলে উদ্ভাসিত হৈ উদয় পৰ্ব্বতস্থ সূৰ্য্যসদৃশ লক্ষ্মণ হনুমানৰ পিঠিত আৰোহণ কৰি আছে। এনে অৱস্থাত ইন্দ্ৰজিতে বিভীষণে সৈতে লক্ষ্মণ আৰু তাত থকা বান্দৰবোৰক সম্বোধন কৰি কলে, "লক্ষ্মণ, মোৰ ধনুনিযুক্ত দুৰতিক্ৰমণীয় শৰবৃষ্টিৰ কোপ চাই লোৱা।"

আকাশৰপৰা পৰিবৰ্ষা বৃষ্টিপাতৰ নিচিনা এই শৰজাল যুদ্ধক্ষেত্ৰত এতিয়াই নিপাতিত হব আৰু অগ্নিয়ে তুলাৰাশিক ভস্ম কৰাৰ নিচিনাকৈ এই শৰজালে তোমালোকৰ শৰীৰ বিদগ্ধ কৰিব। মোৰ এই তীক্ষ্ণশৰ, শূল আৰু শক্তিৰ প্ৰহাৰত তোমালোক সকলোৱে যমালয়লৈ গমন কৰিবা। মেঘবৎ গৰ্জ্জনৰত মোৰ ক্ষিপ্ৰ শৰজালৰ সমুখত কোন তিষ্ঠি থাকিব পাৰে? লক্ষ্মণ, মোৰ অনুমান হৈছে যে সিদিনাৰ ৰাতিৰ যুদ্ধত সুগ্ৰীৱাদি অনুচৰ-বৰ্গৰেসৈতে বজ্ৰসম শৰৰ প্ৰকোপত তোমালোকৰ দুজন যে সংজ্ঞাহীন হৈ পৰি আছিলা, সম্ভৱতঃ সেইটো পাহৰি গৈছা। বৰ্ত্তমানে মই ক্ৰুদ্ধসৰ্পবৎ দণ্ডায়মান; মোৰ লগত যুদ্ধ কৰিবলৈ আহি আজি নিশ্চয় তুমি যমপুৰীলৈ গতি কৰিবা।"

১২-১৬। ইন্দ্ৰজিতৰ গৰ্জ্জন শুনি ৰাঘৱ লক্ষ্মণে অকণো ভীত নহৈ ক্ৰোধপূৰ্ণ বাক্যে-তেওঁক কলে, "ৰাক্ষস, কামত উত্তীৰ্ণ হৈ সাফল্য লাভ কৰাৰ যিটো ইঙ্গিত দিলা সি তোমাৰ পক্ষে এতিয়া দুৰ্ল্লভ; যিজনে কাম সমাধা কৰি সফলতা লাভ কৰে তেৱেঁইহে বুদ্ধিমান। হে দুৰ্ম্মতি! তুমি যিদৰে সিদ্ধিলাভ কৰিবলৈ বিচাৰিছা, তোমাৰ পক্ষে সেইটো এতিয়া দুষ্প্ৰাপ্য, তুমি সামৰ্থ্যহীন। অকল কথাৰে প্ৰকাশ কৰিয়েই কামত সাফল্য লাভ কৰিলো বুলি তুমি ভাবি লৈছা। সেই সময়ত অন্তৰ্হিত হৈ থাকি তুমি যুদ্ধত যেনে ভাৱে চলিছিলা, সেইটো চোৰৰ পথ, বীৰপুৰুষে তেনে পথ অৱলম্বন নকৰে। হে ৰাক্ষস, বৰ্ত্তমানে মই তোমাৰ শৰৰ পথত থিয় দি আছোঁ; তোমাৰ যি শক্তি আছে তাক দেখুৱাঁ, মিছাতে গৰ্ব্ব কৰি কি লাভ?"

১৭-২০। "লক্ষ্মণে এইদৰে কোৱাত ৰণদুৰ্দ্ধৰ্ষ ভীমবল ইন্দ্ৰজিতে ধনু হাতত লৈ তীক্ষ্ণ বাণসমূহ প্ৰয়োগ কৰিবলৈ ধৰিলে। সৰ্পসম মহাবেগশালী এই বাণবোৰে লক্ষ্মণৰ শৰীৰ স্পৰ্শ কৰি, গুজৰি থকা সাপৰ নিচিনাকৈ মাটিত পৰিবলৈ ধৰিলে। এইদৰে শৰজালৰ দ্বাৰা ইন্দ্ৰজিতে শুভলক্ষণ লক্ষ্মণক বিন্ধিবলৈ ধৰাত তেওঁৰ শৰীৰৰপৰা যি ৰক্তৰ ধাৰ নিঃসৃত হল, তাতেই লক্ষ্মণে বিধূম অগ্নিৰ সদৃশ ৰূপ ধাৰণ কৰিলে।

২১-৩৮। ইন্দ্ৰজিতে নিজ বীৰত্বৰ সফলতা দেখি মনৰ আনন্দতে সিংহনাদে ধ্বনি কৰি কবলৈ ধৰিলেঃ সৌমিত্ৰি, মোৰ ধনুনিঃসৃত প্ৰাণান্তকৰ সুতীক্ষ্ণ এই শৰসমূহে আজি তোমাৰ প্ৰাণ বিনাশ কৰিব। আৰু তাৰ পিচত প্ৰাণহীন অৱস্থাত তোমাৰ শৰীৰৰ ওপৰত শিয়াল, শেন আৰু শগুণ চৰাই পৰি মাংস ভক্ষণ কৰিব। "পৰম দুৰ্ম্মতি ৰামচন্দ্ৰই হীন ক্ষত্ৰিয় আৰু সততে অনাৰ্য্য পৰম ভক্ত ভায়েকক মোৰ হাতত নিহত হোৱা দেখা পাব। হে সৌমিত্ৰি, তোমাৰ এই কবচ আৰু

ধনু ছিন্ন-বিচ্ছিন্ন হব আৰু তোমাৰ মুৰটোও বিচ্ছিন্ন হব। ৰাৱণাত্মজ ইন্দ্ৰজিতে এইদৰে কোৱাত কথাৰ মৰ্ম্মজ্ঞ লক্ষ্মণে ক্ৰোধতে জ্বলি উঠি যুক্তিপূৰ্ণবাক্যে কবলৈ ধৰিলে: হে ক্ৰুৰকৰ্ম্মা, দুৰ্ব্বুদ্ধি ৰাক্ষস, তোমাৰ এই বাগ্‌যুদ্ধ পৰিত্যাগ কৰাঁ, তুমি এইদৰে কথা কোৱাৰ কোনো কাৰণ নাই, কোৱা কথা কামত প্ৰতিফলিত কৰাঁ। হে ৰাক্ষস, কাম নকৰাকৈয়ে বৃথা আস্ফালন কৰিছা কিয়? কাম এনেভাৱে কৰাঁ যাতে মই তোমাৰ গৰ্ব্বক শলাগিব পাৰোঁ। হে পুৰুষাধম, কোনো কটুবাক্য, দোষ আচৰণ বা গৰ্ব্ব নকৰাকৈয়ে মই তোমাক এতিয়াই বধ কৰিম, চাই লোৱাঁ। এই বুলি কৈ কাণৰ গুৰিলৈ টানি পাঁচপাট ক্ষিপ্ৰগতিসম্পন্ন নাৰাচ শৰ ৰাক্ষসৰ বুকুলৈ নিক্ষেপ কৰিলে। সুশোভন কঙ্কপত্ৰবিশিষ্ট দ্ৰুতগামী শৰ সমুজ্জ্বল সৰ্পসদৃশ ৰাক্ষসৰ বুকুত পৰি সূৰ্য্যৰশ্মিসম জ্যোতিৰ্ম্ময় হৈ উঠিল। শৰবিদ্ধ হৈ ৰাক্ষসনন্দনে ক্ৰোধান্বিত হৈ তিনিপাট শৰদ্বাৰা লক্ষ্মণক বিন্ধিলে। ক্ৰমাৎ নৰ আৰু ৰাক্ষসপ্ৰবৰ দুজনৰ ভিতৰত যুদ্ধই ঘোৰতৰ মূৰ্ত্তি ধাৰণ কৰিলে, আৰু পৰস্পৰে পৰস্পৰৰ বধ কামনা কৰি ভীষণভাৱে আক্ৰমণ কৰিবলৈ ধৰিলে। দুয়োজন বীৰৰ উভয়ে পৰাক্ৰমশালী, মহাবলসম্পন্ন, পৰম দুৰ্জ্জয় আৰু তুল্য তেজ আৰু বলশালী। যুদ্ধৰ প্ৰকোপত অনুমান হল যেন নভোমণ্ডলস্থিত দুটা প্ৰবল গ্ৰহ অথবা পৰমদুৰ্দ্ধৰ্ষ ইন্দ্ৰ আৰু বৃত্ৰাসুৰহে যুদ্ধত প্ৰবৃত্ত হৈছে। এইদৰে সিংহসদৃশ পৰাক্ৰান্ত নৰ আৰু ৰাক্ষস দুয়োজন মহাত্মাই জাকে জাকে শৰবৃষ্টি কৰি হৃষ্টচিত্তে যুদ্ধ কৰিবলৈ ধৰিলে। তাৰ পিচত অমিত্ৰকৰ্ষণ দশৰথতনয় লক্ষ্মণে ক্ৰুদ্ধসৰ্পসদৃশ নিঃশ্বাস পেলাই ৰাক্ষসপ্ৰবৰৰ ওপৰত শৰসন্ধান কৰিলে। সেই সময়ত লক্ষ্মণৰ ধনুৰ জ্যাৰ ধ্বনি শুনি ৰাক্ষসবীৰে লক্ষ্মণৰ পিনে মুৰ তুলি চালে।

৩৯-৪০। ৰাক্ষসৰ বিবৰ্ণমুখ দেখি বিভীষণে যুদ্ধত সংলিপ্ত হৈ থকা অৱস্থাতে লক্ষ্মণক কলে: "হে মহাবাহু লক্ষ্মণ, তুমি লৰালৰি কৰাঁ। ৰাৱণপুত্ৰৰ মুখৰ লক্ষণ যেনে দেখা পাইছোঁ নিশ্চয় তাৰ উৎসাহ ভঙ্গ হৈছে।"

৪১। বিভীষণৰ কথা শুনি লক্ষ্মণে সৰ্পবৎ উগ্ৰ শৰসমূহ ইন্দ্ৰজিতৰ ওপৰত নিক্ষেপ কৰিবলৈ ধৰিলে।

৪২। লক্ষ্মণৰ বজ্ৰতুল্য শৰৰ আঘাতত ইন্দ্ৰজিতৰ সৰ্ব্বাঙ্গ ক্ষুব্ধ হৈ উঠিল আৰু ক্ষণকালৰ কাৰণে তেওঁ মূৰ্চ্ছিত হোৱাৰ নিচিনা হ'ল।

৪৩। অলপ পিচতেই সংজ্ঞা লাভ কৰি তেওঁ দেখিলে যে লক্ষ্মণ তাত বৈয়ে আছে।

৪৪। তেতিয়া ৰাক্ষসে লক্ষ্মণৰ পিনে আগ বাঢ়ি গৈ ক্ৰুদ্ধভাৱে আৰক্তনয়নে পুনঃ

তিৰস্কাৰ কৰি কবলৈ ধৰিলে, "লক্ষ্মণ, প্ৰথম দিনৰ মোৰ সেই যুদ্ধৰ পৰাক্ৰম তুমি পাহৰি গলা নেকি? ভাবি চোৱাঁ সেইদিনৰ যুদ্ধত ভ্ৰাতাৰে সৈতে তুমি পাশবদ্ধ হৈ কিদৰে ছট্‌ফটাই আছিলা।

৪৫। সেই দিনত মোৰ বজ্ৰতুল্য শৰৰ দ্বাৰা অনুচৰ বৰ্গৰে সৈতে তোমালোক দুজনক কিদৰে সংজ্ঞাহীন কৰি ধৰাতলশায়ী কৰিছিলো ভাবি চোৱাঁ।

৪৬। অনুমান হয় তোমালোকে সেইদিনৰ কথা পাহৰি গৈছা। তাৰ পিচতো যে মোৰ লগত সংঘৰ্ষ কৰিবলৈ বিচাৰিছা তাৰপৰা বুজিছোঁ তুমি যমালয়লৈ যাবৰ ইচ্ছা কৰিছা।

৪৭। বাৰু প্ৰথম দিনৰ যুদ্ধত যদি মোৰ পৰাক্ৰম ভালদৰে দেখা নাই, তেন্তে স্থিৰভাৱে অপেক্ষা কৰা আজি সেই পৰাক্ৰম মই দেখুৱাম।"

৪৮—৪৯। এই বুলি কৈ সাতপাত তীক্ষ্ণ শৰৰ দ্বাৰা লক্ষ্মণক আৰু দহপাতৰ দ্বাৰা হনুমানক বিন্ধিলে আৰু তাৰ পাচত অতি ক্ৰোধান্বিত হৈ এশপাত তীব্ৰ শৰৰ দ্বাৰা বিভীষণক ভেদ কৰিলে।

৫০—৫৪। ইন্দ্ৰজিতৰ শৰবৃষ্টি দেখি ৰামানুজ লক্ষ্মণে তাক গণ্য নকৰি বিশেষ কোনো উক্তি নকৰি অলপ হাঁহিলে মাত্ৰ; আৰু পিচতে খঙতে জ্বলি উঠি নিৰ্ভীকচিত্তে ৰাক্ষসৰ ওপৰত শৰবৃষ্টি কৰি কলে, "ৰে নিশাচৰ, বীৰগণে খেলৰ ভূমিত উপনীত হৈও এনে শৰ নিক্ষেপ নকৰে তোমাৰ শৰসমূহ শক্তিহীন আৰু সুখকৰ। যুদ্ধাকাঙ্ক্ষী কোনো বীৰে যুদ্ধত এনেভাৱে প্ৰবৃত্ত নহয়।" ধনুৰ্দ্ধাৰী বীৰ লক্ষ্মণে এইদৰে কৈ ৰাক্ষসৰ ওপৰত শৰবৃষ্টি কৰাত তেওঁৰ সুবৰ্ণময় কবচ শীৰ্ণবিশীৰ্ণ হৈ আকাশৰপৰা খহি পৰা তৰাজালৰ নিচিনাকৈ ৰথৰ ওপৰত পৰিল।

৫৫—৫৭। কবচ সুলকি পৰাত নাৰাচ অস্ত্ৰৰ প্ৰহাৰত ইন্দ্ৰজিতৰ সৰ্ব্বশৰীৰ ক্ষতবিক্ষত হল আৰু তেতিয়া তেওঁৰ শৰীৰে প্ৰভাতকালৰ উদিত সূৰ্য্যৰ সদৃশ ৰূপ ধাৰণ কৰিলে। তেতিয়া ভীমপৰাক্ৰমশালী ইন্দ্ৰজিতেও ক্ৰুদ্ধ হৈ হাজাৰ হাজাৰ শৰবৃষ্টিৰ দ্বাৰা লক্ষ্মণক বিন্ধিব ধৰিলে। ফলত লক্ষ্মণৰ দিব্য কবচ ছিন্ন বিচ্ছিন্ন হল, আৰু উভয়ে আক্ৰমণ আৰু প্ৰতি-আক্ৰমণ কৰি খেদাখেদি কৰিবলৈ ধৰিলে।

৫৮। "উভয়ে নিঃশ্বাস পেলাই তুমুলযুদ্ধত প্ৰবৃত্ত হল, উভয়ৰে শৰীৰ শৰক্ষত আৰু সৰ্ব্বাঙ্গে ৰুধিৰাপ্লুত। এইদৰে দুয়োৰে ভিতৰত সুদীৰ্ঘকাললৈ যুদ্ধ চলিবলৈ ধৰিলে।

৫৯। "দুয়োজন বীৰ মহাত্মা, যুদ্ধবিদ্যাবিশাৰদ, ভীমপৰাশালী; এতেকে প্ৰত্যেকে জয়লাভ কৰিবলৈ তৎপৰ হৈ ইজনে সিজনক আক্ৰমন কৰিবলৈ ধৰিলে।

৬০। "দুয়োজনৰে শৰীৰ শৰজালৰ দ্বাৰা আচ্ছন্ন, উভয়ৰে কবচ বিশীৰ্ণ ধ্বজ

খণ্ডিত, প্ৰত্যেকৰে শৰীৰৰ পৰা নিজৰাৰ পৰা ওলাই অহা পানীৰ স্ৰোতৰ দৰে ৰক্ত-ধাৰা প্ৰবাহিত।

৬১। "উভয়ে ভীষণৰৱে গৰ্জ্জন কৰি শৰবৃষ্টি কৰিছে, অনুমান হয় নীলমেঘে আকাশৰপৰা বৃষ্টিপাত হে যেন কৰিব ধৰিছে।

৬২। "দুয়োজন বীৰে সুদীৰ্ঘকাল এইদৰে যুদ্ধত প্ৰবৃত্ত হৈ থাকিলেও, যুদ্ধত কোনোৱে ক্লান্তি অনুভব নকৰিলে আৰু যুঁজৰপৰা বিমুখো নহল।

৬৩। "দুয়োজন বীৰেই অস্ত্ৰবিদ্যাত শ্ৰেষ্ঠ, প্ৰত্যেকে নিজ নিজ অস্ত্ৰকৌশল দেখুৱাই তল আৰু ওপৰলৈ অস্ত্ৰ নিক্ষেপ কৰি শৰৰাশিৰ দ্বাৰা অন্তৰীক্ষ আবৃত কৰি পেলালে।

৬৪। "অস্ত্ৰনিক্ষেপত কোনো জনে কোনো প্ৰকাৰৰৰ ভুলভ্ৰান্তি নকৰাকৈ ক্ষিপ্ৰতা আৰু বিচিত্ৰগতিত সম্যকাৰূপে অস্ত্ৰশিক্ষণ কৰি নৰ আৰু ৰাক্ষস উভয়ে ঘোৰতৰ যুদ্ধত সংশ্লিষ্ট হ'ল।

৬৫। "বজ্ৰধ্বনি সদৃশ প্ৰত্যেকৰে ভিন ভিন ভীমনাদশ্ৰুতিগোচৰ হোৱাত শুনোতা-জনৰ হৃৎকম্প উপস্থিত হ'ল।

৬৬। অনুমান হল যেন যুদ্ধোন্মত্ত দুই খণ্ড মেঘেহে ঘোৰতৰ ৰৱে গৰ্জ্জন কৰিবলৈ ধৰিছে।

৬৭—৭৩। "সোণৰ পাখী লগোৱা নাৰাচ অস্ত্ৰৰ প্ৰহাৰত উভয়ৰে শৰীৰ ক্ষত বিক্ষত হোৱাত পৰমউৎসাহে যুঁজত লাগি থাকোতে শক্তিমন্ত দুয়োজন যোদ্ধাৰে শৰীৰৰ পৰা ৰক্তপাত হৈ থাকিবলৈ ধৰিলে। আৰু স্বৰ্ণপক্ষ শৰসমূহে উভয়ৰে শৰীৰ বিদীৰ্ণ কৰি তেজেৰে ৰাঙলী হৈ পৃথিৱী ভেদ কৰি তললৈ যাবলৈ ধৰিলে। কিছুমান শৰ আকাশলৈ উঠি গৈ তাতে ঘাত প্ৰতিঘাত কৰিবলৈ ধৰিলে, কিছুমান ভগ্ন আৰু ছিন্নবিচ্ছিন্ন হ'ল। যজ্ঞক্ষেত্ৰত দুঠাইত দুকুৰা অগ্নি প্ৰজ্জলিত হলে কুশা-স্তৰণৰ দ্বাৰা যজ্ঞস্থল যিদৰে স্তূপীকৃত হয় ঘোৰ বাণবৃষ্টিৰ ফলত ৰণক্ষেত্ৰৰো তেনে ৰূপ হ'ল। মহাত্মা দুয়োজনৰে শৰীৰ ক্ষতবিক্ষত হোৱাত উভয়ে পত্ৰবিহীন পুষ্পিত কিংশুক আৰু শাল্মলী বৃক্ষ সদৃশ শোভান্বিত হ'ল। এইদৰে ইন্দ্ৰজিৎ আৰু লক্ষ্মণ উভয়ে জয়াকাঙ্খী হৈ ঘোৰ শৰবৃষ্টি কৰি যুঁজত প্ৰবৃত্ত হোৱাত লক্ষ্মণে ৰাৱণ পুত্ৰ ইন্দ্ৰজিতক আৰু ইন্দ্ৰজিতে লক্ষ্মণক আক্ৰমণ কৰিলে, কিন্তু কোনোজনে হলে যুদ্ধত ভাগৰি নপৰিল।

৭৪—৭৬। পৰ্ব্বতত গছ গজি উঠিলে যেনেৰূপ হয়, শৰৰ জালে শৰীৰ বিন্ধি থকাত মহাবীৰ্য্যশালী দুয়োজন বীৰেও তদনুৰূপ শোভা ধাৰণ কৰিলে।

শৰবিদ্ধ সমগ্ৰশৰীৰ তেজেৰে বাগুলী হৈ উঠাত বীৰযুগল জ্বলন্ত অগ্নিসদৃশ শোভান্বিত হ'ল। বহুকালব্যাপী যুদ্ধ কৰি থাকিও কোনোজন বীৰ যুঁজৰপৰা বিমুখ নহ'ল আৰু কোনোজনে শ্ৰমো অনুভৱ নকৰিলে।

৭৭। ঠিক এনে সময়তে যুদ্ধক্ষেত্ৰত অক্লান্ত বীৰ লক্ষ্মণৰ শাৰীৰিক শ্ৰম কিঞ্চিৎ পৰিমাণে লাঘৱ কৰাৰ উদ্দেশ্যে আৰু তেওঁৰ হিতসাধন কৰিব লাগে বুলি মহাত্মা বিভীষণ যুদ্ধক্ষেত্ৰৰ ভিতৰতে তেওঁৰ ওচৰত উপস্থিত হ'ল।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত অষ্টাশীতিতম সৰ্গ সমাপ্ত

# একোননৱতিতম সৰ্গ

## লক্ষ্মণ-ইন্দ্ৰজিতৰ ভয়াময়া ৰণ

১—৬। পৰস্পৰ জয়েচ্ছু মত্তমাতঙ্গসদৃশ নৰ আৰু ৰাক্ষস দুয়োজন বীৰ যুদ্ধত সংশ্লিষ্ট হৈ থকা দেখি বলবান বীৰ ৰাৱণভ্ৰাতা বিভীষণ বৃহৎ ধনু আৰু শৰ হাতত লৈ যুদ্ধৰ গতি পৰ্য্যবেক্ষণ কৰাৰ উদ্দেশ্যে ৰণক্ষেত্ৰত ৰৈ থাকিল। পিচত নিজৰ বৃহৎ ধনুত টঙ্কাৰ দি ৰাক্ষসবোৰৰ ওপৰত মহা মহা শৰবোৰ নিক্ষেপ কৰিবলৈ ধৰিলে। অগ্নিসম শৰসমূহ সুন্দৰৰূপে নিক্ষিপ্ত হোৱাত বজ্ৰই পৰ্ব্বত বিদীৰ্ণ কৰাৰ নিচিনাকৈ শৰৰ জালত ৰাক্ষসবোৰ বিদীৰ্ণ হবলৈ ধৰিলে। যিবোৰ ৰাক্ষসপ্ৰবৰ বিভীষণৰ অনুচৰৰূপে তেওঁৰ লগত আছিল, তেওঁলোকেও শূল, খড়্গ আৰু পট্টিশৰ দ্বাৰা বীৰ ৰাক্ষসবোৰক বধ কৰিবলৈ ধৰিলে। এইদৰে তেওঁৰ দুৰ্দ্ধৰ্ষ অনুচৰ ৰাক্ষসবৰ্গৰ দ্বাৰা পৰিবৃত হৈ বিভীষণে পোৱালি বিলাকৰ মাজত থিয় দি থকা বৃহৎ হস্তীসদৃশ শোভা ধাৰণ কৰিলে।

৭—২০। তেতিয়া সময়ৰ মোল বুজা ৰাক্ষসবীৰ বিভীষণে উদগণি দিয়াৰ উদ্দেশ্যে ৰাক্ষস বধাকাঙ্খী প্ৰধান প্ৰধান বান্দৰবোৰক উদ্দেশ্য কৰি কলে, "হে বান্দৰবীৰগণ, ৰাক্ষসৰাজ ৰাৱণৰ একমাত্ৰ আশ্ৰয় স্থল এই ইন্দ্ৰজিত; তাৰ নিপাত হলেই ৰজাৰ বল শেষ, এতেকে তোমালোকে ৰৈ আছা কিয়? পাপাত্মা এই ৰাক্ষস নিহত হলে ৰাৱণৰ বাহিৰে তেওঁৰ শেষ বল ধ্বংস হল। বীৰ প্ৰহস্ত, মহাবল

শালী নিকুম্ভ, কুম্ভকর্ণ, কুম্ভ, ধূম্রাক্ষ, জম্বুমালী, মহামালী, তীক্ষ্ণবেগ, অশানপ্রভ, সুপ্তঘ্ন, যজ্ঞকোপ, বজ্রদংষ্ট্র, সংহ্রাদী, বিকট, অবিঘ্ন, তপন, মন্দ, প্রঘাস, প্রঘস, প্রজঙ্ঘ, জঙ্ঘ, অগ্নিকেতু, দুৰ্দ্ধৰ্ষ, ৰাশ্মিকেতু, বিদ্যুজ্জিহ্ব, দ্বিজিহ্ব, সূৰ্য্যশত্রু, অকম্পন, সুপার্শ্ব, চক্রমালী, কম্পন, দেবান্তক, নৰান্তক—এই আটাইবোৰ মহাবলশালী ৰাক্ষস-বীৰ নিহত হৈছে। হে বান্দৰগণ তোমালোকে বাহুবলে সাগৰ অতিক্রম কৰিছা, এতিয়া গোষ্পদ প্ৰমাণ জলৰাশি হেলাৰঙে পাৰ হবলৈহে বাকী, হেলাৰাঙে তাক পাৰ হোৱা কেজনমান মাত্র ৰাক্ষসক তোমালোকে জয় কৰিবলৈ আছে, আন যি সকল বলদৰ্পিত ৰাক্ষস আছিল সিহঁত সকলো নিহত হৈছে। মই ইন্দ্ৰজিতৰ খুৰাক এতেকে জনকবৎ; ভ্ৰাতুষ্পুত্ৰক বধ কৰা মোৰ পক্ষে অনুচিত, তথাপি ৰামৰ হিতৰ অর্থে দয়াৰ ভাঁৱ পৰিত্যাগ কৰিও মই তেওঁক বধ কৰিম। ইন্দ্ৰজিতক বধকৰিবলৈ ওলোৱাত চকুৰ লোৱে মোৰ চক্ষু বান্ধি ধৰিছে, এতেকে মহাবাহু লক্ষ্মণেই তাক বধ কৰিব। হে বান্দৰগণ, এতিয়া তোমালোকে একগোট হৈ ইন্দ্ৰজিতৰ ভৃত্য-বৰ্গক বধ কৰা।” অতি যশস্বী বিভীষণে এইদৰে কোৱাত, বান্দৰবোৰ হৰ্ষান্বিত হৈ তেওঁলোকৰ নেজৰ আস্ফালন কৰিবলৈ ধৰিলে। আৰু নানাবিধ হৰ্ষধ্বনি কৰি, মেঘ-দেখি ময়ূৰ পক্ষীয়ে চীৎকাৰ কৰাৰ নিচিনাকৈ তেওঁলোকেও সিংহনাদ কৰিবলৈ ধৰিলে।

২১—২৪। ইতিমধ্যে জাম্ববানেও তেওঁৰ নিজৰ যোদ্ধাগণৰ দ্বাৰা পৰিবৃত হৈ শিল, নখ আৰু দাঁতেৰে ৰাক্ষসবোৰক তাড়না কৰিবলৈ ধৰিলে। জাম্ববানে ৰাক্ষস-সৈন্যক এইদৰে বধ কৰা দেখি মহাবলশালী ৰাক্ষসবোৰে তেওঁক তিৰস্কাৰ কৰি শৰ, পৰশু, তীক্ষ্ণ পট্টিশ, যষ্টি, তোমৰ আৰু আন আন বিবিধ অস্ত্ৰৰদ্বাৰা সমৰ-ক্ষেত্ৰত তেওঁক বিদ্ধ কৰিলে। এনে অবস্থাত বান্দৰ আৰু ৰাক্ষসবোৰৰ ভিতৰত যুদ্ধ ঘোৰতৰভাৱে চলিবলৈ ধৰিলে আৰু তাহানি কালত ক্রুদ্ধ দেৱতা আৰু অসুৰ-কুলৰ যুদ্ধত যি ভীষণ শব্দ হৈছিল এই যুদ্ধতো তেনে ভয়ঙ্কৰ শব্দ প্ৰতিধ্বনিত হবলৈ ধৰিলে।

২৫—৩৫। এনে সময়তে মহামনা হনুমানে লক্ষ্মণক তেওঁৰ পিঠিৰপৰা নমাই থৈ পৰ্ব্বতৰ শৃঙ্গ এটা উভালি ললে আৰু হাজাৰ হাজাৰ দুৰ্দ্ধৰ্ষ ৰাক্ষসক ধ্বংস কৰিলে। ইতিমধ্যে পৰবীৰহা বীৰ ইন্দ্ৰজিতে খুৰাকৰ লগত তুমুল সংগ্ৰাম কৰি উঠি পুনঃ লক্ষ্মণৰ ওৰিলৈ খেদি যোৱাত লক্ষ্মণ আৰু ৰাক্ষসৰ ভিতৰত তুমুল যুদ্ধ আৰম্ভ হ'ল। উভয়ে জাকে জাকে শৰবৃষ্টি কৰি পৰস্পৰক আক্ৰমণ কৰিলে আৰু সময়ত সেই শৰৰ মাজতে দুয়োজন অন্তৰ্হিত হব ধৰিলে। বৰ্ষাকালত মেঘাবৃত

হোৱাত চন্দ্ৰ আৰু সূৰ্য্য যিদৰে দৃষ্টিগোচৰ নহয়, লঘুহস্তে ক্ষিপ্ৰগতিত শৰ সন্ধান কৰাৰ ফলত শৰ গ্ৰহণ, নিক্ষেপ, ধনুগ্ৰহণ, জ্যাত টান, ধনুত মুষ্টিসংযোগ, লক্ষ্য নিৰূপণ ইত্যাদি একোকে নেদেখা হ'ল। শৰৰ জালত আকাশ আচ্ছন্ন হ'ল। ইন্দ্ৰজিৎ অথবা লক্ষ্মণ কোনোজনৰে ৰূপ ভালদৰে প্ৰকাশ নোপোৱা হ'ল। দুয়োজন বীৰে নিজ শক্তিৰ বলত অগ্নিসম তেজস্বী শৰ নিক্ষেপ কৰি থকাৰ কাৰণে যুদ্ধক্ষেত্ৰতে ঘোৰ এক অৱস্থাৰ সৃষ্টি হ'ল। সমগ্ৰ আকাশ শৰজালত আচ্ছন্ন হোৱাত, অন্ধকাৰে আবৃত কৰি ধৰিলে। দিক প্ৰতিদিক সকলোফালে কেৱল শৰজাল; অন্ধকাৰে আবৃত হোৱাত আটাইৰে মনত মহৎ ভয়ৰ সঞ্চাৰ হল।

৩৬— ৩৮। ইতিমধ্যে সূৰ্য্য অস্ত যাবলৈ ধৰিলে, চাৰিওফালে কেৱল তেজৰ সোঁতত মহা মহা নদীবোৰ প্ৰৱাহিত হবলৈ ধৰিলে। শগুণ আদি মাংসাশী পক্ষীবোৰে ভীষণ চীৎকাৰ কৰি চাৰিওফালে ঘূৰি ফুৰিবলৈ ধৰিলে। বতাহ বলৈ এৰিলে, আৰু জুইৰ পোহৰো দেখা নোপোৱা হল। মহৰ্ষিসকলে জগতৰ হিত হওক বুলি আশীৰ্বচন উচ্চাৰণ কৰিবলৈ ধৰিলে, গন্ধৰ্ব্ব আৰু চাৰণসকল সন্তপ্ত হৈ তাত উপস্থিত হল।

৩৯--৪৫। ঠিক এনে সময়তে সুমিত্ৰানন্দন লক্ষ্মণে চাৰিপাট শৰৰদ্বাৰা ৰাক্ষসপুত্ৰৰ সুৱৰ্ণবিভূষিত ক'লা বৰণৰ চাৰিওটা ঘোঁৰাকে বিন্ধি পেলালে। তাৰ পিচত সোণৰ নিচিনা বৰণৰ সুপত্ৰ সুতীক্ষ্ণ ভল্ল অস্ত্ৰ এপাট কাণৰ গুৰিলৈ টানি যথাশক্তি প্ৰয়োগ কৰি, বিচৰণ কৰি থকা অৱস্থাতে সাৰথিলৈ নিক্ষেপ কৰিলে। শ্ৰীমান লক্ষ্মণে ধনুত টঙ্কাৰে সৈতে ক্ষিপ্ৰগতিত সেই অস্ত্ৰ এৰি দিয়াত অস্ত্ৰই গৈ সাৰথিৰ মুণ্ড ছেদ কৰিলে। ৰথচালক এইদৰে নিহত হোৱাত মহাতেজস্বী মন্দোদৰীসুতে ৰথচালনৰ কাম নিজে হাতত লৈ ধনু গ্ৰহণ কৰিলে। ইন্দ্ৰজিতে নিজে সাৰথিৰ কাম হাতত লোৱা দেখি সকলো আচৰিত হল। এনে অৱস্থাত ইন্দ্ৰজিৎ যেতিয়া অশ্বচালনত ব্যস্ত হৈ আছিল,তেতিয়া ইন্দ্ৰজিতক আৰু যেতিয়া ধনু হাতত লৈ শৰ নিক্ষেপ কৰিবলৈ ধৰিছিল সেই সময়ত ঘোঁৰাক শৰবিদ্ধ কৰিবলৈ ধৰিলে। তথাপিতো নিৰ্ভীকচিত্তে সমৰক্ষেত্ৰত বিচৰণ কৰি থকা দেখি লক্ষ্মণে ক্ষিপ্ৰতাৰে সৈতে পুনঃ শৰজালৰদ্বাৰা তেওঁক বিন্ধিবলৈ ধৰিলে।

৪৬—৫১। ইপিনে সাৰথি নিহত হোৱা দেখি ইন্দ্ৰজিতৰ যুদ্ধৰ উৎসাহ নোহোৱা হল আৰু তেওঁ বিষণ্ণ হল। ৰাক্ষস বিষণ্ণ হোৱা দেখি বান্দৰদলপতিসকলে হৰ্ষান্বিত হৈ লক্ষ্মণক প্ৰশংসা কৰিবলৈ ধৰিলে। তেতিয়া প্ৰমাথী, ৰভস, শৰভ আৰু গন্ধমাদন এই চাৰিজন বান্দৰ বীৰে ইন্দ্ৰজিতৰ বীৰত্ব সহ্য কৰিব নোৱাৰি দ্ৰুতবেগে তেওঁৰ গুৰিলৈ খেদি গল আৰু ভীমবিক্ৰমে ঘোঁৰা চাৰিওটাৰ ওপৰত

জঁাপ দি পৰিল। পৰ্ব্বতপ্ৰমাণ এই চাৰিজন বান্দৰে ঘোঁৰাক আক্ৰমণ কৰাত, সিহঁত প্ৰাণ পৰিত্যাগ কৰি ধৰাশায়ী হল। বীৰ চাৰিজনে ঘোঁৰাক এইদৰে বধ কৰি পুনঃ লক্ষ্মণৰ লগ ললে। ঘোঁৰা আৰু সাৰথি নিহত হোৱাত ইন্দ্ৰজিতে ৰথৰপৰা নামি লক্ষ্মণৰ ওপৰত শৰবৃষ্টি কৰিবলৈ ধৰিলে। অশ্ব নিহত হোৱাত মাটিত থিয় দিও ইন্দ্ৰজিৎ যুদ্ধত প্ৰবৃত্ত হৈ থকাত, মহেশপ্ৰতিম বীৰ লক্ষ্মণে সুতীক্ষ্ণ শৰপ্ৰয়োগৰদ্বাৰা ইন্দ্ৰজিতক ব্যথিত কৰিবলৈ ধৰিলে।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত একোননৱতিতম সৰ্গ সমাপ্ত

# নৱতিতম সৰ্গ

## ইন্দ্ৰজিত বধ

১—৩। ঘোঁৰা নিহত হোৱাত মহাতেজস্বী ইন্দ্ৰজিত মাটিতে থিয় দি ভীষণ-ক্ৰুদ্ধ হৈ নিজ তেজোবলে জ্বলি উঠিল। ধনুৰ্দ্ধাৰী দুয়োজন বীৰে পৰস্পৰে পৰস্পৰক বধ কৰাৰ ইচ্ছাতে যুদ্ধত প্ৰবৃত্ত হৈ দুটা মত্তমাতঙ্গ সদৃশ হৈ যুঁজিবলৈ ধৰিলে। আনপক্ষে বনবিহাৰী বান্দৰ আৰু ৰাক্ষসবোৰেও ইদলে সিদলক বধ কৰিবলৈ ধৰিলে; কিন্তু কোনোদলে তেওঁলোকৰ নেতাজনক পৰিত্যাগ নকৰিলে।

৪—৭। তেতিয়া ইন্দ্ৰজিতে তেওঁৰ ৰাক্ষসবোৰক প্ৰশংসা বাণীৰদ্বাৰা হৰ্ষান্বিত কৰি হৃষ্টচিত্তে এইদৰে কলে, "হে ৰাক্ষসবীৰগণ, চাৰিওফালে ঘোৰ অন্ধকাৰে আগুৰি ধৰিছে। শত্ৰু বা মিত্ৰ কোনেও কাকো চিনি নোপোৱা হৈছে। এতেকে নিৰ্ভীক-চিত্তে তেমালোকে যুদ্ধ কৰি থাকা, যাতে বান্দৰবোৰ বিমোহিত হৈ থাকে। আন এখন ৰথ লৈ মই যুদ্ধলৈ উভতি আহিছোঁ। তোমালোকে এনেদৰে কাম কৰি থাকা যাতে মই নগৰত প্ৰৱেশ কৰা কালত মহাবলশালী এই বান্দৰবোৰ মোৰ লগত যুদ্ধত প্ৰবৃত্ত নহয়।"

৮—১০। ৰাক্ষসবোৰক এইদৰে কৈ শত্ৰুবিনাশক ৰাৱণপুত্ৰ ইন্দ্ৰজিতে বান্দৰবোৰক ছলনা কৰি ৰথৰ কাৰণে লঙ্কাত প্ৰৱেশ কৰিলে। সুবৰ্ণাভৰণে বিভূষিত ৰথ সুন্দৰভাৱে সজাই লৈ প্ৰাস, অসি আৰু শৰেৰে ভৰপূৰ কৰি তাত উৎকৃষ্ট অশ্ব সংযোগ কৰিলে। তাৰ পিচত অশ্বপৰিচালনাত সম্পূৰ্ণ অভিজ্ঞ আৰু বিশ্বাসী সাৰথি এজন নিয়োগ কৰি ৰণদুৰ্জ্জয় ইন্দ্ৰজিতে সেই ৰথত আৰোহণ কৰিলে।

১১—১৩। এইদৰে সুসজ্জিত হৈ মন্দোদৰী সুত ইন্দ্ৰজিত কালৰ প্ৰেৰণাত ৰাক্ষসগণৰদ্বাৰা পৰিবৃত হৈ যুদ্ধলৈ ওলাই আহিল। দ্ৰুতবেগী অশ্বসংযুক্ত ৰথত আৰোহণ কৰি অসীম শক্তি লৈ ইন্দ্ৰজিৎ বিভীষণে সৈতে লক্ষ্মণ থকা ঠাইলৈ ওলাই অহাত লক্ষ্মণ, মহাবীৰ্য্যশালী বান্দৰগণ আৰু ৰাক্ষস বিভীষণ সকলোৱে তেওঁৰ ক্ষিপ্ৰতা দেখি আশ্চৰ্য্যান্বিত হ'ল।

১৪—১৫। তাৰ পিচত ৰাৱণিয়ে ভীষণ ক্ৰুদ্ধ হৈ শৰবৃষ্টিৰদ্বাৰা অসংখ্য বান্দৰক বধ কৰিবলৈ ধৰিলে। ধনু মণ্ডলাকাৰে সজ্জিত কৰি হাতৰ কৌশল দেখুৱাই অতি দ্ৰুতবেগে ভীমবিক্ৰমসম্পন্ন নাৰাচ অস্ত্ৰৰদ্বাৰা বান্দৰবোৰক বধ কৰাত প্ৰকৃতিবৰ্গই প্ৰজাপতি ব্ৰহ্মাৰ ওচৰ চপাৰ নিচিনাকৈ বান্দৰবোৰেও লক্ষ্মণৰ শৰণ ললে।

১৬। তেতিয়া ৰঘুনন্দন লক্ষ্মণে খঙতে জ্বলি উঠি নিজ হাতৰ ক্ষিপ্ৰতা দেখুৱাই ইন্দ্ৰজিতৰ ধনু ছেদন কৰিলে।

১৭—২২। লৰালৰিকৈ ইন্দ্ৰজিতে আন এখন ধনু হাতত লোৱাত লক্ষ্মণে তিনি বাণত তাকো ছেদন কৰিলে। ধনু এইদৰে বিচ্ছিন্ন হোৱাত লক্ষ্মণে পাঁচপাট শৰেৰে ইন্দ্ৰজিতৰ বুকু ভেদ কৰিলে। লক্ষ্মণৰ বৃহৎ ধনুমুক্তশৰে ইন্দ্ৰজিতৰ শৰীৰ ভেদ কৰি ৰক্তাক্ত মহাসৰ্পবৎ পৃথিৱী ভেদ কৰি তললৈ সোমাই গল। তেতিয়া ছিন্নধনু ইন্দ্ৰজিতৰ মুখেদি তেজ ওলাবলৈ ধৰাতো সুদৃঢ় জ্যাযুক্ত আন এখন ধনু হাতত লৈ ইন্দ্ৰদেৱে বৃষ্টিপাত কৰাৰ নিচিনাকৈ ক্ষিপ্ৰতাৰে সৈতে ইন্দ্ৰজিতে লক্ষ্মণৰ ওপৰত শৰবৃষ্টি কৰিবলৈ ধৰিলে।

২৩। ইন্দ্ৰজিতৰ শৰবৃষ্টি প্ৰচণ্ড হলেও অৰিন্দম লক্ষ্মণে অলপো ভীত নহৈ সেই শৰজাল নিবাৰণ কৰিলে।

২৪। সেইসময়ত লক্ষ্মণে ইন্দ্ৰজিতক যি ৰণকৌশল দেখুৱালে, তাত সকলোৱে আশ্চৰ্য্যান্বিত নহৈ নোৱাৰিলে।

২৫। তাৰ পিচত এপাট এপাট শৰৰদ্বাৰা তিনিজন তিনিজনকৈ ৰাক্ষস বধ কৰি লক্ষ্মণে অস্ত্ৰৰ ক্ষিপ্ৰতা দেখুওৱাত, ৰাক্ষসেন্দ্ৰ ইন্দ্ৰজিতেও তেনেদৰে লক্ষ্মণক তাড়না দিবলৈ ধৰিলে।

২৬। বলবান শত্ৰুবিনাশক শত্ৰু লক্ষ্মণৰ শৰত জৰ্জ্জৰিত হলেও, ইন্দ্ৰজিতে অবিৰলধাৰাত বহুত শৰ লক্ষ্মণৰ গালৈ নিক্ষেপ কৰিবলৈ ধৰিলে।

২৭—৩১। শৰবোৰ লক্ষ্মণৰ গাত পৰাৰ আগতে পৰবীৰহন্তা লক্ষ্মণে তীক্ষ্ণ বাণৰদ্বাৰা সেইবোৰ ছেদন কৰিলে আৰু তাৰ পিচতে ৰথীপ্ৰবৰ তেওঁ আনত-পৰ্ব্ব ভল্ল অস্ত্ৰ নিক্ষেপ কৰি সাৰথিৰ মূৰটো কাটি পেলালে। সাৰথি নিহত হোৱাত অশ্ববোৰে অক্লান্তগতিত ৰথখন মণ্ডলাকাৰত ঘূৰাবলৈ ধৰিলে আৰু তাকে দেখি

সকলো বিস্মিত হল। এনে অৱস্থাৰ ভিতৰত দৃঢ়বিক্রমশালী লক্ষ্মণে ভীষণ ক্রুদ্ধ হৈ আতঙ্কৰ সৃষ্টি কৰি ইন্দ্ৰজিতৰ ঘোঁৰাবোৰক বিদ্ধ কৰিলে। তেতিয়া ৰাৱণপুত্ৰ ইন্দ্ৰজিতেও লক্ষ্মণৰ আক্রমণ সহ্য কৰিব নোৱাৰি দহপাট শৰেৰে লক্ষ্মণক বিন্ধিলে, কিন্তু ইন্দ্ৰজিতৰ বজ্ৰতুল্য বৎষসৰ্পবি শৰসমূহ লক্ষ্মণৰ সুবৰ্ণময় কৱচ স্পৰ্শ কৰিয়ে বিনষ্ট হল।

৩২। ৰাৱণাত্মজ ইন্দ্ৰজিতে লক্ষ্মণৰ কৱচ অভেদ্য বুলি জানি সুন্দৰ পাখিলগোৱা তিনিপাট শৰৰদ্বাৰা অতি ক্ষিপ্ৰতাৰে সৈতে হাতৰ কৌশল দেখুৱাই তেওঁৰ ললাটপ্ৰদেশ বিদ্ধ কৰিলে।

৩৩। বাণে কপালত বিন্ধি ধৰাত সমৰশ্লাঘী ৰঘুনন্দন লক্ষণে ত্ৰিশৃঙ্গবিশিষ্ট পৰ্ব্বতসদৃশ ৰূপ ধাৰণ কৰিলে।

৩৪—৪০। ৰণক্ষেত্ৰত ৰাক্ষসে বাণ সংযোগ কৰি আক্রমণ কৰা দেখি লক্ষ্মণে ধনুত টান দি পাঁচপাট শৰৰদ্বাৰা কুণ্ডলসুশোভিত বদন মণ্ডল বিন্ধি দিলে। এইদৰে লক্ষ্মণ আৰু ইন্দ্ৰজিৎ দুয়োজন মহাবলশালী বীৰে অগ্নিসম শৰৰদ্বাৰা ভীমপৰাক্রম দেখুৱাই যুদ্ধ কৰিবলৈ ধৰিলে। শৰৰ কোবত উভয়ৰে শৰীৰ ৰক্তাক্ত হোৱাত দুয়োজনে পুষ্পিত কিংশুক বৃক্ষসদৃশ শোভা ধাৰণ কৰিলে। জয়ৰ আকাঙ্ক্ষা কৰি দুয়োজন ধনুৰ্দ্ধাৰীয়ে তীব্ৰ শৰৰদ্বাৰা উভয়ৰে শৰীৰ ভেদ কৰিবলৈ ধৰিলে। ইতি-মধ্যে ৰণকোপে দগ্ধ ইন্দ্ৰজিতে তিনিপাট শৰৰদ্বাৰা বিভীষণৰ মুখ ভেদ কৰিলে। লৌহময় তিনিপাট শৰৰদ্বাৰা বিভীষণৰ মুখত আঘাত কৰি এটা এটাকৈ বান্দৰ-দলপতিসকলক শৰবিদ্ধ কৰিবলৈ ধৰিলে।

৪১—৪২। তেতিয়া মহাতেজস্বী বিভীষণে ভীষণ ক্রুদ্ধ হৈ গদাৰে দুৰাত্মা ইন্দ্ৰজিতৰ ঘোঁৰা কেইটা বধ কৰিলে। ঘোঁৰা আৰু সাৰথি উভয়ে নিহত হোৱাত ইন্দ্ৰজিতে ৰথৰপৰা নামি খুৰাকৰ গালৈ শক্তি অস্ত্ৰ নিক্ষেপ কৰিলে।

৪৩—৪৬। সেই অস্ত্ৰ নিপতিত হবলৈ ধৰা দেখি সুমিত্ৰানন্দবৰ্দ্ধন লক্ষ্মণে তীক্ষ্ণ শৰৰদ্বাৰা তাক দহখণ্ড কৰি কাটি দিলে। আৰু সেই সময়তে সুদৃঢ় ধনুৰ্দ্ধৰী বিভীষণেও বজ্ৰসম উগ্ৰ পাঁচপাট শৰ ইন্দ্ৰজিতলৈ নিক্ষেপ কৰিলে। সোণৰ পাখি লগোৱা শৰে যথাস্থানত ইন্দ্ৰজিতৰ শৰীৰ ভেদ কৰি তেজেৰে বাণ্ডলী হৈ ৰক্তবৰ্ণ মহোৰগ-সদৃশ ৰূপ ধাৰণ কৰিলে। তেতিয়া খুৰাকৰ ওপৰত ভীষণ ক্রুদ্ধ হৈ ৰাক্ষসবোৰৰ অতি উত্তম যমদণ্ড সদৃশ শৰ তুলি ললে।

৪৭। মহাতেজস্বী লক্ষ্মণে ইন্দ্ৰজিতক সেই বৃহৎ শৰ সন্ধান কৰিবলৈ সাজু হোৱা দেখি, ভীম পৰাক্রম সম্পন্ন আন এপাত শৰ তেওঁ তুলি ললে।

৪৮—৫৪। এই শৰ অমিতাত্মা স্বয়ং কুবেৰে স্বপ্নত তেওঁক দান কৰিছিল, ই

ছুৰ্জ্জয় আৰু ইন্দ্ৰাদি সুৰগণৰো অসহ্য। দুয়োজন বীৰে অৰ্গলসদৃশ সুদীৰ্ঘ বাহুৰ দ্বাৰা শৰদ্বয় ধনুত সংযোগ কৰাৰ লগে লগে দুয়োপাট শৰ ক্ৰৌঞ্চ পক্ষীৰ দৰে চীৎকাৰ কৰি উঠিল। ধনুত টান দিয়াৰ লগে লগে দুয়োপাট শৰেই নিজ তেজোবলে প্ৰবলভাৱে জ্বলি উঠিল। অগ্নিসংৰূপ লৈ উভয়ে আকাশ মাৰ্গলৈ উঠি মুখে মুখে সংশ্লিষ্ট হৈ নিজ শক্তিৰ বশত তললৈ পৰি গ'ল। দুজন যোদ্ধাস্বৰূপ শৰ দুপাটৰ সংঘৰ্ষতধূম আৰু স্ফুলিঙ্গযুক্ত উভয়ে দাৰুণ অগ্নিসদৃশ ৰূপ লৈ জ্বলি উঠিল। এইদৰে দুই মহাগ্ৰহসদৃশ শৰযুগলে পৰস্পৰে পৰস্পৰক আক্ৰমণ কৰি শেহত শত খণ্ডে বিভক্ত হৈ মাটিত পৰি গল। শৰ দুপাত এইদৰে প্ৰতিহত হৈ ৰণক্ষেত্ৰত নিপতিত হোৱা দেখি দুয়োজন বীৰে লাজ পালে আৰু ক্ৰোধতে জ্বলি উঠিল।

৫৫। তেতিয়া ক্ৰুদ্ধ হৈ সৌমিত্ৰিয়ে বাৰুণ অস্ত্ৰ তুলি ললে আৰু সন্মুখৰ থলতে থিয় দি থাকি ইন্দ্ৰজিতে ৰৌদ্ৰ অস্ত্ৰ নিক্ষেপ কৰি সেই শৰ প্ৰতিৰোধ কৰিলে।

৫৬—৬০। তেতিয়া ৰণদুৰ্জ্জয় বীৰ ইন্দ্ৰজিতে লোকসংহাৰ কৰিবলৈ বুলিহে যেন প্ৰদীপ্ত আগ্নেয় অস্ত্ৰ নিক্ষেপ কৰাত বীৰ লক্ষ্মণে সৌৰ্যাস্ত্ৰৰদ্বাৰা তাক নিৰোধ কৰিলে। ইন্দ্ৰজিত তেওঁৰ অস্ত্ৰ এইদৰে নিষ্ফল হোৱা দেখি খঙতে জ্বলি উঠিল, আৰু সুতীক্ষ্ণ শত্ৰুবিদাৰক আসুৰ অস্ত্ৰ গ্ৰহণ কৰিলে, সেই অস্ত্ৰৰপৰা কুট, মুদগৰ, শূল, ভুশুণ্ডী, গদা, খড়গ, পৰশ্বধ আদি অস্ত্ৰবোৰ নিৰ্গত হবলৈ ধৰিলে। এইবোৰ দেখি লক্ষণে সকলো প্ৰাণীৰ অবাৰণীয়, সৰ্ব্ব অস্ত্ৰবিদাৰক প্ৰদীপ্ত মাহেশ্বৰ অস্ত্ৰ নিক্ষেপ কৰি ইন্দ্ৰজিতৰ সেই অস্ত্ৰ ব্যৰ্থ কৰিলে।

৬১—৬৪। এইদৰে দুয়োজন বাৰৰ ভিতৰত লোমহৰ্ষণকৰ তুমুল যুদ্ধ আৰম্ভ হল। আৰু তাকে চাবলৈ গগনস্থিত ভূতগণ লক্ষ্মণৰ চাৰিওফালে উপস্থিত হল। ৰাক্ষস আৰু বান্দৰবোৰৰ ভিতৰত ঘোৰতৰ শব্দ হবলৈ ধৰিলে, আৰু আকাশস্থিত প্ৰণীবৰ্গই বিস্মিত হৈ তাকে চাবলৈ ধৰিলে। ঋষিগণ, পিতৃগণ, দেব, গন্ধৰ্ব, গৰুড়, উৰগ আদি ইন্দ্ৰপ্ৰমুখ সকলোৱে ৰণক্ষেত্ৰত লক্ষ্মণক ৰক্ষা কৰি থাকিল। এনেতে ৰাঘৱানুজ লক্ষ্মণে ৰাৱণপুত্ৰৰ বিনাশৰ অৰ্থে অগ্নিসম তেজস্বী আন এপাট শ্ৰেষ্ঠ শৰতুলি ললে।

৬৫—৭৫। এই শৰ সুন্দৰ পত্ৰযুক্ত আৰু সুগঠিত, সুবৰ্ণবিভূষিত আৰু শৰীৰান্তকৰ, আনৰ দুৰ্বাৰণীয় আৰু ৰাক্ষসগণৰ পক্ষে দুৰ্বিসহ আৰু ভয়াবহ, ইয়াৰ উগ্ৰতা সৰ্পবিষৱৎ আৰু দেৱতাবৰ্গৰো সুপূজিত। আগৰ দিনত মহাতেজস্বী ইন্দ্ৰই দেবাসুৰ যুদ্ধত এই অস্ত্ৰৰ সহায়তে দানৱকুলক পৰাজিত কৰিছিল। যুদ্ধত অপৰাজিত নিজ কাৰ্য্যসিদ্ধি-কাৰক শৰশ্ৰেষ্ঠ এই ঐন্দ্ৰাস্ত্ৰ ধনুত সংযোগ কৰি লক্ষ্মীবান সৌমিত্ৰিয়ে কবলৈ ধৰিলে, "হে শৰপ্ৰৱৰ, দশৰথনন্দন ৰাম যদি ধৰ্ম্মাত্মা, সত্যসন্ধ আৰু পুৰুষত্ব বিষয়ত অপ্ৰতি-

দ্বন্দ্বী হয়, তেনেহলে তুমি গৈ ৰাৱণপুত্র ইন্দ্রজিতক এতিয়াই বধ কৰা।” এই-দৰে কৈয়েই পৰবীৰহা বীৰ লক্ষ্মণে ধনুৰ গুণ কাণৰ গুৰিলৈ টানি ইন্দ্রজিতৰ উদ্দেশ্যে ঐন্দ্রাস্ত্র প্রয়োগ কৰিলে। আৰু লগে লগে কুণ্ডলবিভূষিত শিৰস্ত্রাণ-সংযুক্ত ইন্দ্র-জিতৰ সুশোভন শিৰ বিচ্ছিন্ন হৈ ভূতলশায়ী হল। আৰু সুবৰ্ণসদৃশ সমুজ্জ্বল সেই শিৰ স্কন্ধৰপৰা বিচ্যুত হৈ তেজেৰে ৰাঙলী হৈ মাটিত বাগৰি পৰিল। কবচধাৰী ৰাৱণসুত শিৰস্ত্রাণে সৈতে মৃত্যাপ্তহাত পৰি যোৱাত তেওঁৰ হাতৰ শৰাসন সুলকি পৰিল। বৃত্রাসুৰ বধ হোৱাত দেৱতাসকল যিদৰে আনন্দিত হৈছিল এই ৰাক্ষসৰ মৃত্যুতো বিভীষণ আৰু বান্দৰগণে তেনেদৰে হৰ্ষান্বিত হৈ জয়ধ্বনি কৰিলে; আৰু অন্তৰীক্ষত যিসকল মহাত্মা, ঋষি, গন্ধৰ্ব আৰু অপ্সৰা আছিল তেওঁলোকৰ ভিতৰতো জয়ধ্বনি উঠিল।

৭৬—৯৪। মহাবীৰ নিপাতিত হোৱা বুলি জানি ৰাক্ষসৰ সেনাদল চাৰিওফালে পলাবলৈ ধৰিলে আৰু জয়গৰ্ব্বে গৰ্ব্বিত বান্দৰসৈন্যই তেওঁলোকক প্রহাৰ কৰিবলৈ ধৰিলে। বান্দৰবোৰৰ আক্রমণত ৰাক্ষসবোৰে অস্ত্র-শস্ত্র এৰি বিত্ৰত হৈ লঙ্কাৰ অভিমুখে দৌৰিলে। ৰাক্ষসবোৰে ভয়তে যেয়ে যিপিনে পালে দৌৰিলে আৰু সিহঁতৰ পট্টিশ, খড়গ, পৰশুধ তাতেই পৰি ৰল। কিছুমান লঙ্কাত সোমাল, কিছুমানে সমুদ্রত জঁাপ দিলে আৰু কোনোৱে বা পৰ্ব্বতকে আশ্রয় কৰিলে, সকলো ভয়তে সন্ত্রস্ত হল। ইন্দ্রজিৎ হত হৈ ৰণভূমিত নিপাতিত হোৱাত হাজাৰ হাজাৰ ৰাক্ষসৰ কোনোটোকে তাত দেখা পাবলৈ নোহোৱা হল। সূৰ্য্য অস্ত গলে, যিদৰে সূৰ্য্যৰ ৰশ্মিৰ অকণো চিহ্ন নাথাকে, সেইদৰে ইন্দ্রজিৎ নিপাতিত হোৱাৰ লগে লগে ৰাক্ষসবোৰো তাৰ পৰা পলাই ফাৎ মাৰিলে। গতপ্রাণ ইন্দ্রজিতে, ৰশ্মিহীন সূৰ্য্য অথবা নিৰ্ব্বাপিত অগ্নিসদৃশ শোভা ধাৰণ কৰিলে। ৰাৱণসুত ইন্দ্রজিৎ নিহত হোৱাত পৃথিবী বহু-দিন ৰোগাক্রান্ত হৈ থাকি শত্রুৰ নিধনৰ লগে লগে ৰোগমুক্ত হৈ হৰ্ষান্বিত হল। আৰু পাপকৰ্ম্মা ইন্দ্রজিতৰ নিধনত ভগবান ইন্দ্রকে আদি কৰি সকলো মহৰ্ষিগণ প্রহৃষ্ট হল। আকাশত দুন্দুভি বাজি উঠিল, গন্ধৰ্ব্ব, অপ্সৰা আৰু মহাত্মাসকলে নাচি নাচি পুষ্পবৃষ্টি কৰাত তাত অদ্ভুত এক দৃশ্যৰ সমাবেশ হল। ক্রূৰকৰ্মা সেই ৰাক্ষসৰ মৃত্যুত স্থল ধূলিশূন্য হল, পানী নিৰ্ম্মল হল আৰু আকাশত দেৱদানৱসকল হৰ্ষান্বিত হৈ ওলাই আহিল। দেৱতা, দানৱ আৰু গন্ধৰ্ব্বসকলে এক গোট হৈ কবলৈ ধৰিলে, “জগত উৎপীড়নশূন্য হল, পাপ দূৰ হল, এতিয়া ব্রাহ্মণসকলে সুখেৰে বিচৰণ কৰি ফুৰক।”

৮৯—৯৪। অপ্রতিদ্বন্দ্বী যোদ্ধা ইন্দ্রজিৎ নিহত হোৱা দেখি বান্দৰদলপতিসকলে আনন্দতে লক্ষ্মণক অভিনন্দন জনালে আৰু বিভীষণ, হনুমান, জাম্ববান আদি নেতাবোৰে অভিনন্দন জনোৱাৰ লগে লগে তেওঁক স্তুতি কৰিলে। আনন্দতে বান্দৰ

কোৱে কিৰিলি পাৰিলে, কোনোৱে জঁপিয়ালে, কোনোৱে গৰ্জ্জিবলৈ ধৰিলে ; আৰু এই আনন্দৰ সুযোগতে সকলোৱে লক্ষ্মণক বেঢ়ি ধৰিলে। কিছুমানে লাঙ্গুল জোকাৰিলে, কিছুমানে তাৰে কোবাই শব্দ কৰিলে, আৰু লক্ষ্মণক শুনাই শুনাই "জয় লক্ষ্মণ," "জয় লক্ষ্মণ" বুলি শব্দ কৰিবলৈ ধৰিলে। সকলোৱে হৰ্ষান্বিত হৈ পৰস্পৰে পৰস্পৰক আলিঙ্গন কৰিলে, আৰু লক্ষ্মণক ইন্দ্ৰ বধৰ কাৰণে তেওঁৰ গুণ-কীৰ্ত্তন কৰিবলৈ ধৰিলে। ইন্দ্ৰশত্ৰুবধৰ কথা শুনি লক্ষ্মণৰ পৰমসুহৃদ দেৱতাবৰ্গই তেওঁৰ সুদুষ্কৰ এই কাৰ্য্যত হৰ্ষান্বিত হৈ পৰম আনন্দ কৰিলে।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত নৱতিতম সৰ্গ সমাপ্ত

## একনৱতিতম সৰ্গ

ইন্দ্ৰজিতৰ বধত ৰামৰ আনন্দ আৰু সুষেণৰ চিকিৎসাত সকলো ৰোগমুক্ত

১—১৯। সৰ্ব্বশৰীৰ ৰক্তাক্ত হলেও যুদ্ধত শত্ৰুবিজেতা ইন্দ্ৰজিতক বধ কৰিব পাৰি শুভলক্ষণ লক্ষ্মণ হৰ্ষান্বিত হৈছিল। তাৰপিচত মহাতেজস্বী লক্ষ্মণে জাম্ববান, হনুমান আৰু আন আন বান্দৰগণে সৈতে বিভীষণ আৰু হনুমানক আশ্ৰয় কৰি ৰাম আৰু সুগ্ৰীৱ থকা ঠাইলৈ আহিল। তালৈ আহি ৰামণে ইন্দ্ৰৰ ওচৰত থিয় দি থকাৰ নিচিনাকৈ সুমিত্ৰানন্দন লক্ষ্মণে ৰামক প্ৰদক্ষিণ কৰি আৰু অভিবাদন জনাই তেওঁৰ ওচৰত থিয় দিলে। তেওঁৰ মুখৰ ছবিৰপৰাই ইন্দ্ৰজিত বধৰ বাতৰি প্ৰকাশ পালেও মহাত্মা ৰামৰ ওচৰলৈ আহি সংক্ষেপতে সেই বাতৰিটো জ্ঞাপন কৰিলে। তাৰ পিচত হৃষ্টচিত্তে বিভীষণে মহাত্মা লক্ষ্মণে কিদৰে ইন্দ্ৰজিতৰ শিৰচ্ছেদন কৰিছিল সেই বিবৰণটো ৰামক জনালে। মহাবীৰ্য্যবান ৰামে ইন্দ্ৰজিত বধৰ বাতৰিটো পায়েই অতুল আনন্দ লাভ কৰি কবলৈ ধৰিলে, "সাধু, লক্ষ্মণ, সাধু, মই তোমাৰ ওপৰত সন্তুষ্ট হৈছোঁ, অতি দুষ্কৰ কাম এটা তুমি সম্পন্ন কৰিলা, ৰাৱণপুত্ৰৰ বিনাশৰ লগে লগে আমি এই যুদ্ধত জয়ী হৈছোঁ বুলি ধৰি লোৱাঁ।" তাৰ পিচত কীৰ্ত্তিবৰ্দ্ধন লক্ষ্মণৰ শিৰোঘ্ৰাণ কৰি, বহিবলৈ লাজ কৰিলেও ৰামে চেনেহতে তেওঁক জোৰ কৰি কোলাত বহুৱাই ললে। লাজতে কোচমোচ খাই কোলাত বহি থকা কালৰ ভিতৰতে আলিঙ্গন কৰি ৰামে বাৰে বাৰে তেওঁৰ মুখৰ পিনে চাবলৈ ধৰিলে। তেওঁ দেখিলে

লক্ষ্মণ শেলবিদ্ধ, এতেকে শাৰীৰিক দুখতে অভিভূত হৈ বাৰে বাৰে দীঘল দীঘলকৈ উশাহ লৈ আছে। এনে অৱস্থাৰ ভিতৰতে বাৰে বাৰে শিৰোঘ্ৰাণ কৰি ক্ষতস্থানবোৰৰ ওপৰত হাত বুলাই আশ্বাসবাণীৰে তেওঁক কবলৈ ধৰিলে, "লক্ষ্মণ, তোমাৰ এই দুষ্কৰ কামৰদ্বাৰা পৰম কল্যাণকৰ এটা কাম সাধিলা। পুত্ৰ নিহত হোৱাত ৰাৱণো নিহত হৈছে বুলি মই অনুমান কৰিছোঁ। হে বীৰ, সেই শত্ৰু নিহত হোৱাত মই জয় লাভ কৰিছোঁ বুলি ধৰি লৈছোঁ। ভাগ্যক্ৰমে তোমাৰ পৰাক্ৰমতে দুৰাত্মা সেই ৰাৱণৰ দক্ষিণ বাহু ছিন্ন হল; কিয়নো সিয়ে আছিল তাৰ একমাত্ৰ আশ্ৰয়স্থল। হনুমান আৰু বিভীষণেও এই যুদ্ধত নিশ্চয় বৰ ডাঙৰ কামকে কৰিলে। আজি তিনি দিন আৰু তিনি ৰাতি যুদ্ধ কৰাৰ পিচত এই বীৰ নিপাতিত হোৱাত মই এতিয়া শত্ৰুশূন্য হলোঁ। এতিয়া ৰাৱণে তেওঁৰ পুত্ৰৰ নিধন বাতৰি পাই নিশ্চয় বিপুল এটা সৈন্যবাহিনী লৈ যুদ্ধলৈ ওলাই আহিব। পুত্ৰবধ শোকে সন্তপ্ত ৰাক্ষসাধিপ ওলাই আহিলে, মোৰ সৈন্যদল লগত লৈ দুৰ্জ্জয় সেই ৰাৱণক মই বধ কৰিম। হে লক্ষ্মণ! ইন্দ্ৰজিতক বধ কৰি তুমি মোৰ নাথস্বৰূপ হলা; সীতা আৰু পৃথিৱী এতিয়া মোৰ পক্ষে দুষ্প্ৰাপ্য নহব।

২০—২৭। ভায়েকক এইদৰে আশ্বস্ত কৰি পুনঃ আলিঙ্গন কৰি হৃষ্টচিত্তে সুষেণক সম্বোধন কৰি কলে, "সুষেণ, মহাপ্ৰাজ্ঞ মিত্ৰবৎসল সুমিত্ৰানন্দন শেলমুক্ত হৈ যাতে সুস্থ হয় তুমি তেনে কৰা। আৰু ঋক্ষবান্দৰৰ যিসকল দ্ৰুমযোদ্ধা বীৰ আৰু আন আন বান্দৰ শেলবিদ্ধ আৰু ক্ষতযুক্ত হৈ আছে তেওঁলোককো শেলমুক্ত কৰি সুস্থ কৰা।" ৰামে এইদৰে আদেশ দিয়াত বান্দৰযূথপতি মহাত্মা সুষেণে লক্ষ্মণৰ নাকত মহৌষধ প্ৰয়োগ কৰিলে। ঔষধৰ ঘ্ৰাণ পায়ে লক্ষ্মণে শেলমুক্ত হৈ সকলো জ্বালাযন্ত্ৰণাৰপৰা মুক্তি পালে। তাৰ পিচত ৰামৰ আজ্ঞামতে সুষেণে বিভীষণ প্ৰমুখ আন আন সুহৃদ্বৰ্গৰো চিকিৎসা কৰিলে। চিকিৎসাৰ পিচত সকলোৱে শেলমুক্ত হৈ প্ৰকৃতিস্থ হল; শৰীৰৰ সকলো ক্লান্তিৰপৰা অব্যাহতি পাই লক্ষ্মণ পৰম আনন্দিত হল।

২৮—২৯। আৰোগ্য লাভ কৰি লক্ষ্মণ সুস্থ হোৱা দেখি, ৰাম বান্দৰাধিপতি সুগ্ৰীৱ, বিভীষণ, আৰু বীৰ্য্যবান ঋক্ষপতি জাম্ববান আৰু সৈন্যগণে সুদীৰ্ঘ কাললৈ আনন্দোৎসব কৰবলৈ ধৰিলে। দশৰথনন্দন মহাত্মা ৰামচন্দ্ৰই লক্ষ্মণৰ সুদুষ্কৰ এই কামৰ প্ৰশংসা কৰিলে আৰু বান্দৰৰাজকে আদি কৰি সকলো ইন্দ্ৰজিতৰ বধৰ বাতৰিত পৰম হৰ্ষান্বিত হল।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত একনৱতিতম সৰ্গ সমাপ্ত

# দ্বিনৱতিতম সৰ্গ

## ৰাৱণৰ ক্ৰোধ, সীতাবধৰ কল্পনা; মন্ত্ৰীৰ বাক্যত নিবৃত্তি

১—১৫। তাৰ পিচত ৰাৱণৰ মন্ত্ৰীবৰ্গই ইন্দ্ৰজিত নিহত হোৱা বুলি শুনি, ঘটনাটো ভালদৰে জানি লৈ লৰালৰিকৈ ৰাৱণৰ ওচৰত কথাটো এইদৰে জ্ঞাপন কৰিলে, "হে মহাৰাজ, আমাৰ সকলোৰে কুচৰ আগতে মহাদ্যুতিসম্পন্ন আপোনাৰ পুত্ৰক বিভীষণৰ সহায় লৈ লক্ষ্মণে বধ কৰিলে। যুদ্ধত অপৰাজেয় দেৱতাসকলৰ ৰজা ইন্দ্ৰৰো বিজেতা আপোনাৰ বীৰপুত্ৰ অপৰপক্ষীয় বীৰ লক্ষ্মণৰ হাতত যুদ্ধত নিহত হল। শৰযুদ্ধত লক্ষ্মণৰ মনস্তুষ্টি সাধন কৰি আপোনাৰ পুত্ৰই বীৰ লোকৰ প্ৰাপ্য উত্তম স্থান অধিকাৰ কৰিছে।" পুত্ৰনিধনৰূপ অতি ভয়ঙ্কৰ দাৰুণ সেই বাতৰিটো শুনি, ৰজা মোহাচ্ছন্ন হৈ মূৰ্চ্ছিত হল। বহুত পিচত সংজ্ঞা লাভ কৰি ৰাক্ষসপুঙ্গৱ ৰাৱণে পুত্ৰৰ শোকতে বিকলেন্দ্ৰিয় হৈ দীনভাৱে এইদৰে বিলাপ কৰিবলৈ ধৰিলে, "হা ৰাক্ষস-সেনা-প্ৰধান মহাবলশালী মোৰ পুত্ৰ, তুমি ইন্দ্ৰকো জয় কৰি শেহত লক্ষ্মণৰ হাতত পৰাজিত হব পাৰিলা কেনেকৈ? মই জানো তুমি ক্ৰুদ্ধ হলে অকল শৰবদ্বাৰা, সৰ্ব্বসংহাৰক কাল আৰু তাৰ অধিষ্ঠাতৃদেৱতা অন্তককো বিনাশ কৰিব পাৰা আৰু মন্দৰ পৰ্ব্বতৰ শৃঙ্গকো বিদীৰ্ণ কৰিব পাৰা, লক্ষ্মণৰতো কথাই নাই। এতেকে বুজিলো যমৰাজ মোতকৈ বহুত বেচি ক্ষমতা-সম্পন্ন, কিয়নো হে মহাবাহু, অকল তেওঁৰ নিৰ্দ্দেশমতেই তুমি আজি কালধৰ্ম্মৰ বশৱৰ্ত্তী হলা। এতেকে দেৱতাসকলৰ ভিতৰতো প্ৰচলিত ধৰ্ম্ম অনুসৰি, তুমিও স্বামীৰ অৰ্থে যুদ্ধ কৰি প্ৰাণ এৰাজনৰ নিচিনাকৈ স্বৰ্গধাম লাভ কৰিবা। ইন্দ্ৰজিৎ নিহত হোৱা দেখি দেৱগণ, লোকপালসকল আৰু মহৰ্ষিগণ সকলোৱে নিৰ্ভয়ে পৰম সুখে শুব পাৰিব। অকল ইন্দ্ৰজিত নোহোৱাৰ কাৰণে, এই ত্ৰিভুৱন, আৰু অৰণ্যবিলাকেৰে সৈতে সমগ্ৰ পৃথিৱী মোৰ মানত শূন্য যেন লাগিছে। গিৰিগহ্বৰত মাইকী হাতীৰ কৰুণ বিননিৰ দৰে মোৰ এই অন্তঃপুৰৰ ৰাক্ষসকন্যাসকলৰ কৰুণ-ৰোদন-ধ্বনি মই শুনিবলৈ পাম। হে পৰন্তপ, এই লঙ্কা, তাৰ যৌৱৰাজ্য, ৰাক্ষস-বৃন্দ আৰু তোমাৰ মাতৃ, ভাৰ্য্যাসকল আৰু আমাক সকলোকে এৰি তুমি কলৈ গলা? হে বীৰপুত্ৰ, মই যমালয়লৈ গলে মোৰ প্ৰেতকাৰ্য্য কৰিব লাগিছিল তুমি; এতিয়া তাৰ স্থলত ঘটনা বিপৰীত হে হল। হে পুত্ৰ, সুগ্ৰীৱ, লক্ষ্মণ আৰু ৰাঘৱ

এতিয়াও জীৱিত; সিহঁত মোৰ শেল-স্বৰূপ; সেই শেল নোতোলাকৈ আমাক এৰি তুমি কলৈ গলা?"

১৬—২৪। এইদৰে বিলাপ কৰি থাকোঁতে, পুতেকৰ মৃত্যুকে ভাবি ৰাক্ষসাধিপতি ৰাৱণ ভীষণ ক্রুদ্ধ হৈ উঠিল। ৰাৱণ স্বভাৱতে কোপন-স্বভাৱৰ; তাতে পুত্র-শোকৰূপ মানসিক পীড়াই, গ্রীষ্মকালত প্রদীপ্ত সূৰ্য্যৰ ৰশ্মি বঢ়াই তোলাৰ নিচিনাকৈ, তেওঁৰ ক্রোধানল আৰু জ্বলাই তুলিলে। খঙতে মুখ মেলি হামি মাৰোঁতে তেওঁৰ মুখৰ ভিতৰৰপৰা তাহানি কালৰ বৃত্রাসুৰৰ মুখৰপৰা ওলোৱা অগ্নিসদৃশ ধূম-মিশ্রিত অগ্নি ওলাই আহিল। এইদৰে শোকসন্তপ্ত হৈ খঙৰ জ্বালতে মনতে ভাবিচিন্তি চাই বৈদেহীক বধ কৰিবলৈ ইচ্ছা কৰিলে। ৰাৱণৰ চকু এনেয়ে ৰঙা, তাতে ক্রোধাগ্নিতে জ্বলি উঠি ঘোৰমূৰ্ত্তি চকুযুৰিয়ে আৰু অধিক ৰক্তবৰ্ণ ধাৰণ কৰিলে। ৰাৱণৰ স্বাভাৱিক ঘোৰমূৰ্ত্তিয়ে খঙৰ জ্বালত আৰু উগ্ৰ ৰূপ ধাৰণ কৰাত ক্রুদ্ধ ৰুদ্ৰৰ মূৰ্ত্তিৰ সদৃশ শোভান্বিত হল। জ্বলি থকা চাকিৰপৰা অগ্নিমিশ্রিত তেলৰ টোপা যিদৰে নিপতিত হয়, ক্রোধপূর্ণ তেওঁৰ নেত্ৰযুগলৰপৰাও তেনেদৰে অশ্রুবিন্দু পৰিবলৈ ধৰিলে। দাঁত কামুৰিবলৈ ধৰাত, দানৱসকলে সৈতে সৰ্পৰজ্জুযুক্ত মন্দৰ পৰ্ব্বতৰূপ যন্ত্ৰৰ সহায়ত ক্ষীৰ সমুদ্ৰ মন্থন কৰোঁতে যেনে শব্দ হৈছিল, তেনে শব্দ শুনা গল। ৰাৱণে চৰাচৰ ভক্ষণেচ্ছু কৃতান্তসদৃশ ৰূপ ধাৰণ কৰি, যিপিনেই লক্ষ্য কৰিছিল, সেইফালে যি যি ৰাক্ষস আছিল সকলোৱে লৰচৰ নকৰাকৈ স্তম্ভিত হৈ তাতেই ৰৈ থাকিছিল। এনে অৱস্থাৰ ভিতৰত পৰম ক্রুদ্ধ হৈ ৰাক্ষস-বোৰৰ ভিতৰত পুনঃ যুদ্ধৰ উদ্যম জগাই তুলিবলৈ তেওঁ কবলৈ ধৰিলে।

২৬—২৮। "বহু হাজাৰ বছৰ উগ্ৰ তপস্যা কৰি, তপস্যাৰ সমাপ্তিৰ লগে লগে ভগবান ব্ৰহ্মাক সন্তুষ্ট কৰিছোঁ। তেওঁৰ অনুগ্ৰহত সেই তপস্যাৰ ফল স্বৰূপে বৰ দান লাভ কৰোঁ। যে অসুৰ বা দেৱতাৰপৰা কোনোকালে মোৰ কোনো ভয়ৰ কাৰণ হব নোৱাৰে। ব্ৰহ্মাই আদিত্যসম প্ৰভান্বিত যি কবচ দিছিল, দেৱাসুৰ সংগ্ৰামত বজ্ৰৰ প্ৰহাৰতো সেই কবচ ছিন্ন নহল।

২৯—৩১। "সেই কবচ পৰিধান কৰি ৰথাৰোহণ কৰি যুদ্ধলৈ ওলাই গলে, কাৰ সাধ্য মোৰ সম্মুখীন হব পাৰে? স্বয়ং পুৰন্দৰৰো তেনে সাধ্য নাই। হে ৰাক্ষসগণ, দেৱাসুৰৰ যুদ্ধত ব্ৰহ্মাদেৱে প্ৰসন্ন হৈ শৰে সৈতে যি ধনু মোক দান কৰিছিল, আজি শত শত মাঙ্গলিক বাদ্যযন্ত্ৰ ধ্বনি কৰি যুদ্ধত ৰাম-লক্ষ্মণৰ বধৰ কাৰণে সেই ধনু উলিয়াই আনা।"

৩২—৩৬। এইদৰে কৈ পুত্ৰশোকে সন্তপ্ত ক্ৰূৰমতি ৰাৱণে পুনঃ ক্রোধান্বিত

হৈ মনতে ভাবিচিন্তি সীতাক বধ কৰিবলৈ স্থিৰ কৰিলে। তাৰ পিচত ঘোৰমূৰ্ত্তি ক্ৰূৰমনা তাম্ৰচক্ষুবিশিষ্ট ৰাৱণে দীনভাৱে মাত শুকাই ক্ষীণাই যোৱা ৰাক্ষসবোৰক সম্বোধন কৰি কবলৈ ধৰিলে, "মোৰ পুত্ৰধনে বান্দৰবোৰক প্ৰবঞ্চনা কৰিবলৈ সীতাৰ নিচিনা ৰূপ দেখুৱাই কিবা এটাক বধ কৰি সীতাক বধ কৰা যেন দেখুৱাইছিল। কিন্তু আজি তাকেই সত্যত পৰিণত কৰি মোৰ প্ৰিয় কাৰ্য্য সাধন কৰিম। কুলাঙ্গাৰ ক্ষত্ৰিয় এজনৰ অনুগামিনী সেই সীতাকে মই বধ কৰিম।" মন্ত্ৰীবৰ্গক এইদৰে কৈ ৰাৱণে ততালিকে খড়্গ এখন হাতত ললে।

৩৬---৩৭। তাৰ পিচত সৰ্ব্বগুণসম্পন্ন বিমলাকাশসদৃশ সুনিৰ্ম্মল খড়্গখন হাতত লৈ তেওঁৰ ভাৰ্য্যা আৰু মন্ত্ৰীবৰ্গদ্বাৰা পৰিবৃত হৈ জঁাপ দি ওলাই আহিল; আৰু শোকাতুৰ অৱস্থাত ভীষণ ক্ৰুদ্ধ হৈ মৈথিলী থকা ঠাইলৈ গতি কৰিলে।

৩৮—৪০। ৰাক্ষস ৰাৱণ এইদৰে ক্ৰুদ্ধ হৈ যাবলৈ ধৰা দেখি লগত যোৱা ৰাক্ষসবোৰে আনন্দতে ইজনে সিজনক আলিঙ্গন কৰি উচ্চস্বৰে সিংহনাদ কৰি কোৱাকুই কৰিবলৈ ধৰিলে; "ৰাৱণ ৰজাৰ এই মূৰ্ত্তি দেখি ভায়েক-ককায়েক ৰাম-লক্ষ্মণ নিশ্চয় আতঙ্কিত হব। এই ৰজাই ক্ৰুদ্ধ হৈ চাৰিজন লোকপালকে পৰাজিত কৰিছে আৰু যুদ্ধত আন আন বহুত শত্ৰু বধ কৰিছে। তিনিও লোকৰ ৰত্ন সংগ্ৰহ কৰি আনি ৰজা ৰাৱণে সেইবোৰ ভোগ কৰি আছে। বল আৰু বিক্ৰমত এওঁৰ তুল্য আন কোনো নাই।"

৪১---৪৫। মন্ত্ৰীবৰ্গই এইদৰে কোৱামেলা কৰি থকাৰ ভিতৰতে ৰাৱণ ক্ৰোধতে অধীৰ হৈ অশোকবনত থকা বৈদেহীৰ ওচৰলৈ খেদি গল। সেই সময়ত হিতবুদ্ধিসম্পন্ন সুহৃদবৰ্গই বাধা দিয়া সত্বেও, আকাশত কুজাদিগ্ৰহে ৰোহিণী নক্ষত্ৰৰ প্ৰতি ধাবমান হোৱাৰ নিচিনাকৈ ৰাৱণ ক্ৰুদ্ধ হৈ বৈদেহীৰ প্ৰতি ধাবমান হল। ইমান দিনে সৰ্ব্বপাপশূন্যা বৈদেহীক ৰাক্ষসীবোৰে ৰক্ষণাবেক্ষণ কৰি আছিল, এনে অৱস্থাৰ ভিতৰত থাকি খড়্গধাৰী ক্ৰুদ্ধ ৰাৱণক তেওঁৰ সুহৃদবৰ্গই বাধা দিয়া সত্বেও নিবৃত্ত নোহোৱা দেখি সীতাই দুখিত হৈ বিলাপ কৰি কৰি কবলৈ ধৰিলে, "এই ৰাক্ষস ক্ৰুদ্ধ হৈ নিজে মোৰ ওচৰলৈ যিদৰে আহিছে, অনুমান হয় মোৰ নাথ বৰ্ত্তমান থকাতো দুৰ্ম্মতিয়ে অনাথাবৎ মোক বধ কৰিব।

৪৬—৫৬। "মই স্বামীৰ অনুব্ৰতা হৈ থকা বুলি জানিও বহুতবাৰ মোৰ ভাৰ্য্যা হোৱাঁ বুলি অনুপ্ৰেৰণা দিয়ে, কিন্তু সেই সকলো প্ৰত্যাখ্যান কৰি আছোঁ। গতিকে বাৰে বাৰে মই সম্মতি নিদিয়াত সি এতিয়া নিৰাশ হৈ ক্ৰোধ আৰু মোহাভি-ভূত হৈ মোক বধ কৰিবলৈ উদ্যত হৈছে। অথবা এনেও হব পাৰে যে অকৰ্ম্ম

মোৰে কাৰণে নৰব্যাঘ্ৰ সেই ভ্ৰাতৃযুগল, অনাৰ্য্য এই ৰাক্ষসৰ হাতত যুদ্ধত নিহত হৈছে। ৰাক্ষসবোৰৰ ভয়ঙ্কৰ সিংহনাদ শুনিবলৈ পাইছোঁ আৰু বহুতে হৃষ্টচিত্তে মনৰ সুখে ইয়াত চিঞৰ-বাখৰ কৰাও দেখিছোঁ। ধিক্ মোক; অকল মোৰে কাৰণে এই ৰাজপুত্ৰ দুজনৰ বিনাশ ঘটিবলৈ পালে। অথবা এনেও হব পাৰে যে ৰাম-লক্ষ্মণক বধ কৰিব নোৱাৰি ৰুদ্ৰমূৰ্ত্তি পাপমতি এই ৰাক্ষসে পুত্ৰশোকতে মোক বধ কৰব। হনুমানে সেই সময়ত মোক যি কৈছিল মোৰ ক্ষুদ্ৰবুদ্ধিৰ কাৰণে সেই সময়ত তেনেদৰে কাম নকৰিলোঁ। যদি মই তেওঁৰ পিঠিত উঠি তেতিয়াই গলো-হেঁতেন তেনেহলে ইমান দুখকষ্ট কৰি মোৰ উদ্ধাৰ কৰাৰ কথাও নুঠিলহেঁতেন, আৰু মই মোৰ স্বামীৰ কোলাতে থাকি আজি এইদৰে অনুতপ্তা হব নালাগিল-হেঁতেন। দেৱী কৌশল্যাই যেতিয়া শুনিব যে তেওঁৰ একমাত্ৰ পুত্ৰ যুদ্ধত নিহত হৈছে, তেতিয়া তেওঁৰ অন্তৰ বিদীৰ্ণ হব। পুত্ৰৰ নিধন বাতৰি শুনি অচেতন হৈও শ্ৰাদ্ধকাৰ্য্য সম্পন্ন কৰাৰ সময়ত দেৱী কৌশল্যাই মহাত্মা ৰামৰ জন্ম, বাল্য, যৌৱন তেওঁৰ ৰূপ আৰু তেওঁ কৰা ধৰ্ম্মকাৰ্য্যসমূহৰ কথা মনত পেলাই শোকতে হয় অগ্নিত, নহয় জলত প্ৰবেশ কৰি প্ৰাণ ত্যাগ কৰিব। অসতী, কুঁজী পাপমতি সেই মন্থৰাক ধিক, অকল তাইৰে কাৰণে কৌশল্যাদেৱীয়ে এই শোক পাব লগা হৈছে।"

৫৭-৬৩। চন্দ্ৰ নথকা কালত পাপগ্ৰহগ্ৰস্তা ৰোহিণীনক্ষত্ৰসদৃশ সীতাদেৱীয়ে অতি দুখ লগা অৱস্থাত পৰি বিলাপ কৰি থকা দেখি, শুদ্ধস্বভাৱসম্পন্ন সুপাৰ্শ্ব নামে *মেধাৱী মন্ত্ৰি জনে আন আন মন্ত্ৰীবৰ্গেৰে সৈতে ৰাক্ষস প্ৰধান ৰাৱণক বাধা দি কবলৈ ধৰিলে, 'হে দশগ্ৰীৱ, আপুনি সাক্ষাৎ বৈশ্ৰৱণৰ অনুজ হৈ ধৰ্ম্ম পৰিত্যাগ কৰি ক্ৰোধতে বৈদেহীক বধ কৰিবলৈ ওলাইছে কিয় ? হে ৰাক্ষসৰাজ, আপুনি বেদা-ধ্যয়নৰ পিচত স্নাতক ব্ৰত সমাপণ কৰি স্বকৰ্ম্মত নিৰত হৈ আছে; এতেকে হে বীৰ, স্ত্ৰীবধ কৰিবলৈ আপুনি মন কৰিছে কিয় ? হে পাৰ্থিৱ, যেতিয়ালৈ ৰাম নিহত নহয় তেতিয়ালৈ আপুনি ৰূপসম্পন্না মৈথিলীৰ কাৰণে অপেক্ষা কৰি থাকক। বৰ্ত্তমানে আমাক সকলোকে লগত লৈ ৰামৰ ওপৰত সেই ক্ৰোধ এৰি দিয়ক। আজি কৃষ্ণাচতুৰ্দ্দশী, এই দিনতে যুদ্ধৰ উদ্যোগ কৰি, সৈন্যগণৰদ্বাৰা পৰিবৃত জয়ৰ কাৰণে অমাবস্যাৰ দিনা প্ৰস্থান কৰক। আপুনি বীৰ, ধীশক্তিসম্পন্ন আৰু ৰথী,

*টীকাকাৰ গোবিন্দৰাজৰ মতে, পূৰ্ণিমাৰ দিনা ৰামৰ সুবেল পৰ্ব্বত আৰোহণ, কৃষ্ণপ্ৰতিপদত যুদ্ধাৰম্ভ, দ্বিতীয়াত ধূম্ৰাক্ষ বধ, তৃতীয়াত বজ্ৰদংষ্ট্ৰ, ৪ৰ্থীত অকম্পন, ৫মীত প্ৰহস্ত, ষষ্ঠীত ৰাৱণৰ পৰাজয় আৰু মুকুটভঙ্গ, সপ্তমীত কুম্ভকৰ্ণ, অষ্টমীত অতিকায়, নৱমীত ইন্দ্ৰজিতৰ লগত যুদ্ধ আৰু কুম্ভ-নিকুম্ভ বধ, দশমীত মকৰাক্ষ বধ, একাদশী, দ্বাদশী ত্ৰয়োদশীত ইন্দ্ৰজিতৰ লগত যুদ্ধ আৰু বধ।

এতেকে খড়্গ হাতত লৈ উৎকৃষ্ট ৰথত আৰোহণ কৰি যাওক। তাৰ পিচত ভীম-পৰাক্ৰমশীল সেই দাশৰথিক বধ কৰি মৈথিলীক লাভ কৰক।'

৬৪। দুৰাত্মা সেই ৰাৱণে সুহৃদ্ মন্ত্ৰীবৰ্গৰ অনুৰোধ ধৰ্ম্মযুক্ত বুলি জ্ঞান কৰি তাকে মানি ললে আৰু প্ৰাসাদলৈ গৈ সুহৃদ্বৰ্গৰদ্বাৰা পৰিবৃত হৈ পুনঃ সভাগৃহলৈ আহিল।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত দ্বি-নৱতিতম সৰ্গ সমাপ্ত

## ত্ৰিনৱতিতম সৰ্গ

### ৰামৰ হাতত বিপুল ৰাক্ষস সৈন্যৰ নিধন

১। ৰজা পৰমদুখিত হৈ ম্লানবদনে সভাগৃহত প্ৰৱেশ কৰি শ্ৰেষ্ঠ আসনত বহিল আৰু ক্ৰুদ্ধ সিংহসদৃশ দীৰ্ঘনিঃশ্বাস পেলাবলৈ ধৰিলে।

২—৫। তাৰ পিচত মহাবলশালী পুত্ৰশোকাতুৰ ৰজাই হাত যোৰ কৰি তেওঁৰ সেনাপতিসকলক কবলৈ ধৰিলে, "হে সেনাধ্যক্ষগণ, তোমালোকে হাতী, ঘোঁৰা, ৰথ আদিৰদ্বাৰা সুশোভিত হৈ যুদ্ধলৈ যাত্ৰা কৰা। বৰ্ষাকালত মেঘে বৃষ্টিপাত কৰাৰ নিচিনাকৈ অকল ৰামকে বেঢ়ি ধৰি শৰবৃষ্টিৰদ্বাৰা তেওঁক বধ কৰিবা। অথবা তীক্ষ্ণ শৰৰ দ্বাৰা মহাযুদ্ধত তেওঁৰ শৰীৰ ক্ষতবিক্ষত কৰি থকা যাতে কাইলৈ তোমা-লোকক লগত লৈ জগতৰ প্ৰাণীসমূহৰ চকুৰ আগত মই তেওঁক বধ কৰিব পাৰোঁ।"

৬—৭। ৰাক্ষসৰাজৰ নিৰ্দ্দেশ পাই ৰাক্ষসবোৰে শীঘ্ৰগামী ৰথ আৰু আন আন যানবাহন লৈ অশেষ সৈন্যে সৈতে যুদ্ধলৈ গল আৰু পৰিঘ, পট্টিশ, শৰ, মুদ্গৰ, পৰশ্বধ আদি প্ৰাণান্তকৰ অস্ত্ৰসমূহ বান্দৰবোৰৰ ওপৰত নিক্ষেপ কৰিবলৈ ধৰিলে।

৮—৯। সূৰ্য্য উদয় হোৱাৰ লগে লগে ৰাক্ষস আৰু বান্দৰবোৰৰ ভিতৰত ভয়ঙ্কৰ তুমুল যুদ্ধ আৰম্ভ হল। বিচিত্ৰ গদা, প্ৰাস, খড়্গ, পৰশ্বধ আদি অস্ত্ৰৰদ্বাৰা বান্দৰ আৰু ৰাক্ষসৰ আক্ৰমণত যি তেজৰ সোঁত বৰলৈ ধৰিলে তাতেই যুদ্ধস্থলৰ ধূলি মাৰ গল।

১০—১২। ক্রমে স্রোত গৈ ৰক্তৰ নদীত পৰিণত হল ; গছ আৰু ৰথবোৰ হল এই নদীৰ তীৰ, শৰবোৰ তাৰ মাছ, ধ্বজবোৰ পাৰৰ গছ, বান্দৰ আৰু ৰাক্ষস-বোৰৰ শৰীৰ তাত ওপঙি থকা কাঠৰ সদৃশ। এনে ৰূপ লৈয়ে তেজৰ নদী প্ৰবাহিত হবলৈ ধৰিলে। এনে অৱস্থাৰ ভিতৰত বান্দৰবোৰে তেজেৰে ৰাঙলী হৈয়ো জঁপিয়াই জঁপিয়াই ৰাক্ষসবোৰৰ ধ্বজ, বৰ্ম্ম, ৰথ, ঘোঁৰা আৰু বিবিধ অস্ত্ৰ-শস্ত্ৰবোৰ ভাঙি চুৰমাৰ কৰিবলৈ ধৰিলে।

১৩—১৪। আৰু লগতে ৰাক্ষসবোৰৰ চুলি, কাণ, নাক, কপাল আদি দাঁতেৰে কামুৰি আৰু নখেৰে আঁচুৰি খণ্ডবিখণ্ড কৰিলে। শই শই চৰাই একেজোপা গছত যিদৰে পৰে সেইদৰে একোজন ৰাক্ষসৰ ওপৰত শই শই বান্দৰ জঁপিয়াই পৰিবলৈ ধৰিলে।

১৫—১৬। তেতিয়া পৰ্ব্বতপ্ৰমাণ ৰাক্ষসবোৰে ভীষণ গদা, প্ৰাস্, খড়্গ, পৰশ্বধ অস্ত্ৰৰদ্বাৰা ঘোৰমূৰ্ত্তি বান্দৰবোৰক প্ৰহাৰ কৰাত, বান্দৰ সৈন্যবাহিনীয়ে নিৰুপায় হৈ তেওঁলোকৰ শৰণ্য দশৰথতনয়ৰ শৰণ ললে।

১৭—২১। এনে অৱস্থাত মহাতেজস্বী অসীম বীৰ্য্যশালী ৰামচন্দ্ৰই তেওঁৰ সুবৃহৎ ধনুখন লৈ ৰাক্ষসসৈন্যৰ মাজত সোমাই সিহঁতৰ ওপৰত শৰবৃষ্টি কৰিবলৈ ধৰিলে। সূৰ্য্য আকাশমণ্ডলত মেঘৰ মাজত প্ৰবেশ কৰাৰ নিচিনাকৈ ৰামচন্দ্ৰই ৰাক্ষসসৈন্যৰ মাজত প্ৰৱেশ কৰি তেওঁৰ শৰাগ্নিৰদ্বাৰা ৰাক্ষসসৈন্যক বিদগ্ধ কৰিবলৈ ধৰাত কোনো ৰাক্ষসেই তেওঁৰ ওচৰ চাপিব নোৱৰা হল। সেই সময়ত আনৰ অসম্ভৱ ৰামৰ সুদুষ্কৰ দুৰ্ঘোৰ কামবোৰ দেখি ৰাক্ষসবোৰৰ অনুমান হল কামবোৰ যেন আগতে সম্পাদিত হৈছে আছে ; সিহঁতে দেখিলে ৰামে এফালেদি মহৎ সেই সৈন্যদল চলাবলৈ ধৰিছে আৰু আন ফালেদি মহাৰথীসকলক আক্ৰমণ কৰিছে ; এইদৰে বনৰ মাজত প্ৰৱাহিত বায়ুৰ সমাগম যিদৰে বনৰাজিৰ সঞ্চালনৰদ্বাৰাহে অনুমিত হয়, সেইদৰে ৰাক্ষসবোৰেও অকল তেওঁৰ কাৰ্য্যৰ দ্বাৰাহে অনুমান কৰিব পাৰিলে ৰাম তাত আছে, কিন্তু ৰামক হলে ক'তো দেখা নাপালে। সকলোৱে দেখিলে ৰাক্ষসসৈন্য ছিন্নভিন্ন হৈছে, শৰদগ্ধ আৰু অস্ত্ৰপীড়িত হৈ চাৰিওফালে পলাই ফাট মাৰিবলৈ ধৰিছে ; কিন্তু ক্ষিপ্ৰহস্ত ৰামক হলে কোনেও ক'তো নেদেখিলে।

২২। শব্দ, স্পৰ্শ আদি ইন্দ্ৰিয়গ্ৰাহ্য বিষয়ৰদ্বাৰা যিদৰে জীৱৰ অনুভূতি হয়, অথচ তাক দেখা পোৱা নাযায় সেইদেৰে শৰীৰত আঘাত প্ৰাপ্ত হৈয়ো কোনেও ৰামক দেখা নাপালে।

২৩। সকলোৱে দেখিলে ৰামে তেওঁৰ তীক্ষ্ণ শৰৰদ্বাৰা সময়ত গজাৰোহী সৈন্যক, সময়ত ৰথাৰোহীক, সময়ত পদাতিক আৰু সময়ত অশ্বাৰোহীক আক্ৰমণ কৰিছে; কিন্তু কোনো ঠাইতে ৰাম থিতাপি লাগি থকা কেৱে দেখা নাপালে ; তেতিয়া আতঙ্কৰ ভিতৰতে সকলো ঠাইতে ৰামৰ সাদৃশ্যৰূপ দেখি, ৰাক্ষসবোৰে ৰাম বুলি ভ্ৰম কৰি নিজৰ ভিতৰতে পৰস্পৰে পৰস্পৰক বধ কৰিবলৈ ধৰিলে।

২৫। সকলো ৰাক্ষস মহাত্মা ৰামৰ পৰম গান্ধৰ্ব অস্ত্ৰৰদ্বাৰা মোহিত হোৱাত ৰামে শৰৰদ্বাৰা ৰাক্ষসসৈন্য দগ্ধ কৰি থাকিলেও কোনেও তেওঁক দেখা নাপালে।

২৬। ৰণক্ষেত্ৰত হাজাৰ হাজাৰ ৰামহে যেন সিহঁতৰ চকুত পৰিল। আৰু সময়ত এজন ৰামকহে তেওঁলোকে দেখা পালে।

২৭। *অলাতচক্ৰসদৃশ সকলোৱে মহাত্মা ৰামৰ ঘূৰ্ণায়মান স্বৰ্ণময় ধনুৰ মূৰবোৰহে দেখা পাবলৈ ধৰিলে, কিন্তু ৰাঘৱ ৰামক কোনেও দেখা নাপালে।

২৮—২৯। সেই সময়ত সকলোৱে ৰামক কালচক্ৰসদৃশ যেনহে দেখিছিল, তেওঁৰ শৰীৰৰ মাজভাগ আছিল চক্ৰৰ নাভিপ্ৰদেশ, তেওঁৰ বলবীৰ্য্য চক্ৰৰ জ্যোতি; শৰসমূহ চক্ৰৰ শলাকা, ধনু চক্ৰৰ বেৰ, জ্যা আৰু জ্যা-ঘাততল প্ৰদেশৰ শব্দ চক্ৰৰ ঘৰ্ঘৰণি, তেজ আৰু বুদ্ধি প্ৰভাৱ, তাৰ প্ৰভা আৰু ভাত সংশ্লিষ্ট দিব্যাস্ত্ৰ-বৈভৱ তাৰ ধাৰণা। এনেহেন কালচক্ৰৰূপ লৈ ৰামে তাত ৰাক্ষসকুল ধ্বংস কৰি থকা সকলোৱে দেখিলে।

৩০—৩২। সিদিনাৰ যুদ্ধত অকল এক ৰামচন্দ্ৰই দিনৰ অষ্টম ভাগত তেওঁৰ অগ্নিশিখাসদৃশ শৰসমূহৰদ্বাৰা কামৰূপী ৰাক্ষসবোৰৰ দহ হাজাৰ অনীক বায়ুবেগীৰথ, ওঠৰ হাজাৰ অনীক মহাতেজস্বী গজাৰোহী, চৈধ্য হাজাৰ অনীক অশ্বাৰোহী, পূৰ্ণ এক লাখ অনীক পদাতি সৈন্য বধ কৰিলে।**

---

*প্ৰজ্বলিত অগ্নিৰ চক্ৰ বৃত্তাকাৰ লোহা বা আন কিহবাত কাপোৰ বা আন কিবা অগ্নিদাহ্য বস্তু মেৰাই জুই লগাই দিলে যেনে ৰূপ হয় তদ্ৰূপবিশিষ্ট চক্ৰ। ৰছি এডালৰ আগত জুই লগাই আনটো আগ মুঠিত ৰাখি বেগেৰে ৰছিডাল ঘূৰাই থাকিলে লেঠেৰিনিছিগা জুইৰ চকা এটা হোৱা যেন দেখা যায়। দৰাচলতে অনবৰত চক্ৰাকাৰে জুই লাগি থকা নাই যদিও ঘূৰণীয়াকৈয়ে জুই লাগি আছে বুলি ভ্ৰম হয়। সেয়ে অলাট চক্ৰ।

**মূলত আছে অনীকং দশসাহস্ৰং ইত্যাদি। টীকাকাৰসকলে সৈন্যসংখ্যাৰ বিশেষ বিশেষ নামৰ ব্যাখ্যা এনেদৰে কৰিছে—একহাতী; একৰথ, তিনিঘোঁৰা আৰু পাঁচপদাতিত এক পত্তি হয়। তিনি পত্তিত এক সেনামুখ, তিনি সেনামুখত একগুল্ম, তাৰ তিনিগুণত একগণ, তাৰ তিনি গুণত এক বাহিনী ; তাৰ তিনি গুণত এক পৃতনা, তাৰ তিনি গুণত এক চমূ ; তাৰ তিনি গুণত এক অনীক ; দহ অনীকত এক অক্ষৌহিণী। এইদৰে হিচাপ কৰিলে সিদিনা যুদ্ধত ৰামে অকলে ৭২৯০০০০ অশ্বাৰোহী, ১৪৫৮০০০০০০ পদাতি সৈন্য বধ কৰিলে। প্ৰত্যেক ক্ষেত্ৰতে "অনীক" এই সংখ্যা সংযোগ কৰি উপৰোক্ত সংখ্যা ধৰি দেখুৱাইছে।

৩৩। এইদৰে অশ্ব, ৰথ আৰু ধ্বজা বিধ্বস্ত হোৱাত, মৰি মৰি যি কেইটা ৰাক্ষসসেনা ৰল সিহঁত সকলোটি লঙ্কালৈ লৰ দিলে।

৩৪। তেতিয়া হত গজ-অশ্ব আৰু পদাতি সৈন্যেৰে পৰিপূৰ্ণ হৈ ৰণভূমি ক্ৰুদ্ধ ৰুদ্ৰদেৱৰ ক্ৰীড়াভূমিত পৰিণত হল।

৩৫। যুদ্ধ সমাপন হোৱাত দেৱতা, গন্ধৰ্ব্ব, সিদ্ধগণ আৰু শ্ৰেষ্ঠ ঋষিসকলে "সাধু সাধু" বুলি ৰামৰ কামৰ প্ৰশংসা কৰিবলৈ ধৰিলে।

৩৬—৩৭। তাৰ পিচত ৰামচন্দ্ৰই ওচৰতে থকা সুগ্ৰীৱ, ধৰ্ম্মাত্মা বিভীষণ, হনুমান, জাম্বুৱান, বান্দৰপ্ৰবৰ মৈন্দ, দ্বিবিদ আদি সেনাপতিসকলক কলে, "এই ভয়ঙ্কৰ অস্ত্ৰবল মোৰ * বা ভগবান ত্ৰ্যম্বকৰ বুলি জানিবা।"

৩৮। ইন্দ্ৰসম মহাত্মা ৰামচন্দ্ৰই অস্ত্ৰ-শস্ত্ৰৰ প্ৰভাৱত ৰাক্ষসৰাজৰ সেনাবাহিনীক এইদৰে বধ কৰি জিৰণি লৈ উঠাৰ পিচত দেৱতাগণে হৃষ্টচিত্তে তেওঁৰ স্তুৱ কৰিবলৈ ধৰিলে।

* টীকাকাৰে কৈছে, ইয়াত ৰামৰ বিষ্ণুৰূপত্বৰ ইঙ্গিত কৰা হৈছে।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত ত্ৰিনৱতিতম সৰ্গ সমাপ্ত

# চতুৰ্ব্বিংশতিতম সৰ্গ

## আসন্ন বিপদত ৰাক্ষসৰমণীসকলৰ ৰোদন

১—১০। হাজাৰ হাজাৰ গজাৰোহী আৰু অশ্বাৰোহী সৈন্য, হাজাৰে হাজাৰে ধ্বজমণ্ডিত অগ্নিবৰ্ণ ৰথ, অসংখ্য গদা পৰিঘধাৰী যোদ্ধা আৰু সুবৰ্ণধ্বজধাৰী কামৰূপী বীৰ ৰাক্ষসসেনা ৰাৱণৰদ্বাৰা প্ৰেৰিত হৈ অক্লান্তকৰ্ম্মা ৰামৰ প্ৰদীপ্ত স্বৰ্ণ-বিভূষিত শৰৰদ্বাৰা নিহত হোৱা দেখি-শুনি হতাৱশিষ্ট নিশাচৰগণে, ৰাক্ষসীবোৰৰ লগত মিলিত হৈ দীনভাবাপন্ন হৈ চিন্তান্বিত হ'ল। তেতিয়া বিধৱা, হতপুত্ৰা, আৰু বন্ধু-বান্ধৱহীনা ৰাক্ষসীবোৰে দুখতে কাতৰ হৈ ৰোদন কৰি কৰি কবলৈ ধৰিলে, "হায়! কি কুক্ষণত কৰালবদনা নিম্নোদৰী বৃদ্ধা শূৰ্পণখাই কন্দৰ্পসদৃশ ৰূপবান ৰামক বনৰ মাজত পালে! ৰাম সুকুমাৰ, মহাসত্ত্বসম্পন্ন আৰু সৰ্ব্বভূত হিতে ৰত, এনে স্থলত আনৰ-বধৰ-উপযুক্ত কুৰূপা এই ৰাক্ষসীয়ে ৰামৰ প্ৰতি কামাসক্তা হবলৈ পালে কেনেকৈ? ৰাম সৰ্ব্বগুণসম্পন্ন আৰু মহাশক্তিশালী, আন-পিনে এই ৰাক্ষসী সৰ্ব্বগুণবিহীনা, ৰামৰ বদনমণ্ডল কেনে সুশোভন আৰু এই ৰাক্ষসী কেনে কুশ্ৰীবদনা, তথাপিতো তাই ৰামক বাঞ্ছা কৰিবলৈ পালে কেনেকৈ? বাৰ্দ্ধক্য হেতু এই ৰাক্ষসীৰ ছাল শোটোৰা-শোটোৰ, মূৰৰ চুলি ধপধপীয়া বগা; এনেস্থলত তাইৰ এই কামভাব নিতান্ত সৰ্ব্বলোক নিন্দনীয় আৰু হাস্যকৰ; তথাপিতো যে তাই এই কুকাৰ্য্যত মন দিব পাৰিলে সেইটো অকল এই ৰাক্ষসকুলৰ ধ্বংসৰ কাৰণেহে। হায়! দূষণ, খৰ আৰু ৰাক্ষসবিলাকৰ বিনাশৰ কাৰণেই সম্পূৰ্ণৰূপে বিকৃতৰূপা তাই ৰামক বলাৎকাৰ কৰিবলৈ পালে।

১১—১৩। "অকল তাইৰে কাৰণে ৰামৰ লগত ৰাৱণৰ এই বৈৰভাব উপস্থিত হল; আৰু ৰাৱণেও সকলোৰে বধৰ কাৰণে সীতাক হৰণ কৰি আনিলে। কিন্তু ৰাম অধিক বলবান, এতেকে তেওঁৰ লগত বৈৰভাবত আবদ্ধ হৈ শেহত ৰাৱণে জনকাত্মজা সীতাকো পাব নোৱাৰিলে। বিৰাধ ৰাক্ষসে সীতাক পাবলৈ চেষ্টা কৰিছিল, কিন্তু ৰামে আন কাৰো সহায় নোলোৱাকৈ তেওঁৰ শক্তিৰ মহিমা দেখুৱাই সেই ৰাক্ষসক বধ কৰিলে।

১৪—১৫। ৰামে তেওঁৰ অগ্নিশিখাসম উগ্ৰ শৰসমূহৰদ্বাৰা জনস্থানত খৰ দূষণ, ত্ৰিশিৰাকে আদি কৰি চৈধ্য হাজাৰ ভীষণকৰ্ম্মা ৰাক্ষসক বধ কৰিলে। তেওঁ

তেওঁৰ আদিত্যসদৃশ সমুজ্জ্বল শৰসমূহৰদ্বাৰা যুদ্ধত খৰ, দূষণ আৰু ত্ৰিশিৰাক বধ কৰিছিল। সিও তেওঁৰ শক্তিৰ জ্বলন্ত প্ৰমাণ।

১৬। "যাৰ বাহুযুগল এক যোজন পৰিমাণ বিস্তৃত, সেই ৰক্তপায়ী ৰাক্ষস কবন্ধয়ো ৰামৰ আক্ৰমণত চীৎকাৰ কৰি কৰি প্ৰাণ এৰিলে; ইয়েই ৰামৰ শক্তিৰ নিদৰ্শন।

১৭—১৮। "মেঘবৰ্ণাভ ইন্দ্ৰপুত্ৰ বালী মহাবলবান, এই বালীকো ৰামে বধ কৰি, ভগ্নমনোৰথ হৈ ঋষ্যমুখ পৰ্ব্বতত দীনভাৱে বৈ থকা সুগ্ৰীৱক ৰাজ্যভাৰ অৰ্পণ কৰি তেওঁৰ শক্তিৰ যথেষ্ট প্ৰমাণ দেখুৱালে।

১৯। "বিভীষণে যি কথা কৈছিল, সি ধৰ্ম্মাৰ্থপূৰ্ণ আৰু সকলো ৰাক্ষসৰ পক্ষে হিতকৰ আছিল, কিন্তু মোহান্ধ হোৱাৰ কাৰণে তেনে কথা ৰাৱণৰ ভাল নালাগিল।

২০। "হায়! কুবেৰানুজ ৰাৱণে বিভীষণৰ কথামতে কাম কৰা হলে, এই লঙ্কা নগৰী শোকাভিভূতা হৈ শ্মশানত পৰিণত নহলহেঁতেন।

২১। "মহাবলশালী ৰাঘৱে কুম্ভকৰ্ণক বধ কৰিলে, লক্ষ্মণৰ হাতত অতিকায় নিহত হল, তাৰ পিচত তেওঁৰ প্ৰিয় পুত্ৰ ইন্দ্ৰজিতো নিহত হল। তথাপি ৰাৱণৰ চৈতন্য হোৱা নাই।

২২—২৫। "ঘৰে ঘৰে ৰাক্ষসীবোৰে কেঁৱা শুনা যায়, মোৰ ভ্ৰাতা মৰিল, মোৰ পুত্ৰ মৰিল, মোৰ স্বামী মৰিল, ইত্যাদি। বীৰ ৰামচন্দ্ৰই হাজাৰে হাজাৰে ৰথ, অশ্ব আৰু গজ বধ কৰিলে আৰু পদাতি সৈন্যকো বধিলে। এতেকে বুজিব লাগিব হয় ৰুদ্ৰ, বিষ্ণু, মহেন্দ্ৰ, নহয় স্বয়ং যমেই ৰাম ৰূপ ধৰি এইদৰে বধ কৰিবলৈ ধৰিছে। বীৰসকল নিহত হোৱাৰ পিচত এতিয়া আৰু আমাৰ জীৱনৰ আশা নাই। এই ভয়ৰ অৱসান নেদেখি আমি এতিয়া অনাথা হৈ বিলাপ কৰিব লগা হৈছোঁ।

২৬। "ব্ৰহ্মাদত্ত মহা বৰ লাভ কৰি শূৰ দশগ্ৰীৱে, ৰামৰপৰা পোৱা এই ভীষণ ভয়ৰ কাৰণ উৎপন্ন হোৱাতো তেওঁ তাৰ পৰিণাম উপলব্ধি কৰিব পৰা নাই।

২৭। "যেটো অনুমান হৈছে যুদ্ধত ৰামে তেওঁৰ প্ৰাণ হৰণ কৰিবলৈ উদ্যত হ'লে কোনো দেৱতা, গন্ধৰ্ব্ব, পিশাচ বা ৰাক্ষসেও তেওঁক ৰক্ষা কৰিব নোৱাৰিব।

২৮। "প্ৰত্যেকখন ৰণতে যিবোৰ উৎপাত বা অশুভ লক্ষণ দেখা দিছে তাৰপৰাই জনা গৈছে যে ৰামৰ হাতত ৰাৱণৰ ধ্বংস সুনিশ্চিত।

২৯—৩০। "পিতামহ ব্ৰহ্মা সন্তুষ্ট হৈ দেৱতা-দানৱ আৰু ৰাক্ষসৰপৰা অভয় বৰ ৰাৱণক দিছিল, কিন্তু মানুহৰপৰা অভয় বৰ তেওঁ বিচৰা নাছিল। অনুমান হৈছে

ৰাৱণ আৰু ৰাক্ষসবোৰৰ জীৱনান্তক যি দুৰ্ঘোৰ ভয় মানুহৰপৰা উৎপন্ন হব লগা আছিল ইয়েই সেই ভয়।

৩১—৪০। "ব্ৰহ্মাৰ বৰত বল লাভ কৰি দেৱতাসকলৰ ওপৰত উৎপীড়ন কৰাৰ কাৰণে দেৱতাসকলে উগ্ৰ তপস্যা কৰি পিতামহ ব্ৰহ্মাক পূজা কৰে। মহাত্মা পিতামহে দেৱতাসকলৰ ওপৰত তুষ্ট হৈ তেওঁলোকৰ হিতৰ অৰ্থে এই মহৎ বাক্য প্ৰকাশ কৰিলে, হে দেৱতাগণ "এতিয়াৰপৰা সকলো দানৱ আৰু ৰাক্ষসগণে দেৱতাসকলক ভয় কৰি চিৰকাললৈ এই ত্ৰিজগতত বিচৰণ কৰি ফুৰিব।' তেতিয়া দেৱতাসকলে ইন্দ্ৰক সন্মুখত লৈ ত্ৰিপুৰাৰি বৃষধ্বজ মহাদেৱক সন্তুষ্ট কৰে। মহাদেৱ সন্তুষ্ট হৈ দেৱতাসকলক কলে, 'হে দেৱগণ, তোমালোকৰ মঙ্গলৰ কাৰণে ৰাক্ষসসকলৰ নিধনৰ অৰ্থে এজনা নাৰী জন্ম গ্ৰহণ কৰিব।' পুৰণি কালত দেৱতাসকলৰ নিয়োগমতে ক্ষুধাই যিদৰে দানৱকুলক ধ্বংস কৰিছিল, বৰ্ত্তমানে এই নাৰী সীতা দেৱীয়েও দেৱতাসকলৰদ্বাৰা নিযুক্ত হৈ ৰাৱণকে আদি কৰি সকলো ৰাক্ষসকে বধ কৰিব। হায়! অসচ্চৰিত্ৰ দুৰ্ম্মতি এই ৰাৱণে সীতাক অনাৰপৰা শোকবহুল এই ঘোৰ বিনাশে আমাক বেঢ়ি ধৰি যুগান্তৰ কালসদৃশ ৰাঘৱৰ সংহাৰমূৰ্ত্তিয়ে আমাক গ্ৰাস কৰিবলৈ ওলাইছে, এনে এজনক আমি দেখা নাপাওঁ যি এই সময়ত আমাক ৰক্ষা কৰিব পাৰে। বনত দাবাগ্নি-পৰিবেষ্টিত মাইকী হাতীৰ যেনে অৱস্থা তেনে অৱস্থাত পৰি আমিও তেনেদৰে আশ্ৰয়বিহীন হৈছোঁ। অকল পুলস্ত্যনন্দন মহাত্মা বিভীষণেই সময়োচিত কাম কৰি ভয়ৰ উৎপত্তি স্থানত শৰণ ললেগৈ।"

৪১। এইদৰে কৈ নিশাচৰসকলৰ স্ত্ৰীবৰ্গই পৰস্পৰক দুবাহুৰে সাৱটি ধৰি সন্মুখত উপস্থিত ভয়তে আতুৰ হৈ উচ্চস্বৰে ভীষণভাৱে কান্দিবলৈ ধৰিলে।

**ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত চতুৰ্নৱতিতম সৰ্গ সমাপ্ত**

# পঞ্চনৱতিতম সৰ্গ

## ৰাৱণৰ ৰণযাত্ৰা

১—৩। ঘৰে ঘৰে শোকাৰ্ত্ত ৰাক্ষসীবোৰৰ করুণ ৰোদনধ্বনি ৰাৱণৰ কাণত পৰাত, তেওঁ দীঘল হুমুনিয়াহ এটা কাঢ়ি অলপ সময় ধ্যানস্থ হল ; তাৰ পিচত ভীষণ ক্ৰুদ্ধ হৈ ভীমদৰ্পে দাঁতেৰে ওঠ কামুৰি চকুযুৰি ৰঙা কৰি কালাগ্নিসদৃশ এনে এটা মূৰ্ত্তি ধাৰণ কৰিলে যে স্বয়ং ৰাক্ষসবোৰেও তেওঁৰ পিনে চাব নোৱৰা হল।

৪—৮। চকুৰে দহন কৰিহে যেন খঙৰ জ্বালতে অস্ফুটস্বৰে ওচৰত থকা ৰাক্ষসবোৰক সম্বোধন কৰি কলে, "তোমালোকে অতি শীঘ্ৰে মহোদৰ, মহাপাৰ্শ্ব আৰু বিৰূপাক্ষক কোৱাঁগৈ যে মোৰ আজ্ঞা অনুসৰি সৈন্যগণ এতিয়াই প্ৰস্থান কৰক।" তেওঁৰ এই কথা শুনামাত্ৰকে ৰাক্ষসসকলে ভয়ত্ৰস্ত হৈ ৰাজাজ্ঞামতে ধীৰচিত্তে সৈন্যসকলক সেইদৰে প্ৰেৰণা দিলে। তেতিয়া সৈন্যসকলেও যথা আজ্ঞা বুলি ৰাজ আদেশ মানি লৈ ভীমমূৰ্ত্তি ধাৰণ কৰি শান্তি স্বস্ত্যয়ন কাৰ্য্য সমাপন কৰাৰ পিচত যুদ্ধলৈ আগ বাঢ়ি গল। যোৱাৰ সময়ত মহাৰথীসকলে যথাবিধি ৰাৱণক পূজা অৰ্চ্চনা জনাই, স্বামীৰ জয় কামনা কৰি হাতযোৰ কৰি তেওঁৰ ওচৰত থিয় দি থাকিল।

৯—১৪। তেতিয়া ক্ৰোধান্ধ ৰাৱণে হাঁহি এটা মাৰি মহোদৰ, মহাপাৰ্শ্ব আৰু বিৰূপাক্ষক কলে, "ৰাক্ষসসকল, আজি যুগান্তকালৰ অগ্নিসদৃশ বাণসমূহৰদ্বাৰা ৰাম আৰু লক্ষ্মণক যমালয়লৈ পঠাম। আৰু, শত্ৰু বধ কৰি খৰ, কুম্ভকৰ্ণ, প্ৰহস্ত আৰু ইন্দ্ৰজিত বধৰ পোতক তুলিম। মেঘে আবৃত কৰি ধৰাৰ নিচিনাকৈ মোৰ শৰজালৰ দ্বাৰা আবৃত হৈ অন্তৰীক্ষ, দিঙ্মণ্ডল, স্বৰ্গ আৰু সাগৰ একো নেদেখা হব। ভাগ ভাগ হৈ থকা বান্দৰ দলপতিসকল মোৰ ধনুনিঃসৃত শৰজালৰদ্বাৰা বিধ্বস্ত হব। বায়ুসমবেগবান ৰথত আৰোহণ কৰি ধনুৰূপসমুদ্ৰৰপৰা উত্তৰ শৰজালৰ ঢৌৰে বান্দৰসৈন্যক মথি পেলাম।

১৫—১৯। "হাতীয়ে পদুম ফুলৰ পৰিপূৰ্ণ জলাশয়ত প্ৰৱেশ কৰি তাৰ পদুম ফুল যিদৰে নষ্ট কৰে, ময়ো সেইদৰে প্ৰস্ফুটিত পদ্মফুলসদৃশ মুখবিশিষ্ট, পদ্মকেশৰসদৃশ বৰ্ণাভ বান্দৰসৈন্যৰূপ জলাশয়ত প্ৰৱেশ কৰি বান্দৰবোৰক মৰিমুৰ কৰিম। নলাযুক্ত পদুমফুল মাটিত পৰি থাকিলে যেনে শোভা হয়, মোৰ শৰবিদ্ধমুখে সৈতে ভূপাতিত বান্দৰদলপতিবোৰে তেনে শোভা ধাৰণ কৰিব। আজি দ্ৰুমযোদ্ধা প্ৰচণ্ড

বান্দৰযূথপতিসকলক এপাট শৰত শ শ জনকৈ ভেদ কৰিম আৰু শত্ৰুক বধ কৰি যাৰ যাৰ ভ্ৰাতা বা পুত্ৰ নিহত হৈছে, তেওঁলোকৰ চকুৰ পানী মচিম। মোৰ বাণতে শত্ৰুসৈন্য বিদ্ধ হৈ প্ৰাণ এৰি এনেদৰে ভূতলশায়ী হব যে বান্দৰৰ শৱে আচ্ছাদিত হোৱাত ৰণক্ষেত্ৰৰ ভূমিভাগ দেখা পোৱাটো দুঃসাধ্য হব।

২০। "আজি মোৰ শৰাহত শত্ৰুমাংসৰদ্বাৰা কাউৰী, শগুন আৰু আন আন যিবোৰ মাংসাশী জন্তু আছে, সকলোৰে তৃপ্তিসাধন কৰিম।

২১। "শীঘ্ৰে মোৰ ৰথ প্ৰস্তুত কৰা, ধনুও বেগতে আনা; যিবোৰ নিশাচৰ এতিয়াও অৱশিষ্ট আছে সিহঁত সকলো মোৰ পিচে পিচে আহি থাকক।"

২২—২৩। ৰজাৰ আদেশ শুনি মন্ত্ৰীবৰ্গই তাত উপস্থিত থকা বলাধ্যক্ষসকলক কলে, "বেগতে সৈন্য সাজু কৰা।" তেতিয়া বলাধ্যক্ষসকলে ঘৰে ঘৰে গৈ ক্ষিপ্ৰ-পৰাক্ৰমশালী যোদ্ধাসকলক উদগনি দিয়াত তেওঁলোক লঙ্কালৈ ওলাই আহিল।

২৪—২৮। এইদৰে মুহূৰ্ত্তকালৰ ভিতৰতে ৰুদ্ৰমূৰ্ত্তি ভীমমুখাকৃতি ৰাক্ষসবোৰ সিংহনাদে গৰ্জ্জন কৰি ওলাই আহিল। তেওঁলোকৰ হাতত অসি, পট্টিশ, শূল, গদা, মুসল, হল, তীক্ষ্ণ ধাৰযুক্ত শক্তি, বৃহৎ বৃহৎ কূটমুদগৰ, যষ্টি, বিবিধ বক্ৰ আৰু তীক্ষ্ণ পৰশ্বধ, ভিন্দিপাল, শতঘ্নী আৰু আন আন বহুত উৎকৃষ্ট অস্ত্ৰ। চাৰিজন সেনাধ্যক্ষই ৰাৱণৰ আজ্ঞামতে এক নিযুত শ্ৰেষ্ঠ ৰথ, তিনি নিযুত হাতী, ষাঠি কোটি ঘোঁৰা আৰু সেই সংখ্যক খৰ আৰু উট সংগ্ৰহ কৰিলে; আৰু লগে লগে অসংখ্য পদাতি সৈন্যও ৰাজ আজ্ঞা অনুসৰি যুদ্ধলৈ ওলাই আহিল।

২৯—৩৩। সেনাধ্যক্ষসকলে সৈন্যবোৰক ৰজাৰ আগত সংস্থাপিত কৰাৰ লগে লগে সাৰথিয়েও তেওঁৰ ৰথ আনি তাত উপস্থিত কৰিলে। এই ৰথ নানান দিব্য অস্ত্ৰ আৰু আন আন অস্ত্ৰেশস্ত্ৰে পৰিপূৰ্ণ, নানা অলঙ্কাৰে বিভূষিত আৰু কিঙ্কিনী-জালে পৰিব্যাপ্ত, নানান ৰত্নখচিত, ৰত্নস্তম্ভে বিৰাজিত আৰু হাজাৰ হাজাৰ সোণৰ কলহে সুশোভিত। ৰথৰ মহিমা দেখি ৰাক্ষসবোৰ স্তম্ভিত হল। ৰাক্ষসেশ্বৰ ৰাৱণ আঠোটা ঘোঁৰাসংযুক্ত সাৰথি-সমন্বিত কোটি সূৰ্য্যসম সমুজ্জ্বল দ্ৰুতগামী ভীষণাকৃতি নিজ তেজোবলে দেদীপ্যমান ৰথত ততালিকে উঠি বহিল।

৩৪—৩৬। তাৰ পিচত বহুত ৰাক্ষসসৈন্যৰদ্বাৰা সমাবৃত হৈ ওলাই যোৱাত সৈন্যৰ দপদপনিত পৃথিৱী বিদীৰ্ণ হোৱা যেন হল। চাৰিওফালে মৃদঙ্গ, পটহ, শঙ্খ, কলহ আৰু যুদ্ধবাদ্যৰ ভৈৰৱধ্বনিৰ মাজত ছত্ৰচামৰে সুশোভিত ৰাক্ষসৰাজ ওলাই যোৱাত সকলোৱে কোৱাকুই কৰা শুনা গল, "এয়া সীতাপহাৰী, ব্ৰহ্মঘ্ন, দেৱকণ্টক দুৰ্ব্বৃত্ত ৰাৱণ ৰঘুবৰৰ লগত যুদ্ধ কৰিবলৈ ওলাই গৈছে।"

৩৭—৪২। অভিযাত্ৰাৰ সময়ত যি মহান শব্দ হল তাতেই পৃথিৱী কঁপি উঠিল। হঠাতে এই শব্দ কাণত পৰাত বান্দৰবোৰ ভয়তে পলাবলৈ ধৰিলে। আনকালে মহাবাহু তেজস্বী ৰাৱণ মন্ত্ৰীবৰ্গৰদ্বাৰা পৰিবৃত হৈ জয় লাভ কৰিবলৈ ওলাই আহিল। ৰাৱণৰ আদেশমতে মহাপাৰ্শ্ব, সহোদৰ আৰু দুৰ্দ্ধৰ্ষ বিৰূপাক্ষয়ো ৰথত আৰোহণ কৰিলে। সকলোৱে মনৰ আনন্দতে পৃথিবী ফালি সিংহনাদ কৰি জয়ৰ কামনা কৰি যুদ্ধলৈ ওলাই গল। সেই সময়ত ধনু উদ্যত কৰি ৰাক্ষসবোৰৰ লগত ওলাই যোৱাত তেজস্বী ৰাৱণৰ ৰূপ কালান্তক যমসদৃশ হল। তাৰ পিচত যি দুৱাৰেদি গলে ৰাম আৰু লক্ষ্মণৰ লগত মিলন হব পাৰে সেই দুৱাৰেদি ৰজা ৰাৱণ দ্ৰুতগামী অশ্বসংযুক্ত ৰথত উঠি ওলাই গল।

৪৩—৪৮। যাত্ৰাৰ সময়ত সূৰ্য্যৰ প্ৰভা ক্ষীণ হল, দিঙ্মণ্ডল অন্ধকাৰাবৃত হল, পক্ষীবোৰে ঘোৰমূৰ্ত্তি ধৰি চিঞৰিবলৈ ধৰিলে আৰু পৃথিৱী কঁপি উঠিল। আকাশৰ-পৰা তেজৰ বৃষ্টিপাত হল, ঘোঁৰাবোৰে উজুটি খাবলৈ ধৰিলে, ধ্বজৰ ওপৰত শগুণ পৰিল আৰু শিয়ালবোৰে অশুভস্বৰে শব্দ কৰিবলৈ ধৰিলে। ৰাৱণৰ বাঁও চকু আৰু হাত স্পন্দিত হল। এইবোৰ দেখি শুনি ৰজাৰ মুখ মলিন হল আৰু স্বৰ বিকৃত হল। ৰাক্ষসৰাজ ৰাৱণ যুদ্ধলৈ ওলাই যোৱাৰ সময়ত বিনাশসূচক এই অশুভ চিহ্নবোৰে দেখা দিলে। আকাশৰপৰা বজ্ৰপাতসম স্বৰে উল্কাপাত হল, শগুণ আৰু কাউৰীয়ে অমঙ্গলসূচক স্বৰে শব্দ কৰিবলৈ ধৰিলে। এনেবোৰ ঘোৰ উৎপাতসূচক লক্ষণলৈ আওকাণ কৰিও ৰজা ৰাৱণ কালপ্ৰেৰিত হৈ নিজ বধৰ অৰ্থে ওলাই গল।

৪৯—৫৩। মহাবলশালী ৰাক্ষসবোৰৰ ৰথৰ ঘৰ্ঘৰনি শুনি, বান্দৰ সৈন্যও যুদ্ধলৈ আগ বাঢ়ি আহি পৰস্পৰে জয়াকাঙ্ক্ষী হৈ ইদলে সিদলক যুদ্ধলৈ আহ্বান কৰিবলৈ ধৰিলে। তেতিয়া ক্ৰোধান্ধ হৈ দশগ্ৰীৱই তেওঁৰ সুবৰ্ণবিভূষিত শৰজালৰ-দ্বাৰা বান্দৰসৈন্যৰ ওপৰত ধ্বংসলীলা চলাবলৈ ধৰিলে। বান্দৰবোৰৰ কিছুমানৰ মূৰ ছিগি গল, কিছুমানৰ হৃদয় বিদীৰ্ণ হল আৰু বহুতৰ কাণ বিচ্ছিন্ন হল, বহুত উশাহ বন্ধ হৈ নিহত হল, কিছুমানৰ শৰীৰৰ এফাল ফাটি গল আৰু কিছুমানৰ বা চকুৱেই নষ্ট হল। দশাননে বিস্ফাৰিত নয়নে ৰথেৰে যিপিনে গতি কৰিলে, সেই ঠাইতে বান্দৰদলপতিবোৰে তেওঁ শৰৰ বেগ সহ্য কৰিব নোৱৰা হল।

**ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত পঞ্চনৱতিতম সৰ্গ সমাপ্ত**

# ষট্‌নৱতিতম সৰ্গ

## বিৰূপাক্ষ বধ

১। যুদ্ধ ক্ৰমাৎ এনে প্ৰচণ্ডভাৱে চলিবলৈ ধৰিলে যে দশগ্ৰীৱৰ শৰবিদ্ধ বান্দৰ সৈন্যৰ শৰীৰেৰে ৰণভূমি পৰিপূৰ্ণ হল।

২। কোনো কোনো ঠাইত ৰাৱণৰ শৰবৃষ্টিয়ে এনে ঘোৰতৰ ৰূপ ধাৰণ কৰিলে যে পতঙ্গই জুইৰ প্ৰকোপ সহিব নোৱৰাৰ দৰে বান্দৰবোৰেও ৰাৱণৰ শৰবৃষ্টি সহিব নোৱৰা হল।

৩—৪। অগ্নিসংযোগত দগ্ধ হবলৈ ধৰা হাতীয়ে যিদৰে চিঞৰি চিঞৰি পলাবলৈ ধৰে ৰাৱণৰ তীক্ষ্ণশৰসমূহৰদ্বাৰা বিদ্ধ হৈ বান্দৰবোৰো তেনেদৰে চিঞৰ-বাখৰ কৰি চাৰিওফালে লৰি পলাবলৈ ধৰিলে। বতাহ মহা মহা মেঘমলাক আক্ৰমণ কৰি যিদৰে ধাৱিত হয়, ৰাৱণেও তেওঁৰ শৰসমূহৰদ্বাৰা বান্দৰ সৈন্যক আক্ৰমণ কৰি তেনেদৰে গতি কৰিবলৈ ধৰিলে।

৫। এইদৰে বান্দৰ-সৈন্যক ধ্বংস কৰাৰ পিচত ৰাৱণে যুদ্ধত ৰামক আক্ৰমণ কৰিবলৈ ত্বৰান্বিত হল।

৬। তেতিয়া বান্দৰ-ৰাজ সুগ্ৰীৱে বান্দৰবোৰ এইদৰে পলাবলৈ ধৰা দেখি সুষেণক সৈন্যশিবিৰত স্থাপন কৰি যুদ্ধলৈ মন মেলিলে।

৭। সুষেণ তেওঁৰ সমকক্ষ বীৰ, এতেকে তেওঁক সৈন্যবিভাগৰ অধিকাৰত ৰাখি বৃক্ষাদি অস্ত্ৰৰ সম্ভাৰ লৈ তেওঁ যুদ্ধলৈ প্ৰস্থান কৰিলে।

৮। আন আন দলপতিবোৰ তেওঁৰ পিচফাল আৰু দুয়োৰ্দাতিতে থাকি শিল, পৰ্ব্বত আৰু বিবিধ গছ-গছনি লৈ যাবলৈ ধৰিলে।

৯। যুদ্ধত অৱতীৰ্ণ হৈ মহা ভৈৰৱস্বৰে সিংহনাদ কৰি বহুত ৰাক্ষসক তেওঁ বধ কৰিলে আৰু বহুত মুখ্য মুখ্য ৰাক্ষসক মথি পেলালে। যুগান্তকালত বায়ুৱে মহা মহা বৃক্ষৰাজিক যিদৰে ভাঙি চুৰমাৰ কৰে বান্দৰৰাজ মাহাকায় সুগ্ৰীৱেও সেইদৰে ৰাক্ষসবোৰক দমন কৰিবলৈ ধৰিলে। হাবিৰ ভিতৰত মেঘে পক্ষীকুলৰ ওপৰত যিদৰে শিলাবৃষ্টি কৰে, সুগ্ৰীৱেও ৰাক্ষসদলৰ ওপৰত তেনে দৰে শিলাবৃষ্টি কৰিবলৈ ধৰিলে।

১২। কপিৰাজৰ শিলাবৃষ্টিৰ ফলত, ৰাক্ষসবোৰৰ মূৰ চূৰ্ণবিচূৰ্ণ হল, আৰু ভাগি পৰা পৰ্ব্বতৰ নিচিনাকৈ সিহঁত ধৰাশায়ী হল।

১৩—১৪। সিংহনাদ কৰি সুগ্ৰীৱে আক্ৰমণ কৰাত ৰাক্ষসসেনা ক্ৰমে ক্ষয় প্ৰাপ্ত হবলৈ ধৰা দেখি, ধনুৰ্দ্ধাৰী দুৰ্দ্ধৰ্ষ বীৰ ৰাক্ষস বিৰূপাক্ষ নিজ নাম ঘোষণা কৰি ওলাই আহিল আৰু ৰথৰপৰা জাঁপ দি হাতীৰ ওপৰত ভৈৰৱস্বৰে গৰ্জন কৰি বান্দৰবোৰৰ ওচৰলৈ খেদি গল।

১৬। তাৰ পিচত সৈন্যসকলৰ সম্মুখত সুগ্ৰীৱৰ ওপৰত শৰবৰ্ষণ কৰি উদ্বিগ্ন হৈ থকা ৰাক্ষসবোৰৰ মনত হৰ্ষৰ ভাব ওপজাই তেওঁ সিহঁতক যথাস্থানত স্থাপিত কৰিলে।

১৭। বিৰূপাক্ষৰ তীক্ষ্ণ শৰজালত বিদ্ধ হৈ কপিৰাজ সুগ্ৰীৱে ক্ৰোধান্বিত হৈ তাক বধ কৰি পেলাবলৈ মন মেলিলে।

১৮—২০। পৰম যোদ্ধা সেই কপিবৰে গছ এজোপা লৈ লাফ দি হাতীটোৰ সম্মুখৰ পিনে আঘাত কৰাত মহাগজ এক ধনু প্ৰমাণ ঠাই পিচ হুঁহকি গল আৰু চীৎকাৰ কৰি মাটিত বহি পৰিল। তেতিয়া বীৰ্য্যবান সেই ৰাক্ষসে তৎক্ষণাৎ পৰি যাবলৈ ধৰা সেই হাতীটোৰপৰা নামি শত্ৰুপ্ৰবৰ সেই বান্দৰৰ পিনে ধাৱমান হল।

২১। ঢাল আৰু তৰোৱাল হাতত লৈ তিৰস্কাৰ কৰি কৰি তেওঁ যুদ্ধৰত সুগ্ৰীৱক আক্ৰমণ কৰিলে।

২২। তেতিয়া সুগ্ৰীৱে মেঘখণ্ডসদৃশ বৃহৎ শিল এটা লৈ বিৰূপাক্ষৰ গালৈ নিক্ষেপ কৰিলে।

২৩। শিলটো গাত পৰিবলৈ ধৰা দেখি ৰাক্ষসপুঙ্গৱ বিৰূপাক্ষ অলপ আঁতৰি গৈ তাৰপৰা সাৰিল আৰু তৰোৱালেৰে সুগ্ৰীৱক প্ৰহাৰ কৰিলে।

২৪। খড়্গৰ আঘাতত সুগ্ৰীৱ অলপ সংজ্ঞাহীন হৈ মাটিত পৰিল।

২৫। পিচ মুহূৰ্ত্ততে লাফ দি উঠি তেওঁ ৰাক্ষসৰ বুকুত মুষ্টি-প্ৰহাৰ কৰিলে।

২৬। তেতিয়া ৰাক্ষস বিৰূপাক্ষই ভীষণ ক্ৰুদ্ধ হৈ খড়্গৰদ্বাৰা বান্দৰৰাজৰ কবচ বিচ্ছিন্ন কৰি আক্ৰমণ কৰাত তেওঁ হুয়োখন ভৰি পাৰি মাটিত পৰিল।

২৭—৩০। পিচতে ঘপ কৰে উঠি ৰাক্ষসৰ গাত বজ্ৰসম জোৰে এটা চাপৰ মাৰিলে। ৰাক্ষসে সেই চাপৰকো দক্ষতাৰে সৈতে এৰাই সুগ্ৰীৱৰ ওপৰত মুষ্টিৰ প্ৰহাৰ কৰিলে। তেতিয়া বান্দৰৰাজ ভীষণ ক্ৰুদ্ধ হৈ উঠিল আৰু ৰাক্ষসে তেওঁৰ প্ৰহাৰ এৰাই কৰা দেখি বিৰূপাক্ষক আক্ৰমণ কৰাৰ চল বিচাৰিবলৈ ধৰিলে।

৩১। ভাবিচিন্তি ৰাক্ষসৰ ললাটপ্ৰদেশত পুনঃ এক চাপৰ বছৱালে। চাপৰ ইন্দ্ৰৰ বজ্ৰসমজোৰে নিক্ষিপ্ত হোৱাত, ৰাক্ষসে তেজ বতিয়াবলৈ ধৰিলে আৰু সৰ্ব্ব শৰীৰ ৰক্তাক্ত হৈ মাটিত বাগৰি পৰিল।

৩২—৩৪। ফোঁৱাৰাৰপৰা পানী যিদৰে ওলাই আহে ৰাক্ষসৰ মুখৰপৰাও তেনে দৰে তেজৰ সোঁত ববলৈ ধৰিলে। ক্ৰোধতে ৰাক্ষসৰ মেল খাই থকা চকু ফেন আৰু ৰক্তে অনুলিপ্ত হোৱাত বিৰূপাক্ষৰ ৰূপ অধিকতৰ বিৰূপ হৈ পৰিল। বান্দৰবোৰে দেখিলে তেওঁলোকৰ শত্ৰুৰ শৰীৰ তেতিয়াও ধপ্ ধপ্ কৈ নাচি উঠিছে আৰু তেজেৰে ৰাঙলী হৈ থকা অৱস্থাতে ইফালে সিফালে ধৰফৰাই করুণস্বৰে শব্দ কৰিবলৈ ধৰিছে।

৩৫—৩৬। বান্দৰ আৰু ৰাক্ষসৰ ভিতৰত দুয়োজন বীৰে যুদ্ধত এইদৰে লাগি থাকোঁতে ভগ্নসেতু মহাসমুদ্ৰসদৃশ গৰ্জ্জনৰত উভয়পক্ষৰ সৈন্যদলে বান্দৰৰাজৰ হাতত বিৰূপাক্ষক নিহত হোৱা দেখা পালে; তেতিয়া ৰাক্ষস আৰু বান্দৰ সৈন্য উভয়ে পাৰ ভাঙি যোৱা গঙ্গা সদৃশ প্ৰতীয়মান হল।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত ষট্‌নৱতিতম সৰ্গ সমাপ্ত

# সপ্তনৱতিতম সৰ্গ

## মহোদৰ বধ

১—৫। সেই মহাযুদ্ধত উভয়পক্ষীয় সৈন্যদল নিহত হবলৈ ধৰাত দুয়োপক্ষই গ্ৰীষ্মকালত পানী শুকাই ক্ষয় প্ৰাপ্ত হোৱা সৰোবৰৰ নিচিনা ৰূপ ধাৰণ কৰিলে। নিজ সৈন্যদল এইদৰে ক্ষয় প্ৰাপ্ত হোৱা আৰু বিৰূপাক্ষ নিহত হোৱা দেখি ৰাক্ষসৰাজ ৰাৱণ দ্বিগুণ ক্ৰুদ্ধ হল। বান্দৰসৈন্যৰ হাতত নিজ সৈন্য ক্ষয় প্ৰাপ্ত হোৱাত ৰাৱণে তাক দৈব-বিপৰ্য্যয় বুলি ভাবি অন্তৰত বৰ দুখ পালে। তেতিয়া তেওঁ ওচৰতে থকা তেওঁৰ মন্ত্ৰী মহোদৰক কলে, "হে মহাবাহু, মোৰ সকলো জয়ৰ আশা অকল তোমাৰ ওপৰতে পৰিছে। হে বীৰ, শত্ৰুসৈন্যবাহিনী বধ কৰি আজি তোমাৰ পৰাক্ৰম দেখুৱা। ইমানদিনে স্বামীৰপৰা যি ভৰণ-পোষণ পাই আহিছা, প্ৰত্যুপকাৰৰদ্বাৰা তাক পৰিশোধ কৰাৰ এয়ে তোমাৰ সময়। এতেকে তুমি ভালদৰে যুদ্ধত প্ৰবৃত্ত হোৱাঁ।"

৬—৩৩। ৰাৱণে এইদৰে কোৱাত ৰাক্ষসপ্ৰৱৰ মহোদৰে "যি আজ্ঞা" বুলি কৈ পতঙ্গই জুইৰ ভিতৰত প্ৰৱেশ কৰাৰ নিচিনাকৈ শত্ৰুসৈন্যৰ মাজত প্ৰৱেশ কৰিলে। নিজ শক্তিৰবলে বলীয়ান মহোদৰে স্বামীৰ উদগনিত অধিকতৰ তেজস্বী হৈ বান্দৰ-

সৈন্যক মথিমুৰ কৰিবলৈ ধৰিলে। তেতিয়া মহাসত্বসম্পন্ন বান্দৰবোৰেও বৃহৎ বৃহৎ শিলবোৰ হাতত লৈ শত্রুসৈন্যৰ মাজত সোমাই ভীমপৰাক্রমশালী ৰাক্ষসবোৰক বধ কৰিবলৈ ধৰিলে। মহোদৰ ভীষণ ক্রুদ্ধ হৈ তেওঁৰ স্বৰ্ণবিভূষিত শৰজালৰদ্বাৰা বান্দৰ-বোৰৰ হাত-ভৰি কাটি ছিন্ন-বিচ্ছিন্ন কৰিলে। এনে অৱস্থাত বান্দৰবোৰৰ বহুতে দশোদিকে পলাবলৈ ধৰিলে আৰু কিছুমানে গৈ সুগ্ৰীৱৰ শৰণ ললে। সৈন্যদল ভঙ্গ দি পলাবলৈ ধৰা দেখি সুগ্ৰীৱে মহোদৰলৈ খেদা ললে; আৰু পৰ্ব্বতসদৃশ বৃহৎ শিল এটা লৈ বধ কৰাৰ উদ্দেশ্যে মহোদৰৰ গালৈ নিক্ষেপ কৰিলে। শিলটো পৰিবলৈ ধৰা দেখি মহোদৰে অকণো ভীত নহৈ বাণৰদ্বাৰা তাক খণ্ড খণ্ড কৰিলে। শৰৰজালত শিল হাজাৰ খণ্ডত বিভক্ত হৈ আকাশৰপৰা শগুণৰ জাক নামি পৰাৰ নিচিনাকৈ মাটিৰ ওপৰত পৰিবলৈ ধৰিলে। শিল খণ্ড-বিখণ্ড হোৱা দেখি সুগ্ৰীৱে ক্রোধান্বিত হৈ এজোপা শালগছ ৰাক্ষসৰ গালৈ নিক্ষেপ কৰিলে, কিন্তু ৰাক্ষসে তাকো কাটি টুকুৰা-টুকুৰ কৰিলে। সুগ্ৰীৱে যেতিয়া দেখিলে যে শালগছো খণ্ড-বিখণ্ড হল, তেতিয়া তেওঁ ক্রুদ্ধ হৈ মাটিতে পৰি থকা প্রদীপ্ত পৰিঘ (অৰ্গল) এডাল লৈ ওপৰতে ঘূৰাবলৈ ধৰিলে আৰু তাৰে মহোদৰৰ উৎকৃষ্ট ঘোঁৰাকেইটাক বধ কৰিলে। ঘোঁৰা নিহত হোৱাত বীৰ মহোদৰে ৰথৰপৰা নামি ভীষণ ক্রুদ্ধ হৈ এপাট গদা হাতত ললে। এজনৰ হাতত গদা আৰু আনজনৰ হাতত পৰিঘ; এইদৰে দুয়োজন বীৰে বিদ্যুৎ-সংযুক্ত মেঘসদৃশ ৰূপ লৈ দুটা মত্ত বৃষভসদৃশ যুদ্ধত প্রবৃত্ত হল। নিশাচৰ মহোদৰে সূৰ্য্যসমসমুজ্জ্বল গদা সুগ্ৰীৱলৈ নিক্ষেপ কৰাত মহাবলবান সুগ্ৰীৱে ক্রোধতে চকুযুৰি ৰঙা কৰি পৰিঘেৰে সেই গদাত আঘাত কৰিলে আৰু লগে লগে তেওঁৰ পৰিঘো চূৰ্ণ-বিচূৰ্ণ হল। পৰিঘ ভাগি পৰাত তেজস্বী সুগ্ৰীৱে সুৱৰ্ণ-বিভূষিত লৌহময় এডাল মুসল তুলি লৈ ৰাক্ষসৰ গালৈ নিক্ষেপ কৰিলে; ৰাক্ষসেও গদাৰে তাক আঘাত কৰিলে; পৰস্পৰৰ ঘাত-প্রতিঘাতত গদা আৰু মুসল উভয়ে ভাগি চূৰমাৰ হল। উভয়ৰে অস্ত্র বিফল হোৱাত প্রদীপ্ত হুতাশনসদৃশ তেজ আৰু বল-সমন্বিত দুয়োজন বীৰে মুষ্টি প্রহাৰ কৰি যুদ্ধ কৰিবলৈ ধৰিলে। দুয়োজনে সিংহনাদ কৰি পৰস্পৰে পৰস্পৰক আক্রমণ কৰিলে আৰু সময়ত হাতৰ চাপৰ বহুৱাই মাটিত পৰি যাবলৈ ধৰিলে। তাৰ পিছতে তৎক্ষণাত আকৌ উঠি হাতে হাতে যুঁজিবলৈ ধৰিলে, কোনেও কাৰো ওচৰত হাৰ নামানিলে। এইদৰে যুঁজি থাকোঁতে দুয়োজন শ্রান্ত হৈ পৰিল। এনেতে ওচৰতে থকা দুয়ো দুখন খড়্গ লৈ ক্রোধান্ধ হৈ গৰ্জ্জন কৰি কৰি পৰস্পৰৰ প্রতি খেদি গল আৰু খড়্গহাতে অস্ত্রবিশাৰদ দুয়োজনে ইজনে সিজনৰ ওচৰত মণ্ডলাকাৰে ঘূৰিবলৈ ধৰিলে। উভয়েই ক্রুদ্ধ আৰু জয় লাভ কৰিবলৈ

আগ্ৰহান্বিত। এনেতে বীৰ্য্যশ্লাঘী মহাবেগশালী দুৰ্ম্মতি মহোদৰে সুগ্ৰীৱৰ সুদৃঢ় কবচৰ ওপৰত খড়্গৰে এবাৰ আঘাত কৰিলে। কবচত সংলগ্ন খড়্গত টান দিয়াৰ লগে লগে কপিপ্ৰবৰ সুগ্ৰীৱে ৰাক্ষসৰ শিৰস্ত্ৰাণ পৰিহিত কুণ্ডলশোভিত মূৰত প্ৰহাৰ কৰাত মূৰ বিচ্ছিন্ন হৈ মাটিত পৰি গল। ৰাক্ষস ছিন্নমস্তক হৈ নিহত হোৱা দেখি তেওঁৰ সৈন্যদল তাৰপৰা অদৃশ্য হল।

৩৪—৩৭। ৰাক্ষস নিহত হোৱাত বান্দৰবোৰে সৈতে সুগ্ৰীৱৰ আনন্দৰ সীমা নোহোৱা হল, ইপিনে দশাননৰ ক্ৰোধ বাঢ়ি উঠিল আৰু ৰাঘৱ ৰাম হৰ্ষান্বিত হল। সকলো ৰাক্ষস বিষণ্নবদনে দীনভাৱে তাৰপৰা পলাবলৈ ধৰিলে। সকলো ভয়ত সন্ত্ৰস্ত হ'ল। মহাগিৰিৰ কোনো এটা অংশ খহি পৰাৰ নিচিনাকৈ ৰাক্ষস মহোদৰ নিপাতিত হোৱাত সূৰ্য্যনন্দন সুগ্ৰীৱে, নিজ তেজোবলে দেদীপ্যমান সূৰ্য্যসদৃশ জয়শ্ৰী-যুক্ত হৈ তাত বিৰাজ কৰিলে। তেতিয়া দেৱতা, সিদ্ধ আৰু যক্ষসংঘই স্বয়ং পৃথিৱীলৈ নামি আহি জয়যুক্ত সুগ্ৰীৱৰ পিনে চাই তেওঁলোকৰ আনন্দ প্ৰকাশ কৰিলে।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত সপ্তনৱতিতম সৰ্গ সমাপ্ত

## অষ্টনৱতিতম সৰ্গ

### মহাপাৰ্শ্ব বধ

১—৭। মহাবলশালী মহাপাৰ্শ্বই তেতিয়া দেখিলে যে মহোদৰ সুগ্ৰীৱৰ হাতত নিহত হৈছে, তেতিয়া ক্ৰোধতে তেওঁৰ চকু ৰঙা হৈ উঠিল। তেওঁ তেওঁৰ শৰ-বৃষ্টিৰ দ্বাৰা অঙ্গদৰ সৈন্যবাহিনীক ক্ষুব্ধ কৰি তুলিলে, আৰু বতাহে গছৰপৰা ফল সৰাই দিয়াৰ নিচিনাকৈ বহুত বান্দৰৰ শৰীৰৰপৰা প্ৰধান অঙ্গবোৰ বিচ্ছিন্ন কৰিলে। কাৰো হাত কাটি দিলে, কাৰো বা পাৰ্শ্বদেশ ফালি দিলে, এইদৰে বান্দৰবোৰ শৰ-বৃষ্টিৰদ্বাৰা পীড়িত হোৱাত সিহঁত বিষণ্ন হৈ সংজ্ঞাহীন হোৱাৰ নিচিনা হল। ৰাক্ষসৰদ্বাৰা সৈন্যদল এইদৰে নিপীড়িত হোৱা দেখি, অঙ্গদে পৰ্ব্বকালৰ সমুদ্ৰসদৃশ বেগ ধাৰণ কৰি সূৰ্য্যৰশ্মিপ্ৰভ লৌহময় পৰিঘ এডাল লৈ দ্ৰুতপদে ৰাক্ষসৰ গুৰিলৈ খেদি গল;

আৰু তাৰে মহাপাৰ্শ্বক আঘাত কৰিলে। এই প্ৰহাৰত সাৰথিৰে সৈতে মহাপাৰ্শ্ব সংজ্ঞাহীন হৈ ৰথৰপৰা মাটিত পৰি গল।

৮—২৪। ইতিমধ্যে ঘনীভূতকৃষ্ণবৰ্ণাভ মহাবীৰ্য্যশালী বীৰ জাম্বৱানে মেঘখণ্ডসদৃশ তেওঁৰ সৈন্যদলৰ মাজৰপৰা ওলাই আহি সেই যুদ্ধ-ক্ষেত্ৰত অৱতীৰ্ণ হল। তেওঁ গিৰিশৃঙ্গসদৃশ বৃহৎ শিল এটা লৈ তাৰে মহাপাৰ্শ্বৰ ঘোঁৰা আৰু ৰথ চূৰমাৰ কৰি দিলে। তেতিয়া মহাবলশালী মহাপাৰ্শ্বই অলপ পাছতে সংজ্ঞা লাভ কৰি, পুনঃ বহুত শৰৰদ্বাৰা অঙ্গদক বিন্ধিবলৈ ধৰিলে। তেওঁ তিনিপাট শৰেৰে জাম্বৱানৰ বুকু আৰু বহুত শৰৰদ্বাৰা গৱাক্ষক বিন্ধিলে। জাম্ববান আৰু গৱাক্ষ শৰবিদ্ধ হোৱা দেখি অঙ্গদে ক্ৰোধতে অধীৰ হৈ ঘোৰমূৰ্ত্তি এডাল পৰিঘ তুলি ললে। এই পৰিঘ সৰ্ব্বলৌহময় আৰু ৰবিৰশ্মিসম উজ্জ্বল। বালীসুত অঙ্গদে এই পৰিঘ অস্ত্ৰ দুই হাতেৰে ঘূৰাই অলপ দূৰতে থকা ৰাক্ষসৰ গালৈ নিক্ষেপ কৰিলে। সজোৰে নিক্ষিপ্ত পৰিঘৰ প্ৰহাৰত ৰাক্ষসৰ হাতত থকা ধনুশৰ আৰু তেওঁৰ শিৰস্ত্ৰাণ বিধ্বস্ত হৈ মাটিত পৰি গল। লগে লগে প্ৰতাপবান বালীনন্দনে ৰাক্ষসক আক্ৰমণ কৰি ভীষণ ক্ৰোধে সৈতে ৰাক্ষসৰ কুণ্ডলশোভিত কাণৰ তলত এক চৰ বহুৱাই দিলে। তেতিয়া মহাবেগবান দ্যুতিমান মহাপাৰ্শ্বয়ো এখন হাতেৰে বৃহৎ পৰশ্বধ অস্ত্ৰ তুলি ললে। এই পৰশ্বধ তেলৰ নিচিনা চিকচিকীয়া বিমল আৰু প্ৰস্তৰবৎ সুদৃঢ়। ৰাক্ষসে পৰম ক্ৰুদ্ধ হৈ এই অস্ত্ৰ বালীপুত্ৰৰ গালৈ নিক্ষেপ কৰিলে। পৰশ্বধ অঙ্গদৰ বামস্কন্ধত নিপতিত হোৱাতো তেওঁ সেই প্ৰহাৰ এৰাই অস্ত্ৰ ব্যৰ্থ কৰিলে। তেতিয়া তেওঁৰ পিতৃতুল্য পৰাক্ৰমশালী শৰীৰৰ মৰ্ম্মস্থানাভিজ্ঞ বীৰ অঙ্গদে ভীষণ ক্ৰুদ্ধ হৈ ৰাক্ষসৰ বুকুৰ ঠিক মাজভাগত বজ্ৰসদৃশ মুষ্টিৰ প্ৰহাৰ শোধালে। প্ৰহাৰত ৰাক্ষসৰ বুকু ফাটি গল আৰু সি নিহত হৈ মাটিত বাগৰি পৰিল। ৰাক্ষস এইদৰে নিহত হোৱাত তেওঁৰ সৈন্যদল কঁপি উঠিল আৰু ৰাৱণ ভীষণ ক্ৰুদ্ধ হল। আনপক্ষে হৰ্ষম্বিতি বান্দৰসৈন্য-দলৰ ভিতৰৰপৰা যি বিপুল সিংহনাদ সমুত্থিত হল, তাতেই লঙ্কা, তাৰ দ্বাৰদেশ আৰু অট্টালিকাসমূহ কঁপি উঠিল আৰু ইন্দ্ৰে সৈতে দেৱতাসকলৰ মাজৰপৰাও বিপুল হৰ্ষধ্বনি হবলৈ ধৰিলে।

২৫। ইন্দ্ৰশত্ৰু ৰাৱণ-দেৱতা আৰু বান্দৰসকলৰ এই হৰ্ষধ্বনি শুনি ভীষণ ক্ৰুদ্ধ হল আৰু পুনঃ যুদ্ধত প্ৰবৃত্ত হবলৈ আগ বাঢ়িল।

**ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত অষ্টনৱতিতম সৰ্গ সমাপ্ত**

## নৱনৱতিতম

### ৰাম-ৰাৱণৰ যুদ্ধ

১—৬। যুদ্ধত মহোদৰ, মহাপাৰ্শ্ব আৰু মহাতেজশালী বিৰূপাক্ষ নিহত হোৱা দেখি, ৰাৱণে ভীষণ ক্ৰুদ্ধ হৈ সাৰথিক ৰথ চলাবলৈ প্ৰেৰণা দি কলে, "হে সূত, মোৰ মন্ত্ৰীবৰ্গৰ মৃত্যু আৰু নগৰ অৱৰুদ্ধ হৈ থকাৰ বাবে যি দুখ উপস্থিত হৈছে, ৰাম আৰু লক্ষ্মণক বধ কৰি মই সেই সকলো দুখৰ অৱসান ঘটাম। হে সাৰথি, ৰামেই হৈছে এই যুদ্ধৰ মূল বৃক্ষস্বৰূপ, সীতা তাৰ ফলপ্ৰদ পুষ্প, সুগ্ৰীৱ, জাম্বৱান, কুমুদ, নল, দ্বিবিদ, মৈন্দ, অঙ্গদ, গন্ধমাদন, হনুমান, সুষেণ এই সকলো বান্দৰ-দলপতি তাৰ শাখা। এতেকে এই মূল বৃক্ষ ৰামক মই বধ কৰিম।"

৬—৭। এই বুলি কৈ অতিৰথ মহাবীৰ ৰাৱণ ৰথৰ ঘৰ্ঘৰ শব্দেৰে দশোদিক পৰিপূৰ্ণ কৰি ৰামৰ ওচৰলৈ ধাৱমান হল। শব্দৰ ধ্বনিত নদ, নদী, গিৰি কাননে সৈতে পৃথিৱী কঁপি উঠিল আৰু সিংহ গজ পশু পক্ষী সন্ত্ৰস্ত হল।

৮—১৬। ৰাৱণৰ দাৰুণ অস্ত্ৰৰ কোবত ঘোৰ অন্ধকাৰে পৃথিৱী আবৃত কৰিলে আৰু বান্দৰবোৰ দগ্ধ হৈ চাৰিওফালে দৌৰি পলাবলৈ ধৰিলে। ব্ৰহ্মাই দিয়া অস্ত্ৰৰ তেজ সহ্য কৰা বান্দৰবোৰৰ পক্ষে কঠিন হৈ উঠিল, ৰণ নোৱাৰি পলাবলৈ দৌৰাদৌৰি কৰোঁতে পৃথিৱীৰপৰা ধূলি ওপৰলৈ উঠিবলৈ ধৰিলে। ৰাৱণৰ তীব্ৰ শৰৰ জ্বালাত বান্দৰসৈন্যবাহিনীয়ে যুদ্ধত ভঙ্গ দি শই শই পলাবলৈ ধৰা দেখি ৰাম যুঁজলৈ সাজু হল। ইতিমধ্যে ৰাক্ষসশাৰ্দ্দূল ৰাৱণে সৈন্যবাহিনী খেদি নি অপৰাজিত অৱস্থাত থিয় দি থকা ৰামক দেখা পালে। তেওঁ দেখিলে যে বিষ্ণুৰ লগত বাসৱ একেলগে থকাৰ নিচিনাকৈ পদ্মপত্ৰসদৃশ বিশালাক্ষ, দীৰ্ঘবাহু, অৰিন্দম ৰাম আকাশস্পৰ্শী মহৎ ধনু উদ্যত কৰি লক্ষ্মণে সৈতে বৈ আছে। মহাতেজস্বী বলৱান ৰামে লক্ষ্মণে সৈতে এইদৰে থাকি বান্দৰবোৰক ভঙ্গ দিয়া আৰু ৰাৱণে খেদি অহা দেখি হৃষ্টচিত্তে হাতেৰে ধনুৰ মাজভাগত খামোচ মাৰি ধৰি ধনুত টঙ্কাৰ দিবলৈ ধৰিলে। ধনুৰ ভীষণ শব্দত মেদিনী ফাটি যোৱা যেন হল। তেতিয়া ৰামৰ শৰবৃষ্টি আৰু ধনুৰ শব্দত শই শই ৰাক্ষস ধৰাশায়ী হবলৈ ধৰিলে।

১৭। ইতিমধ্যে ৰাৱণ, ৰাম আৰু লক্ষ্মণ এই দুয়োজন ৰাজপুত্ৰই শৰে ঢুকি

পোৱা ঠাইলৈ চাপি অহাত চন্দ্র আৰু সূৰ্য্যৰ মাজত থকা ৰাহুগ্ৰহৰ যেনে শোভা হয় ৰাৱণৰ দৃশ্যও তদনুৰূপ হল।

১৮—২৭। প্ৰথমতে লক্ষ্মণে যুঁজিবলৈ ইচ্ছা কৰি অগ্নিশিখাসদৃশ তীক্ষ্ণশৰ-সমূহ ৰাৱণৰ গালৈ নিক্ষেপ কৰিবলৈ ধৰিলে। শৰ নিক্ষিপ্ত হোৱা মাত্ৰকে মহা-তেজস্বী ৰাৱণে সেইবোৰ আকাশতে ব্যৰ্থ কৰি দিলে। হাতৰ লঘুতা দেখুৱাই লক্ষ্মণৰ এপাট শৰ এপাটৰদ্বাৰা, তিনিপাট তিনিপাটৰদ্বাৰা আৰু দহপাট দহপাট শৰৰদ্বাৰা কাটি দিবলৈ ধৰিলে। তাৰ পিচত ৰণদুৰ্জ্জয় ৰাৱণে লক্ষ্মণক এৰাই গৈ, পৰ্ব্বতসদৃশ সুদৃঢ় হৈ ৰাম য'ত থিয় দি আছিল তাত উপনীত হলগৈ। ৰামৰ সম্মুখীন হৈয়েই ক্ৰোধতে জ্বলি উঠি চকুযুৰি ৰঙা কৰি তেওঁৰ ওপৰত শৰবৃষ্টি কৰিবলৈ ধৰিলে। শৰ ৰাৱণৰ হাতৰপৰা ধনুৰ্মুক্ত হৈ নিপাতিত হবলৈ ধৰা দেখি, ৰামে তৎক্ষণাৎ ভল্লাস্ত্ৰ গ্ৰহণ কৰিলে। ৰাৱণৰ প্ৰদীপ্ত সৰ্পবৎ তীক্ষ্ণ শৰসমূহ ৰামে ভল্লাস্ত্ৰৰ দ্বাৰা ছিন্নবিছিন্ন কৰিলে। এইদৰে সময়ত ৰামে ৰাৱণৰ আৰু পিচ মুহূৰ্ত্ততে ৰাৱণেও ৰামৰ শৰবৃষ্টি প্ৰতিৰোধ কৰিবলৈ ধৰিলে। দুয়োজন বীৰেই অপৰাজিত, উভয়ে সমান বেগে বাণবৰ্ষণত পটু, যুদ্ধত দুয়োজনে সোঁৱে-বাৱেঁ বিচিত্ৰ গতিত মণ্ডলাকাৰে বিচৰণ কৰিবলৈ ধৰিলে। এইদৰে অন্তকসম ৰুদ্ৰমূৰ্ত্তি ধাৰণ কৰি শৰ প্ৰয়োগ কৰি দুয়োজন বীৰে সমানভাবে যুদ্ধত প্ৰবৃত্ত হোৱা দেখি প্ৰাণীগণ সন্ত্ৰস্ত হৈ উঠিল।

২৮—৩৩। বৰ্ষাকালত বিদ্যুৎমণ্ডিত মেঘমালাই আকাশ যিদৰে আচ্ছন্ন কৰে, ৰাম আৰু ৰাৱণৰ নানাপ্ৰকাৰ বাণসমূহেও আকাশ তেনেদৰে ঢাকি পেলালে। শগুণৰ পাখি লগা মহাবেগী শৰসমূহৰ বৃষ্টিৰ ফলত আকাশ আচ্ছন্ন হোৱাত অনুমান হল যেন অসংখ্য খিড়িকী-বিশিষ্ট আবৰণহে তাত বিৰাজ কৰিছে। সূৰ্য্য অস্ত যোৱাৰ সময়ত দুইখণ্ড মেঘ উঠি আহি আকাশ যিদৰে অন্ধকাৰাচ্ছন্ন কৰে, দুয়োজন বীৰেও তেওঁলোকৰ শৰবৃষ্টিৰদ্বাৰা আকাশ তদনুৰূপ কৰিলে। এইদৰে দুয়োজন বীৰৰ ভিতৰত ঘোৰতৰ যুদ্ধ আৰম্ভ হল। উভয়ে বৃত্ৰ বাসৱসম, পৰস্পৰে পৰস্পৰৰ বধাকাঙ্ক্ষী, উভয়ে অপ্ৰধৃষ্য আৰু অচিন্ত্য যোদ্ধা। দুয়োজনে সমান ধনুৰ্দ্ধাৰী, যুদ্ধবিশাৰদ, আৰু অস্ত্ৰবিদ্‌সকলৰ ভিতৰত মুখ্য। দুয়োজন বীৰ যিপিনে যায় তেওঁলোকৰ শৰবৃষ্টিৰ ঢৌ দেখি অনুমান হয় যেন দুখন সাগৰত বতাহৰ কোবত উৰ্ম্মিমালাইহে তাত খেল কৰিছে।

৩৪—৪৫। যুদ্ধ এইদৰে চলি থকাৰ ভিতৰতে লোকৰাৱণ ৰাৱণে নাৰাচ অস্ত্ৰৰ-দ্বাৰা ৰামৰ কপাল-প্ৰদেশ বিদ্ধি দিলে। ভয়ঙ্কৰ ধনুৰ্নিঃসৃত নীলোৎপলদলপ্ৰভ

নাৰাচ অস্ত্ৰই কপাল বিদ্ধ কৰিলেও ৰাম তাৰদ্বাৰা ব্যথিত নহল। তেতিয়া মহা-বীৰ্য্যশালী তেজস্বী ৰামচন্দ্ৰই ক্ৰুদ্ধ হৈ ৰৌদ্ৰ মন্ত্ৰ জপ কৰি ধনুত সজোৰে টান দি ৰাৱণৰ গালৈ বাৰে বাৰে যিবিলাক শৰ নিক্ষেপ কৰিলে সেইবিলাকে ৰাৱণৰ মহামেঘসদৃশ কবচ বিন্ধিব নোৱাৰি মাটিত পৰি গল আৰু সেইবিলাকৰদ্বাৰা ৰাৱণৰ কোনো ব্যথা নহল। তেতিয়া সকলো অস্ত্ৰত নিপুণ ৰামচন্দ্ৰই পৰম অস্ত্ৰ প্ৰয়োগ কৰি ৰাৱণৰ ললাট প্ৰদেশ বিদ্ধ কৰিলে। ৰাৱণে প্ৰতিৰোধ কৰিলেও পঞ্চশীৰ্ষ সৰ্পবৎ এই উৎকৃষ্ট বাণসমূহে গুজৰি গুজৰি ৰাৱণৰ কপাল ভেদ কৰি মাটিত পৰিল। শৰবিদ্ধ হৈ ৰাৱণ ক্ৰোধমূৰ্চ্ছিত হল আৰু তেতিয়া ঘোৰতৰ আসুৰ অস্ত্ৰ ৰামৰ গালৈ নিক্ষেপ কৰিলে। এই আসুৰ অস্ত্ৰবোৰ সিংহ, ব্যাঘ্ৰ, কঙ্ক, কাক, গৃধ্ৰ, শেন, শৃগাল, ঈহামৃগ, আদি হিংস্ৰজন্তুৰ মুখবিশিষ্ট; সিহঁতৰ মুখবোৰ মেল খোৱা আৰু ভয়াবহ; কোনো কোনো অস্ত্ৰৰ পাঁচখনকৈ মুখ; খাওঁ খাওঁ মূৰ্ত্তি ধৰি সিহঁত ৰামৰ ওপৰত পৰিবলৈ ধৰিলে। কিছুমান শৰৰ মুখ গৰ্দ্দভ আৰু বৰাহৰ নিচিনা, কিছুমানৰ কুকুৰ, কুকুৰা, মকৰ অথবা সৰ্পসদৃশ। মহাতেজস্বী মায়াৱী ৰাক্ষসে ক্ৰুদ্ধ হৈ সৰ্পবৎ গুজৰি গুজৰি এনেবিধৰ আৰু আন আন বহুপ্ৰকাৰৰ শৰ ৰামৰ গালৈ নিক্ষেপ কৰিলে।

৪৬—৫১। ৰঘুপুঙ্গৱ ৰামচন্দ্ৰই আসুৰ অস্ত্ৰৰদ্বাৰা আক্ৰান্ত হৈ অগ্নিসম তেজ-ধাৰণ কৰি পাবক অস্ত্ৰ প্ৰয়োগ কৰিলে। এই অস্ত্ৰবোৰৰ মুখবোৰ অগ্নিসম প্ৰদীপ্ত আৰু কোনো কোনোটো সূৰ্য্যৰ দৰে মুখবিশিষ্ট, কাৰো বৰ্ণ গ্ৰহ, নক্ষত্ৰ অথবা মহা-উল্কাসদৃশ, সিহঁতৰ জিহ্বাবোৰ বিদ্যুৎসদৃশ। ৰাঘৱ ৰামে এই অস্ত্ৰ প্ৰয়োগ কৰাত সিহঁতে ৰাৱণৰ ঘোৰমূৰ্ত্তি শৰসমূহৰ লগত সংঘৰ্ষ কৰি সেইবোৰ তেনেই ধ্বংস কৰিলে। অক্লিষ্টকৰ্ম্মা ৰামচন্দ্ৰই সকলো অস্ত্ৰ এইদৰে ব্যৰ্থ কৰা দেখি সুগ্ৰীৱপ্ৰমুখ কামৰূপী সকলো বান্দৰে ৰামক বেঢ়ি ধৰি সিংহনাদে হৰ্ষধ্বনি কৰিবলৈ ধৰিলে। দশৰথ-নন্দন মহাত্মা ৰামচন্দ্ৰই ৰাৱণৰ বাহু-নিঃসৃত অস্ত্ৰসমূহ ব্যৰ্থ কৰি হৰ্ষান্বিত হল আৰু বান্দৰবোৰেও আনন্দতে উচ্চস্বৰে হৰ্ষধ্বনি কৰিবলৈ ধৰিলে।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত নৱনৱতিতম সৰ্গ সমাপ্ত

# শততম সৰ্গ

## লক্ষ্মণৰ শক্তিশেল

১। ৰাক্ষসাধিপতি ৰাৱণে তেওঁৰ সকলো অস্ত্ৰ ব্যৰ্থ হোৱা দেখি দুগুণ ক্ৰোধান্বিত হৈ আন অস্ত্ৰ প্ৰয়োগ কৰাৰ কথা ভাবিবলৈ ধৰিলে।

২। ভাবিচিন্তি ময়নিৰ্ম্মিত ভয়ঙ্কৰ ৰুদ্ৰমূৰ্ত্তি অস্ত্ৰকে ৰামৰ ওপৰত নিক্ষেপ কৰিবলৈ আৰম্ভ কৰিলে।

৩—৪। তেতিয়া তেওঁৰ ধনুৰপৰা বজ্ৰতুল্য কঠোৰ প্ৰদীপ্ত শূল, গদা, মুসল, মুদগৰ, কূটপাশ আৰু আন আন বহুত সুতীক্ষ্ণ বজ্ৰ সমকক্ষ অস্ত্ৰবোৰ ওলাই পৰিবলৈ ধৰিলে, অনুমান হল যেন প্ৰলয়কালৰ ধুমুহা ববলৈ ধৰিছে।

৫। কিন্তু মহাদ্যুতিসম্পন্ন সৰ্ব্বশ্ৰেষ্ঠ অস্ত্ৰবিদ্যাকুশল শ্ৰীমান ৰামচন্দ্ৰই তেওঁৰ শ্ৰেষ্ঠ গান্ধৰ্ব্ব অস্ত্ৰৰদ্বাৰা ৰাৱণৰ সকলো অস্ত্ৰ ব্যৰ্থ কৰিলে।

৬। এইবোৰ অস্ত্ৰও প্ৰতিহত হোৱাত খঙতে ৰাৱণৰ চকু তাম যেন ৰঙা বৰণৰ হৈ উঠিল; তেতিয়া তেওঁ ৰামৰ উদ্দেশ্যে সৌৰ অস্ত্ৰ নিক্ষেপ কৰিবলৈ ধৰিলে।

৭—৮। এই অস্ত্ৰৰ বলত ধীমান দশগ্ৰীৱৰ ধনুৰপৰা জ্বলন্ত সুমহান চক্ৰবোৰ ওলাই আহি চাৰিওফালে আকাশ ঢাকি পেলালে, অনুমান হল যেন চন্দ্ৰ সূৰ্য্য আৰু গ্ৰহবোৰেহে নামি আহি আকাশ ঢাকি ধৰিছে।

৯। ৰাঘৱ ৰামে তেওঁৰ শৰবৃষ্টিৰদ্বাৰা ৰাৱণৰ এই চক্ৰ আৰু আন আন বিচিত্ৰ অস্ত্ৰবোৰ বিধ্বস্ত কৰিলে।

১০। এইবোৰ অস্ত্ৰও বিফল হোৱা দেখি ৰাক্ষসাধিপ ৰাৱণে দহপাট শৰৰদ্বাৰা ৰামৰ সকলো মৰ্ম্মস্থান বিদ্ধ কৰিলে।

১১। মহাতেজস্বী ৰাৱণৰ সুবৃহৎ ধনু-নিঃসৃত দহ বাণৰদ্বাৰা বিদ্ধ হৈও ৰাঘৱ অকণো কম্পিত নহল।

১২। অধিকন্তু ৰণদুৰ্জ্জয় ৰামে তেতিয়া অধিক ক্ৰুদ্ধ হৈ বহুত শৰৰদ্বাৰা ৰাৱণৰ সকলো শৰীৰ বিন্ধি পেলালে।

১৩—১৬। ইতিমধ্যে ৰাঘৱানুজ শত্ৰুবীৰহন্তা বলৱান লক্ষ্মণে সাতপাট উগ্ৰগতিসম্পন্ন শৰৰদ্বাৰা ৰাৱণৰ মনুষ্যশীৰ্ষযুক্ত ধ্বজা কাটি খণ্ড খণ্ড কৰিলে; লগতে সাৰথিৰ

প্ৰদীপ্ত কুণ্ডলশোভিত মূৰটোও বিচ্ছিন্ন কৰিলে ; আৰু পাঁচপাট শৰদ্বাৰা ৰাক্ষসৰাজৰ হাতীৰ শুঁৰৰ নিচিনা ধনুখনো কাটি দিলে।

১৭। এনেতে বিভীষণে জঁাপ দি পৰি তেওঁৰ গদাৰদ্বাৰা নীলমেঘসদৃশ পৰ্ব্বতোপম ৰাৱণৰ উৎকৃষ্ট ঘোঁৰাবোৰ বধ কৰিলে।

১৮—২১। ঘোঁৰা নিহত হোৱাত ৰাৱণ তৎক্ষণাৎ তেওঁৰ বৃহৎ ৰথৰপৰা নামিল আৰু ভায়েক বিভীষণৰ ওপৰত ভীষণ ক্ৰুদ্ধ হৈ প্ৰদীপ্ত বজ্ৰসম শক্তি অস্ত্ৰ তেওঁলৈ নিক্ষেপ কৰিলে। শক্তি নিপাতিত হোৱাৰ আগতে লক্ষ্মণে তিনিপাট শৰদ্বাৰা তাক কাটি দিলে ; তাকে দেখি বান্দৰবোৰৰ মাজৰপৰা ভীষণ জয়ধ্বনি সমুত্থিত হল। আৰু ইপিনে সুবৰ্ণমালাবিভূষিত অস্ত্ৰ তিনিখণ্ডত বিভক্ত হৈ আকাশৰপৰা পৰিবলৈ ধৰা স্ফুলিঙ্গযুক্ত সমুজ্জ্বল উল্কাৰ দৰে মাটিত পৰিল।

২২ – ২৫। শক্তি ব্যৰ্থ হোৱা দেখি ৰাৱণে আন এপাট শক্তি-অস্ত্ৰ তুলি ললে ; এই শক্তি অমোঘ বুলি বিখ্যাত, স্বয়ং কালদেৱতা যমেও তাক সহ্য কৰিব নোৱাৰে ; নিজ তেজোবলে সমুজ্জ্বল এই শক্তি-অস্ত্ৰ তুলি লৈ বলশালী দুৰাত্মা ৰাৱণে নিজ বলত প্ৰয়োগ কৰাত শক্তি প্ৰদীপ্ত বজ্ৰশিখাবৎ সমুজ্জ্বল হৈ উঠিল। ঠিক এনে সময়তে বীৰ লক্ষ্মণ বিভীষণৰ জীৱনৰ সংশয়পূৰ্ণ অৱস্থা দেখি দ্ৰুতপদে আগ বাঢ়ি আহিল আৰু বিভীষণক ৰক্ষা কৰিবলৈ ধনুত টান দি শক্তি হাতত লৈ থকা অৱস্থাতে ৰাৱণৰ ওপৰত শৰবৃষ্টি কৰিবলৈ ধৰিলে।

২৬। মহাত্মা লক্ষ্মণৰ শৰজালে আবৃত হোৱাত ৰাৱণৰ নিজ ভ্ৰাতৃবধ উদ্যম নষ্ট হল ; তেতিয়া তেওঁ ভায়েক লক্ষ্মণৰদ্বাৰা মুক্ত হোৱা দেখি দুনাই লক্ষ্মণক আক্ৰমণ কৰাৰ ইচ্ছা কৰি লক্ষ্মণৰ সম্মুখীন হৈ কবলৈ ধৰিলে, "লক্ষ্মণ, ৰাক্ষসক মুক্ত কৰি তই বৰ গৰ্ব্ব অনুভব কৰিছ ; কিন্তু যিহেতু বিভীষণক তই মুক্ত কৰিলি, এতেকে বিভীষণক চেৰাই এই শক্তি-অস্ত্ৰ তোৰ ওপৰতে পৰিব। শত্ৰুৰ ৰক্তে ৰঞ্জিত এই শক্তি পৰিঘসদৃশ সুদীৰ্ঘ মোৰ বাহুৰদ্বাৰা নিক্ষিপ্ত হৈ তোৰ হৃদয় বিদ্ধ কৰি প্ৰাণবায়ু লৈ ওলাই যাব।"

৩০। এই বুলি সি লক্ষ্মণক উদ্দেশ্য কৰি ময়দানৱ-নিৰ্ম্মিত অমোঘা শত্ৰুঘাতিনী শক্তি তুলি ললে।

৩১—৩৩। এই শক্তি-অস্ত্ৰ আঠোটা ঘণ্টা সংযুক্ত আৰু মহাশব্দকাৰী আৰু নিজ তেজোবলে সমুজ্জ্বল। ৰাৱণে পৰম ক্ৰুদ্ধ হৈ শক্তি নিক্ষেপ কৰি উচ্চস্বৰে সিংহনাদ কৰি উঠিল। নিক্ষিপ্ত শক্তি বজ্ৰসম স্বৰে ভীমবেগে লক্ষ্মণৰ গালৈ ধাবমান হল। অস্ত্ৰ নিপাতিত হবলৈ ধৰা দেখি অস্ত্ৰক উদ্দেশ্য কৰি ৰাঘৱ ৰামে কৈ উঠিল

"হে অস্ত্র, লক্ষ্মণৰ মঙ্গল হওক ; লক্ষ্মণক বধ কৰাৰ যি শক্তি তোমাত সন্নিহিত আছে, সি ব্যৰ্থ হওক ।" *

৩৪—৩৬। তাৰ পিচতে সৰ্পবৎ উগ্ৰ সেই শক্তি ক্ৰুদ্ধ ৰাৱণৰ হস্তচ্যুত হৈ ৰণক্ষেত্ৰত লক্ষ্মণৰ বুকুত সোমাল। অনুমান হল যেন মহাসৰ্পৰ প্ৰদীপ্ত জিহ্বাহে লক্ষ্মণৰ বৃহৎ বুকুৰ মাজত প্ৰৱেশ কৰিলে। এইদৰে ৰাৱণৰ বেগৰ লগত মিলিত হৈ মহাশক্তিয়ে গাঢ়ভাবে লক্ষ্মণৰ বুকু ভেদ কৰাত লক্ষ্মণ মাটিত ঢলি পৰিল।

৩৭—৩৯। ওচৰতে থকা লক্ষ্মণৰ এনে অৱস্থা দেখি, ভায়েকৰ প্ৰতি চেনেহতে ৰাঘৱ ৰামৰ অন্তৰ দুখত ভৰি পৰিল। অশ্ৰুপূৰ্ণনেত্ৰে অলপ সময় ধ্যানস্থ হৈ চিন্তা কৰি তেওঁ যুগান্তকালৰ অগ্নিসদৃশ ভীষণ ক্ৰুদ্ধ হৈ উঠিল। মনতে স্থিৰ কৰিলে, 'এতিয়া বিষাদৰ সময় নহয়।' এইদৰে ভাবি ৰাৱণক বধ কৰিবলৈ স্থিৰ কৰি যুদ্ধত প্ৰবৃত্ত হল আৰু লগতে সকলো প্ৰকাৰে যত্নবান হৈ লক্ষ্মণৰ প্ৰতিও চকু ৰাখিলে।

৪০—৫০। ৰাঘৱে দেখিলে যে সেই মহাযুদ্ধত শক্তিবিদ্ধ হৈ লক্ষ্মণ সৰ্পসংযুক্ত পৰ্ব্বতৰ দৰে তাত পৰি আছে। প্ৰধান প্ৰধান বান্দৰবোৰে বিশেষ যত্ন কৰিও বলবান ৰাৱণৰদ্বাৰা নিক্ষিপ্ত শক্তি উদ্ধাৰ কৰিব নোৱাৰিলে, কিয়নো শ্ৰেষ্ঠ শ্ৰেষ্ঠ ৰাক্ষসসমূহ শৰদ্বাৰা তেওঁলোকৰ শৰীৰ এনেয়ে জৰ্জ্জৰিত হৈ আছিল। ইতিমধ্যে শক্তিয়ে শৰীৰ ভেদ কৰি মাটিত প্ৰবেশ কৰিলেগৈ। এনে অৱস্থাত মহাবলশালী ৰামচন্দ্ৰই ক্ৰুদ্ধ হৈ দুই হাতেৰে শক্তিপাট খামোচ মাৰি ধৰি তাক ভাঙি টানি উলিয়াই আনিলে। ৰামে শক্তি উলিয়াই অনা সময়ত বলবান ৰাৱণে মৰ্ম্মভেদী বাণৰদ্বাৰা তেওঁৰ সৰ্ব্বশৰীৰ বিদ্ধ কৰিলে কিন্তু ৰামে তালৈ ভ্ৰূক্ষেপো নকৰি, লক্ষ্মণক সাবটি ধৰি মহাকপি হনুমান আৰু সুগ্ৰীৱক কলে, "হে মুখ্যবান্দৰগণ, তোমালোক সকলোৱে লক্ষ্মণক বেঢ়ি থাকা। ইমান দিনে যাক যুদ্ধত পাবলৈ ইচ্ছা কৰি আছিলোঁ, সি মোৰ সম্মুখত, এতেকে এয়ে মোৰ পৰাক্ৰম দেখুৱাৰ সময়। এই দশগ্ৰীৱ পাপাত্মা ; আৰু পাপতেই তাৰ মতি, এতেকে ই বধৰ যোগ্য। গ্ৰীষ্মকালৰ শেহত চাতকপক্ষী মেঘ দেখা পাবলৈ যিদৰে আগ্ৰহান্বিত হৈ থাকে তেনেদৰে তাক দেখা পাবলৈ উৎসুক হৈ আছোঁ। হে বান্দৰগণ, ইমানদিনে মই যি প্ৰতিজ্ঞা কৰি আছিলোঁ এই মুহূৰ্ত্ততে সেইটো সত্যত পৰিণত হব। আজি পৃথিৱী হয় ৰাৱণশূন্য অথবা ৰামশূন্য হোৱা তোমালোকে দেখিবা। ৰাজ্যনাশ,

* টীকাকাৰ সকলে ইয়াত অৰ্থ কৰিছে—সত্যসঙ্কল্প ৰামৰ এই উক্তিৰদ্বাৰা শক্তিৰ প্ৰাণঘাতী শক্তি নষ্ট হোৱাত ই কেবল লক্ষ্মণৰ শৰীৰত ব্যথা দিয়ে ক্ষান্ত হল।

বনবাস, দণ্ডকালৈ আগমন, সীতাৰ হৰণ, আৰু ৰাক্ষসবোৰৰ লগত সংঘৰ্ষ এইসকলো মহাঘোৰ আৰু যন্ত্রণামূলক ক্লেশ ভুগিলোঁ ; ৰাৱণক বধ কৰি এই সকলোবেপৰা নিষ্কৃতি লাভ কৰিম ।

৫১। যি উদ্দেশ্যে বালীৰ বধৰ পিচত সুগ্রীৱক ৰজা পাতি বান্দৰসৈন্য ইয়ালৈ আনিলোঁ, যি কাৰণত সেতু বন্ধ কৰি সাগৰ পাৰ হলোঁ, সেই পাপমূৰ্ত্তি আজি মোৰ চকুৰ সন্মুখত, মোৰ চকুৰ আগত উপস্থিত হোৱা গতিকে সি আৰু থাকিব নোৱাৰিব। দেখামাত্রকে বিষ লগা সাপৰ দৃষ্টিগোচৰ হলে যিদৰে ৰক্ষা নাই, অথবা গৰুড়ৰ সন্মুখত পৰিলে সাপৰ যিদৰে পৰিত্ৰাণ নাই, মোৰ চকুৰ আগত পৰি এই ৰাৱণৰো তেনেদৰে ৰক্ষা নাই। হে দুৰ্দ্ধৰ্ষ বান্দৰগণ, পৰ্ব্বতৰ ওপৰত বহি মনৰ সুখে ৰাৱণ আৰু মোৰ এই যুদ্ধ চাই লোৱাঁ।

৫৫—৫৬। তিনিও জগত, সিদ্ধ, গন্ধৰ্ব্ব আৰু চাৰণসকলে আজি যুদ্ধত ৰামৰ ৰামত্ব চাই লওক। আজি মই এনে এটা কাম কৰিম যাৰ কথা পৃথিৱী থাকেমানে দেৱতাকে আদি কৰি চৰাচৰ সকলো জীৱই কৈ থাকিব।"

৫৭—৬১। এইদৰে কৈ ৰামে তেওঁৰ কাঞ্চন বিভূষিত তীক্ষ্ণ শৰসমূহৰদ্বাৰা ৰাৱণক প্রহাৰ কৰিবলৈ ধৰিলে। আনপক্ষে মেঘে বৃষ্টিপাত কৰাৰ নিচিনাকৈ ৰাৱণেও নাৰাচ মুসল আদি অস্ত্র ৰামৰ ওপৰত বৰ্ষণ কৰিবলৈ ধৰিলে। এইদৰে পৰস্পৰৰ বধ কামনা কৰি শ্রেষ্ঠ শৰবোৰ নিক্ষেপ কৰিবলৈ ধৰাত, সিহঁতৰ ঘাত-প্রতিঘাতত তুমুল শব্দ উত্থিত হল। অন্তৰীক্ষৰপৰা ৰাম আৰু ৰাৱণৰ শৰবোৰে সমুজ্জ্বল মুখ লৈ পৃথিৱীত পৰিবলৈ ধৰিলে আৰু উভয়ৰে ধনুৰ জ্যাৰ শব্দত সকলো প্রাণী সন্ত্রস্ত হল আৰু ৰণভূমিৰ দৃশ্যয়ো অদ্ভুত ৰূপ ধাৰণ কৰিলে।

৬২। এইদৰে যুদ্ধ চলি থকাৰ ভিতৰত প্রদীপ্ত ধনুৰ্দ্ধাৰী মহাত্মা ৰামৰ শৰজালৰদ্বাৰা নিপীড়িত হৈ বতাহৰ আগত মেঘ উৰি পলোৱাৰ নিচিনাকৈ ভয়তে ৰাৱণে ৰণস্থলৰপৰা পলায়ন কৰিলে।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত শততম সৰ্গ সমাপ্ত

# একাধিকশততম সৰ্গ

## শক্তিশেলবিদ্ধ লক্ষ্মণক দেখি ৰামৰ শোক আৰু লক্ষ্মণৰ আৰোগ্য লাভ

১—২। বলশালী ৰাৱণৰদ্বাৰা শক্তিশেল বিদ্ধ হৈ বীৰ লক্ষ্মণ ৰক্তাক্ত কলেবৰে সমৰক্ষেত্ৰত পৰি থকা দেখি ৰামে বাণবৃষ্টিৰ দ্বাৰা দুৰাত্মা ৰাৱণৰ লগত তুমুল যুদ্ধত প্ৰবৃত্ত হল; তাৰ পিছত ৰাৱণ ৰণক্ষেত্ৰৰপৰা পলাই যোৱাত ৰামে সুষেণক সম্বোধন কৰি কবলৈ ধৰিলে,

৩। "সুষেণ, চোৱাঁ, ৰাৱণৰ আক্ৰমণত বীৰ লক্ষ্মণ মাটিত পৰি সাপৰ নিচিনাকৈ চট্‌ফটাই আছে; তাকে দেখি মোৰ শোক উথলি পৰিছে।

৪—৬। প্ৰাণতকৈও প্ৰিয়তৰ এই বীৰক ৰক্তাক্ত কলেবৰে পৰি থকা দেখি মই শোক-সন্তপ্ত। মোৰ যুদ্ধ কৰিবলৈ আৰু কি শক্তি থাকিব পাৰে? শুভলক্ষণ মোৰ এই ভ্ৰাতা সততে যুদ্ধত বীৰ বুলি প্ৰশংসাভাজন হৈ আছে, এতেকে এনে এজন বীৰো যদি মৃত্যুৰ বশবৰ্ত্তী হব পাৰে, তেন্তে মোৰ এই জীৱন বা সুখৰ কি প্ৰয়োজন? এওঁৰ এনে অৱস্থা দেখি মোৰ বীৰত্বৰ নামত লজ্জা অনুভব হৈছে, মোৰ হাতৰপৰা ধনু স্খলিত পৰিছে, শৰসমূহ বিকল হোৱা যেন হৈছে আৰু মোৰ দৃষ্টি শক্তিও বাষ্পৰুদ্ধ হৈছে।

৭। স্বপ্নাৱস্থাত মানুহৰ অঙ্গ-প্ৰত্যঙ্গ যিদৰে শিথিল হয়, বৰ্ত্তমানে মোৰ শৰীৰো তেনেদৰে অৱশ হৈ পৰিছে; ঘোৰ চিন্তাই মোক বেৰি ধৰিছে আৰু মৃত্যুৰ ইচ্ছা প্ৰবল হৈ উঠিছে।"

৮—১০। দুৰাত্মা ৰাৱণৰদ্বাৰা মৰ্ম্মস্থানত বিদ্ধ হৈ দুখাভিভূত ভ্ৰাতা লক্ষ্মণক ৰণক্ষেত্ৰ ধূলিৰ মাজত এইদৰে চট্‌ফটাই থকা দেখি ৰাম পৰম বিষণ্ণ হল। আৰু তেওঁৰ ইন্দ্ৰিয়গ্ৰাম ব্যাকুল হল। এনে অৱস্থাত বিলাপ কৰি কৰি তেওঁ কবলৈ ধৰিলে, "বীৰ সুষেণ, এই সময়ত জয়লাভ কৰিলেও মই তাৰপৰা কোনো সুখ পাব নোৱাৰিম। চন্দ্ৰই চকুৰ আগত নাথাকিলে মনত সুখ দিব নোৱাৰে।

১১। মোৰ এই জীৱনৰ কোনো প্ৰয়োজন নাই; যুদ্ধ কৰিয়ে বা কি লাভ? যিহেতু এই ৰণক্ষেত্ৰত লক্ষ্মণেই নিহত হৈ শুই আছে, এতেকে যুদ্ধৰো কোনো প্ৰয়োজন নাই।

১২—১৭। মই বনলৈ অহাৰ সময়ত মহাদ্যুতিসম্পন্ন লক্ষ্মণ মোৰ পিছে

পিচে আহিছিল, এতিয়া যমালয়লৈ যোৱাৰ সময়ত ময়ো তেওঁৰ পিচে পিচে যাম। এই লক্ষ্মণেই আছিল মোৰ ইষ্টবন্ধুজন আৰু সততে মোৰ অনুগত। হায়! কূটযোদ্ধা ৰাক্ষসবোৰে তেওঁৰো অৱস্থা এনেবিধৰ কৰিলে! বন্ধু আৰু ভাৰ্য্যা দেশে দেশে পোৱা যায়, কিন্তু তেনে দেশ মই দেখা নাই য'ত সহোদৰ ভ্ৰাতা পোৱা যাব পাৰে! হে দুৰ্দ্ধৰ্ষ সুষেণ, লক্ষ্মণ অবিহনে মোৰ এই ৰাজ্যত কোনো লাভ নাই। এতিয়া পুত্ৰবৎসলা সুমিত্ৰা দেবীক মই কি কম? দেবী সুমিত্ৰাৰ উপহাস মই সহিব নোৱাৰিম। মই মোৰ আই কৌসল্যাক কি কম আৰু কৈকেয়ীকে বা কম কি! ভৰতক কি কম আৰু মহাবলশালী শত্ৰুঘ্নক কি কম? তেওঁলোকে যেতিয়া সুধিব যে লক্ষ্মণেৰে সৈতে বনলৈ গলা, এতিয়া তেওঁ লগত নোহোৱাকৈ তুমি উভতি আহিলা কিয়, তাৰ উত্তৰত মই কি কম?

১৮—২২। এতেকে আত্মীয়সকলৰ গৰিহণা পোৱাতকৈ মোৰ এই ঠাইতে মৃত্যু হোৱাই শ্ৰেয়। হায়! পূৰ্ব্বজন্মত মই কি কুকৰ্ম্ম কৰিছিলোঁ, যাৰ ফলত মোৰ এই ধাৰ্ম্মিক ভ্ৰাতা নিহত হৈ সম্মুখত পৰি থাকিব লগা হৈছে? হে নৰ-শ্ৰেষ্ঠ, বীৰ প্ৰধান, মোৰ জীৱনৰ অধিকাৰী ভাই লক্ষ্মণ, তুমি মোক এৰি অকলে পৰলোকলৈ গলা কিয়? হে ভ্ৰাতঃ, মই এইদৰে বিলাপ কৰি থকাতো তুমি মোৰ লগত কথা পতা নাই কিয়? লক্ষ্মণ, উঠা, মোৰ পিনে চোৱাঁ; তুমি শুই আছা কিয়? মোৰ এতিয়া বৰ কাতৰ অৱস্থা, এবাৰ চকু মেলি চোৱাঁ। হে মহাবাহু, শোকাৰ্ত্ত আৰু প্ৰমত্ত পৰ্ব্বতে কাননে বিষণ্ণ হৈ থকা অবস্থাত একমাত্ৰ তুমিয়ে আছিলা মোক আশ্বাস দিওঁতা।"

২৩—২৬। শোকতে বিহ্বল হৈ ৰামে এইদৰে কৈ থাকোঁতে অত্যুৎকৃষ্ট বাণীৰে তেওঁক প্ৰবোধ দি সুষেণে কবলৈ ধৰিলে, "হে নৰশাৰ্দ্দুল, আপোনাৰ বুদ্ধিবিপ্লৱ-কাৰী এই মতি ত্যাগ কৰক। সেনাবাহিনীৰদ্বাৰা প্ৰেৰিত বাণবৃষ্টিৰ দৰে এই চিন্তাই আকুল শোকহে বঢ়াই তোলে। লক্ষ্মীবৰ্দ্ধন লক্ষ্মণৰ মৃত্যু হোৱা নাই। তেওঁৰ মুখত কোনো বিকৃতিৰ ভাব পৰিলক্ষিত হোৱা নাই আৰু কোনো কালিমাৰ দাগো নাই, আপুনি চাওক, এওঁৰ মুখে এতিয়াও প্ৰসন্ন ৰূপ লৈ সুন্দৰ প্ৰভাযুক্ত হৈ আছে। এওঁৰ হাত দুখন পদ্মপত্ৰসম ৰক্তিমবৰ্ণাভ, চকুযুৰি প্ৰসন্ন; হে নৰ-পতি, গতপ্ৰাণজনত এনে ৰূপ দৃষ্ট নহয়।

২৭—২৮। হে বীৰ, আপুনি শোক নকৰিব, শৰীৰৰ সকলো অঙ্গ শিথিল অৱস্থাত ৰাখি মাটিৰ ওপৰত শুই থকাজনৰ উশাহ লৈ থকা হৃদয়ৰ নিচিনা ঘনাই ঘনাই হবলৈ ধৰা বুকুৰ স্পন্দনে কৈ দিছে যে অৰিন্দম লক্ষ্মণ এতিয়াও জীৱিত আছে।"

২৯—৩২। মহাপ্রাজ্ঞ সুষেণে ৰামক এইদৰে কৈ ওচৰত বৈ থকা মহাকপি হনুমানক উদ্দেশ্য কৰি কলে, "সৌম্য, তুমি অতি শীঘ্ৰে ইয়াৰপৰা গৈ পূৰ্ব্বতে জাম্ববানে কৈ থোৱা মহোদয় পৰ্ব্বতৰ দক্ষিণ শিখৰত উৎপন্ন বিশল্যকৰণী, সাবৰ্ণ্যকৰণী, সঞ্জীৱকৰণী আৰু সন্ধানী নামৰ এই চাৰি বিধ মহৌষধি বীৰ লক্ষ্মণক জীয়াই তুলিবলৈ লৈ আহাঁগৈ।"

৩৩—৩৫। হনুমানক এইদৰে কোৱাৰ লগে লগে তেওঁ ওষধিপৰ্ব্বতলৈ গৈ, ওষধিবোৰ চিনি নাপাই চিন্তান্বিত হ'ল। তেতিয়া অসীমশক্তিসম্পন্ন হনুমানৰ মনত এটা বুদ্ধি খেলালে, "পৰ্ব্বতৰ সমগ্ৰ এই শৃঙ্গটোকে লৈ যাওঁ। সুখসাধক সেই ওষধিবোৰ এই শিখৰতে আছে; সুষেণে এইদৰেই কৈছিল আৰু মযো ভাবিচিন্তি তাকেই বুজিব পাৰিছোঁ। বিশল্যকৰণী আদি ওষধিসমূহ নিনিয়াকৈ গলে, সময় অতিবাহিত হোৱাৰ কাৰণে গুৰুতৰ দোষ হব আৰু তেতিয়া মহা বিপদ হ'ব।"

৩৬—৪০। এইদৰে চিন্তা কৰি মহাবলবান হনুমানে পৰ্ব্বতটো আঁকোৱালি ধৰি তিনিবাৰ জোকাৰি ছিঙি পেলালে আৰু তাত থকা প্ৰস্ফুটিত তৰু-তৃণে সৈতে শৃঙ্গটো দুই হাতেৰে ওপৰলৈ তুলি ললে। তাৰপিচত জলপূৰ্ণ নীলমেঘখণ্ডসদৃশ গিৰিশৃঙ্গটো উভালি লৈ গগনমণ্ডললৈ জঁাপ দিলে। শৃঙ্গটো লৈ আহি মহাবলবান হনুমানে সুষেণৰ ওচৰত থৈ অলপ জিৰণি লৈ কবলৈ ধৰিলে, "হে কপিপ্ৰবৰ, ঔষধবোৰ মই চিনি নাপাওঁ, এইকাৰণত পৰ্ব্বতৰ সমগ্ৰ শৃঙ্গটোকে লৈ আহিছোঁ।"

৪১—৪৮। তেতিয়া বান্দৰশ্ৰেষ্ঠ সুষেণে পবননন্দন হনুমানক প্ৰশংসা কৰি ওষধিবোৰ উভালি আনিলে, আৰু সেইবোৰ খুন্দি লৈ লক্ষ্মণৰ নাকৰ আগত ধৰিলে। শেলযুক্ত অৱস্থাতে শত্ৰুবীৰহন্তা লক্ষ্মণে সেই ঔষধবোৰ ঘ্ৰাণ কৰি তৎক্ষণাৎ শেলমুক্ত হৈ আৰোগ্য লাভ কৰিলে, আৰু মাটিৰ ওপৰতে উঠি বহিল। বান্দৰবোৰে লক্ষ্মণ উঠি বহা দেখি পৰম প্ৰীত হৈ হনুমানক "সাধু! সাধু!" বুলি চিঞৰি উঠিল আৰু লক্ষ্মণক পূজা কৰিবলৈ ধৰিলে। তেতিয়া ৰামে "আহ! আহ!" বুলি তেওঁক আলিঙ্গন কৰি কবলৈ ধৰিলে, "হে বীৰ, ভাগ্যগুণে মই তোমাক মৰণৰপৰা উভতি অহা দেখা পালো। হে বীৰ, তোমাৰ মৃত্যু হলে মোৰ এই জীৱনত কি লাভ? সীতা বা জয় লাভৰে প্ৰয়োজন কি?"

৪৯। মহাত্মা ৰামে এইদৰে কোৱাত লক্ষ্মণে ক্ষীণস্বৰে কবলৈ ধৰিলে, "হে সত্যপৰাক্ৰম ৰাম, পূৰ্ব্বতে তেনেভাবৰ প্ৰতিজ্ঞা কৰি এতিয়া আপুনি পাতল মনৰ বীৰ্য্যহীনজনৰ নিচিনাকৈ এনেদৰে কোৱাটো উচিত নহয়।

৫১। সত্যবাদীলোকে কেতিয়াও প্ৰতিজ্ঞাৰ অন্যথা নকৰে; প্ৰতিজ্ঞা পালনেই মহত্ত্বৰ লক্ষণ।

৫২—৫৪। হে অনঘ, মোৰ কাৰণে আপুনি নিৰাশাৰ আশ্ৰয় লোৱাটো উচিত নহয়; আপুনি আজিয়েই ৰাৱণক বধ কৰি আপোনাৰ প্ৰতিজ্ঞা পালন কৰক। "হে বীৰ, গৰ্জ্জনৰত তীক্ষ্ণ দন্তবিশিষ্ট সিংহৰ মুখৰপৰা মহাগজ যিদৰে সাৰি যাব নোৱাৰে, আপোনাৰ শৰৰ অধীনলৈ আহি শত্ৰুও সেইদৰে জীৱন লৈ উভতি যাব নোৱাৰে। দিবাকৰ সূৰ্য্যদেৱে নিজ কৰ্ম্ম সমাপন কৰি মাৰ যোৱাৰ আগতে অতি শীঘ্ৰে দুৰাত্মা এই ৰাৱণৰ বধ হোৱাটো মই কামনা কৰিছোঁ।

৫৫। হে আৰ্য্য যদিহে যুদ্ধত ৰাৱণৰ বধ ইচ্ছা কৰিছে, আৰু তাৰদ্বাৰা আপোনাৰ প্ৰতিজ্ঞা পালন কৰি ৰাজদুহিতা জানকীক পাবলৈ ইচ্ছা কৰিছে, তেন্তে হে বীৰ, মই যিদৰে কৈছোঁ আপুনি ততালিকে তেনেদৰে কৰক।"

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত একাধিকশততম সৰ্গ সমাপ্ত

## দ্ব্যধিকশততম সৰ্গ

### ৰাম-ৰাৱণৰ যুদ্ধ

১—৩। লক্ষ্মণৰ এই উক্তি শুনি পৰবীৰহন্তা বীৰ্য্যবাণ ৰাঘৱে ধনু হাতত লৈ যুদ্ধত প্ৰবৃত্ত হ'ল, আৰু ৰাৱণৰ ওপৰত ঘোৰ শৰবৃষ্টি কৰিবলৈ ধৰিলে। ইতিমধ্যে ৰাক্ষসাধিপ ৰাৱণে আন এখন ৰথত * উঠি ৰাহুগ্ৰহে সূৰ্য্যৰ পিনে ধাবমান হোৱাৰ নিচিনাকৈ কাকুৎস্থ ৰামৰ প্ৰতি ধাবমান হৈ মেঘে মহাপৰ্ব্বতৰ ওপৰত বৃষ্টিপাত কৰাৰ দৰে ৰথতে থাকি ৰামৰ ওপৰত বজ্ৰসম শৰবোৰ নিক্ষেপ কৰিবলৈ ধৰিলে।

৪—৭। তেতিয়া ৰামে প্ৰদীপ্ত অগ্নিসম তীব্ৰ, কাঞ্চনবিভূষিত শৰসমূহৰদ্বাৰা

---

* পূৰ্ব্বৰ সৰ্গত ৰাৱণ যুদ্ধৰপৰা পলোৱাৰ কথা আছে। ইতিমধ্যে শুক্ৰাচাৰ্য্যৰ নিৰ্দ্দেশমতে ৰাৱণে নিকুম্ভিলা যজ্ঞত হোম কৰি থাকোতে বান্দৰবোৰে সেই যজ্ঞত বিঘিনি ঘটায়। তেতিয়া ৰাৱণে আন এখন ৰথত উঠি ৰামৰ লগত যুদ্ধ কৰিবলৈ আহে। তিলককাৰৰ মতে আহিন মাহৰ শুক্ল প্ৰতিপদ তিথিৰ দিনৰ দুপৰীয়া কালত এই যুদ্ধাৰম্ভ। আন এখন পুৰাণত এই আখ্যানটো উল্লেখ কৰা আছে বুলি কথিত আছে।

একাগ্ৰচিত্তে ৰাৱণৰ ওপৰত শৰ নিপাত কৰিবলৈ ধৰিলে। ৰামে মাটিতে থিয় দি ৰথৰ ওপৰত থকা ৰাক্ষসৰ লগত যুদ্ধত অৱতীৰ্ণ হোৱাত দেৱতা, গন্ধৰ্ব্ব আৰু কিন্নৰ-সকলে যুদ্ধৰ সমতা ৰক্ষা হোৱা নাই বুলি কোৱাকুই কৰিবলৈ ধৰিলে। দেববৰ শ্ৰীমান ইন্দ্ৰই তেওঁলোকৰ অমৃতোপম এই কথাখিনি শুনি সাৰথি মাতলিক মাতি আনি কলে, "হে মাতলি, মোৰ ৰথত উঠি তুমি অতি শীঘ্ৰে ৰঘুশ্ৰেষ্ঠ ৰামৰ গুৰিলৈ যোৱা; ভূতলত অৱতীৰ্ণ হৈ তুমি দেৱতাসকলৰ মহৎ হিত কাৰ্য্য সাধন কৰাঁগৈ।*

৮—৯। দেৱৰাজে এইদৰে কোৱাত দেৱসাৰথি মাতলিয়ে মূৰ দোঁৱাই নমস্কাৰ জনাই কলে, "হে দেবেন্দ্ৰ, অতি শীঘ্ৰে গৈ মই ৰামৰ সাৰথ্য কৰিমগৈ।" এই বুলি অত্যুৎকৃষ্ট ৰথত তেওঁ হৰিদ্বৰ্ণৰ ঘোঁৰা সংযুক্ত কৰিলে। দেৱৰাজৰ এই ৰথ সোণৰ ৰঙেৰে চিত্ৰিত আৰু শত শত কিঙ্কিনীসংযুক্ত।

১০—১১। দেখাত উঠি অহা সূৰ্য্যসম সমুজ্জ্বল, বৈদুৰ্য্যময় কূবৰ** সংযুক্ত স্বৰ্ণাভৰণ-বিভূষিত উৎকৃষ্ট অশ্বসংযুক্ত, শুভ্ৰ চামৰাদি অলঙ্কাৰৰদ্বাৰা সুশোভিত; তাৰ ঘোঁৰাবোৰ সূৰ্য্যসদৃশ সমুজ্জ্বল, আৰু হেমজালে বিভূষিত, তাৰ ধ্বজা সুবৰ্ণময়।

১২—১৬। দেৱৰাজ ইন্দ্ৰৰদ্বাৰা আদিষ্ট হৈ মাতলি সৰগৰপৰা নামি ৰথ লৈ কাকুৎস্থ ৰামৰ ওচৰত উপস্থিত হ'ল। চাবুক হাতত লৈয়ে ৰথৰপৰা হাত যোৰ কৰি তেওঁ ৰামক কবলৈ ধৰিলে, "হে মহাসত্ত্বসম্পন্ন শত্ৰুসংহাৰক কাকুৎস্থ, আপোনাৰ জয়ৰ কাৰণে সহস্ৰাক্ষ ইন্দ্ৰই এই ৰথ পঠিয়াইছে। এয়া বৃহৎ ঐন্দ্ৰধনু অগ্নিসমস মুজ্জ্বল কবচ, সূৰ্য্যসদৃশ শৰ, আৰু মঙ্গলময় বিমল শক্তি অস্ত্ৰ। "হে বীৰ, তাহানি কালত মোক সাৰথি লৈ মহেন্দ্ৰই দানৱ-কুলক ধ্বংস কৰাৰ নিচিনাকৈ আপুনিও এই ৰথত আৰোহণ কৰি ৰাক্ষস ৰাৱণক বধ কৰক।"

১৭—২৪। মাতলিয়ে এইদৰে কোৱাত ৰামচন্দ্ৰই প্ৰদক্ষিণ কৰি ৰথৰ প্ৰতি অভিবাদন জনালে; ৰথত আৰোহণ কৰাত ত্ৰিজগৎ সৌন্দৰ্য্যতে উদ্ভাসিত হৈ উঠিল। তাৰ পিচতে মহাবাহু ৰামচন্দ্ৰ আৰু ৰাৱণৰ মাজত ঘোৰতৰ অদ্ভুত দ্বৈৰথ যুদ্ধ আৰম্ভ হল। পৰমাস্ত্ৰবিদ ৰামচন্দ্ৰই গান্ধৰ্ব্ব অস্ত্ৰৰদ্বাৰা ৰাক্ষসৰ গান্ধৰ্ব্ব অস্ত্ৰ আৰু দৈবাস্ত্ৰৰদ্বাৰা তাৰ দৈবাস্ত্ৰ ব্যৰ্থ কৰিবলৈ ধৰিলে। তেতিয়া নিশাচৰ ৰাৱণে অতিশয় ক্ৰুদ্ধ হৈ পুনঃ ৰামৰ ওপৰত ঘোৰমূৰ্ত্তি শ্ৰেষ্ঠ অস্ত্ৰ নিক্ষেপ কৰিবলৈ ধৰিলে। কাঞ্চন-বিভূষিত ৰাৱণৰ ধনুৰপৰা নিঃসৃত হৈ মহাবিষধৰ সাপৰ ৰূপ লৈ ৰামৰ চাৰিওফালে

---

* 'এইখন দেৱৰাজ ইন্দ্ৰৰ ৰথ, ইয়াতে উঠি আপুনি যুদ্ধ কৰি ৰাৱণ বধৰদ্বাৰা দেৱতাসকলৰ হিতকাৰ্য্য সমাধা কৰক, এই বুলি কবাগৈ।"

** কুবৰঃ যুঁৱলি ধৰি থকা সাঁজুলি, য'ত চালক বহে

ঘুৰিবলৈ ধৰিলে। সিহঁতে প্ৰদীপ্ত মুখৰপৰা হলাহল বিষ নিৰ্গত কৰি মুখ মেলি ভয়ঙ্কৰ ৰূপ লৈ ৰামক বেঢ়ি ধৰিলে আৰু বাসুকিসদৃশ মহাবিষধৰ সৰ্পবৎ প্ৰদীপ্ত ফণাৰে সৈতে সকলো দিক ঢাকি পেলালে। ৰণক্ষেত্ৰত পন্নগসদৃশ শৰসমূহে এইদৰে আবৃত কৰি ধৰা দেখি ৰামে ভয়াবহ গাৰুত্মৎ অস্ত্ৰ সংযোগ কৰিলে।

২৫—২৮। সোণৰ পাখি লগোৱা অগ্নিসম তেজস্বী এই বাণবোৰ ৰাঘৱৰ ধনুৰপৰা চ্যুত হৈ সৰ্পশত্ৰু সুবৰ্ণবিভূষিত গৰুড়ৰ ৰূপ লৈ ঘূৰি ফুৰিবলৈ ধৰিলে আৰু ৰাক্ষসৰ মহাবেগশালী সৰ্পৰূপধাৰী শৰসমূহ বিধ্বস্ত কৰিলে। অস্ত্ৰ ব্যৰ্থ হোৱাত ৰাক্ষসৰাজ ৰাৱণ ভয়ানক ক্ৰুদ্ধ হল আৰু ৰামৰ ওপৰত ঘোৰতৰ শৰবৃষ্টি কৰিবলৈ ধৰিলে। এইদৰে হাজাৰ হাজাৰ শৰেৰে অক্লিষ্টকৰ্ম্মা ৰামক বিন্ধি বাণবৃষ্টিৰদ্বাৰা মাতলিকো বিদ্ধ কৰিলে।

২৯। তাৰ পিচত এপাট শৰৰদ্বাৰা কাঞ্চনময় ধ্বজা বিছিন্ন কৰি ৰথৰ ওপৰ-ভাগৰপৰা তলভাগত পেলাই দিলে।

৩০—৩১। ইন্দ্ৰদেৱতাৰ অশ্বসমূহকো শৰজালৰদ্বাৰা বিধ্বস্ত কৰিলে। ৰাৱণৰ শৰবৃষ্টিত ৰামচন্দ্ৰ এইদৰে পীড়িত হোৱা দেখি দেৱ, দানৱ, চাৰণ, গন্ধৰ্ব্বসকল বিষণ্ণ হল আৰু সিদ্ধ, শ্ৰেষ্ঠ ঋষিগণ, বিভীষণ আৰু বান্দৰদলপতিসকল ব্যথিত হৈ উঠিল।

৩২—৩৭। এইসময়ত ৰামৰূপ চন্দ্ৰ ৰাৱণৰূপ ৰাহুৰদ্বাৰা অক্ৰান্ত হোৱাত বুধগ্ৰহে, প্ৰজাপতি দেৱতাসম্বন্ধী শশীপ্ৰিয়া ৰোহিণী-নক্ষত্ৰক আক্ৰমণ কৰি প্ৰজাবৰ্গৰ অহিত জ্ঞাপন কৰিলে; আৰু ধোঁৱাৰে পৰিবৃত উৰ্ম্মিমালাৰে যেন জ্বলিহে উঠিছে এনেভাবে সমুদ্ৰও ক্ৰুদ্ধ হৈ সূৰ্য্যকো যেন স্পৰ্শ কৰিব তেনেভাবে ওকন্দি উঠিল। সূৰ্য্য ৰশ্মিহীন হল আৰু কৃষ্ণবৰ্ণমণ্ডল কঠোৰ ৰূপ ধাৰণ কৰি ধূমকেতুসংযুক্ত হোৱাত তেওঁৰ কোলাত কবন্ধৰ ৰূপে দেখা দিলে; আকশত মঙ্গলগ্ৰহে কোসল ৰাজ্যৰ কুলদেৱতা ইন্দ্ৰাগ্নি দৈৱত বিশাখানক্ষত্ৰক আক্ৰমণ কৰিলে। দশাননে কুৰিখন হাতত ধনু ধাৰণ কৰি মৈনাক পৰ্ব্বতসদৃশ শোভা ধাৰণ কৰিলে।

৩৮—৩৯। দশগ্ৰীব ৰাৱণৰদ্বাৰা প্ৰতিহত হৈ ৰামে ৰণক্ষেত্ৰত ধনু পৰ্য্যন্ত হাতত ৰাখিব নোৱৰা হল। এনে অৱস্থাত ৰামচন্দ্ৰই ভ্ৰূকুটি কৰাত ক্ৰোধতে চকুযুৰি ৰক্তাক্ত হল, অনুমান হল ৰাক্ষসবোৰক দগ্ধ কৰিহে যেন তেওঁ ক্ৰুদ্ধ হৈ উঠিছে। সেই সময়ত ধীমান ৰামৰ ক্ৰোধপূৰ্ণ মূৰ্ত্তি দেখি সকলো প্ৰাণী সন্ত্ৰস্ত হল আৰু পৃথিৱী কঁপি উঠিল।

৪০। সিংহশাৰ্দ্দুল শিল আৰু মহা মহা দ্ৰুমবিশিষ্ট পৰ্ব্বত কঁপিবলৈ ধৰিলে, নদীসকলৰ অধিপতি সমুদ্ৰও ক্ষুব্ধ হল।

৪১। আকাশত মেঘবোৰে ৰুদ্ৰমূৰ্ত্তি লৈ কঠোৰ স্বৰে শব্দ কৰিবলৈ ধৰিলে আৰু চাৰিওফালে উৎপাতৰ চিহ্নবোৰ প্ৰকাশ পাবলৈ ধৰিলে।

৪২—৪৬। ৰামৰ ক্ৰোধ আৰু দাৰুণ উৎপাতসমূহ দেখি সকলো প্ৰাণী সন্ত্ৰস্ত হ'ল আৰু ৰাৱণৰ মনতো ভয়ৰ সঞ্চাৰ হ'ল। ইতিমধ্যে দেৱ, গন্ধৰ্ব্ব, মহোৰগ, ঋষি, দানৱ, দৈত্য আৰু খেচৰগণ আকাশত থাকি ভয়ঙ্কৰ অস্ত্ৰপ্ৰহাৰৰদ্বাৰা প্ৰবৃত্ত দুই মহাযোদ্ধাৰ লোকক্ষয়ঙ্কৰ এই ভীষণ যুদ্ধ চাবলৈ লাগিল। তেতিয়া সুৰাসুৰ সকলোৱে যুদ্ধস্থলত উপস্থিত হৈ যুদ্ধৰ ৰূপ দেখি ভক্তিৰে হৃষ্টচিত্তে কবলৈ ধৰিলে। অসুৰবোৰে চিঞৰি উঠিল জয় দশগ্ৰীৱৰ জয়; সেইদৰে দেৱতাসকলেও বাৰে বাৰে কবলৈ ধৰিলে "ৰাম, তোমাৰ জয় হওক।"

৪৭—৫০। ঠিক এনেসময়তে ৰামৰ ওপৰত ক্ৰুদ্ধ হৈ দুৰাত্মা ৰাৱণে ৰামক প্ৰহাৰ কৰাৰ ইচ্ছাতে বৃহৎ এপাট অস্ত্ৰ হাতত ললে। এই অস্ত্ৰ বজ্ৰসাৰ, মহানাদ সম্পন্ন আৰু সৰ্ব্বশত্ৰু সংহাৰক। ইয়াৰ তিনিওটা মূৰ পৰ্ব্বতশৃঙ্গসদৃশ, দেখিলেই দৃষ্টি আৰু মনত ভয়ৰ সঞ্চাৰ হয়। তাৰ তীক্ষ্ণ অগ্ৰভাগ যুগান্তকালৰ সধূম অগ্নিপুঞ্জ সদৃশ; ই অতি ৰুদ্ৰ আৰু কালদেৱতা যমৰো অসহ্য।

৫০। ৰাৱণে ক্ৰোধতে জ্বলি উঠি সৰ্ব্বলোক ভয়াবহ শত্ৰু হৃদয় দাৰণ আৰু ভেদন ক্ষম এই শক্তি অস্ত্ৰ তুলি ললে।

৫১—৫৬। বীৰ্যবান মহাকায় ৰাক্ষসে পৰমক্ৰুদ্ধ হৈ সৈন্যদলৰদ্বাৰা পৰিবৃত হৈ শূলপাত তুলি ললে আৰু ৰক্তাক্তনয়নে ৰাক্ষসবোৰক হৰ্ষান্বিত কৰি ভৈৰৱৰবে সিংহনাদ কৰি উঠিল। শব্দ এনে উচ্চস্বৰত হ'ল যে তাৰ প্ৰতিধ্বনিতে পৃথিৱী, অন্তৰীক্ষ আৰু দেশ বিদেশ কঁপি উঠিল। অতিকায় দুৰাত্মা ৰাৱণৰ শব্দধ্বনি শুনি সকলো প্ৰাণী সন্ত্ৰস্ত হ'ল আৰু সাগৰো ক্ষুব্ধ হৈ উঠিল। তাৰপিচত মহাবীৰ্য্যবান ৰাৱণে সুবৃহৎ সেই শূলপাত তুলি লৈ সিংহনাদে গৰ্জ্জি উঠিল আৰু কঠোৰ বাক্যে ৰামক উদ্দেশ্য কৰি কবলৈ ধৰিলে, "ৰাম, বজ্ৰসদৃশ কঠোৰ এই শূল সক্ৰোধে মই তোমাৰ কাৰণে তুলি ললোঁ, ই ভ্ৰাতাৰ সৈতে তোমাৰ প্ৰাণ হৰণ কৰিব।

৫৭। মই ৰণগৰ্ব্বে গৰ্ব্বী, যিসকল ৰাক্ষস বীৰ যুদ্ধত নিহত হৈছে, মোৰ শক্তিৰদ্বাৰা তোমাক বধ কৰি আজি তোমাক সিহঁতৰ শাৰীত ভুক্ত কৰিম।

৫৮—৫৯। ৰাঘৱ, অলপ সময় বৈ থাকা এই শূলৰদ্বাৰাই এতিয়াই মই তোমাক বধ কৰোঁ।" এই বুলি কৈ ৰাক্ষসাধিপ ৰাৱণে শূলপাত ৰামলৈ নিক্ষেপ কৰিলে। আঠোটাঘণ্টা সংযুক্ত মহানাদপূৰ্ণ এই শূল ৰাৱণৰ হস্তচ্যুত হৈ বিদ্যুৎমালাৰ প্ৰভাৱে আবৃত হৈ আকাশত শোভমান হ'ল।

৬০—৬২ বীৰ্য্যশালী ৰাঘৱে ঘোৰমূৰ্ত্তি সমুজ্জ্বল শূলৰ প্ৰতি লক্ষ্য কৰি অগ্নি-শিখাতুল্য বিবিধ শৰ তালৈ নিক্ষেপ কৰি ইন্দ্ৰই জলবৃষ্টিৰদ্বাৰা যুগান্তকালক বাঢ়ি উঠা অগ্নিৰ গতি হ্ৰাস কৰাৰ নিচিনাকৈ পৰিবলৈ ধৰা শূলৰ গতি সন্ধীভূত কৰিলে। কিন্তু অগ্নিয়ে পতঙ্গকুল ধ্বংস কৰাৰ নিচিনাকৈ ৰাৱণৰ সেই বৃহৎ শূলে ৰামৰ ধনুৰ্ম্মুক্তশৰসমূহ দগ্ধ কৰিলে।

৬৩—৬৬। তেতিয়া ৰামে শৰসমূহ এইদৰে ভস্মীভূত হোৱা দেখি, ক্ৰোধতে অধীৰ হল আৰু মাতলিয়ে অনা ইন্দ্ৰৰ অতি আদৰৰ সেই শূলপাত তুলি ললে। ঘণ্টাসংযুক্ত শব্দায়মান সেই শূল ৰামে তুলিলোৱাৰ লগে লগে সি যুগান্তকালৰ উল্কাৰদৰে জ্বলি উঠিল। নিক্ষিপ্তশূল ৰাৱণৰ শূলৰ ওপৰত পৰাত ৰাৱণৰ শূল ভগ্ন হৈ নিষ্প্ৰভ হল আৰু মাটিত পৰিল।

৬৭—৭০। তাৰ পিচত ৰামচন্দ্ৰই তেওঁৰ শীঘ্ৰগামী তীৰসমূহৰ দ্বাৰা মহাগতি সম্পন্ন ৰাৱণৰ ৰথৰ ঘোঁৰাবোৰ বধ কৰিলে। আৰু তীক্ষ্ণ শৰৰদ্বাৰা ৰাৱণৰ বুকু বিদ্ধ কৰি তিনিপাট শৰেৰে তেওঁৰ ললাট প্ৰদেশ ভেদ কৰিলে। এইদৰে সৰ্ব্বশৰীৰ শৰবিদ্ধ হৈ তেজেৰে ৰাঙলী হৈ উঠাত ৰাৱণে শাখা প্ৰশাখা সমন্বিত প্ৰস্ফুটিত অশোকবৃক্ষৰ নিচিনা শোভা ধাৰণ কৰিলে। তেতিয়া নিশাচৰৰাজ ৰাৱণ ৰামৰ শৰত সৰ্ব্বশৰীৰ বিদ্ধ হৈ ৰক্তাক্ত কলেবৰ হোৱাত ৰণক্ষেত্ৰৰ ভিতৰতে তেওঁ অতি বিষণ্ণ হল আৰু খঙত জ্বলি উঠিল।

ইতি যুদ্ধ কাণ্ডৰ অন্তৰ্ভুক্ত দ্ব্যধিকশততম সৰ্গ সমাপ্ত।

# ত্ৰ্যধিকশততম সৰ্গ

## ৰাম-ৰাৱণৰ যুদ্ধ (২)

### ৰাৱণ বীৰ্য্যহীন হোৱাত সাৰথিৰদ্বাৰা ৰাৱণৰ ৰথ অপসাৰণ

১—৫। সমৰশ্লাঘী ৰাৱণ ৰামৰ শৰত জৰ্জ্জৰিত হৈ ভীষণ ক্ৰুদ্ধ হ'ল। ৰামৰ পৰাক্ৰম সহিব নোৱাৰি তেওঁৰ চকুযুৰি জ্বলি উঠিল আৰু অতিশয় ক্ৰুদ্ধ হৈ ৰামক প্ৰপীড়িত কৰিবলৈ ধৰিলে। মেঘে বৃষ্টিপাতৰদ্বাৰা জলাশয় পৰিপূৰণ কৰাৰ নিচিনাকৈ ৰাৱণে ৰামৰ ওপৰত হাজাৰ হাজাৰ শৰ-বৃষ্টি কৰিবলৈ ধৰিলে। শৰ-বৃষ্টি হবলৈ ধৰিলেও ৰাম অটল মহাপৰ্ব্বতসম তাতে থিয় হৈ থাকিল আৰু অলপো কম্পিত নহল। নিজ শৰৰদ্বাৰা ৰাৱণৰ শৰজাল নিবাৰণ কৰি বীৰ্য্যবান ৰামে সূৰ্য্যৰ ৰশ্মি গ্ৰহণ কৰাৰ নিচিনাকৈ ৰাৱণৰ শৰসমূহ গ্ৰহণ কৰিলে।

৬—৯। তাৰ পিচত সেই নিশাচৰে ক্ষিপ্ৰতাৰে সৈতে হাজাৰ হাজাৰ শৰপাতৰ ।ৰা মহাত্মা ৰাঘৱৰ বুকু বিদ্ধ কৰাত, ৰুধিৰলিপ্ত হৈ লক্ষ্মণাগ্ৰজ ৰামে মহাবনৰ ভিতৰত প্ৰফুল্ল কিংশুক বৃক্ষসদৃশ শোভা ধাৰণ কৰিলে। তেতিয়া শৰৰ প্ৰহাৰত ভীষণ ক্ৰুদ্ধ হৈ মহাতেজস্বী ৰাঘৱে যুগান্তকালৰ সূৰ্য্যসম তেজস্বী শৰসমূহ নিক্ষেপ কৰিবলৈ ধৰিলে। এইদৰে পৰস্পৰে ক্ৰুদ্ধ হৈ শৰবৃষ্টি কৰাৰ ফলত ঘোৰ অন্ধকাৰৰ সৃষ্টি হ'ল আৰু কোনোও কাকো দেখা নোপোৱা হ'ল।

১০—১২। তেতিয়া দশৰথনন্দন বীৰ ৰামচন্দ্ৰই অতিশয় ক্ৰুদ্ধ হৈ কৰ্কশ বাক্যে ৰাৱণক উদ্দেশ্য কৰি কবলৈ ধৰিলে, "হেৰ ৰাক্ষসাধম, যিহেতু বিবেকশূন্য হৈ অসহায় অৱস্থাত থকা কালত জনস্থানৰপৰা তই মোৰ ভাৰ্য্যাক অপহৰণ কৰি আনিছ, এতেকে তই নিশ্চয় বীৰ্য্যবান পুৰুষ নহৱ। সেই মহাবনৰ ভিতৰত মই নথকা কালত অসহায় অৱস্থাত বলপূৰ্ব্বক হৰণ কৰি আনি নিজকে নিজে বীৰ বুলি অনুমান কৰিছ।

১৩—১৬। হে বীৰ, অনাথা স্ত্ৰীক হৰণ আৰু আনৰ স্ত্ৰীৰ ওপৰত বলাৎকাৰ কৰাটো কাপুৰুষৰ ধৰ্ম্ম, তেনে কামত লিপ্ত হৈ তই বীৰ বুলি গৰ্ব্ব অনুভৱ কৰিছ। নিৰ্লজ্জ, তই মৰ্য্যাদাবিহীন আৰু চঞ্চল চৰিত্ৰসম্পন্ন, তোৰ অহঙ্কাৰতে মৃত্যুক আশ্ৰয় কৰি তই নিজকে নিজে বীৰ বুলি ভাবি আছ। তই কুবেৰৰ ভ্ৰাতা হৈ বলদৃপ্ত অৱস্থাত বীৰ বুলি খ্যাতি লাভ কৰি প্ৰশংসনীয় যশস্কৰ কি মহৎ কামকেই

নকৰিলি। মদগৰ্ব্বে গৰ্ব্বিত হৈ তই যি অহিত আৰু নিন্দনীয় কাম কৰিছ, তাৰ সুমহান ফল তই আজি পাবি।

১৭—২০। হেৰ দুৰ্ম্মতি, তই নিজকে নিজে বীৰ বুলি গৰ্ব্ব কৰিছ, চোৰৰ নিচিনাকৈ সীতাক হৰণ কৰি আনি তোৰ লাজ লগা নাই নে? মই ওচৰতে থকা কালত যদি সীতাৰ ওপৰত বলাৎকাৰ কৰাৰ চেষ্টা কৰিলিহেঁতেন, তেন্তে সেই সময়তে মোৰ শৰৰ আগত মৃত্যু বৰণ কৰি তই তোৰ ভ্ৰাতা খৰক দেখা পালিহেঁতেন। দুৰাত্মা, আজি ভাগ্যগুণে তই মোৰ চকুৰ আগত উপস্থিত হৈছ, তীক্ষ্ণ শৰবিদ্ধ কৰি আজিয়েই তোক যমালয়লৈ পঠাম। সমুজ্জ্বল কুণ্ডলশোভিত তোৰ এই মূৰ মোৰ শৰদ্বাৰা বিচ্ছিন্ন হৈ ধূলিত নিপাতিত হলে, হিংস্ৰ পশুগণে এতিয়াই তাক টনা-আঁজোৰা লগাব;

২১—২২। আৰু তোৰ এই শৰীৰ যেতিয়া মাটিত বাগৰি পৰিব, গৃধ্ৰাদি পক্ষীগণে তাৰ ওপৰত পৰি মোৰ শৰশল্যৰ বাটেদি ওলাই অহা তোৰ ৰক্ত পান কৰি সিহঁতৰ তৃষ্ণা দূৰ কৰিব। মোৰদ্বাৰা শৰবিদ্ধ হৈ তই এতিয়াই প্ৰাণ এৰি পৰি থাকিবি, গৰুড় পক্ষীয়ে সাপ টানি অনাৰ নিচিনাকৈ পক্ষীগণে তোৰ নাড়ী-ভুঁৰি টানি উলিয়াই আনিব।”

২৩—২৫। শত্ৰুসংহাৰক বীৰ ৰামচন্দ্ৰই এইদৰে তিৰস্কাৰ কৰি ওচৰতে থকা ৰাক্ষসৰাজৰ ওপৰত শৰবৃষ্টি কৰিবলৈ ধৰিলে। এই সময়ত ৰামৰ বল, বীৰ্য্য আৰু উৎসাহ দুগুণ পৰিমাণে বাঢ়ি উঠিল, আৰু শত্ৰুনিধনকাঙ্ক্ষী তেওঁৰ অস্ত্ৰবলো সেইদৰে বৃদ্ধি পালে। সকলো অস্ত্ৰই বিদিতাত্মা তেওঁৰ ওচৰত প্ৰকাশ পাবলৈ ধৰিলে আৰু মনৰ উল্লাসতে মহাতেজস্বী তেওঁৰ হাতৰ ক্ষিপ্ৰতাও বাঢ়ি উঠিল।

২৬—৩০। মনৰ ভিতৰতে শুভ লক্ষণবোৰ অবগত হৈ ৰাক্ষসান্তকাৰী ৰামে শৰজালদ্বাৰা পুনঃ ৰাৱণক পীড়িত কৰিবলৈ ধৰিলে আৰু লগতে বান্দৰবোৰৰ শিলাবৃষ্টি আৰু ৰাঘৱৰ শৰপাতত ৰাৱণৰ হৃদয় বিকল হৈ পৰিল। এনে অকস্মাত বিপন্ন হৈ যেতিয়া ৰাৱণে বীৰত্ব প্ৰকাশ কৰি অস্ত্ৰ প্ৰয়োগ বা ধনুত টান দিবলৈ এৰিলে, ৰামো তেওঁৰ কোনো অনিষ্ট কৰাৰপৰা বিৰত হ'ল। তেতিয়া সাৰথিয়ে ৰামৰ নিক্ষিপ্ত শৰজাল আৰু আন আন বিবিধ অস্ত্ৰই ৰাৱণৰ মৃত্যুকাল উপস্থিত কৰিব, এই আশঙ্কা কৰি স্থিৰচিত্তে লাহেকৈ তাৰপৰা ৰথ অপসাৰিত কৰিলে।

৩১। এইদৰে সাৰথি ৰজাক বীৰ্য্যহীন হৈ পৰি থকা দেখি তেওঁৰ জলদ-গম্ভীৰ স্বৰযুক্ত ৰথখন লৈ ভয়তে লৰালৰিকৈ তাৰপৰা আঁতৰি গ'ল।

**ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত ত্ৰ্যাধিকশততম সৰ্গ সমাপ্ত**

# চতুৰধিকশততম সৰ্গ

**ৰাম-ৰাৱণৰ যুদ্ধ (৩)**

**সাৰথিৰ প্ৰতি ৰাৱণৰ তিৰস্কাৰ**

১—৬। অলপ সময়ৰ পিচতে ৰাৱণৰ মোহ ভঙ্গ হোৱাত, ক্ৰোধতে চকুযুৰি ৰঙা কৰি তেওঁ সাৰথিক কবলৈ ধৰিলে, "দুৰ্বুদ্ধি, তই কিয় মোক বল-বীৰ্য্যহীন, পুৰুষত্বৰহিত, ভীৰু, লঘুচিত্ত, তেজোহীন, মায়া আৰু অস্ত্ৰজ্ঞানবিবৰ্জ্জিত বুলি ভাবি নিজ বুদ্ধিমতে কাম কৰিবলৈ অগ্ৰসৰ হৈছ? কি কাৰণত মোক অৱজ্ঞা কৰি মোৰ আদেশ নোলোৱাকৈ শত্ৰুৰ সন্মুখৰপৰা ৰথ অপসাৰিত কৰিলি? অনাৰ্য্য, মোৰ চিৰকালৰ উপাৰ্জ্জিত যশ, বীৰ্য্য, তেজ আৰু বিশ্বাস নষ্ট কৰিলি। যুদ্ধৰ কাৰণে উৎসুক হৈ খ্যাতনামা শত্ৰুৰ মনোৰঞ্জনত পৰাক্ৰম চাই থাকোঁতে তই মোক কাপুৰুষত পৰিণত কৰিলি।

৭—৯। যদি এতিয়াও ভুলতে হলেও এই ৰথ তই লৈ যাবলৈ বিচৰা নাই তেনেহলে শত্ৰুৱে পুৰস্কাৰৰ লোভ দেখুৱাই তোক হাত কৰা বুলি মোৰ যি অনুমান হৈছে সি প্ৰকৃততে সত্যই। তই যি কাম কৰিলি, হিতকাঙ্ক্ষী কোনো সুহৃদজনে তেনে কাম নকৰে, তোৰ এই কাম শত্ৰুৰহে অনুৰূপ কৰ্ম্ম। তই বহু দিন মোৰ লগত থাকি যদি মোৰ উপকাৰৰ কথা তোৰ মনত ৰাখিছ, তেনেহলে শত্ৰু পলাই যোৱাৰ আগতে এতিয়াও তই ৰথ লৈ উভতি বল।"

১০—১১। বুদ্ধিহীন ৰাৱণে হিতবুদ্ধিসম্পন্ন সাৰথিক এইদৰে কোৱাত, সাৰথিয়ে হিতকৰ বাক্যে সানুনয়ে কবলৈ ধৰিলে; "হে মহৰাজ, মই ভীত, মোহান্ধ, প্ৰমত্ত, বা আপোনাৰ প্ৰতি স্নেহহীন হৈ এনে কাম কৰা নাই, শত্ৰুৰপৰা কোনো পুৰস্কাৰো গ্ৰহণ কৰা নাই, আৰু আপোনাৰ উপকাৰৰ কথাও পাহৰা নাই।

১২। মই হিত ভাবিয়েই আপোনাৰ যশস্যা অটুট ৰাখিবলৈ আপোনাৰ প্ৰতি স্নেহপূৰ্ণ আৰু প্ৰসন্নচিত্তে আপোনাৰ হিতৰ অৰ্থে এই অপ্ৰিয় কামটো কৰিলোঁ।

১৩। হে মহাৰাজ, আপোনাৰ হিত হওক বুলিয়েই মই এই কামটো কৰিছোঁ, এনেস্থলত ক্ষুদ্ৰমতি আৰু অনাৰ্য্য পুৰুষৰ দোষত মোক অনুলিপ্ত নকৰিব।

১৪—১৯। মই যি কাৰণত এনে কাম কৰিব লগা হলো কওঁ শুনক, সমুদ্ৰত

জোৱাৰ উঠিলে নদীৰ স্ৰোত যিদৰে ওলোটামুখে বয়লৈ ধৰে, যুদ্ধকালত মই তদৱস্থা প্ৰাপ্ত হৈহে ৰথ ঘূৰাই আনিব লগা হলো। মই দেখিলো, ভীষণ যুদ্ধকাৰ্য্যত লিপ্ত হৈ থাকি আপুনি শ্ৰান্ত হৈছে আৰু বীৰত্ব প্ৰকাশৰ উদ্যমো হ্ৰাস হৈছে। ৰথ বহন কৰি থাকি এই ঘোঁৰাবোৰ কাতৰ হৈছে, আৰু বৰষুণত তিতা গৰুৰ দৰে সিহঁত ঘৰ্ম্মাক্ত হৈ শক্তিহীন হৈছে। ইয়াৰ উপৰিও ৰণক্ষেত্ৰত যিবোৰ লক্ষণ দেখা পালোঁ সেইবোৰ আমাৰ অনুকূলে বুলি বোধ নহল। হে মহাবলশালী ৰাজন, দেশ, কাল, শুভাশুভ লক্ষণ, আকাৰ-ইঙ্গিত, ৰথীৰ নিৰুৎসাহ, হৰ্ষ আৰু বিষাদৰ ভাব—এই সকলো বিষয়ে লক্ষ্য কৰা সাৰথিৰ কৰ্ত্তব্য। সেইদৰে স্থলৰ উচ্চ-নীচতা, সমতা, যুদ্ধৰ উপযুক্ত সময়, আৰু শত্ৰুৰ ছিদ্ৰান্বেষণৰ জ্ঞানো সাৰথিৰ থকা উচিত।

২০—২৩। কোন সময়ত ৰথ শত্ৰুৰ ওচৰলৈ নিব লাগে, অথবা কোন সময়ত তাৰপৰা অপসাৰণ কৰিব লাগে, ৰথ নিৰ্ব্বাহক সাৰথিয়ে তাক ভালদৰে জনা উচিত। এতেকে হে মহাৰাজ, মই যিটো কৰিলোঁ সেইটো কেৱল আপোনাৰ ভীষণ শ্ৰম দূৰ কৰাই আপোনাক আৰু ঘোঁৰাবোৰক জিৰণি দিয়াৰ কাৰণেহে। হে বীৰ, মই নিজ ইচ্ছাতে ৰথ আঁতৰাই অনা নাই। হে প্ৰভু, মই যিটো কৰিছো সেইটো কেৱল আপোনাৰ প্ৰতি স্নেহাধিক্য হেতুহে। হে অৰিসূদন, আপুনি এতিয়া যিটোকে ভাল বুলি বিবেচনা কৰে আজ্ঞা কৰক, মই আপোনাৰপৰা পোৱা উপকাৰৰ প্ৰত্যুপকাৰ ইচ্ছাপে তাকেই কৰিম।”

২৪—২৫। সাৰথিৰ কথাত সন্তুষ্ট হৈ, ৰাৱণে তেওঁৰ বহুত প্ৰশংসা কৰি যুদ্ধৰ কাৰণ আগ্ৰহান্বিত হৈ কবলৈ ধৰিলে, “হে সূত, তুমি শীঘ্ৰে এই ৰথ ৰামৰ সম্মুখলৈ লৈ বলা, ৰাৱণে শত্ৰুক বধ নকৰাকৈ যুদ্ধক্ষেত্ৰৰপৰা ঘূৰি নাযায়।”

২৬—২৭। এইবুলি কৈ ৰাক্ষসৰাজ ৰাৱণে ৰথতে থাকি, তেওঁৰ এপাট শুভ হস্তাভৰণ সাৰথিক দান কৰিলে; সাৰথিয়েও ৰাৱণৰ কথা শুনি ৰথ ওভতাই ললে। তাৰ পিচত ৰাৱণৰ কথামতে অনুপ্ৰেৰিত হৈ সাৰথিয়ে ঘোঁৰাক উদগনি দিয়াত, ৰাক্ষসৰাজৰ মহান ৰথ তৎক্ষণাৎ ৰণক্ষেত্ৰত ৰামৰ সম্মুখীন হল।

**ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত চতুৰধিকশততম সৰ্গ সমাপ্ত**

# পঞ্চাধিকশততম সৰ্গ

## ৰাম-ৰাৱণৰ যুদ্ধ (৪)

### আদিত্যহৃদয় স্তোত্ৰ জপ কৰিবলৈ ৰামৰ প্ৰতি অগস্ত্য মুনিৰ উপদেশ

১—৩। ৰাম পৰিশ্ৰান্ত, যুদ্ধৰ বিষয়ে চিন্তান্বিত আৰু যুদ্ধৰ কাৰণে ৰাৱণ সম্মুখত উপস্থিত হোৱা দেখি ভগৱান অগস্ত্যমুনিয়ে দেৱতাসকলৰ লগত মিলিত হৈ যুদ্ধ চাবলৈ আহি ৰামৰ ওচৰ চাপি কবলৈ ধৰিলে ঃ*

৩। "হে মহাবাহু ৰাম, মই পৰম গোপনীয় সনাতন স্তোত্ৰৰ কথা কওঁ শুনা। হে বৎস, ইয়াৰ সহায়ত তুমি তোমাৰ সকলো শত্ৰুকে জয় কৰিব পাৰিবা।

৪। এই স্তোত্ৰ পৰম পবিত্ৰ আদিত্যহৃদয় স্তোত্ৰ নামে খ্যাত, ই সৰ্ব্বশত্ৰু বিনাশক, জয়াৱহ, নিত্য, অক্ষয়, আৰু পৰম মঙ্গলময়।

৫। ই সকলো মঙ্গলৰে মঙ্গলস্বৰূপ, সকলো পাপবিনাশক, চিন্তা আৰু শোক বিনাশক, আয়ুবৰ্দ্ধক আৰু সৰ্ব্বোত্তম।

৬। হে বৎস, দেৱাসুৰনমস্কৃত, ভুৱনেশ্বৰ, ৰশ্মিমান, ভাস্কৰ, উদীয়মান সূৰ্য্যদেৱক অৰ্চ্চনা কৰা।

৭। হে বৎস, এই সূৰ্য্যদেৱ সৰ্ব্বদেৱাত্মক, তেজস্বী, ৰশ্মিভাবন ; তেওঁৰ ৰশ্মিমালাদ্বাৰা তেওঁ দেৱাসুৰগণ আৰু সকলো লোকক পালন কৰে।

৮—১৫। এৱেঁই ব্ৰহ্মা, বিষ্ণু, শিৱ, স্কন্দ, প্ৰজাপতি ; মহেন্দ্ৰ, ধনদ (কুবেৰ) কাল, যম, সোম, অপাংপতি ; এওঁ পিতৃদেৱতা, বসুগণ, সাধ্যগণ, অশ্বিনীকুমাৰদ্বয়, মৰুৎ, মনু, বায়ু, বহ্নি, প্ৰজা, প্ৰাণ, ঋতুকৰ্ত্তা, প্ৰভাকৰ, আদিত্য, সবিতা, সূৰ্য্য, খগ, পূষা, গভস্তিমান, সুবৰ্ণসদৃশ, ভানু, হিৰণ্যৰেতা, দিবাকৰ ; এওঁ হৰিদশ্ব, সুবৰ্ণ-সহস্ৰাৰ্চি, সপ্তাশ্বমান, মৰিচিমান, তিমিৰনাশক, শম্ভু, বিশ্বকৰ্ম্মা, মাৰ্ত্তণ্ডক, অংশুমান হিৰণ্যগৰ্ভ, শিশিৰ, তপন, অহস্কৰ, ৰবি, অগ্নিগৰ্ভ, অদিতিপুত্ৰ, শঙ্খ, শিশিৰ-

---

*ৰাৱণ ব্ৰহ্মাৰ বলত বলীয়ান। পাপকৰ্ম্মৰ দ্বাৰা ৰবৰ প্ৰভাব কমি আহিলেও সম্পূৰ্ণ নিধনৰ বাবে ব্ৰহ্মাৰ অনুগ্ৰহ প্ৰাৰ্থনীয়, এই কাৰণতে ব্ৰহ্মদৈৱত সূৰ্য্যদেৱৰ স্তুতিৰে ভগৱান অগস্ত্যমুনিয়ে উপদেশ দিছে।—এয়ে টীকাকাৰসকলৰ মত। টীকাকাৰসকলে ইয়াকো ইঙ্গিত কৰিছে যে ৰামে স্বয়ং বিষ্ণু অংশে জন্ম গ্ৰহণ কৰিও মনুষ্য হিচাপে লোকসমূহৰ মঙ্গলৰ অৰ্থে এই স্তোত্ৰপাঠৰ আৱশ্যকতা বুজাইছে।
—টীকাকাৰ

নাশক, ব্যোমনাথ, তমোভেদী, ঋক, যজুঃ আৰু সাম বেদ প্ৰতিপাদ্য, ঘনবৃষ্টিকাৰক, অপাংমিত্ৰ, শীঘ্ৰগামী, আতপী, মণ্ডলী, মৃত্যুসম্পাদক, পিঙ্গল, সৰ্ব্বতাপন, কবি, বিশ্বৰূপ, মহাতেজা, ৰক্ত, সৰ্ব্বকাৰ্য্যদায়ক, গ্ৰহ নক্ষত্ৰ আৰু তাৰাগণৰ অধীশ্বৰ, বিশ্বভাবন, তেজস্বীসকলোৰো তেজস্বী, দ্বাদশাত্ম, হে সূৰ্য্যদেৱ, তোমাক নমস্কাৰ।

১৬—১৯। হে সূৰ্য্যদেৱ, তুমিয়েই পৰ্ব্বগিৰি আৰু পশ্চিমাচল, তুমি জ্যোতিৰ্ম্ময়-সকলৰ পতি আৰু দিনাধিপতি, তোমাক নমস্কাৰ। তুমি জয়, জয়ভদ্ৰ, হৰ্য্যশ্ব, তোমাক নমস্কাৰ; তুমি সহস্ৰাংশু, তুমি আদিত্য, তোমাক পুনঃ পুনঃ নমস্কাৰ। তুমি উগ্ৰ, তুমি বীৰ আৰু সাৰঙ্গ, তোমাক নমস্কাৰ; তুমি পদ্মপ্ৰবোধক আৰু প্ৰচণ্ড, তোমাক নমস্কাৰ; তুমি ব্ৰহ্মা, শিৱ, আৰু বিষ্ণুৰো ঈশ্বৰ, তুমি সুৰ আৰু আদিত্যবৰ্চ্চ, তুমি ভাস্বত, সৰ্ব্বভক্ষ; ৰৌদ্ৰবপু, তোমাক নমস্কাৰ।

২০। তুমি তমোঘ্ন, হিমঘ্ন, শত্ৰুঘ্ন, অমিতাত্মা, কৃতঘ্নঘ্ন, দেৱ আৰু জ্যোতিৰ্ম্ময়-সকলৰ পতি, তোমাক নমস্কাৰ।

২১। তুমি তপ্তসুবৰ্ণ প্ৰভাময়, তুমি হৰি, তুমি বিশ্বকৰ্ম্মা, তুমি তমোঘ্ন, তুমি দীপ্তি, তুমি লোকসাক্ষী, তোমাক নমস্কাৰ।

২২। এই সূৰ্য্যদেৱে অধীশ্বৰ হিচাপে ভূতবৰ্গক বিনাশ কৰে আৰু সৃজন কৰে, আৰু ৰশ্মিমালাৰ দ্বাৰা শোষণ কৰে, তাপ দিয়ে আৰু বৃষ্টিপাত কৰে।

২৩—২৪। প্ৰাণীগণ নিদ্ৰা গলে তেওঁ অন্তৰ্য্যামীৰূপে জাগি থাকে, এওঁ অগ্নি-হোত্ৰীসকলৰ অগ্নিহোত্ৰ আৰু তাৰ ফল। তেওঁ দেৱতাবৰ্গ, যজ্ঞ আৰু যজ্ঞৰ ফলস্বৰূপ, লোকসমূহত প্ৰাণীবৰ্গই যি যি কাম কৰে সকলোৰে অধীশ্বৰসদৃশ।

২৫—২৭। হে ৰাঘৱ, মানুহে আপদ কালত, দুখৰ সময়ত, বনপ্ৰদেশত, ভয়ৰ সময়ত, সূৰ্য্যদেৱৰ এই স্তুতি কৰিলে কোনো দুখৰ ভাগী নহয়। হে ৰাম, তুমি একাগ্ৰচিত্তে দেৱদেৱ জগৎপতি এওঁক পূজা কৰা। এই মন্ত্ৰ তিনিবাৰ জপ কৰিলে তুমি যুদ্ধত জয় লাভ কৰিব পাৰিবা। হে মহাবাহু, তুমি এই মুহূৰ্ত্ততে ৰাৱণক বধ কৰিব পাৰিবা।”

২৮—৩০। ৰামক এইদৰে কৈ ভগৱান অগস্ত্যমুনি যেনি আহিছিল তেনি গুচি গ'ল। এই কথা শুনি মহাতেজস্বী ৰাঘৱ সকলো শোকৰপৰা মুক্ত হ'ল আৰু পৰমপ্ৰীত আৰু সংযতেন্দ্ৰিয় হৈ আত্মবান ৰামে মন্ত্ৰটো ধাৰণ কৰিলে। আদিত্য দেৱক দেখি তিনিবাৰ আচমন কৰি শুচি হৈ হৃষ্টচিত্তে মন্ত্ৰটো জপ কৰি বীৰ্য্যবান ৰামে ধনু হাতত ললে আৰু হৰ্ষান্বিত হৈ সমুপস্থিত ৰাৱণক দেখি তেওঁক বধ কৰি জয় লাভ কৰাৰ উদ্দেশ্যে সকলোপ্ৰকাৰে যত্নবান হ'ল।

৩১। তেতিয়া সূৰ্য্যদেৱে আনন্দিত চিত্তে নিশাচৰ নাথৰ বিনাশকাল উপস্থিত হোৱা দেখি দেৱসকলৰ মাজত থাকি পৰম হৃষ্টচিত্তে ৰামক উদ্দেশ্য কৰি কলে, “হে বৎস, ৰাৱণবধৰ কাৰণে তুমি ত্বৰান্বিত হোৱাঁ।”

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত পঞ্চাধিকশততম সৰ্গ সমাপ্ত

## ষড়ধিকশততম সৰ্গ

### ৰাম-ৰাৱণৰ যুদ্ধ (৫)

### যুদ্ধস্থলত শুভ আৰু অশুভ লক্ষণৰ প্ৰকাশ

১। ৰাৱণৰ উৎসাহপূৰ্ণ কথাত হৰ্ষান্বিত হৈ সাৰথিয়ে উন্নত পতাকাশোভিত গন্ধৰ্ব্বনগৰাকৃতি শত্ৰু সৈন্যবিমৰ্দ্দক ৰথ চালিত কৰিলে।

২—১৩। এই ৰথ সুবৰ্ণমালাবিভূষিত সৰ্ব্বগুণসম্পন্ন অশ্বসংযুক্ত, সকলো যুদ্ধ-সামগ্ৰীৰে পৰিপূৰ্ণ, পতাকা আৰু ধ্বজমালাৰে শোভিত। দেখিলে অনুমান হয় যেন ৰথে শব্দধ্বনিৰে পৃথিৱীক প্ৰতিধ্বনিত কৰি আকাশক গ্ৰাস কৰিবহে নিৰ্গত হৈছে; এই ৰথ যিদৰে শত্ৰুসৈন্যৰ বিনাশক সেইদৰে আত্মপক্ষৰ আনন্দবৰ্দ্ধক আছিল। নৰৰাজ ৰামে দেখিলে যে ক্ষিপ্ৰগতিসম্পন্ন এই ৰথ সাৰথিৰ পৰিচালনামতে ঘোৰ শব্দ কৰি ধ্বজ সমন্বিতে তেওঁৰ পিনে আহিবলৈ ধৰিছে। ৰথৰ ঘোঁৰা কৃষ্ণবৰ্ণৰ আৰু উগ্ৰ জ্যোতিসম্পন্ন; দেখাতে অনুমান হয় যেন সূৰ্য্যতেজে দীপ্ত বিমানহে আকাশত জিলিকি আছে, তাৰ পতাকাসমূহ বিদ্যুৎমালা-সুশোভিত আৰু ৰথখন ইন্দ্ৰধনুতুল্য প্ৰভাবিশিষ্ট। মেঘে যিদৰে বৃষ্টিপাত কৰে এই ৰথো তেনেদৰে শৰবৃষ্টি কৰিবলৈ সক্ষম। শত্ৰুৰ মেঘবৰ্ণাভ এই ৰথে খেদি অহা দেখি, ৰামচন্দ্ৰই তেওঁৰ বালচন্দ্ৰাকৃতি ধনুৰ জ্যাত টান দি বজ্ৰপাত হৈ বিদীৰ্ণ হলে গিৰিবৰে যেনে শব্দ কৰে তেনে শব্দ কৰি ইন্দ্ৰসাৰথি মাতলিক কলে, “মাতলি, চোৱাঁ, ভীষণ আড়ম্বৰে সৈতে শত্ৰুৰ এই ৰথ আগবাঢ়ি আহিবলৈ ধৰিছে; মোক দক্ষিণফালে ৰাখি ৰথ যিদৰে দ্ৰুতগতিত আহিবলৈ ধৰিছে, অনুমান হয়, মোক বধ কৰাৰ উদ্দেশ্যেহে ৰাৱণ

এইদৰে আহিছে। এতেকে অতি সতৰ্কতাৰে সৈতে তুমি এনেদৰে শক্ৰৰ ৰথৰ সন্মুখীন হোৱাঁ যাতে উঠি অহা বায়ুৱে মেঘৰ যিদৰে ধ্বংস কৰে মৱো শক্ৰক তেনেদৰে নিহত কৰিব পাৰোঁ। তুমি মনত অলপো ভয় নাৰাখি নিৰুদ্বিগ্ন চিত্তে, চকু আৰু মন সুস্থিৰ ৰাখি ৰথৰ জৰী যত যিদৰে ধৰিব লাগে সেইদৰে সংযত আৰু মুক্ত কৰি ৰথ দ্ৰুত গতিত চলোৱাঁ। তুমি পুৰন্দৰৰ ৰথচালক, এতেকে তোমাক কবলৈ বেছি নাই; যুদ্ধৰ বাবে উৎসুক হৈ মই তোমাক তোমাৰ কৰ্তব্যহে সোঁৱৰাই দিছোঁ।”

১৪—১৫। শ্ৰেষ্ঠ দেৱসাৰথি মাতলিয়ে ৰামৰ কথাত পৰিতুষ্ট হৈ ৰথ চলাবলৈ ধৰিলে! ৰাৱণৰ ৰথ সোঁফালে ৰাখি, ৰথচক্ৰৰ ধূলিতে তেওঁ ৰাৱণক কঁপাই তুলিলে।

১৬। তেতিয়া ৰাৱণ ক্ৰুদ্ধ হৈ তেওঁৰ তামৰ নিচিনা ৰঙা চকুযুৰি পকাই ৰথৰ সন্মুখত থকা ৰামৰ ওপৰত শৰবৃষ্টি কৰিবলৈ ধৰিলে।

১৭—১৮। ৰাৱণৰ আক্ৰমণত অসহিষ্ণু হৈ ৰাম ক্ৰুদ্ধ হল আৰু যুদ্ধৰ বাবে উৎসাহান্বিত হৈ সুবৃহৎ ঐন্দ্ৰধনু হাতত তুলি লৈ সূৰ্য্যসম প্ৰদীপ্ত শৰবৃষ্টিৰ-দ্বাৰা পৰস্পৰে পৰস্পৰৰ বধ কামনা কৰি যুদ্ধত প্ৰবৃত্ত হল; অনুমান হল যেন দুটা প্ৰমত্ত সিংহহে যুদ্ধত অৱতীৰ্ণ হৈছে।

১৯—২৪। তেতিয়া দেৱতা, গন্ধৰ্ব্ব, সিদ্ধ আৰু মহা মহা ঋষিসকলে ৰাৱণৰ ধ্বংস ইচ্ছা কৰি দুয়োজন বীৰৰ ভিতৰত হোৱা দ্বৈৰথ যুদ্ধ চাবলৈ আহিল। যুদ্ধ আৰম্ভ হোৱাৰ লগে লগে ৰাৱণৰ বিনাশ আৰু ৰামৰ অভ্যুদয় জ্ঞাপন কৰি লোম-হৰ্ষক ঘোৰ উৎপাতসমূহ প্ৰকাশ পাবলৈ ধৰিলে। ৰাৱণৰ ৰথৰ ওপৰত ৰক্ত-বৃষ্টি হল, প্ৰচণ্ড বতাহ মণ্ডলাকাৰে বাঁওফালে ঘূৰিবলৈ ধৰিলে, গৃধ্ৰবোৰ দলে দলে আকাশত ৰাৱণৰ ৰথৰ ওপৰত উৰি ফুৰিবলৈ ধৰিলে, আৰু যিপিনে ৰাৱণৰ ৰথ পায় সিইঁতেও সেই ফালে যাবলৈ ধৰিলে, দিনৰ ভিতৰতে লঙ্কা সন্ধ্যাকালৰদ্বাৰা আবৃত হোৱাৰ নিচিনা হৈ জবাফুলৰ নিচিনা ৰূপ ধাৰণ কৰিলে; ঘোৰ বজ্ৰপাত-সদৃশ শব্দ কৰি চাৰিওকালে মহা উল্কাপাত হবলৈ ধৰিলে; অশুভ এই লক্ষণবোৰ দেখি ৰাৱণৰ পক্ষৰ ৰাক্ষসবোৰে মনত বৰ দুখ পালে।

২৫—৩৩। যিপিনেই ৰাৱণ যায় তাতেই ভূমিকম্প হবলৈ ধৰিলে আৰু ভয়তে অস্ত্ৰধাৰী ৰাক্ষসবোৰৰ হাতো বান্ধি ধৰা যেন হল। সূৰ্য্যৰ ৰশ্মিয়ে, পৰ্ব্বতৰপৰা ওলাই অহা ধাতুসদৃশ ৰাৱণৰ চকুৰ আগত তাম্ৰ, পীত, শুভ্ৰ আদি নানান ৰূপ লৈ প্ৰকাশ পাবলৈ ধৰিলে। ৰাৱণ যিপিনে যায় সেইপিনেই শগুণবোৰ তেওঁৰ পিচে

পিচে গল আৰু শিয়ালবোৰে মুখেৰে অগ্নিশিখা উদগীৰণ কৰিহে যেন তেওঁৰ পিনে ক্রোধপূর্ণ দৃষ্টিৰে চাই অমঙ্গলসূচক স্বৰে শব্দ কৰিলে। ধূলি উৰুৱাই বতাহ তেওঁৰ প্রতিকূলে ববলৈ ধৰিলে, আৰু তাৰদ্বাৰা ৰাক্ষসৰাজৰ দৃষ্টিত ব্যাঘাত উপস্থিত কৰিলে। ৰাৱণৰ সৈন্যসমূহৰ মাজত চাৰিওফালে বিনামেঘে ঘোৰ শব্দে বজ্রপাত হবলৈ ধৰিলে, ধূলিবৃষ্টিৰদ্বাৰা দিঙ্মণ্ডল অন্ধকাৰাচ্ছন্ন হল আৰু আকাশ অদৃশ্য হল। শালিকাবোৰ ভীষণ কোলাহল কৰি তেওঁৰ ৰথৰ প্রতি ধাবমান হল আৰু ভীষণ ৰবে চীৎকাৰ কৰি শই শই ৰথৰ ওপৰত পৰিবলৈ ধৰিলে। অবিৰল ধাৰাত তেওঁৰ ঘোঁৰাবোৰৰ কটিদেশৰপৰা অগ্নিৰ স্ফুলিঙ্গ আৰু চকুৰপৰা পানী নির্গত হবলৈ ধৰিলে। ৰাৱণৰ বিনাশৰ অর্থে এইদৰে ভয়াবহ দাৰুণ অশুভ লক্ষণবোৰ প্রকাশ পালে।

৩৪—৩৫। আনপক্ষে অশেষ মঙ্গলময় শুভ চিহ্নবোৰ প্রকাশ পাই ৰামৰ জয় ঘোষণা কৰিলে। জয়সূচক শুভ লক্ষণবোৰ দেখি শ্রীৰাম চন্দ্রই ৰাৱণৰ বিনাশ সুনিশ্চিত বুলি জানি পৰম আনন্দিত হল।

৩৬। নিমিত্তবোৰৰ অর্থ শ্রীমান ৰামচন্দ্রৰ সম্পূর্ণৰূপে জনা আছিল; তেওঁৰ নিজৰ পক্ষৰ সকলো লক্ষণ দেখি পৰম আনন্দিত হল, আৰু জয়ৰ বিষয়ে সুনিশ্চিত হৈ যুদ্ধত অধিক পৰিমাণে বিক্রম দেখুৱাবলৈ ধৰিলে।

ইতি যুদ্ধকাণ্ডৰ অন্তর্ভুক্ত ষড়ধিকশততম সর্গ সমাপ্ত

# সপ্তাধিকশততম সর্গ

## ৰাম-ৰাৱণৰ যুদ্ধ (৬)

১—৫। এইদৰে ৰাম আৰু ৰাৱণৰ ভিতৰত অতি নিষ্ঠুৰ সৰ্ব্বলোক-ভয়াবহ ঘোৰ দ্বৈৰথ যুদ্ধ আৰম্ভ হল। যুদ্ধৰ প্ৰকোপ দেখি ৰাক্ষস-সৈন্য আৰু সুবৃহৎ বান্দৰ-সৈন্য-বাহিনী অস্ত্ৰে-শস্ত্ৰে সু-সজ্জিত হৈও উদ্যমহীন হৈ ৰণ নকৰাকৈ থাকিল। মহাবলশালী নৰ আৰু ৰাক্ষস দুয়োজনকে যুদ্ধত এনেদৰে প্ৰবৃত্ত হোৱা দেখি সকলো ব্যাকুলচিত্তে পৰম বিস্ময়ান্বিত হল। সকলোৱে নানা অস্ত্ৰে-শস্ত্ৰে সজ্জিত আৰু যুদ্ধৰ কাৰণে ব্যগ্ৰ হৈ হাত তুলি থৈ আছে, কিন্তু যুদ্ধৰ প্ৰকোপ দেখি সকলো আশ্চৰ্য্যান্বিত হৈ ৰল মাত্ৰ, তথাপি কেৰেঁ কাকো আক্ৰমণ নকৰিলে। সেই সময়ত আশ্চৰ্য্যপুৰ্ণ নেত্ৰে ৰাক্ষসবোৰে ৰাৱণৰ পিনে আৰু বান্দৰবোৰে ৰামৰ পিনে চাই চিত্ৰাৰ্পিত জীৱৰ নিচিনাকৈ তাত থিয় দি থাকিল মাত্ৰ।

৬—৭। ইপিনে ৰাম আৰু ৰাৱণ উভয়ে শুভাশুভ লক্ষণবোৰ দেখি যুদ্ধৰ বাবে কৃতসংকল্প হৈ কোনেও কাকো পৰাক্ৰম সহ্য কৰিব নোৱাৰি নিৰ্ভীকচিত্তে স্থিৰভাৱে যুদ্ধত প্ৰবৃত্ত হল। যুদ্ধত জয় লাভ কৰিবই লাগিব এই পণ কৰি কাকুৎস্থ ৰামে, মৰিব লগা হলে মৰিবই লাগিব—এই সংকল্প লৈ ৰাৱণেও, নিজ নিজ শক্তি দেখুৱাবলৈ ধৰিলে।

৮—১১। তেতিয়া বীৰ্য্যবান ৰাৱণে ক্ৰোধতে উন্মত্ত হৈ ৰামৰ ৰথস্থিত ধ্বজক উদ্দেশ্য কৰি শৰ নিক্ষেপ কৰিলে। কিন্তু শৰসমূহ ইন্দ্ৰৰ ৰথধ্বজক স্পৰ্শ কৰিব নোৱাৰি শক্তিৰ প্ৰভাৱত ৰথত খুন্দা মাৰিয়ে মাটিত পৰি গল। তেতিয়া বীৰ্য্যশালী ৰামেও ক্ৰুদ্ধ হৈ ধনুত টান দি ৰাৱণৰ আক্ৰমণৰ বিৰুদ্ধে তদনুৰূপ আক্ৰমণ কৰিবলৈ স্থিৰ কৰিলে। সেই উদ্দেশ্যে ৰাৱণৰ ধ্বজক লক্ষ্য কৰি নিজ শক্তিবলে প্ৰদীপ্ত মহাসৰ্পসদৃশ তীক্ষ্ণ শৰসমূহ নিক্ষেপ কৰিলে।

১২—১৯। তেজস্বী ৰামৰ নিক্ষিপ্ত শৰে ৰাৱণৰ ধ্বজা ভেদ কৰি পৃথিৱী ভেদ কৰিলেগৈ। ধ্বজাও ৰথৰপৰা বিচ্ছিন্ন হৈ মাটিত বাগৰি পৰিল। তাকে দেখি মহাবলশালী ৰাৱণে খং আৰু অন্তৰ্দাহতে জ্বলি উঠি শৰবৃষ্টি কৰি ৰামৰ ঘোঁৰা কেইটাক বিন্ধিবলৈ ধৰিলে। কিন্তু শৰবিদ্ধ হৈও ঘোঁৰাই কোনো ব্যথা অনুভৱ

নকৰিলে, অধিকন্তু পদুমৰ নলাৰে কোবোৱাৰ নিচিনা সুখহে অনুভব কৰি সুস্থ হৈয়ে ৰল। ঘোঁৰা অলপো বিচলিত নোহোৱা দেখি ৰাৱণে পুনঃ ক্রুদ্ধ হৈ শৰ নিক্ষেপ কৰিবলৈ ধৰিলে; আৰু অকণো ভীত নহৈ মায়াবলে অভ্রান্তচিত্তে পৰম উদ্যমে সৈতে হাজাৰে হাজাৰে গদা, পৰিঘ, চক্র, মুসল, গিৰিশৃঙ্গ, বৃক্ষ, শূল, পৰশ্বধ আদি নিক্ষেপ কৰিলে। এইদৰে অশেষ অস্ত্রপাত হোৱাৰ ফলত ৰণক্ষেত্রত লোকসমূহৰ সন্ত্রাসজনক তুমুল শব্দ হবলৈ ধৰিলে।

২০—২৪। এনে অৱস্থাত ৰাৱণে ৰামৰ ৰথ এৰি, চাৰিওফালে বান্দৰসৈন্যৰ ওপৰত এনেভাবে শৰবৃষ্টি কৰিবলৈ ধৰিলে যে তাৰ ফলত আকাশত অলপো শূন্য-স্থান নোহোৱা হল। জীৱনৰ প্রতি কোনো মমতা নাৰাখি ৰাৱণ এনেদৰে যুদ্ধত প্রবৃত্ত হোৱা দেখি কাকুৎস্থ ৰামে হাঁহি মাৰি ৰাৱণৰ গাৰ্ত শই শই হাজাৰে হাজাৰে শৰবৃষ্টি কৰিবলৈ ধৰিলে। ৰামৰ শৰৰ প্রকোপ দেখি ৰাৱণে নিজ শৰদ্বাৰা আকাশ সম্পূর্ণৰূপে আবৃত্ত কৰিলে। দুয়োজন বীৰৰে সমুজ্জ্বল শৰে আকাশ এইদৰে ঢাকি ধৰাত গগনমণ্ডলে দ্বিতীয় এখন নভোমণ্ডলসদৃশ শোভা ধাৰণ কৰিলে। কোনোজন বীৰৰে শৰ উদ্দেশ্যবিহীন নহয় আৰু কোনো অস্ত্রই আনপক্ষৰ অস্ত্রক বিদ্ধ নকৰাকৈ ব্যৰ্থ নহল।

২৫—২৮। প্রত্যেক অস্ত্রই প্রতিপক্ষৰ তদনুৰূপ অস্ত্রক আঘাত কৰিহে ভূতলত নিপতিত হৈছিল। এইদৰে বাণবৃষ্টি কৰি ৰাম আৰু ৰাৱণ উভয়ে উভয়ৰ সোঁ আৰু বাঁও ফাল আশ্রয় কৰি অবিৰল ধাৰাত শৰবৃষ্টি কৰি আকাশত অকণো শূন্য স্থান নোহোৱা কৰিলে। ৰামে ৰাৱণৰ ঘোঁৰা আৰু ৰাৱণে ৰামৰ ঘোঁৰা বিদ্ধিবলৈ ধৰিলে আৰু এইদৰে ইজনৰ কাৰ্য্যক আনজনে তদনুৰূপ কাৰ্য্যদ্বাৰা প্রতিহত কৰিলে। পৰস্পৰৰ ক্রিয়া-প্রতিক্রিয়াৰ মাজেৰে যুদ্ধ তুমুল আকাৰ ধাৰণ কৰি লোমহৰ্ষক হৈ উঠিল।

২৯—৪২। সকলো প্রাণীয়ে বিস্ময়ান্বিত হৈ যুদ্ধৰত ৰাম আৰু ৰাৱণৰ পিনে চাবলৈ ধৰিলে। দুয়োজন বীৰ ভীষণ ক্রুদ্ধ, পৰস্পৰ পৰস্পৰৰ ৰথৰ প্রতি প্রহাৰ-ৰত আৰু ইজন সিজনক বধ কৰাৰ উদ্দেশ্যে পৰস্পৰৰ প্রতি ধাৱমান; উভয়ৰে মূৰ্ত্তি ঘোৰৰূপ। তেওঁলোকৰ সাৰথি দুজনেও সময়ত মণ্ডলাকাৰে, সময়ত পোনে পোনে, সময়ত গতি প্রতিগতি ৰক্ষা কৰি ৰথ চলাবলৈ ধৰিলে আৰু লগে লগে ৰামে ৰাৱণক আৰু ৰাৱণে ৰামক শৰবিদ্ধ কৰিলে। উভয়ে উত্তম ৰথত আৰূঢ় হৈ ৰথৰ অভিযান আৰু প্রত্যভিযান ৰক্ষা কৰি শৰজাল নিক্ষেপ কৰিবলৈ ধৰাত অনুমান হল যেন ধাৰাবৃষ্টিপাত পৰিপূর্ণ দুইখণ্ড মেঘহে যুদ্ধক্ষেত্রত ভ্রমণ কৰি ফুৰিছে। ইতিমধ্যে

উভয়ৰথৰ সাৰথি দুজনে বিবিধ গতিত ৰথ পৰিচালনা কৰোঁতে সময়ত পৰস্পৰে মুখামুখি হল আৰু ক্ৰমাৎ দুয়োখন ৰথ এনেদৰে ওচৰা-উচৰি হল যে ইখন ৰথৰ ধুৰাই, আনখনৰ ধুৰাৰ, ইখনৰ সম্মুখভাগে আনখনৰ সম্মুখভাগৰ, ইখনৰ পতাকাই আনখনৰ পতাকাৰ আৰু ইখনৰ ঘোঁৰাৰ মুখে আনখনৰ ঘোঁৰাৰ মুখৰ লগ লাগি খুন্দিয়া-খুন্দি কৰিবলৈ ধৰিলে। এনে অৱস্থাত ৰামে তেওঁৰ সুতীক্ষ্ণ চাৰিপাট প্ৰদীপ্ত শৰৰদ্বাৰা ৰাৱণৰ ঘোঁৰা চাৰিটা তাৰপৰা আঁতৰাই দিয়াত ৰাৱণ অতিশয় ক্ৰুদ্ধ হৈ উঠিল, আৰু ৰামৰ ওপৰত তীক্ষ্ণ শৰ নিক্ষেপ কৰিবলৈ ধৰিলে। কিন্তু বলবান ৰাৱণৰ শৰে অতিপাতকৈ বিন্ধাতো ৰামৰ শৰীৰত কোনো বিকাৰ লক্ষিত নহল আৰু তেওঁ কোনো ব্যথাও অনুভৱ নকৰিলে। তাৰ পিচতে পুনঃ ইন্দ্ৰৰ সাৰথি মাতলিক উদ্দেশ্য কৰি ৰাৱণে বজ্ৰসদৃশ স্বৰবিশিষ্ট বাণ নিক্ষেপ কৰিলে। কিন্তু দ্ৰুতগামী সেই শৰসমূহ মাতলিৰ গাত পৰিবলৈ ধৰিলেও তাৰ কাৰণে সাৰথিয়ে তিল মাত্ৰ ব্যথা বা মূৰ্চ্ছাৰ ভাব অনুভৱ নকৰিলে। সাৰথি আক্ৰান্ত হোৱা দেখি ৰামে নিজে আক্ৰান্ত হোৱাতকৈ অধিক ক্ৰুদ্ধ হৈ শৰবৃষ্টিৰ দ্বাৰা ৰাৱণক তাৰপৰা বিমুখ কৰি পঠালে আৰু তেওঁৰ ৰথৰ ওপৰত বিশ, ত্ৰিশ, ষাঠি, শ আৰু হাজাৰ হাজাৰ শৰ নিক্ষেপ কৰিলে।

৪৩। তেতিয়া ৰাৱণেও ৰথৰ ওপৰতে থাকি গদা আৰু মুসল বৃষ্টিৰদ্বাৰা ৰামক পীড়িত কৰিবলৈ ধৰিলে ; এইদৰে যুদ্ধই পুনৰ ঘোৰ মূৰ্ত্তি ধাৰণ কৰিলে। গদা, মুসল, পৰিঘ আৰু পাখি লগোৱা শৰৰ শব্দতে সপ্ত সমুদ্ৰ ক্ষুব্ধ হৈ উঠিল আৰু ক্ষুব্ধ সাত সমুদ্ৰৰ তলত থকা পাতালবাসী হাজাৰ হাজাৰ দানৱ আৰু পন্নগকুল ব্যথিত হল। পৰ্ব্বত-কাননে সৈতে সমগ্ৰ পৃথিৱী কঁপি উঠিল, সূৰ্য্য নিষ্প্ৰভ হল আৰু বতাহৰ চলাচল বন্ধ হল। যুদ্ধৰ প্ৰকোপ দেখি কিন্নৰ আৰু উৰগকে লৈ দেৱতা, গন্ধৰ্ব্ব, সিদ্ধ আৰু শ্ৰেষ্ঠ ঋষিগণ ঘোৰ চিন্তান্বিত হল। তেওঁলোক সকলোৱে "গো-ব্ৰাহ্মণৰ হিত হওক, তিনিও লোক চিৰকাললৈ ৰক্ষা পৰক, ৰাক্ষসৰাজ ৰাৱণৰ ওপৰত ৰাঘৱৰ জয় হওক" এইদৰে জপ কৰি কৰি ৰাম আৰু ৰাৱণৰ ঘোৰতৰ যুদ্ধ চাবলৈ ধৰিলে।

৫১—৫২। ইপিনে অপ্সৰা আৰু গন্ধৰ্ব্বসকলে অনুপম সেই যুদ্ধ দেখি কবলৈ ধৰিলে, "সাগৰ কেৱল আকাশৰ সদৃশ আৰু আকাশো কেৱল সাগৰৰ সদৃশ। সেইদৰে ৰাম ৰাৱণৰ যুদ্ধও কেৱল ৰাম-ৰাৱণৰ যুদ্ধৰ লগতেই তুলনীয়।" তেওঁলোক সকলোৱে এইদৰে কৈ কৈ ৰাম-ৰাৱণৰ সেই লোমহৰ্ষক যুদ্ধ চাবলৈ ধৰিলে।

৫৩। তাৰ পিচত ৰঘুকুল-কীৰ্ত্তিবৰ্দ্ধন ৰামচন্দ্ৰই ক্ৰোধতে জ্বলি উঠি ধনুত সৰ্পবৎ

উগ্র শৰসন্ধান কৰি ৰাৱণৰ উজ্জ্বল কুণ্ডল-শোভিত শ্ৰীযুক্ত মূৰটো কাটি দিলে ; ত্ৰিজগতৰ প্ৰাণীয়ে দেখিলে ৰাৱণৰ মূৰ বিচ্ছিন্ন হৈ ভূতলশায়ী হল।

৫৫—৫৬। কিন্তু কি আচৰিত, অবিকল তদনুৰূপ শিৰ এটা তৎক্ষণাৎ তাত গজি উঠিল ; ৰামে তেওঁৰ ক্ষিপ্ৰতাৰে সৈতে সেই মূৰটোও ছেদন কৰাত, তাৰ ঠাইত আকৌ এটা মূৰ উৎপন্ন হল ; এই মূৰটোও ছেদন কৰাৰ লগে লগে তাত আকৌ এটা মূৰে দেখা দিলে।

৫৭—৬১। ৰামে তেওঁৰ বজ্ৰসম শৰৰদ্বাৰা সেই মূৰটোও কাটি পেলোৱাত পুনঃ আৰু এটা মূৰ তাত ওলাল। এইদৰে এশবাৰ মূৰ ছিন্ন হল আৰু এশবাৰেই সমান জ্যোতিসম্পন্ন শিৰ তাত উপজি থাকিল। কৌসল্যানন্দবৰ্দ্ধন সৰ্ব্বাস্ত্ৰবিদ বীৰ ৰামচন্দ্ৰই অশেষ প্ৰকাৰ শৰৰ অধীশ্বৰ হৈও ৰাৱণ নিহত হবলৈ তেওঁৰ মূৰৰ শেষ নোহোৱা দেখি, মনে মনে চিন্তা কৰিবলৈ ধৰিলে, "যি শৰৰদ্বাৰা মাৰিচ, খৰ আৰু দূষণ নিহত হল, ক্ৰৌঞ্চ বনৰ গাঁতত বিৰাধ নিহত হল, দণ্ডকাৰণ্যত কবন্ধক বধ কৰিলোঁ, যাৰদ্বাৰা শালগছ বিদ্ধ কৰি পৰ্ব্বত বিদীৰ্ণ কৰি বালীক বধিলো, সমুদ্ৰক ক্ষুব্ধ কৰিলোঁ, মোৰ এই সকলো শৰেইতো যুদ্ধত অমোঘ বুলি প্ৰখ্যাত, এনেস্থলত ৰাৱণৰ বেলিকা ইহঁত এনে নিস্তেজ হোবাৰ কাৰণ কি ?"

৬২—৬৬। ৰণক্ষেত্ৰত এইদৰে চিন্তা কৰি অপ্ৰমাদী বীৰ ৰামচন্দ্ৰই ৰাৱণৰ বুকুলৈ শৰবৃষ্টি কৰিবলৈ ধৰিলে। তেতিয়া ৰাৱণেও ভীষণ ক্ৰুদ্ধ হৈ গদা আৰু মুসল বৃষ্টিৰ দ্বাৰা ৰামক পীড়িত কৰিবলৈ ধৰিলে। দুইজন বীৰে এইদৰে যুদ্ধত প্ৰবৃত্ত হোৱাত অন্তৰীক্ষ, পৃথিৱী আৰু পৰ্ব্বত-শৃঙ্গত দেৱতা, দানৱ, যক্ষ, ৰক্ষ পিশাচ, উৰগ আদি জীৱসমূহৰ চকুৰ আগত ওৰে নিশা তুমুল, লোমহৰ্ষণকৰ যুদ্ধ চলিবলৈ ধৰিলে। দিন, ৰাতি, অথবা কোনো এক মুহূৰ্ত্তৰ ভিতৰতে ক্ষণকাললৈও এই ৰাম-ৰাৱণৰ যুদ্ধৰ বিৰতি নহল।

৬৭। তেতিয়া দেৱৰাজৰ ৰথৰ সাৰথি মহাত্মা মাতলিয়ে ৰাম-ৰাৱণৰ এই যুদ্ধত ৰামক জয়ী হোৱা নেদেখি যুদ্ধৰত হৈ থকা অৱস্থাতে ৰামক কবলৈ ধৰিলেহি।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত সপ্তাধিকশততম সৰ্গ সমাপ্ত

# অষ্টাধিকশততম সৰ্গ

## ৰাৱণ বধ

১—২। তেতিয়া মাতলিয়ে ৰাঘৱক পূৰ্ব্বৰ কথা সোঁৱৰাই দি কবলৈ ধৰিলে, "হে বীৰ, আপুনি সকলো পাহৰি যোৱাৰ নিচিনা হৈ ৰাৱণৰ বধৰ কাৰণে চিন্তান্বিত হৈছে কিয়? হে প্ৰভু, পিতামহ ব্ৰহ্মাৰ যিপাট অস্ত্ৰ আপোনাৰ হাতত আছে, ৰাৱণৰ বধৰ বাবে সেই অস্ত্ৰ প্ৰয়োগ কৰক; পূৰ্ব্বতে দেৱতাসকলে যি কালত তাৰ মৃত্যু হব বুলি কৈছিল আজি সেই কাল উপস্থিত।"

৩—৪। মাতলিয়ে কথা সোঁৱৰাই দিয়া মাত্ৰকে ৰামে সাপৰ নিচিনাকৈ ফোঁচফোঁচাই থকা প্ৰদীপ্ত সেই শৰপাট তুলি ললে। এই শৰপাট আদিতে বীৰ্য্যবান ভগৱান অগস্ত্য মুনিয়ে ৰামক দিছিল; এই মহাবাণ ব্ৰহ্মাদত্ত আৰু যুদ্ধত অমোঘ।

৫—৬। পূৰ্ব্বতে অসীমশক্তিসম্পন্ন ব্ৰহ্মাদেৱে ইন্দ্ৰৰ কাৰণে এই অস্ত্ৰ নিৰ্ম্মাণ কৰিছিল; ইন্দ্ৰই ত্ৰিলোকবিজয় কামনা কৰাত ব্ৰহ্মাদেৱে এই অস্ত্ৰ তেওঁৰ হাতত অৰ্পণ কৰে। এই অস্ত্ৰৰ বেগসাধনভূত পক্ষসমূহত পবন দেৱ, লোহাৰ মুখভাগত অগ্নি আৰু সূৰ্য্যদেৱ আৰু শৰীৰ ভাগত আকাশ বিদ্যমান, গুৰুত্ব-বিষয়ত এই অস্ত্ৰ মেৰু-মন্দৰ পৰ্ব্বতসদৃশ।

৭—১০। সুবৰ্ণবিভূষিত নিজ প্ৰভাতে জাজ্জ্বল্যমান এই অস্ত্ৰৰ পাখিবোৰ সুন্দৰভাৱে পৰিপাটীকৈ লগোৱা। ই পৃথিৱীৰ আদি মহাভূতগণৰ তেজৰ সাৰাংশেৰে নিৰ্ম্মিত আৰু সূৰ্য্যসম তেজস্বী। ই সধূম কালাগ্নিসদৃশ আৰু সমুজ্জ্বল সৰ্পবৎ উগ্ৰ; অতি ক্ষিপ্ৰতাৰে সৈতে নৰ, নাগ আৰু অশ্ববৃন্দক ই ভেদ কৰিব পাৰে; ই নিজ শক্তিবলে দ্বাৰদেশ, পৰিঘ আৰু পৰ্ব্বতসমূহক বিদীৰ্ণ কৰিব পাৰে। ই নানা তেজ আৰু মেদে অনুলিপ্ত, দেখোঁতে অতি ভয়াবহ। এই অস্ত্ৰ বজ্ৰবৎ সাৰসম্পন্ন, মহানাদবিশিষ্ট, বহু যুদ্ধবিজয়ী, সকলো প্ৰাণীৰে প্ৰতি ভয়াবহ, ভয়ঙ্কৰ আৰু গৰ্জ্জনশীল সৰ্পসদৃশ।

১১—১২। ই কঙ্ক, গৃধ্ৰ, বক, শৃগাল আৰু ৰাক্ষসবৰ্গৰ খাদ্যৰ যোগান ধৰোঁতা আৰু যুদ্ধকালত যমৰাজসদৃশ ভীতিপ্ৰদ। এই অস্ত্ৰ বান্দৰ ৰাজসকলৰ আনন্দবৰ্দ্ধক, আৰু ৰাক্ষসবোৰৰ পক্ষে বিষাদজনক। ই স্বয়ং গৰুড়ৰ পক্ষৰ দ্বাৰা চিত্ৰিত আৰু তদ্বৎ বেগসম্পন্ন।

১৩—১৪। মহাবলবান ৰামচন্দ্ৰই সকলো অস্ত্ৰৰে প্ৰধান ইক্ষ্বাকু কুল আৰু ত্ৰিলোকৰ ভয়-বিনাশক শত্ৰুপক্ষৰ কীৰ্ত্তিনাশক আৰু আত্মপক্ষৰ হৰ্ষবৰ্দ্ধক এই অস্ত্ৰক যথাবিধি বেদোক্ত মন্ত্ৰে অভিমন্ত্ৰিত কৰি ধনুত সংযোগ কৰিলে।

১৫—২০। অস্ত্ৰ ধনুত সংযুক্ত হোৱাৰ লগে লগে সকলো প্ৰাণী সন্ত্ৰস্ত হ'ল আৰু বসুন্ধৰা কঁপি উঠিল। তাৰ পিচত ভীষণ ক্ৰুদ্ধ হৈ শ্ৰীৰামচন্দ্ৰই ধনুত সজোৰে টান দি অতি যত্নসহকাৰে এই বাণ ৰাৱণৰ গালৈ নিক্ষেপ কৰিলে। বজ্ৰসম দুৰ্দ্ধৰ্ষ বাণ শ্ৰীৰামচন্দ্ৰৰ বজ্ৰসম বলযুক্ত বাহুৰপৰা মুক্ত হৈ কৃতান্তসম অনিবাৰণীয় ৰূপ ধাৰণ কৰি ৰাৱণৰ বুকুত পৰিল। মহাবেগশালী শৰীৰ-বিনাশক এই শ্ৰেষ্ঠ শৰ ৰামৰ হস্তচ্যুত হৈ দুৰাত্মা ৰাৱণৰ বুকু ভেদ কৰি তেজেৰে ৰাঙলি হৈ ৰাৱণৰ শৰীৰ বিনাশৰ লগে লগে তেওঁৰ প্ৰাণবায়ু লৈ মাটিত সোমাই গ'ল। ৰাৱণক বধ কৰি সৰ্ব্বাবয়ৱ তেজেৰে ৰক্তাক্ত কৰি নিজ কাম সমাধা কৰাৰ পিচত শৰপাট বিনীতভাৱে পুনঃ তূণত প্ৰৱেশ কৰিলেহি।

২১—২২। প্ৰাণবায়ু ওলাই যোৱাৰ লগে লগে ৰাৱণৰ হাতৰপৰা ধনু আৰু শৰ সুলকি পৰিল আৰু মহাদ্যুতিসম্পন্ন ভীমবেগবান ৰাক্ষসৰাজ বজ্ৰাহত বৃত্ৰৰ নিচিনাকৈ ৰথৰপৰা মাটিত বাগৰি পৰিল।

২৩। ৰাৱণ এইদৰে বাগৰি পৰাত অৱশিষ্ট ৰাক্ষসবোৰ নাথবিহীন হোৱাত ভয়ত্ৰস্ত হৈ চাৰিওফালে দৌৰি পলাবলৈ ধৰিলে।

২৪—২৫। তেতিয়া জয়াভিলাষী বান্দৰগণে ৰাৱণ হত হোৱা দেখি গছবোৰ হাতত লৈ চাৰিওফালৰপৰা ৰাক্ষসবোৰক পিচে পিচে খেদি গ'ল। নিৰাশ্ৰয় অৱস্থাত পৰি ৰাক্ষসবোৰৰ মুখ চকুৰ লোৰে পৰিপূৰ্ণ হ'ল, তাৰ ওপৰন্ত বান্দবোৰে আক্ৰমণ কৰাত সিহঁতে সকলোফালৰপৰা উৎসাহবিহীন হৈ দীনভাৱে লঙ্কাত প্ৰৱেশ কৰিলেগৈ।

২৬। ইপিনে জয়োল্লাসী বান্দৰগণে ৰাৱণ বধ ঘোষণা কৰি ৰামৰ ধ্বনি কৰি হৃষ্টচিত্তে সিংহনাদ কৰিবলৈ ধৰিলে।

২৭—৩০। লগে লগে অন্তৰীক্ষত মধুৰ দেৱদুন্দুভি বাজি উঠিল, আৰু দিব্যগন্ধপূৰ্ণ অনুকূল বতাহ ববলৈ ধৰিলে। আকাশৰপৰা পুষ্পবৃষ্টি হ'ল আৰু সেই পুষ্পবৃষ্টিত ৰামৰ ৰথ ভৰি পৰিল। মহাত্মা দেৱতাগণে সাধু সাধু বাক্যেৰে ৰামৰ স্তুতি পাঠ কৰা শুনা গ'ল। সৰ্ব্বলোকভয়ঙ্কৰ প্ৰচণ্ডপ্ৰতাপী ৰাৱণ নিহত হোৱাত দেৱতা আৰু চাৰণগণৰ আনন্দৰ সীমা নোহোৱা হ'ল।

৩১—৩৪। এইদৰে ৰাৱণক বধ কৰি শ্ৰীমান ৰামচন্দ্ৰই সুগ্ৰীৱ, অঙ্গদ আৰু

বিভীষণৰ মনস্কামনা পূৰ্ণ কৰিলে। মৰুৎগণকে আদি কৰি দেৱতাগণ শান্ত হল। দিঙ্‌মণ্ডল প্ৰসন্ন হল আৰু আকাশ নিৰ্ম্মল হল; পৃথিৱী স্থিৰ হল আৰু প্ৰবল বতাহ ববলৈ ধৰিলে, সূৰ্য্যৰ ৰশ্মি স্থিৰতা লাভ কৰি সুন্দৰ প্ৰভাযুক্ত হৈ প্ৰকাশ পালে। তাৰ পিচত লক্ষ্মণক লৈ সুগ্ৰীৱ, অঙ্গদ, বিভীষণ আৰু আন আন বিশিষ্ট সুহৃদবৰ্গই একগোট হৈ জয়, জয় শব্দে ৰামৰ ওচৰ চাপি তেওঁক পূজা অৰ্চ্চনা জনালে। শত্ৰুক বধ কৰি ৰঘুকুলনৃপনন্দন মহাশক্তিশালী স্থিৰপ্ৰতিজ্ঞ শ্ৰীমান ৰামচন্দ্ৰই ৰণক্ষেত্ৰত স্বজন আৰু নিজ সৈন্যবলৰদ্বাৰা পৰিবৃত হৈ দেৱগণ-পৰিবৃত ইন্দ্ৰসদৃশ শোভা ধাৰণ কৰিলে।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত অষ্টাধিকশততম সৰ্গ সমাপ্ত

## নৱাধিকশততম সৰ্গ

### ৰাৱণৰ মৃত্যুত বিভীষণৰ শোক

১—৪। ৰণত নিৰ্জ্জিত ককায়েক ৰাৱণ নিহত হৈ শুই থকা দেখি শোক-সন্তপ্ত বিভীষণে এইদৰে বিলাপ কৰিবলৈ ধৰিলে, "হে বীৰ, তুমি জগদ্বিখ্যাত, প্ৰবল পৰাক্ৰান্ত, সৰ্ব্বকাৰ্য্য-সমৰ্থ আৰু নীতিবিদ; সদায় মহাৰ্হ-শয্যাত শোৱাই তোমাৰ অভ্যাস; এনে অৱস্থাত তুমি মাটিতে এইদৰে শুই আছা কিয়? অঙ্গদবিভূষিত তোমাৰ সুদীৰ্ঘ বাহুযুগল লৰচৰ নকৰাকৈ পৰি আছে; তোমাৰ সূৰ্য্যসম সমুজ্জ্বল মুকুট স্থানভ্ৰষ্ট। হে বীৰ, পূৰ্ব্বতে মই যি কৈছিলো সেইটোৱেই হবলৈ পালে, সেই সময়ত কামভাবত মোহান্ধ হোৱাৰ বাবে মোৰ কথা তোমাৰ ভাল নালাগিল।

৫। দৰ্পৰ বশতে প্ৰহস্ত, ইন্দ্ৰজিৎ, কুম্ভকৰ্ণ, অতিৰথ, অতিকায়, নৰান্তক অথবা তুমি নিজে মোৰ সেই সময়ৰ কথালৈ কাণ নিদিলা। বৰ্ত্তমান তাৰেই এই ফল।

৬। হে ভ্ৰাতঃ, তোমাৰ দিনতে ধাৰ্ম্মিকসকলৰ সেতু ভগ্ন হল, ধৰ্ম্মৰ স্বৰূপ নষ্ট হল, বলবীৰ্য্যৰ স্থিৰতা নোহোৱা হল আৰু শেহত তুমিও বীৰ পুৰুষৰ গতি প্ৰাপ্ত হলা।

৭। অস্ত্ৰধাৰীসকলৰ প্ৰধান এই বীৰ নিপাতিত হোৱাত আদিত্য ভূলুণ্ঠিত হল, চন্দ্ৰ অন্ধকাৰাচ্ছন্ন হল, অগ্নি নিৰ্ব্বাপিত হল, আৰু সকলো উদ্যম আৰু চেষ্টা আশ্ৰয়বিহীন হল।

৮। ৰাক্ষসপ্ৰবৰ এই বীৰ ৰণক্ষেত্ৰত এইদৰে পৰি থাকিলে প্ৰাণহীন লঙ্কাবাসীৰ আৰু বাকী ৰল কি?

৯। হায়! ৰাৱণৰূপ মহাবৃক্ষৰ ধৈৰ্য্যই আছিল নৱাগত পত্ৰস্বৰূপ, শক্তি পুষ্পস্বৰূপ, তপোবন আৰু বীৰত্ব সুদৃঢ়মূলস্বৰূপ, এই মহাবৃক্ষকো ৰাঘৱৰূপ মাৰুতে ভাঙি চুৰমাৰ কৰিলে।

১০। ৰাৱণ গন্ধহস্তীসদৃশ, তেজ তেওঁৰ দন্তসদৃশ, উচ্চকুল তেওঁৰ পৃষ্ঠাদি অবয়ৱ, ক্ৰোধ হস্তপাদাদি আন আন অঙ্গ আৰু প্ৰসন্নতা তেওঁৰ শুঁৰ-সদৃশ; ইক্ষ্বাকুকুলসিংহ ৰামৰ হাতত নিহত হৈ এই মত্তমাতঙ্গ এতিয়া ধৰাশায়ী হল।

১১। ৰাক্ষসৰাজ ৰাৱণ প্ৰদীপ্ত অগ্নিস্বৰূপ আছিল; উৎসাহ আৰু পৰাক্ৰম সেই অগ্নিৰ সমুজ্জ্বল শিখা, ক্ৰোধজ নিশ্বাস তাৰ ধূম, তেওঁৰ নিজৰ বল সেই অগ্নিৰ দাহিকা শক্তি; প্ৰতাপবান সেই ৰাৱণাগ্নি ৰামৰূপ মেঘে নিৰ্ব্বাপিত কৰিলে।

১২। ৰাৱণৰূপ বৃষই ইমান দিনে তেওঁৰ বায়ুতুল্য পৰাক্ৰমৰ দ্বাৰা আন সকলোকে জয় কৰিছিল। তেওঁৰ সহচৰ ৰাক্ষসগণেই আছিল তেওঁৰ লাঙ্গুল, চুট আৰু শৃঙ্গ, চপলতাই তেওঁৰ কাণ আৰু চকু। হায়! এই বৃষৰূপ ৰাৱণ শেহত ৰামৰূপ ব্যাঘ্ৰৰ হাতত নিহত হল।”

১৩—১৪। শোকসন্তপ্ত বিভীষণে ৰাৱণ-বধৰ মূল অৰ্থ অৱগত হৈ হেতুপূৰ্ণ বাক্যে এইদৰে কোৱা শুনি শ্ৰীমান ৰামচন্দ্ৰই কলে, “বিভীষণ, এই বীৰ ৰাৱণ যুদ্ধক্ষেত্ৰত অসমৰ্থ হৈ বিনষ্ট হোৱা নাই, পৰন্তু অতি উন্নত অৱস্থাত প্ৰচণ্ড বিক্ৰমাদি গুণৰদ্বাৰা বিভূষিত হৈহে মৃত্যুলৈ ভয়শূন্য হৈ দৈবক্ৰমে নিহত হৈছে।

১৫—১৭। যিসকলে ক্ষাত্ৰধৰ্ম্মত অধিষ্ঠিত হৈ জয়াদি কামনা কৰি যুদ্ধক্ষেত্ৰত প্ৰাণ এৰে তেওঁলোকৰ বিনাশ নাই আৰু তেনেজনৰ কাৰণে শোক কৰাটোও উচিত নহয়। ধীমান যি ৰাৱণে ইন্দ্ৰকে আদি কৰি তিনিলোককে সন্ত্ৰস্ত কৰি তুলিছিল, তেনে এজন কালধৰ্ম্মৰ বশবৰ্ত্তী হলে, তেওঁৰ কাৰণে এতিয়া শোক কৰাৰ সময় নহয়। যুদ্ধত কোনো এজনেই যে সদায় জয়ী হৈ থাকিব, এনে কথা কোনো কালে কেতিয়াও হোৱা নাই; সকলো বীৰেই যুদ্ধত হয় শত্ৰুক বধ কৰিব অথবা নিজে শত্ৰুৰ হাতত নিহত হব—এইটোৱেই নিয়ম।

১৮—১৯। ৰাৱণে যি গতি পালে পূৰ্ব্বৱপৰা মনু আদি ঋষিসকলে সেই গতিকেই নিৰ্দ্দেশ কৰিছে আৰু ক্ষত্ৰিয়সকলেও তাৰ প্ৰতি সম্মান দেখুৱাই আহিছে। যুদ্ধত ক্ষত্ৰিয় নিহত হলে তেওঁৰ কাৰণে শোক কৰা উচিত নহয়—এইটো সুনিশ্চিত মত। এতেকে তুমি এইটো সঠিক বুলি জানি লৈ মূল কথা অৱগত হোৱাঁ আৰু শোক পৰিত্যাগ কৰি, তেওঁৰ মৃত্যুৰ পিচত যি যি কৰিব লগীয়া কাম আছে তাৰ বিষয়ে চিন্তা কৰাঁ।"

২০—২১। পৰম পৰাক্ৰমশালী ৰাজপুত্ৰ ৰামচন্দ্ৰই এইদৰে কোৱাত ইয়াৰ পিচত ককায়েকৰ প্ৰতি কৰিব লগীয়া হিতকাম কি হব পাৰে তাকে চিন্তা কৰি বিভীষণে কলে, "ৰাম, যিজনক ইন্দ্ৰকে আদি কৰি সমগ্ৰ দেৱতাবৃন্দয়ো যুদ্ধত পৰাভূত কৰিব নোৱাৰিছিল, সমুদ্ৰ বেলাভূমিৰ ওচৰত পৰাভূত হোৱাৰ দৰে ভেনে এজন বীৰ আপোনাৰ ওচৰত পৰাভূত হল।

২২। এই বীৰ ৰাৱণে যাচকবৃন্দক পৰ্য্যাপ্ত পৰিমাণে দান কৰিছিল, নিজেও ভাগ্যবস্তু যথেষ্ট পৰিমাণে ভোগ কৰিছিল আৰু ভৃত্যবৰ্গক ভালদৰে ভৰণ-পোষণ কৰিছিল, মিত্ৰবৰ্গৰ ভিতৰত ধন বিলাই দিছিল আৰু শত্ৰুবৰ্গক নিপাতিত কৰিছিল।

২৩। তেওঁ অগ্নিহোত্ৰ পালন কৰিছিল, উগ্ৰ তপস্যা সাধন কৰিছিল, বেদান্ত-শাস্ত্ৰত পাৰদৰ্শিতা লাভ কৰিছিল, আৰু সকলো কাৰ্য্যৰে প্ৰধান অনুষ্ঠাতা আছিল, এতেকে এনে এজনৰ প্ৰেতকাৰ্য্য যিদৰে সম্পাদন কৰা উচিত হব, আপোনাৰ অনুগ্ৰহত মই সেইদৰে সম্পাদন কৰিবলৈ ইচ্ছা কৰিছোঁ।"

২৪—২৫। বিভীষণৰ এই করুণ বাক্য শুনি নৰৰাজপুত্ৰ মহাত্মা ৰামচন্দ্ৰই ৰাৱণৰ স্বৰ্গপ্ৰাপ্তি সম্বন্ধে প্ৰেতকাৰ্য্য যিদৰে হোৱা উচিত সেইদৰে সমাধি কৰিবলৈ অনুমতি দি কলে, "বিভীষণ, শত্ৰুতা মৰণ কাললৈকেহে থাকে, ৰাৱণৰ মৃত্যুৰ পিচত আমাৰ কৰ্ত্তব্য কাম শেষ হৈছে; এতেকে এতিয়া তুমি তেওঁৰ সংস্কাৰ কাৰ্য্য সম্পন্ন কৰাঁ। বৰ্ত্তমানে ৰাৱণ তোমাৰ যেনে মোৰো তেনে আপোন।

**ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত নৱাধিকশততম সৰ্গ সমাপ্ত**

# দশাধিকশততম সৰ্গ

## ৰাৱণ-পত্নীসকলৰ শোক

১—৪। মহাত্মা ৰামৰ হাতত ৰাৱণ নিহত হোৱা শুনি ৰাক্ষসীসকল শোকত প্ৰপীড়িত হৈ অন্তঃপুৰৰপৰা ওলাই আহিল। তেওঁলোকৰ কেশপাশ আলুলায়িত; বহুপ্ৰকাৰৰ বাধা পায়ো বৎসহীনা ধেনুৰ নিচিনাকৈ শোকসন্তপ্তা হৈ তেওঁলোকে ৰণক্ষেত্ৰ ঢাকি পৰিলহি। লঙ্কাৰ উত্তৰকালৰ দুৱাৰ-মুখেদি ৰাক্ষসবোৰৰ লগত ওলাই আহি তেওঁলোকে তেওঁলোকৰ মৃত পতিক বিচাৰি "হা আৰ্য্যপুত্ৰ," "হা নাথ," এইদৰে চিঞৰি চিঞৰি ৰক্তাক্ত বোকাৰে পৰিপূৰ্ণ কৱন্ধময় ৰণক্ষেত্ৰৰ চাৰিওকালে বিচৰণ কৰি ফুৰিলে।

৫—৭। তেওঁলোকৰ চকু লোৰে পৰিপূৰ্ণ, শৰীৰ স্বামী-শোকতে অৱশ; এনে অৱস্থাত যূথপতি হস্তী বিনষ্ট হলে হস্তিনীবোৰে যিদৰে চিঞৰ-বাখৰ কৰে তেওঁলোকেও তেনেদৰে বিলাপ কৰি কৰি মহাকায়বিশিষ্ট মহাদ্যুতি, বীৰ্য্যবান, ঘনীভূত নীল বৰ্ণাভ ৰাৱণৰ মৃত শৰীৰটো দেখা পালে। ৰণক্ষেত্ৰৰ ধূলিৰ মাজত হঠাতে তেওঁলোকৰ স্বামীক এইদৰে পৰি থকা দেখি গছৰপৰা ছিগি পৰা বনলতাসদৃশ তেওঁলোক স্বামীৰ শৰীৰৰ ওপৰত জঁাপ দি পৰিল।

৯—১০। অতিশয় চেনেহত কোনোজনীয়ে আলিঙ্গন কৰি, কোনোজনীয়ে চৰণ দুখনকে সাবট মাৰি ধৰি, কোনোজনীয়ে ডিঙিত সাবটি ধৰি, কোনোজনীয়ে ওপৰলৈ হাত দুখন তুলি তাকে আশ্ৰয় কৰি, কোনোজনীয়ে মাটিতে বাগৰি পৰি তেওঁৰ মুখৰপিনে চাই বিলাপ কৰি মূৰ্চ্ছিত হল। আৰু কোনোজনীয়ে কোলাত মুৰটো লৈ মুখৰপিনে চাই হিমজলে পদুম তিয়াই দিয়াৰ নিচিনাকৈ চকুৰ লোৰে ৰাৱণৰ বদনমণ্ডল তিয়াই দিলে।

১১—১৬। স্বামী নিহত হৈ মাটিত পৰি থকা দেখি সকলোবিলাকে এইদৰে শোকতে অভিভূত হৈ বাৰে বাৰে বহুপ্ৰকাৰে বিলাপ কৰি কবলৈ ধৰিলে, "হায়, যিজনে ইন্দ্ৰ আৰু যমক সন্ত্ৰস্ত কৰিছিল, কুবেৰৰপৰা পুষ্পক-ৰথ কাঢ়ি আনিছিল, যিজনে ৰণত ঋষি, গন্ধৰ্ব্ব আৰু মহাত্মা দেৱতাগণক ভীত কৰিছিল, সেইজনেই আজি নিহত হৈ শুই আছে। যিজনে কোনোদিনে সুৰ, অসুৰ অথবা পন্নগ

কুলৰপৰা ভয় বোলা বস্তু নাজানিছিল, সেইজনেই আকৌ মানুহৰপৰা ভয় পাব লগা হল। যিজনা দেৱতা, দানৱ আৰু ৰাক্ষস কুলৰ অবধ্য আছিল, সেইজনেই মাটিত থাকি যুদ্ধ কৰা এজন মানুহৰদ্বাৰা নিহত হব লগা হল। যাক দেৱতা, যক্ষ বা অসুৰে বধ কৰিব নোৱাৰিছিল, তেৱোঁ দুৰ্ব্বল মৰ্ত্ত্য মানুহ এজনৰ হাতত নিহত হল।"

১৭। ৰাৱণৰ মহিষীসকলে এইদৰে কৈ কৈ দুখতে অভিভূত হৈ বাৰে বাৰে ৰোদন কৰি কবলৈ ধৰিলে, "হে স্বামী, সেই সময়ত তুমি তোমাৰ হিতবাদী সুহৃদ্-সকলৰ কথা নুশুনি তোমাৰ মৃত্যুৰ কাৰণে সীতাক হৰণ কৰি আনিলা আৰু তাৰ ফলত ৰাক্ষসকুল নিপাতিত হল আৰু সিহঁতৰ লগে লগে তুমিও মৰিলা আৰু আমাকো মাৰিলা।

১৯—২৫। তোমাৰ হিতৈষী ভ্ৰাতা বিভীষণে তোমাৰ হিত কথাকে তোমাক কৈছিল, কিন্তু মোহান্ধ হৈ তোমাৰ বধ কামনা কৰি তুমি তেওঁক তিৰস্কাৰ কৰিলা, এতিয়া তাৰ ফল তুমি দেখা পালা। হায়, সেই সময়তে যদি মৈথিলী সীতাক তুমি ৰামৰ হাতত সমৰ্পণ কৰিলাহেঁতেন আমাৰ সৰ্ব্বনাশী এই বিপদ হবলৈ নাপালেহেঁতেন। তেতিয়া হলে তোমাৰ ভ্ৰাতাৰ মনস্কামনা পূৰ্ণ হলহেঁতেন; ৰাম তোমাৰ মিত্ৰ হলহেঁতেন, আমি বিধবা নহলোহেঁতেন আৰু তোমাৰ শত্ৰুকুলৰো মনোবাঞ্ছা পূৰণ নহলহেঁতেন। কিন্তু নিষ্ঠুৰ মত অৱলম্বন কৰি বলপূৰ্ব্বক সীতাক অৱৰুদ্ধ কৰি থকাৰ ফলত ৰাক্ষসগণ, তুমি আৰু আমি সকলোৱে সমানে নিপাতিত হলোঁ। অথবা হে ৰাক্ষসপুঙ্গৱ, এতিয়া আমি বুজিলো, এই সকলো কাম তোমাৰ ইচ্ছা অনুসৰি হোৱা নাই, দৈৱই সকলোকে কৰায় আৰু বধো কৰে দৈৱই। এই যুদ্ধত বান্দৰ আৰু ৰাক্ষসসকলৰ নিধন আৰু লগতে তোমাৰ মৃত্যু এই সকলো দৈব যোগেহে হবলৈ পালে। ঘটিব লগা দৈবৰ গতি কোনেও, ধন-দৌলত, ইচ্ছা, পৰাক্ৰম, বা আদেশৰদ্বাৰা প্ৰতিৰোধ কৰিব নোৱাৰে।"

২৬। ৰাক্ষসৰাজৰ মহিষীসকলে দুখতে অভিভূত হৈ অতি কাতৰভাবে অশ্ৰুপূৰ্ণ নেত্ৰে কুঁৰৰীৰ নিচিনাকৈ এইদৰে বিলাপ কৰিবলৈ ধৰিলে।

**ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত দশাধিকশততম সৰ্গ সমাপ্ত**

# একাদশাধিকশততম সৰ্গ

## মন্দোদৰীৰ শোক আৰু ৰাৱণৰ অন্ত্যেষ্টিক্ৰিয়া সমাপন

১—২। বিলাপ-ৰতা ৰাক্ষসী-মহিষীসকলৰ ভিতৰত ৰাৱণৰ জ্যেষ্ঠা আৰু সৰ্ব্বপ্ৰিয় পত্নী মন্দোদৰীয়ে তেওঁৰ স্বামী অচিন্ত্যকৰ্ম্মা ৰামৰ হাতত নিহত হোৱা দেখি দীন-ভাৱে সকাতৰে এইদৰে ৰোদন কৰিবলৈ ধৰিলে :

৩—৮। "হে কুবেৰানুজ মহাবাহু স্বামী, আপুনি ক্ৰুদ্ধ হলে আপোনাৰ সম্মুখত পুৰন্দৰ সদায় কঁপি আছিল, মহা মহা ঋষি, যশস্বী গন্ধৰ্ব্বগণ আৰু চাৰণসকল আপোনাৰ প্ৰতাপ সহ্য কৰিব নোৱাৰি দশোদিকে পলাই ফাট মাৰিছিল, এনেস্থলত মাত্ৰ এজন সামান্য মানুহ ৰামৰ হাতত আপুনি পৰাজিত হব লগা হল ; হে ৰাক্ষসৰাজ, এইটো এটা লাজৰ কথা নহয় নে ? আপুনি শ্ৰী আৰু বীৰ্য্যসম্পন্ন হৈ এই ত্ৰিলোককে আক্ৰমণ কৰি সকলোৰে প্ৰতি অসহ্য উঠিছিল, কিন্তু শেহত বনচাৰী মানুহ এজনে আপোনাক বধ কৰিলে। এই লঙ্কাদ্বীপ মানুহে ঢুকি নোপোৱা ঠাই, তদুপৰি আপুনি কামৰূপী, তাৰ ভিতৰতো যে যুদ্ধত ৰামে আপোনাক বধ কৰিলে, এইটো যুক্তিতৰ্কেৰে ঢুকি নোপোৱা কথা। ইমান দিনে সকলো ক্ষেত্ৰতে আপুনি জয় লাভ কৰি থকাৰ পিচত ৰামে যুদ্ধক্ষেত্ৰত আপোনাক নিপাতিত কৰিবলৈ পালে এই কথাটো মই বিশ্বাস কৰিব নোৱাৰোঁ।

৯—১৩। মোৰ বোধেৰে স্বয়ং যমদেৱতাই অচিন্তনীয় মায়াশক্তিৰ আশ্ৰয় কৰি ৰাম-ৰূপ লৈ আহিহে আপোনাক বধ কৰিলে। অথবা হে মহাবলশালী স্বামী, এনেও হব পাৰে যে ইন্দ্ৰই আহি আপোনাক পৰাভূত কৰিলে ; কিন্তু সেইটো অসম্ভৱ, যিহেতু সম্মুখ সমৰত আপোনাৰ প্ৰতি দৃষ্টি নিক্ষেপ কৰিব পৰা শক্তি তেওঁৰ নাই। তেনেহলে এইটোৱেই ঠিক যে যিজন সৰ্ব্বশক্তিসম্পন্ন মহাযোগী সনাতন পৰমাত্মা, যাৰ আদি মধ্য অথবা অন্ত নাই; যি মহতৰো মহান, যি তমোৰূপ প্ৰকৃতিৰ প্ৰৱৰ্ত্তক স্বৰূপধাতা, শঙ্খ, চক্ৰ আৰু গদাধাৰী, শ্ৰীবৎসলাঞ্ছিত, সততে লক্ষ্মীযুক্ত, আনৰ অজেয়, শাশ্বত আৰু পৰিণামৰহিত, সত্য পৰাক্ৰম সেই বিষ্ণুৱেই মনুষ্য ৰূপ ধাৰণ কৰি মহাবীৰ্য্যবান বলশালী মহাশক্তি-সম্পন্ন দেৱশত্ৰু আপোনাক বধ কৰিলে।

১৪—১৫। সৰ্ব্বলোকেশ্বৰ শ্ৰীমান বিষ্ণুৱে লোকসমূহৰ হিত কামনা কৰি বান্দৰৰূপী

দেৱগণৰ দ্বাৰা পৰিবৃত হৈ জগতৰ ভয়াবহ দেৱশত্ৰু আপোনাক সমগ্ৰ ৰাক্ষসকুলে সৈতে বধ কৰিলে। তাহানি কালত ইন্দ্ৰিয়ৰ ওপৰত জয় লাভ কৰি তপস্যাৰ অনুষ্ঠানৰ দ্বাৰা আপুনি ত্ৰিজগত জয় কৰিলে সঁচা।

১৬—১৮। কিন্তু আপোনাৰ অকৰ্ম্ম-প্ৰবৃত্তিক আশ্ৰয় কৰি সেই ইন্দ্ৰিয়গ্ৰামে পূৰ্ব্ববৈৰিতা কৰি এতিয়া আপোনাৰ ওপৰত জয় লাভ কৰিলে। যি সময়ত জনস্থানত অসংখ্য ৰাক্ষসৰদ্বাৰা পৰিবৃত হৈ থকা অৱস্থাতো আপোনাৰ ভ্ৰাতা খৰক ৰামে বধ কৰিলে সেই সময়তে আপুনি বুজা উচিত আছিল, ৰাম মানুহ নহয়। এই লঙ্কানগৰীত দেৱতাসকলো প্ৰৱেশ কৰিব নোৱাৰিছিল, কিন্তু যি সময়ত হনুমানে নিজ বীৰ্য্যবলে এই লঙ্কাত প্ৰবেশ কৰিলে, সেই সময়তে আমি সকলো ব্যথিত হৈছিলো, মই দঢ়াই দঢ়াই কৈছিলোঁ যে ৰাঘৱৰ লগত বিৰোধ নকৰিব।

১৯—২১। কিন্তু মোৰ এই কথা আপুনি গ্ৰহণ নকৰিলে; এতিয়া তাৰেই এই ফল। হে ৰাক্ষসপুঙ্গৱ, আপুনি আপোনাৰ ঐশ্বৰ্য্য, নিজৰ শৰীৰ আৰু বন্ধুবান্ধৱৰ বিনাশৰ কাৰণেহে হঠাতে সীতাৰ প্ৰতি কামভাবত আসক্ত হল। হে দুৰ্ম্মতি ৰাজন, এই সীতা অৰুন্ধতী আৰু ৰোহিণীতকৈও শ্ৰেষ্ঠা। সীতা সৰ্ব্বতোভাৱে মাননীয়া, তেনে এজনাক হৰণ কৰি আনি আপুনি ঘোৰ অশোভন কাম কৰিলে। সীতা সকলো ক্ষমাগুণৰ আধাৰ পৃথিৱীতকৈও অধিক ক্ষমাগুণসম্পন্না আৰু সকলো সৌভাগ্যৰ আদৰ্শশ্ৰীতকৈ অধিক শ্ৰীযুক্তা আৰু স্বামীৰ প্ৰতি অনুৰক্তা।

২২—২৩। এনেহেন সৰ্ব্বাঙ্গসুন্দৰী শোভনচৰিত্ৰা সীতাক বিজন বনত অকলে পাই কাতৰ অৱস্থাতে ছদ্মবেশে হৰণ কৰি আনি আপুনি আপোনাৰ নিজৰ আৰু ৰাক্ষসকুলৰ বিনাশ সাধন কৰিলে। তাৰ পিচত মৈথিলীৰ লগত যিদৰে সহবাস কৰিবলৈ বুলি কামনা কৰিছিল সেই বিষয়েও আপোনাৰ মনোবাঞ্ছা পূৰণ নহল, অধিকন্তু হে প্ৰভু, পতিব্ৰতা সেই সীতাৰ তপস্যাৰ প্ৰভাৱত আপুনি নিজেই দগ্ধ হল।

২৪—২৬। ইন্দ্ৰকে আদি কৰি অগ্নিপ্ৰমুখ সকলো দেৱগণেই সীতাৰ মাহাত্ম্যত সন্ত্ৰস্ত; এনে অৱস্থাত সীতাক হৰণ কৰি অনাৰ সময়তে যে আপুনি দগ্ধ হোৱা নাই সেইটোও তেওঁৰেই মাহাত্ম্য। হে স্বামী, সময় উপস্থিত হলে পাপকামৰ কৰ্ত্তাজনে তেওঁৰ পাপৰ ফল ভোগ কৰিবই লাগিব---এইটো নিশ্চয়। পাপীয়ে পাপৰ ফল ভোগ কৰে আৰু শুভকাৰ্য্যৰ অনুষ্ঠাতাজনে শুভ ফল পায়; সেইদৰে বিভীষণে শুভ ফল লাভ কৰিলে আৰু আপুনি এনেবিধৰ পাপ-ফল ভোগ কৰিব লগা হল।

২৭—২৮। সীতাতকৈ অধিক ৰূপৱতী আন আন বহুত মহিষী থকা সত্বেও

আপুনি কামদেৱৰ বশীভূত হ'ল। আপোনাৰ মূঢ়তা হেতু সেইটো বুজি নাপালে। মোহান্ধ হোৱাৰ কাৰণে আপুনি বুজি নাপালে যে ৰূপ, কুল বা দাক্ষিণ্যাদি কোনো গুণতেই সীতা মোৰ সমান বা মোতকৈ শ্ৰেষ্ঠা নহয়।

২৯—৩০। কোনো কালতে কোনো কাৰণ উপস্থিত নোহোৱাকৈ প্ৰাণীসমূহৰ মৃত্যু উপস্থিত নহয়; এতেকে আপোনাৰ এই ক্ষেত্ৰতো মৈথিলীয়েই আপোনাৰ মৃত্যুৰ কাৰণ। সীতাৰ কাৰণে এই মৃত্যু আপুনি দূৰৰপৰা চপাই আনিলে। তাৰ ফলত মৈথিলীয়ে এতিয়া শোকমুক্ত হৈ ৰামৰ লগত বিহাৰ কৰি ফুৰিব।

৩১—৩৩। আৰু মই মোৰ পুণ্যৰ অল্পতা হেতু ঘোৰ শোক-সাগৰত নিমগ্না হলোঁ। হে নাথ, ইয়াৰ আগতে বিচিত্ৰ মাল্য আৰু বসন আৰু অতুলনীয় শ্ৰীৰে মণ্ডিত হৈ অনুৰূপ বিমানত আৰোহণ কৰি আপোনাৰে সৈতে কৈলাসশিখৰ, মেৰু আৰু মন্দৰ পৰ্ব্বত, চৈত্ৰৰথবন আৰু দেৱতাসকলৰ সকলো উদ্যানত ভ্ৰমণ কৰি এতিয়া আপোনাৰ মৃত্যুত সেই সকলো সুখ ভোগৰপৰা বঞ্চিত হলোঁ।

৩৪—৩৮। আপোনাৰ অবিহনে সেই মই আজি অন্য এগৰাকী স্ত্ৰীৰ সদৃশ হলোঁ; ধিক্ ৰজাৰ চঞ্চলা শ্ৰী! হে ৰাজন, আপোনাৰ সুন্দৰ ভ্ৰূযুগল, কোমল ছাল, উন্নত নাসিকা, চন্দ্ৰৰ কান্তি, পদ্মৰ শ্ৰী, সূৰ্য্যৰ দীপ্তি, উজ্জ্বল কিৰীটি, দীপ্ত কুণ্ডল, তাম বৰণৰ ওঁঠ, এই সকলো এতিয়া আপোনাৰ বদনমণ্ডলত জিলিকি উঠা নাই কিয়? নানা মাল্যে বিভূষিত হৈ পানভূমিত মদৰ জ্বালতে চঞ্চলনেত্ৰে হাঁহি হাঁহি যি বাক্যালাপ কৰিছিল, আহা! সেই সময়ৰ সেই কথাবোৰ কেনে প্ৰীতিপদ আছিল! কিন্তু আজিতো সেই সুমধুৰ কথা মুখেৰে ফুটি ওলোৱা নাই। তাৰ সলনি ৰামৰ শৰত বিদ্ধ হৈ ৰক্তধাৰাৰে আপোনাৰ মুখ ৰাঙলী হৈছে, আপোনাৰ মস্তিষ্ক মেদে অনুলিপ্ত হৈছে আৰু ৰথৰ ধূলিতে ৰুক্ষভাৱ ধাৰণ কৰিছে। হায়, এতিয়া মই বিধৱা আৰু তাৰ কাৰণে মোৰ দশা অস্তমিত।

৩৯—৪৭। হতভাগিনী মই কোনো দিনে ভৱা নাছিলো যে এনে দশাও মোৰ হব। মোৰ পিতা দানৱৰাজ, স্বামী ৰাক্ষসেশ্বৰ, পুত্ৰ ইন্দ্ৰবিজেতা, এই ভাবতে মই অতিশয় গৰ্ব্বিতা হৈ আছিলোঁ। মোৰ দৃঢ় বিশ্বাস আছিল, মোৰ ৰক্ষাকৰ্ত্তাসকল উগ্ৰ সাহসী, দুৰ্ব্বৃত্তশত্ৰু-বিমৰ্দ্দক, প্ৰখ্যাত, বলবীৰ্য্যশালী, কোনো কালৰপৰা তেওঁলোকৰ কোনো ভয়ৰ কাৰণ নাছিল। হায়, এনে প্ৰভাবশালী ৰাক্ষসপ্ৰবৰবিলাকৰ পক্ষেও অতৰ্কিতভাবে মানুহৰপৰা উৎপন্ন এই ভয় উপস্থিত হবলৈ পালে কেনেকৈ? আপোনাৰ স্নিগ্ধ ইন্দ্ৰনীলমণিসম শ্যামল, পৰ্ব্বতোপম উন্নত শৰীৰো নিহত হল। কেয়ূৰ, অঙ্গদ, বৈদূৰ্য্য, মুক্তাহাৰ আৰু পুষ্পমালাৰে সুশোভিত এই শৰীৰ বিহাৰকালত

যেনে কমনীয়, ৰণক্ষেত্ৰত সি তেনে সমুজ্জ্বল উগ্ৰ ৰূপ ধাৰণ কৰিছিল; আভৰণৰ শোভাতে যি শৰীৰ বিদ্যুৎমালামণ্ডিত মেঘৰৎ শোভান্বিত হৈছিল, হায়, সেই শৰীৰ আজি অলেখ শৰৰদ্বাৰা বিদ্ধ হৈ থকাৰ কাৰণে, তাৰ স্পৰ্শও মোৰ পক্ষে দুৰ্লভ হৈ উঠিছে, আৰু ইচ্ছা কৰিও তাক আলিঙ্গন কৰিব নোৱাৰা হৈছোঁ। কাঁইটেৰে পৰিপূৰ্ণ কেঁটেলা-পহুৰ নিচিনা আপোনাৰ এই শৰীৰ সন্ধিবিন্ধি নোহোৱাকৈ বাণবিদ্ধ হৈছে; আপোনাৰ মৰ্ম্মস্থান বিদ্ধ হোৱাৰ কাৰণে স্নায়ুমণ্ডলী শিথিল হৈছে; হে ৰাজন, ভূপাতিত আপোনাৰ শৰীৰ বৰণত শ্যামল হলেও এতিয়া তেজৰ ছবি যেনহে দেখা গৈছে। হায়, সকলোফালৰপৰা বজ্ৰাহত হলে পৰ্ব্বত যিদৰে শীৰ্ণ-বিশীৰ্ণ হয় আপোনাৰ এই শৰীৰো তদনুৰূপ হৈছে। ৰামৰ হাতত আপোনাৰ নিধন সপোন যেন লাগিলেও ই এতিয়া সত্যত পৰিণত হব পাৰিলে কেনেকৈ?

৪৮—৪৯। হে ৰাজন, আপুনি মৃত্যুৰো মৃত্যু হৈ এতিয়া আকৌ মৃত্যুৰে বশীভূত হল কেনেকৈ? আপুনি যিদৰে ত্ৰৈলোক্যৰ ধনৈশ্বৰ্য্য ভোগ কৰিলে, সেইদৰে ত্ৰৈলোক্যক উদ্বিগ্ন কৰিও তুলিছিল। আপুনি লোকপালসকলক জয় কৰিছিল, শঙ্কৰকো ক্ষিপ্ত কৰি তুলিছিল, আপুনি গৰ্ব্বিতসকলৰ নিগ্ৰহ কৰোঁতা আৰু পৰাক্ৰম-প্ৰকাশক।

৫০—৫৪। আপুনি লোকসমূহক ক্ষুব্ধ কৰি তুলিছিল, সাধুজনৰ ওপৰত উৎপীড়ন কৰিছিল, নিজ শক্তি বলে শত্ৰুৰ সম্মুখতে গৰ্ব্বপূৰ্ণ বাক্য প্ৰয়োগ কৰিছিল; স্বপক্ষীয়গণ আৰু ভৃত্যবৰ্গক ৰক্ষণাবেক্ষণ কৰিছিল, ভীমকৰ্ম্মা লোকসকলক বধ কৰিছিল, হাজাৰে হাজাৰে দানবেন্দ্ৰ, যক্ষগণক বধ কৰিছিল; যুদ্ধত নিবাত আৰু কবচসকলক নিহত কৰিছিল, অশেষ যজ্ঞ ধ্বংস কৰিছিল, স্বজনক পৰিত্ৰাণ কৰিছিল; ধৰ্ম্ম-ব্যৱস্থা বিলোপ কৰিছিল, যুদ্ধত মায়াজাল সৃষ্টি কৰিছিল; আপুনি য'ৰ ত'ৰপৰা দেৱতা, অসুৰ আৰু মানুহৰ কন্যাবোৰক আহৰণ কৰি আনিছিল; শত্ৰুৰ স্ত্ৰীক শোকসন্তপ্ত কৰিছিল, স্বজনসকলৰ নেতৃত্ব কৰিছিল; এই লঙ্কাদ্বীপৰ পৰিৰক্ষক আছিল আৰু ভয়ঙ্কৰ কামসমূহ সম্পাদন কৰিছিল।

৫৫—৫৭। আমাৰ কামনা আৰু ভোগ পূৰণ কৰিছিল আৰু ৰথীশ্ৰেষ্ঠ আছিল; এনে প্ৰভাৱশালী স্বামীক ৰামে নিহত কৰা দেখিও প্ৰিয়জনবিৰহিত মই এই শৰীৰ ধাৰণ কৰি আছো, এতেকে বুজিব লাগিব মোৰ হৃদয় বৰ কঠিন। হে ৰাক্ষসৰাজ, সদায় মহাৰ্হ শয্যাত শয়ন কৰাই আপোনাৰ অভ্যাস, এনেস্থলত ধূলি মাকটিৰে আচ্ছাদিত হৈ আপুনি মাটিত শুই আছে কিয়?

৫৮। হে নাথ, মোৰ পুত্ৰ ইন্দ্ৰজিৎ যি সময়ত যুদ্ধক্ষেত্ৰত লক্ষ্মণৰ দ্বাৰা নিহত

হৈছিল, সেই সময়তে মই মৰণান্তিক আঘাত পাইছিলো, আৰু এতিয়া আপুনি নিহত হোৱাত মই সমূলঞ্চে মৰিলোঁ।

৫৯—৬০। বৰ্ত্তমানে মোৰ বন্ধু-বান্ধব কোনো নাই, আপুনি মোৰ নাথেও মোক এৰি গল, কাম আৰু ভোগ সকলোবেপৰা বঞ্চিত হলো, এতেকে চিৰকাললৈ মই শোচনীয় অৱস্থাতে পৰি ৰলো। হে ৰাজন, আজি আপুনি অতি দুৰ্গম সুদীৰ্ঘপথ অতিক্ৰম কৰিবলৈ ওলাইছে; মই শোকাভিভূতা, মোকো আপোনাৰ লগতে লৈ বলক। আপুনি অবিহনে মই জীয়াই থাকিব নোৱাৰিম। এই হতভাগিনীক এৰি থৈ কি কাৰণত আপুনি যাবলৈ ওলাইছে?

৬১—৬২। হে নাথ, মই এতিয়া দুখিনী, আপোনাৰ শোকতে ৰোদনৰতা, মন্দভাগিনী, আপুনি মোৰ লগত কথা পতা নাই কিয়? মই মোৰ মুখৰ ওৰণি নোহোৱাকৈয়ে এইখিনি পাইছোহি, তাকে দেখি আপুনি মোৰ ওপৰত ক্ৰুদ্ধ হোৱা নাইনে? হে প্ৰভু, নগৰৰপৰা ওলাই আহি সুদা ভৰিৰে এইখিনি পাইছোহি। হে পত্নীপ্ৰিয়, চাওক আপোনাৰ মহিষীসকল লজ্জাহীনা হৈ ওৰণি নোলোৱাকৈ আছে।

৬৩—৬৪। তেওঁলোক সকলোটি বাহিৰলৈ ওলাই অহা দেখি আপুনি খং নকৰাকৈ আছে কিয়? মই আপোনাৰ ক্ৰীড়াৰ সহায়ক আছিলো, এতিয়া নামবিহীনা হৈ মই বহু কথাই কবলৈ ধৰিছো, আপুনি মোক সান্ত্বনা দিয়া নাই কিয় আৰু মোৰ প্ৰতি আদৰো দেখুওৱা নাই কিয়?

৬৫—৬৭। হে ৰাজন, আপুনি বহুত পতিব্ৰতা, ধৰ্ম্মৰতা, গুৰুশুশ্ৰূষাপৰায়ণা কুলস্ত্ৰীক বিধবা কৰিছিল; শোকসন্তপ্ত হৈ তেওঁলোকে আপোনাক অভিশাপ দিছিল আৰু সেই কাৰণে আপুনি শত্ৰুৰ বশ হব লগা হল। হে নৃপ, আপুনি যাক যাক নিৰ্য্যাতন কৰিছিল, সেই কালতে তেওঁলোকে দিয়া শাপ এতিয়া সফল হল; হে নৃপ, প্ৰবাদ আছে যে পতিব্ৰতা নাৰীৰ চকুৰ পানী ওলাই মাটিত পৰিব লগীয়া হলে সি অনৰ্থ নঘটোৱাকৈ নাথাকে। এই প্ৰবাদৰ সত্যতাও আপোনাতেই ফলিল। হে ৰাজন, আপুনি আপোনাৰ শক্তিৰ প্ৰভাৱত তিনিও লোককে জয় কৰিছিল আৰু বীৰ বুলি অভিমানী হৈছিল।

৬৮—৬৯। তথাপি নাৰীহৰণ কৰাৰ এই নীচ প্ৰবৃত্তি আপোনাৰ হবলৈ পালে কেনেকৈ এইটোৱেই আচৰিত। হে প্ৰভু, আপুনি যুদ্ধবিষয়ত কেতিয়াও কাতৰ হোৱা বুলি মোৰ মনত নপৰে, তথাপি মৃগৰূপ ছলনা কৰি ৰামক আশ্ৰমৰপৰা উলিয়াই নিলে আৰু শেহত লক্ষ্মণকো উলিয়াই নি ৰামপত্নী সীতাক হৰণ কৰি আনিলে।

৭০—৭৩। আপুনি ভূত, ভৱিষ্যৎ আৰু বৰ্তমানৰ বিষয়ত ত্রিকালজ্ঞ পণ্ডিত, তথাপিতো এইদৰে হৰণ কৰি অনাটো আপোনাৰ ভাগ্য-বিপৰ্য্যয়ৰে স্পষ্ট লক্ষণ। মৈথিলীক হৰণ কৰি অনা দেখি কথাটো ভালদৰে ভাবি-চিন্তি চাই দীৰ্ঘ নিশ্বাস কাঢ়ি সত্যবাক মহাবাহু মোৰ দেৱৰে যিদৰে কৈছিল সেইদৰেই প্ৰধান প্ৰধান ৰাক্ষসবোৰৰ বিনাশ উপস্থিত হল। হে ৰাজন, আপোনাৰ কাম আৰু ক্ৰোধৰূপৰা উৎপন্ন ব্যসনৰ হেতুকে অকল আপোনাৰে কামৰ ফলত মূলনাশী এই মহা সৰ্ব্বনাশ উপস্থিত হল। আপুনি সকলো ৰাক্ষসকুলকেই নাথহীন কৰিলে।

৭৪—৭৫। হে নাথ, আপুনি প্ৰখ্যাতবল আৰু পুৰুষত্বৰ অধীশ্বৰ, এতেকে আপোনাৰ বিষয়ে শোক কৰিবলৈ মোৰ একো নাই; কিন্তু মই এজনী স্ত্ৰীমাত্ৰ, এই ভাৱেই মোক কাতৰ কৰি তুলিছে। আপুনি আপোনাৰ সুকৃত অথবা দুষ্কৃতি লৈ নিজ গতি প্ৰাপ্ত হল, কিন্তু আপোনাৰ বিনাশত মোৰ যি দুখ উপস্থিত হৈছে তাকে ভাবিহে মই অনুতপ্তা হবলৈ ধৰিছোঁ।

৭৬—৭৮। হে দশানন, আপোনাৰ হিতাকাঙ্ক্ষী সুহৃদ্বৰ্গই যি কলে আপুনি তাক নুশুনিলে, আপোনাৰ ভ্ৰাতৃবৰ্গয়ো আপোনাক হিত কথাকে কৈছিল; বিভীষণে যি কৈছিল সি সম্পূৰ্ণৰূপে হেতুপূৰ্ণ, অৰ্থযুক্ত, বিধিবৎ, শ্ৰেয়স্কৰ আৰু সজা কথা আছিল; তেনে যুক্তিপূৰ্ণ কথালৈকো আপুনি কাণ নিদিলে। মাৰীচ, কুম্ভকৰ্ণ আৰু মোৰ পিতৃদেৱে যি কৈছিল, মদগৰ্ব্বতে আপুনি সেইমতে কাম নকৰিলে; এতিয়া তাৰেই এই ফল।

৭৯—৮০। হে নাথ, আপোনাৰ এই শৰীৰ নীলজীমূতসদৃশ, আপুনি পীতাম্বৰধাৰী আৰু মনোহৰ অঙ্গদৰদ্বাৰা বিভূষিত; এতিয়া আপুনি আপোনাৰ অঙ্গপ্ৰত্যঙ্গ এইদৰে পেলাই থৈ তেজেৰে ৰাঙলী হৈ এনেকৈ শুই আছে কিয়? আপুনি শুই থকা অৱস্থাত থাকি শোকসন্তপ্তা মোক কথাৰে সান্ত্বনা দিয়া নাই কিয়? মই মহাবীৰ্য্যশালী, সুদক্ষ, যুদ্ধত অপৰাঙ্মুখ ৰাক্ষসৰ (সুমালীৰ) দৌহিত্ৰী, আপুনি মোৰ লগত কথা পতা নাই কিয়? আপুনি উঠক, আপোনাৰ এই নৱাগত পৰাভৱক উদ্দেশ্য কৰি শুই আছে কিয়?

৮২—৮৬। হে ৰাজন, যি সূৰ্য্যৰ ৰশ্মিসদৃশ প্ৰদীপ্ত শৰসমূহৰদ্বাৰা আপুনি শত্ৰুকুল ধ্বংস কৰিছিল, সেই সূৰ্য্যৰশ্মি আজি নিৰ্ভয়ে লঙ্কাত প্ৰবেশ কৰিব। হে নাথ, বজ্ৰধৰ ইন্দ্ৰৰ বজ্ৰসদৃশ যি পৰিঘ অস্ত্ৰ আপুনি সততে পূজা কৰি আছিল, যি বহুসংখ্যক শত্ৰুক বধ কৰিছিল আৰু সদায় সুবৰ্ণ জালৰদ্বাৰা পৰিশোভিত আছিল, ৰামৰ বাণবিচ্ছিন্ন সেই পৰিঘ হাজাৰ খণ্ডত বিভক্ত হৈ চাৰিওফালে

বিক্ষিপ্ত হৈ পৰি আছে। হে মহাৰাজ, আপুনি ৰণক্ষেত্ৰকে প্ৰিয়াৰ নিচিনা বুলি ভাবি সাবটি ধৰি শুই আছে আৰু মোক অপ্ৰিয়া যেন প্ৰতিজ্ঞান কৰি মোৰ লগত কথা পতা নাই কিয়? ধিক্ মোৰ এই হৃদয়, যিহেতু আপুনি নিহত হোৱা দেখি শোকপীড়িত হৈ হাজাৰ খণ্ডত শীৰ্ণবিশীৰ্ণ হোৱা নাই।"

৮৭—৯০। বাষ্পপূৰ্ণ নেত্ৰে এইদৰে বিলাপ কৰিয়ে মন্দোদৰী স্বামীৰ প্ৰতি স্নেহাধিক্য হেতু মূৰ্চ্ছিত হৈ ৰাৱণৰ বুকুৰ ওপৰত ঢলি পৰিল। আৰু তেতিয়া সন্ধ্যাৰাগৰঞ্জিত মেঘখণ্ডৰ ওপৰত বিদ্যুৎমালা প্ৰকাশ পালে যেনে শোভা হয়, ৰাৱণৰ বুকুৰ ওপৰত মন্দোদৰীৰ শোভাও তদনুৰূপ হল। মন্দোদৰীৰ এনে অৱস্থা দেখি শোকসন্তপ্তা তেওঁৰ আন আন সপত্নীগণে বিলাপ কৰি কৰিয়ে তেওঁক তাৰ-পৰা তুলি লৈ কবলৈ ধৰিলে, "আপুনি নাজানেনে যে পৃথিৱীৰ কোনো বস্তুৰে স্থিৰতা নাই; ভাগ্য বিপৰ্য্যয়ৰ লগে লগে ৰজাসকলৰ ৰাজলক্ষ্মীয়েও চঞ্চল প্ৰকৃতি ধাৰণ কৰে।" তেওঁলোকে এইদৰে কবলৈ ধৰাত মন্দোদৰীৰ কান্দোনৰ ৰোল আৰু বাঢ়ি উঠিল আৰু চকুৰ পানীৰে তেওঁৰ স্তনযুগল আৰু সুবিমল মুখ তিতি গল।

৯১। এনে সময়তে ৰামে বিভীষণক কলে, "বিভীষণ, তুমি তোমাৰ ভ্ৰাতাৰ সংস্কাৰ কাৰ্য্য সম্পন্ন কৰাঁ। আৰু মহিষীসকলক সান্ত্বনা দিয়াঁ।"

৯২—৯৬। তেতিয়া ধীমান বিভীষণে নিজ বুদ্ধিবলে বিবেচনা কৰি বিনীতভাবে ধৰ্ম্মসম্মত অৰ্থপূৰ্ণ হিতকৰ বাক্যে কবলৈ ধৰিলে, "ৰাম, ধৰ্ম্মত্যাগী ক্ৰূৰমতি হিংসাত্মক মিথ্যাবাদী, পৰদাৰাপহৰণকাৰী এজনৰ সংস্কাৰ কাৰ্য্য কৰাটো মই উচিত বুলি নাভাবোঁ! ৰাৱণ মোৰ জ্যেষ্ঠ ভ্ৰাতা, এতেকে গুৰুস্থানীয় আৰু পূজ্য; কিন্তু তথাপি তেওঁ পূজা পোৱাৰ উপযুক্ত নহয়, যিহেতু তেওঁ সকলো প্ৰাণীৰ অহিতকাৰী আৰু মোৰ ভ্ৰাতৃৰূপী শত্ৰু। হে ৰাম, মোৰ এই উক্তি শুনি পৃথিৱীৰ মানুহে হয়তো মোক নিষ্ঠুৰ বুলিব। কিন্তু পিচ মুহূৰ্ত্ততে তেওঁৰ অকীৰ্ত্তিকৰ কাৰ্য্যবোৰৰ কথা শুনি তেওঁলোকে কব, বিভীষণে ভালেই কৰিছে।"

৯৬—১০০। তেতিয়া ধাৰ্ম্মিকপ্ৰবৰ বাক্‌পণ্ডিত ৰামচন্দ্ৰই কথাৰ তত্ত্বজ্ঞ বিভীষণক কলে, "বিভীষণ, তোমাৰ প্ৰভাৱত মই এই জয় লাভ কৰিলোঁ, এতেকে তোমাৰ প্ৰিয় কাম কৰাটো মোৰ এটা কৰ্ত্তব্য। হে ৰাক্ষসৰাজ, তোমাৰ যাতে মঙ্গল হয় মই তেনে ভাবৰ কথা কোৱাটো উচিত হব। এইটো ঠিক যে এই নিশাচৰ ৰাৱণ অধৰ্ম্ম আৰু অসত্যতে আসক্ত আছিল; আনপক্ষে তেওঁ তেজস্বী বলবান আৰু শূৰ; শুনা যায় যুদ্ধত শতক্ৰতু প্ৰভৃতি দেৱতাগণেও তেওঁক পৰাভূত কৰিব

নোৱাৰিছিল। ৰাৱণ প্ৰকৃততে মহাবল আৰু সত্ত্বসম্পন্ন—এইটো নিশ্চয়। মৰণকাল-লৈকেহে মানুহৰ শত্ৰুতা; মৰণৰ লগে লগে আমাৰ উদ্দেশ্য সিদ্ধ হৈছে।

১০১—১০৩। বৰ্ত্তমানে ৰাৱণ মোৰ পক্ষে যেনে তোমাৰ পক্ষেও তেনে ; এতেকে তুমি তেওঁৰ সংস্কাৰ-কাৰ্য্য সম্পন্ন কৰা ; হে মহাবাহু, অতি শীঘ্ৰে ধৰ্ম্ম অনুসৰি যথাবিধি ৰাৱণৰ সংস্কাৰ কাম কৰা উচিত, কিয়নো তাৰদ্বাৰা তোমাৰ যশস্যা বাঢ়িব।” ৰাঘৱৰ কথা শুনি বিভীষণ যথাসম্ভৱ শীঘ্ৰে নিহত ককায়েকৰ সংস্কাৰ--কাৰ্য্য সম্পাদন কৰিবলৈ যত্নপৰ হল।

১০৪—১০৯। লঙ্কাত প্ৰৱেশ কৰি প্ৰথমতে ৰাৱণৰ অগ্নিহোত্ৰ বাহিৰ কৰি আনিলে। তাৰ পিচত গাৰী, কাঠ, অগ্নি, যাজক, চন্দন আৰু আন কাঠ, অগুৰু, নানাবিধৰ গন্ধদ্ৰব্য, মণি, মুক্তা প্ৰৱাল আদি নানান সম্ভাৰ উলিয়াই আনি মুহূৰ্ত্তৰ ভিতৰতে ৰাক্ষসসমূহৰদ্বাৰা পৰিবৃত হৈ মাল্যবানক লগত লৈ দাহনকাৰ্য্য কৰিবলৈ অশ্ৰুপূৰ্ণ নেত্ৰে সাজু হল। পট্টবস্ত্ৰেৰে আবৃত কৰি ব্ৰাহ্মণসকলে ৰাৱণৰ মৃত শৰীৰটো দিব্য সোণৰ শিবিকাত তুলি দিলে ; তাৰ পিচত বিবিধ বাদ্যধ্বনি আৰু স্তোত্ৰৰদ্বাৰা ৰাৱণৰ স্তুতি পাঠ কৰা হল ; বিভীষণপ্ৰমুখ সকলোৱে বিচিত্ৰ পতাকা আৰু পুষ্পেৰে সুশোভিত শিবিকা তুলি লৈ কাঠৰ ভাৰে সৈতে দক্ষিণদিশৰ পিনে শ্মশানভূমিলৈ যাত্ৰা কৰিলে।

১১০—১১১। অধ্বৰ্য্যুগণ প্ৰদীপ্ত অগ্নিমালা হাতত লৈ শিবিকাৰ আগে আগে গল, তেওঁৰ আশ্ৰিতজনসমূহ সকলোৰে সম্মুখত আৰু অন্তঃপুৰবাসীসকল ৰোদন কৰি কৰি পিচে পিচে খোজ ললে।

১১২—১১৬। ৰাৱণ শ্মশানক্ষেত্ৰত উপনীত হোৱাত মনৰ অতিশয় দুখেসৈতে তেওঁক তাতে নমাই থৈ লোকসকলে চন্দন, পদ্ম, উশীৰচন্দন আদি কাঠৰ চিতা সজাই ললে। চিতাৰ ওপৰত কৃষ্ণসাৰ মৃগচৰ্ম্ম বিস্তাৰ কৰি বেদবিধিমতে শটো ঘূৰাই লৈ ৰাক্ষস-ৰাজৰ পিতৃমেধ যজ্ঞৰ অনুষ্ঠান কৰিলে। দক্ষিণপূব কোণত বেদী স্থাপন কৰি তাৰ যথাস্থানত অগ্নিসংযোগ কৰা হল। তাৰ পিচত ৰাৱণৰ স্কন্ধদেশত দধি আৰু ঘৃতপূৰ্ণ স্ৰুৱ সংস্থাপিত কৰি পাদযুগলত শকট আৰু উৰুযুগলত উলুখল (উৰাল) থৈ যথা-স্থানত দাৰুপাত্ৰ, অৰণি, উত্তৰাৰণি আৰু মুসল সংস্থাপিত কৰি পিতৃমেধ যজ্ঞ আৰম্ভ কৰিলে।

১১৭—১২২। তাৰ পিচত ৰাক্ষসসকলে শাস্ত্ৰোক্ত (বেদোক্ত) বিধি আৰু মহৰ্ষি-নিৰ্দ্দিষ্ট নিয়মানুসাৰে পশু বধ কৰি ঘৃতমিশ্ৰিত মেদ ৰাক্ষসৰাজৰ মুখত সমৰ্পণ কৰিলে। তাৰ পিচত সকলোৱে দুখপূৰ্ণ মনে বিভীষণৰ সহায়ত গন্ধমাল্য আৰু

বিবিধ বস্ত্ৰদ্বাৰা অলঙ্কৃত ৰাৱণৰ শৰীৰৰ ওপৰত আৰৈ ছটিয়াই দিলে। পিচত বিভীষণে যথাবিধি চিতাত অগ্নি সংযোগ কৰিলে। দাহকাৰ্য্য শেষ হোৱাৰ পিচত বিভীষণে গা-পা ধুই তিতা কাপোৰে দৰ্ভমিশ্ৰিত তিল পানীৰ লগত মিহলাই তাত যথাবিধি তৰ্পণকাৰ্য্য সমাপন কৰিলে। তাৰ পিচত বিনীতভাৱে সান্ত্বনাপূৰ্ণ বাক্যে মহিষী-সকলক প্ৰবোধ দি অন্তঃপুৰলৈ পঠিয়াই দিলে। তেওঁলোক অন্তঃপুৰত প্ৰৱেশ কৰাত ৰাক্ষসৰাজ বিভীষণ ৰামৰ ওচৰলৈ আহি বিনীতভাৱে তেওঁৰ ওচৰত থিয় দিলে।

১২৩। বজ্ৰধৰ ইন্দ্ৰই বৃত্ৰক বধ কৰি আনন্দ লাভ কৰাৰ নিচিনাকৈ ৰামেও সুগ্ৰীৱ, লক্ষ্মণ আৰু সৈন্যবৰ্গে সৈতে শত্ৰুক বধ কৰি উঠি আনন্দ উপভোগ কৰিলে।

১২৪। তাৰ পিচত মহেন্দ্ৰদত্ত শৰ, শৰাসন আৰু কবচ পৰিত্যাগ কৰি ক্ৰোধ সামৰি থৈ শত্ৰুহন্তা ৰামে সৌম্যমূৰ্ত্তি ধাৰণ কৰিলে।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত একাদশাধিকশততম সৰ্গ সমাপ্ত

## দ্বাদশাধিকশততম সৰ্গ

### লঙ্কাৰাজ্যত বিভীষণৰ অভিষেক

১—৫। ৰাৱণ নিহত হোৱা দেখি, ৰাৱণৰ ঘোৰ মৃত্যু, ৰাঘৱৰ পৰাক্ৰম, বান্দৰবোৰৰ উৎকৃষ্ট যুদ্ধপ্ৰণালী, সুগ্ৰীৱৰ মন্ত্ৰিত্ব, লক্ষ্মণ আৰু হনুমানৰ ৰামৰ প্ৰতি অনুৰাগ আৰু বীৰ্য্যপ্ৰকাশ, সীতাৰ পতিব্ৰাত্য, হনুমানৰ পৰাক্ৰম ইত্যাদি নানান বিষয়ৰ পৱিত্ৰ কথা আলোচনা কৰি কৰি মহাত্মা দেৱতা, দানৱ আৰু গন্ধৰ্ব্বগণ নিজ নিজ বিমানত আৰোহণ কৰি যিদৰে আহিছিল সেইদৰে গলগৈ। তাৰ পিচত ৰামে ইন্দ্ৰদত্ত অগ্নিশিখাসদৃশ দিব্য ৰথখন বিদায় দি মহাবাহু মাতলিক পূজা অৰ্চ্চনা জনালে।

৬—১৪। ৰাঘৱে অনুমতি দিয়াত ইন্দ্ৰ-সাৰথি মাতলিয়ে দিব্য ৰথত আৰোহণ কৰি সৰগলৈ গল। ৰথীশ্ৰেষ্ঠ মাতলিয়ে স্বৰ্গাৰোহণ কৰাত ৰামে পৰম প্ৰীত হৈ সুগ্ৰীৱক আলিঙ্গন কৰিলে, তাৰ পিচত লক্ষ্মণ আৰু বান্দৰগণৰদ্বাৰা পূজিত হৈ

সৈন্যৰ শিবিৰত প্ৰৱেশ কৰিলে আৰু ওচৰতে বৈ থকা মিত্ৰ ভাবতে আপ্লুত শুভলক্ষণ লক্ষ্মণক সম্বোধন কৰি কলে, "সৌম্যসৌমিত্ৰি, বিভীষণ মোৰ অনুৰক্ত ভক্ত আৰু পূৰ্ব্বোপ-কাৰী, এতেকে তুমি লঙ্কাৰাজ্যত তেওঁক অভিষিক্ত কৰাঁ; মোৰ একান্ত ইচ্ছা যে ৰাৱণানুজ বিভীষণক লঙ্কাৰাজ্যত অভিষিক্ত হোৱা দেখোঁ।" মহাত্মা ৰাঘৱে এইদৰে কোৱাত লক্ষ্মণে হৃষ্টচিত্তে সোণৰ ঘট অনাই মনোসম গতিসম্পন্ন বান্দৰশ্ৰেষ্ঠসকলৰ হাতত দি সমুদ্ৰৰপৰা পানী আনিবলৈ আদেশ দিলে। আদেশ পোৱা মাত্ৰকে শ্ৰেষ্ঠ বান্দৰসকলে সমুদ্ৰৰপৰা পানী আনি উপস্থিত কৰিলে। তাৰ ভিতৰত একলহ পানী লৈ বিভীষণক শ্ৰেষ্ঠ উৎকৃষ্ট আসনত বহুৱাই লক্ষ্মণে অভিষেক কাৰ্য্য সমাপন কৰিলে।

১৫—১৮। তাৰ পিচত ৰামৰ নিৰ্দ্দেশ মতে সুহৃদ্‌গণৰদ্বাৰা পৰিবৃত হৈ লক্ষ্মণে আন আন ৰাক্ষস আৰু বান্দৰগণক লগত লৈ লঙ্কাৰ ভিতৰত ৰাক্ষসবোৰৰ মাজত মন্ত্ৰপূত জলৰদ্বাৰা অভিষিক্ত কৰি বিভীষণক লঙ্কাৰাজ্যত অধিষ্ঠিত কৰিলে। সকলোৱে তুমুল হৰ্ষধ্বনি কৰি ৰামৰ স্তুতি কৰিলে; তেতিয়া বিভীষণৰ মন্ত্ৰীবৰ্গ আৰু আন আন ভক্ত ৰাক্ষসগণো পৰম প্ৰীত হল। এইদৰে বিভীষণ লঙ্কা ৰাজ্যত অভিষিক্ত হোৱা দেখি লক্ষ্মণে সৈতে ৰাম পৰম প্ৰীত হল।

১৯—২১। বিভীষণে প্ৰকৃতিবৰ্গক সান্ত্বনা দি ৰামৰ ওচৰ চপাত পুৰবাসী নিশাচৰগণে হৃষ্টচিত্তে দধি, অক্ষত, মোদক, আখৈ, পুষ্প আদি সম্ভাৰ তেওঁৰ ওচৰত উপস্থিত কৰিলে। বীৰ বিভীষণে মাঙ্গলিক সেই সকলো দ্ৰব্য গ্ৰহণ কৰি ৰাম আৰু লক্ষ্মণৰ ওচৰত নিবেদন কৰিলে। বিভীষণ কৃতকাৰ্য্য হৈ সমৃদ্ধিসম্পন্ন হোৱা দেখি ৰামে তেওঁৰ সন্তুষ্টিৰ কাৰণে সকলো দ্ৰব্য গ্ৰহণ কৰিলে।

২২—২৪। সকলো কাম সমাধা হৈ যোৱাৰ পিচত শ্ৰীমান ৰামচন্দ্ৰই ওচৰতে হাত যোৰ কৰি বৈ থকা পৰ্ব্বতোপম বীৰ হনুমানক সম্বোধন কৰি কলে, "হে সৌম্য, তুমি মহাৰাজ বিভীষণৰ অনুমতি লৈ লঙ্কা নগৰত প্ৰৱেশ কৰাঁ আৰু মৈথিলীৰ ওচৰত আমাৰ কুশল বাতৰি জনাই কবা, ৰাৱণ যুদ্ধত নিহত হৈছে আৰু সুগ্ৰীৱ, আৰু লক্ষ্মণে সৈতে আমি সকলো ভালে আছোঁ। হে বান্দৰপ্ৰৱৰ, এই সম্পূৰ্ণ প্ৰিয় সম্বাদটো বৈদেহীক জনাই তাৰ উত্তৰত তেওঁ কি কয় সেই কথাখিনি লৈ তুমি উভতি আহাঁগৈ।

ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত দ্বাদশাধিকশততম সৰ্গ সমাপ্ত

## ত্ৰয়োদশাধিকশততম সৰ্গ

### সীতাৰ লগত হনুমানৰ সাক্ষাৎ

১। ৰামৰ আদেশ পাই মাৰুতাত্মজ হনুমান্ ৰাক্ষসগণৰদ্বাৰা পূজিত হৈ লঙ্কানগৰীত প্ৰৱেশ কৰিলে।

২। তাত সোমাই বিভীষণৰ আদেশ লৈ তেওঁ বৃক্ষৰাজিৰে আচ্ছাদিত অশোক-বনত সোমাল।

৩—৫। হনুমান সীতাৰ পূৰ্ব্বপৰিচিত, যথাবিধি বনৰ ভিতৰলৈ গৈ তেওঁ দেখিলে যে সীতাই গা-মূৰ নোধোৱাকৈ মলিন অৱস্থাত গ্ৰহপীড়িতা ৰোহিণী নক্ষত্ৰ-সদৃশ তাত বৈ আছে। গছৰ গুৰিত ৰাক্ষসীবোৰদ্বাৰা পৰিবৃতা হৈ নিশ্চলভাৱে অৱনত অৱস্থাত থকা দেখি হনুমানে ওচৰ চাপি গৈ তেওঁক অভিবাদন জনালে। মহাবলবান হনুমান উপস্থিত হোৱা দেখি সীতাই অলপ সময় মনে মনে থাকি পিচত আগৰ স্মৃতি মনলৈ অহাত হৰ্ষান্বিতা হল।

৬—৭। সীতাৰ সৌম্য মূৰ্ত্তিৰ পিনে লক্ষ্য কৰি বান্দৰশ্ৰেষ্ঠ হনুমানে ৰামৰ কথাখিনি তেওঁক নিবেদন কৰিবলৈ আৰম্ভ কৰি কবলৈ ধৰিলে, "বৈদেহী, সুগ্ৰীৱ আৰু লক্ষ্মণে সৈতে ৰাম কুশলে আছে; শত্ৰুবিজেতা ৰামে শত্ৰুক বধ কৰি কৃতকাৰ্য্য হৈ এতিয়া আপোনাৰ কুশল বাতৰি পাবলৈ ইচ্ছা কৰিছে।

৮। হে দেৱী, বিভীষণ, বান্দৰগণ আৰু লক্ষ্মণৰ সহায়ত বীৰ্য্যবান ৰামে ৰাৱণক বধ কৰিছে।

৯—১০। হে ধৰ্ম্মজ্ঞা, আপোনাৰ মনস্তুষ্টিৰ কাৰণে জনাওঁ আৰু আপুনি শুনি সুখ পাব যে অকল আপোনাৰ প্ৰভাৱতে শ্ৰীৰাম চন্দ্ৰই যুদ্ধত এই মহান বিজয় লাভ কৰিলে; এতেকে আপুনি এতিয়া সুস্থা হওক, মনৰ সকলো দুখ এৰি পেলাওক; শত্ৰু ৰাৱণ নিহত হোৱাত লঙ্কা আমাৰ অধীনলৈ আহিছে।

১১—১৩। ৰামে কৈ পঠিয়াইছে যে 'তোমাৰ শত্ৰুক জয় কৰিবলৈ কৃতসঙ্কল্প হৈ নিদ্ৰা পৰিত্যাগ কৰি মহাসমুদ্ৰত সেতু বান্ধি মোৰ প্ৰতিজ্ঞা ৰক্ষা কৰিলোঁ। বৰ্ত্তমানে লঙ্কাৰ সকলো ঐশ্বৰ্য্য বিভীষণৰ অধীনত, এতেকে ৰাৱণৰ ঘৰত থকা বুলি তুমি মনত কোনো ভয় নাৰাখিবা। তুমি নিজৰ ঘৰত থকা বুলি ভাবি আশ্বস্তা হৈ থাকিবা। বিভীষণে আগ্ৰহান্বিত হৈ পৰম হৃষ্টচিত্তে তোমাৰ লগত দেখা কৰিব।'"

১৪—২০। হনুমানে এইদৰে কোৱাত ইন্দুনিভাননী সীতাদেৱীয়ে আনন্দতে অধীৰা হৈ হঠাতে কোনো উত্তৰ দিব নোৱাৰিলে। সীতাই কোনো উত্তৰ নিদিয়াকৈ থকা দেখি কপিপ্ৰৱৰ হনুমানে কলে, "হে দেৱী, আপুনি কি চিন্তা কৰি আছে, আৰু মোৰ লগত কথাকে পতা নাই কিয় ?" হনুমানে এইদৰে কোৱাত ধৰ্ম্মপৰায়ণা সীতাদেৱীয়ে পৰম প্ৰীতা হৈ বাষ্পপূৰ্ণকণ্ঠে গদ্‌গদস্বৰে কবলৈ ধৰিলে, "হনুমান, স্বামীৰ বিজয়সংক্ৰান্ত এই প্ৰিয় বাতৰিটো শুনি আনন্দতে বুৰ গৈ অলপ সময়ৰ কাৰণে মোৰ মুখত মাত নোহোৱা হৈ আছিল। হে কপিপ্ৰৱৰ, তোমাৰ সুসম্বাদৰ প্ৰত্যুত্তৰত কি দান দি মই তোমাক অভিনন্দিত কৰোঁ। তাকে ভাবি পোৱা নাই। এই পৃথিৱীৰ ভিতৰত মই এনে এটা বস্তু বিচাৰি পোৱা নাই যিটো এই বাতৰিৰ অনুৰূপ বস্তু হব পাৰে আৰু যিটো দি উঠি মই মনত সুখ পাব পাৰোঁ। সোণ, ৰূপ, বিবিধ ৰত্ন অথবা ৰাজ্য তিনিও লোকৰ ভিতৰত কোনোটোৱেই তোমাৰ উক্তিৰ অনুৰূপ দান নহয়।"

২১—। সীতাদেৱীয়ে এইদৰে কোৱাত কপিপ্ৰৱৰ হনুমানে হাত যোৰ কৰি আনন্দতে তেওঁৰ সন্মুখত থিয় দি থাকি কলে, "হে অনিন্দিতা, আপুনি সদায় স্বামীৰ হিততে অনুৰক্তা আৰু স্বামীৰ বিজয়কে কামনা কৰি আছে, এতেকে এনেবিধৰ সুমধুৰ বাক্য কেৱল আপোনাতে শোভা পায়।"

২৩—২৬। হনুমানৰ কথা শুনি জনকদুহিতা মৈথিলীয়ে আৰু অধিক শুভ মঙ্গলময় বাক্যে কবলৈ ধৰিলে, "হনুমান, তুমি যি কথা কৈছা সি সৰ্ব্বসুলক্ষণসম্পন্ন, মাধুৰ্য্য-গুণবিভূষিত, অষ্টাঙ্গবিচাৰযুক্ত। তুমি প্ৰশংসাভাজন, বায়ুপুত্ৰ আৰু পৰম ধাৰ্ম্মিক; তোমাৰ বল, বীৰ্য্য, বেদজ্ঞান, সত্ব, বিক্ৰম, কাৰ্য্যদক্ষতা—সকলো সৰ্ব্বশ্ৰেষ্ঠ; তেজ, ক্ষমা, ধৃতি, স্থৈৰ্য্য, বিনয় আৰু আন আন বহুত শুভ গুণ তোমাত বিদ্যমান।"

২৭—৩১। সীতাৰ প্ৰশংসা বচন শুনি হনুমানে অকণো বিচলিত নহৈ বদ্ধাঞ্জলি হৈ পৰম হৃষ্টচিত্তে সীতাৰ সন্মুখত থিয় দি থাকি কবলৈ ধৰিলে, "হে দেৱী, আপোনাৰ অনুমতি হলে মই এই ৰাক্ষসীবোৰক মাৰি পেলাব খোজোঁ। ইহঁতে আগতে বহুপ্ৰকাৰে আপোনাক তৰ্জ্জন-গৰ্জ্জন কৰি আছিল। পতিপৰায়ণা আপুনি দুখ-কষ্ট ভুগি অশোকবনৰ ভিতৰত থকা কালৰ ভিতৰত ঘোৰৰূপা কদাচাৰৰতা, ক্ৰূৰা, কুটিলদৰ্শনা, বিকৃতবদনা ৰাক্ষসীবোৰ এই ঠাইতে ৰাৱণৰ আদেশমতে এবাৰ নহয় বহুবাৰ কৰ্কশ বাক্যে আপোনাক তিৰস্কাৰ কৰা মই নিজ কাণে শুনিছো। বিকৃতাকাৰা, ক্ৰূৰা, বিকৃতবদনা, ৰুক্ষকেশী, কুটিলচক্ষুবিশিষ্টা এই ৰাক্ষসীবোৰক নানা প্ৰকাৰে মাৰি ধৰি বধ কৰিবলৈ মোৰ ইচ্ছা হৈছে।

৩২—৩৫। এই ৰাক্ষসীবোৰৰ কথা সদায় কৰ্কশ, আপুনি আদেশ দিয়ক, মুষ্টি-প্ৰহাৰ, পদাঘাত, হাতৰ প্ৰহাৰ, জঙ্ঘা আৰু জানুৰ আঘাতত অথবা দাঁতেৰে কামুৰি, নাক কাণ বিচ্ছিন্ন কৰি, চুলি টানি, মাটিত বগৰাই লৈ মই ইহঁতক বধ কৰোঁ; হে যশস্বিনী সীতা, ইহঁতে আপোনাক বহুত নিৰ্য্যাতন কৰিছে, এতেকে উগ্ৰৰূপা ইহঁতক মই বধ কৰি থওঁ।”

৩৬—৩৮। হনুমানে এইদৰে কোৱাত দীনবৎসলা কৃপাপৰায়ণা সীতাদেৱীয়ে অলপ ভাবিচিন্তি হনুমানক কলে, “কপিপ্ৰৱৰ হনুমান, এই ৰাক্ষসীবোৰ ৰাজাজ্ঞাৰ বশৱৰ্ত্তিনী, ইহঁত দাসী আৰু আনৰ আজ্ঞাবাহিনী, ইহঁতৰ ওপৰত কোপ কৰাটো অযুক্তিকৰ, মোৰ ভাগ্যদোষ আৰু পূৰ্ব্বজন্মৰ দুষ্কৃতিৰ ফলত মই এই যাতনা পাব লগা হৈছো। মানুহে সদায় নিজৰ কৰ্ম্মফল ভোগ কৰে; এতেকে হে মহাবাহু, তুমি এনে কথা নকবা; মানুহৰ সকলো গতি দৈৱাধীনা।

৩৯—৪৪। মোৰ ভাগ্য-দোষগুণে মই এই সকলো ভোগ কৰিছোঁ—এইটো সুনিশ্চিত; এতেকে ৰাৱণৰ এই দাসীবোৰৰ সকলো দোষবেই মই ক্ষমা কৰিছোঁ, যিহেতু ইহঁত দুৰ্ব্বলা। ৰাক্ষস ৰাৱণৰ আজ্ঞামতেহে ইহঁতে মোক তৰ্জ্জন-গৰ্জ্জন কৰিছিল। হে মাৰুতনন্দন, এতিয়া ৰাৱণ নিহত হোৱাত ইহঁতে আৰু তৰ্জ্জন-গৰ্জ্জন নকৰিব। হে কপিপ্ৰৱৰ, পুৰাণত এটা আখ্যান* আছে। তাত এটা ভালুকে এটা বাঘৰ আগত ধৰ্ম্মপূৰ্ণ এটা শ্লোক আবৃত্তি কৰিছিল, মই কওঁ শুনা। পাপাচাৰী কোনো এজনৰ পাপ আন এজনে গ্ৰহণ নকৰে, এতেকে পাপীজনৰ প্ৰতি অপকাৰ কৰাৰপৰা বিৰত থকাটোৱেই উত্তমজনৰ লক্ষণ; কিয়নো চৰিত্ৰই হৈছে সাধুলোকৰ শ্ৰেষ্ঠ ভূষণ। পাপাত্মাজন বধ্য হলেও শুদ্ধচাৰী মানুহৰ নিচিনাকৈ তেনেজনৰ প্ৰতি দয়া কৰাটো উচিত, যিহেতু এই পৃথিৱীত পাপ নকৰা প্ৰাণী কোনো নাই। যিজন ক্ৰূৰমতিসম্পন্ন আৰু প্ৰাণী হিংসাতেই যাৰ প্ৰীতি তেনেজনে পাপ কৰি থাকিলেও সিহঁতৰ প্ৰতি অশোভন কাৰ্য্য কৰা উচিত নহয়।”

৪৫—৫০। অনিন্দিতা ৰামপত্নী সীতাদেৱীয়ে এইদৰে কোৱাত বাক্যবিশাৰদ

---

*আখ্যানটো এই : এটা বাঘৰ খেদাত বৰ নোৱাৰি আন এটা বাঘ এজোপা গছত উঠে। সেই গছতে থকা ভালুক এটাক তলৰ বাঘটোৱে কলে, “সি বনৰ শত্ৰু, গতিকে তাক পেলাই দিয়া।” ভালুকে কলে, “এই বাঘটোৱে এই ঠাইত আশ্ৰয় লৈছে, গতিকে মই তাক পেলাই দিব নোৱাৰোঁ।” এই বুলি কৈ সি শুলে। তেতিয়া তলৰ বাঘটোৱে গছত থকা বাঘটোক কলে, “তুমি ভালুকটো পেলাই দিয়া।” বাঘে পেলাব খোজাত ভালুক আন এটা ডালত ধৰি ৰল। তেতিয়া বাঘে ভালুকক সেই বাঘটো পেলাই দিবলৈ কোৱাত সি কলে, “ই অপৰাধী হলেও মই তাক পেলাই নিদিওঁ।” এই বুলি কৈ বাঘটোৰ জীৱন ৰক্ষা কৰিলে।

হনুমানে তেওঁক কলে, "হে দেৱী, আপুনিয়ে প্ৰকৃততে ৰামৰ সৰ্ব্বগুণান্বিতা ভাৰ্য্যা। অনুগ্ৰহ কৰি এতিয়া আপুনি অনুমতি দিয়ক মই ৰামৰ ওচৰলৈ যাওঁ।" হনুমানে এইদৰে কোৱাত জনকদুহিতা বৈদেহীয়ে কলে, "হনুমান, মই এতিয়া ভক্তবৎসল মোৰ স্বামীক দেখা পাবলৈ ইচ্ছা কৰিছোঁ।" মহামতি পৱননন্দন হনুমানে সীতাৰ এই কথা শুনি পৰম আনন্দিত হৈ কলে, "হে দেৱী, শচীয়ে সুৰেশ্বৰ ইন্দ্ৰক যিদৰে দেখা কৰিছিল, সেইদৰে আপুনিও লক্ষ্মণে সৈতে পূৰ্ণচন্দ্ৰানন ৰামচন্দ্ৰক তেওঁৰ শত্ৰু নিহত হোৱাৰ পিচত মিত্ৰবৰ্গেৰে সৈতে পৰিবৃত্ত হৈ থকা আজিয়ে দেখা পাব।" সাক্ষাৎ লক্ষ্মীস্বৰূপা শোভমানা সীতাদেৱীক এইদৰে কৈ মহাতেজা হনুমান ৰাম থকা ঠাইলৈ গতি কৰিলে।

৫১। তালৈ গৈ জনকাত্মজা সীতা দেৱীয়ে যি যি কৈছিল ত্ৰিদশেশ্বৰ ইন্দ্ৰসম ৰামৰ আগত সকলো কথা যথাযথভাৱে নিবেদন কৰিলে।

## ইতি যুদ্ধকাণ্ডৰ অন্তৰ্ভুক্ত ত্ৰয়োদশাধিকশততম সৰ্গ সমাপ্ত

# চতুৰ্দ্দশাধিকশততম সৰ্গ

## ৰামৰ লগত সীতাৰ মিলন

১—৪। মহাপ্ৰাজ্ঞ কপিবৰ হনুমানে ধনুৰ্দ্ধাৰীসকলৰ শ্ৰেষ্ঠ কমলপত্ৰাক্ষ ৰামক অভিবাদন জনাই কলে, "হে প্ৰভু, যাৰ কাৰণে এই উদ্যোগ, আৰু যিজনা এই সকলো উদ্যোগৰে ফলস্বৰূপ, শোক-সন্তপ্তা সেই দেৱী মৈথিলীৰ লগত সাক্ষাৎ কৰা আপোনাৰ কৰ্ত্তব্য। দেৱী মৈথিলীয়ে শোকতে জৰ্জ্জৰিতা হৈ থাকি আপোনাৰ বিজয়-বাৰ্ত্তা শুনামাত্ৰকে আনন্দাশ্ৰুপূৰ্ণনেত্ৰে আপোনাৰ দৰ্শন পাবলৈ আকাঙ্ক্ষা প্ৰকাশ কৰিলে। দেৱীৰ পূৰ্ব্বপৰিচিত বুলি মোৰ ওপৰত বিশ্বাস ৰাখি অশ্ৰুপূৰ্ণ নয়নে তেওঁ কৈ উঠিল, "স্বামীৰ দৰ্শন পাবলৈ মই আগ্ৰহান্বিত হৈছোঁ।"

৫—৯। হনুমানে এইদৰে কোৱাত ধাৰ্ম্মিকসকলৰ বৰেণ্য শ্ৰীৰামচন্দ্ৰ চকু দুটি চল-চলীয়া কৰি হঠাতে অলপ সময়ৰ কাৰণে ধ্যানস্থ হল। তাৰ পিচত দীঘলকৈ হুমুনিয়াহ কাঢ়ি তললৈ চাই ওচৰতে থকা মেঘোপম বিভীষণক সম্বোধন কৰি কলে, "বিভীষণ, বৈদেহীক মূৰ ধুৱাই দিব্য অঙ্গৰাগ আৰু আভৰণে বিভূষিতা কৰি সোনকালে ইয়ালৈ আনক; বিলম্ব নকৰিব।" ৰামৰ কথা শুনি তেওঁ লৰা-লৰিকৈ অন্তঃপুৰলৈ গৈ তেওঁৰ মহিষীবৰ্গৰদ্বাৰা কথাটো সীতাক জনালে আৰু তাৰ পিচত মহাত্মা বিভীষণে নিজে গৈ মূৰ দোঁৱাই হাত যোৰ কৰি বিনীতভাৱে কলে, "হে দেৱী বৈদেহী, আপোনাৰ মঙ্গল হওক। আপুনি দিব্য অঙ্গৰাগ আৰু ভূষণে বিভূষিতা হৈ বেগেতে দোলাত উঠক, আপোনাৰ স্বামীয়ে আপোনাৰ দৰ্শন পাবলৈ ইচ্ছা কৰিছে।"

১০—১৫। বিভীষণে এইদৰে কোৱাত সীতাই কলে, "ৰাক্ষসৰাজ, মই স্নান নকৰাকৈয়ে স্বামীৰ লগত দেখা কৰিবলৈ ইচ্ছা কৰিছোঁ।" সীতাৰ কথা শুনি বিভীষণে কলে, "দেৱী, ৰামে যিদৰে কৈছে সেইদৰে কৰাটোহে যুক্তিযুক্ত হব।" বিভীষণৰ কথাত পতি-পৰায়ণা সাধ্বী সীতাদেৱীয়ে স্বামীৰ প্ৰতি অনুৰাগতে "সেয়ে হওক" বুলি বিভীষণক জনাই, শিৰঃস্নান কৰি উঠি মহাৰ্হ বস্ত্ৰাভৰণেৰে বিভূষিতা হৈ দোলাত আৰোহণ কৰিলে; পিচত দোলাবাহী ৰাক্ষসৰ কান্ধত উঠি আন আন বহুত ৰাক্ষসৰদ্বাৰা সুৰক্ষিতা হৈ যাবলৈ ধৰিলে; লগতে বিভীষণেও খোজ ললে।

১৬—১৯। মহাত্মা ৰাম তেতিয়াও ধ্যানস্থ হৈ থকা কালৰ ভিতৰতে বিভীষণে